# ভগৱান বুদ্ধ

ধৰ্ম্মানন্দ কোসম্বী

ভাঙোতা

চক্ৰেশ্বৰ ভট্টাচাৰ্য্য




সাহিত্য অকাদেমী
নতুন দিল্লী

*Bhagawan Buddha*—Assamese translation of the original by Dharmananda Kosambi. Sahitya Akademi, New Delhi (1959) Price Rs. 5/-



প্ৰকাশক : সাহিত্য অকাদেমী
নতুন দিল্লী
মুদ্ৰক : শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ। ৬৬ গ্ৰে ষ্ট্ৰীট। কলিকতা-৬
পৰিবেশক : লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

মূল্য
পাঁচ টকা

# ভক্ত পণ্ডিত ধৰ্ম্মানন্দ কোসম্বী

এই পুথিৰ মূল লেখক শ্ৰীধৰ্ম্মানন্দ কোসম্বী পালি ভাষা আৰু সাহিত্যৰ এজনা বিৰাট পণ্ডিত আছিল। বৌদ্ধধৰ্ম্ম সম্পৰ্কীয় পালিভাষাৰ মৌলিক সাহিত্যৰ গভীৰ অধ্যয়ন কৰি তেওঁ বিদ্বান হিচাপে অসাধাৰণ খ্যাতি অৰ্জ্জন কৰিছিল। কিন্তু অকল বিদ্বত্তা লাভেই তেওঁৰ কৰ্ম্ম প্ৰয়াসৰ লক্ষ্য নাছিল। তেওঁ আছিল বুদ্ধ ভগৱানৰ অনন্য ভক্ত। গতিকে তেওঁ যি পাইছিল, যি কৰিছিল আৰু সাহিত্য প্ৰবৃত্তিৰ দ্বাৰা যি দিছিল—সেই আটায়েবে উদ্দেশ্য আছিল—'বহুজন হিতায়, বহুজন সুখায়'।

তেওঁ লিখি যোৱা ভগৱান বুদ্ধৰ এই চৰিত্ৰ ভালেখিনি কাৰণৰ পৰাই মৌলিক। ইয়াক পাঠ কৰি আমি ভগৱান বুদ্ধ সম্বন্ধে প্ৰকৃত নিৰ্ভৰ-যোগ্য আৰু প্ৰামাণিক জ্ঞান লাভ কৰিব পাৰোঁহক।

আজি কালি আমি ভগৱান বুদ্ধ সম্বন্ধে যি আলোচনা আদি পঢ়িবলৈ পাওঁ সি অধিক ক্ষেত্ৰতে ইংৰাজী লেখক সকলে ৰচনা কৰা চৰিত্ৰ-গ্ৰন্থবে সাৰ সঙ্কলন। স্যৰ এডৱিন আৰ্ণল্ডে 'লাইট অফ্ এচিয়া' নামৰ এখন কাব্য ৰচনা কৰিছিল আৰু তাতেই ভগৱান বুদ্ধৰ পুৰণি কাহিনী সমগ্ৰ বিশ্বৰ আগত দাঙি ধৰিছিল। পুথিখন এনে মনোৰম হৈছিল যে তাৰ ফলত পুব আৰু পছিমৰ লিখা-পঢ়া জনা সকলো মানুহকে ওপৰতে গভীৰ প্ৰভাৱ পৰিছিল। লাইট অফ্ এচিয়াত সঙ্কলিত ভগৱান্ বুদ্ধৰ চিত্ৰৰ বাবে সমগ্ৰ বিশ্বই স্যৰ এডৱিন্ আৰ্ণল্ডৰ ওচৰত চিৰ-কৃতজ্ঞ হৈ থাকিব। কিন্তু সি আছিল কাব্যময় চিত্ৰ। পাছত কয়জনেও ইংৰাজী গদ্যত তেনে এটি মনোৰম চিত্ৰ দাঙি ধৰিছে। ইয়াৰ পিছত

কেবা গৰাকীও মনীষীয়ে নানা প্ৰকাৰৰ গৱেষণা চলাই বুদ্ধ-চৰিত্ৰ লিখিছে। মূল পালি বৌদ্ধ গ্ৰন্থ 'ত্ৰিপিটক' আৰু আন আন আধাৰ গ্ৰন্থৰ ভালদৰে দোহন কৰি তাৰে আলম লৈ কোনো ভাৰতীয় লেখকে ৰচনা কৰা চৰিত্ৰ-গ্ৰন্থ বোধহয় ধৰ্ম্মানন্দ কোসম্বীৰ এই বুদ্ধ-চৰিত্ৰই প্ৰথম। এই পুৰণি তথ্যবোৰৰ যিখিনি অংশ বুদ্ধিগ্ৰাহ্য, তেওঁ তাকেহে গ্ৰহণ কৰিছে। পৌৰাণিক চমৎকাৰ কাহিনী আৰু অসম্ভাব্য বস্তুৰ আটাইখিনিকে তেওঁ বাদ দিছে; আৰু যি লিখিছে তাৰ বাবে ঠায়ে ঠায়ে মূল প্ৰমাণো দি গৈছে। এইদৰে বৌদ্ধ-সাহিত্য আৰু জৈন-সাহিত্যৰ পৰা সমসাময়িক সামাজিক, ধাৰ্ম্মিক আৰু ৰাজনৈতিক অৱস্থা সম্বন্ধে যিবোৰ তথ্য পাব পৰা যায়, সেই আটাইখিনিকে ভালদৰে বিবেচনা কৰি চাই এই পুথিত ভগৱান বুদ্ধৰ সমসাময়িক পৰিস্থিতি সম্বন্ধে নতুন পোহৰ যোগোৱা হৈছে।

বুদ্ধ ভগৱানৰ প্ৰতি অনন্য নিষ্ঠা থকা সত্ত্বেও অসাধাৰণ সত্যনিষ্ঠাৰ কাৰণে ধৰ্ম্মানন্দজীয়ে নিৰ্ভয় ভাৱে নিজৰ বিবেচনাত সত্য বুলি ধাৰণা হোৱা কথাবোৰহে লিপিবদ্ধ কৰিছে। তদুপৰি বহুজন কল্যাণৰ হকেই পুথি ৰচনা কৰাই হল তেওঁৰ আদৰ্শ। সেই বাবে ধৰ্ম্মানন্দজীয়ে এই চৰিত্ৰ আৰু তেওঁৰ আন আন পুথিতো তেনেই সাধাৰণ পাঠকে বুজিব পৰাকৈ অতি সৰল আৰু সহজ ভাষা ব্যৱহাৰ কৰিছে।

পালি ভাষাৰ ওপৰত তেওঁৰ এনে দখল আছিল আৰু তেওঁ ইয়াক এনে সৰলভাৱে লিখিছিল যে সি যেনিবা তেওঁৰ জন্ম-ভাষাহে আছিল। তেওঁ বৌদ্ধ গ্ৰন্থবোৰৰ ওপৰত লিখা পালি-টীকাবোৰতো সৰল কথাক জটিল, আৰু জটিল কথাক আৰু জটিল [illegible] বাবে নিজৰ বিদ্বতা প্ৰয়োগ কৰা নাই।

ভাৰতবৰ্ষৰ মানুহে ভগৱান বুদ্ধক [illegible] লৈছে, তেওঁৰ কল্যাণময় ধৰ্ম্ম, সম্বন্ধে পণ্ডিতসকলৰ ধাৰণাও [illegible] হৈছে। [illegible] লক্ষ্য কৰি

ধৰ্ম্মানন্দজীয়ে নিজৰ গভীৰ অধ্যয়নৰ আটাইখিনি মুকলি উবুৰিয়াই দি লোক-সুলভ শৈলীৰে মাৰাঠী ভাষাত এই পুথি ৰচনা কৰে। মহাত্মা গান্ধীৰ গুজৰাত বিদ্যাপীঠে ইয়াৰ গুজৰাতী অনুবাদ প্ৰকাশ কৰায়।

১৮৭৬ চনত গোৱাৰ এখনি সৰু গাঁৱত ধৰ্ম্মানন্দ কোচাম্বীৰ জন্ম হয়। গোৱাত চৰকাৰৰ তৰফৰ পৰা শিক্ষাদানৰ কোনোৰূপ ব্যৱস্থা নাছিল। গতিকে ঘৰতে তেওঁ অলপ অচৰপ মাৰাঠী আৰু সংস্কৃত শিকে আৰু নিজৰ বেচিভাগ সময় বাৰীৰ নাৰিকল গছত পাৰী নিওঁতেই কটাই দিয়ে। এনেতে এদিন তেওঁ 'বালবোধ' নামৰ মাৰাঠী কাকতত প্ৰকাশিত লবা-ছোৱালীৰ মাহেকীয়া আলোচনী কাকত এখনত বুদ্ধ ভগৱানৰ জীৱন-চৰিত্ৰ পঢ়িবলৈ পায়। ইয়াক পঢ়ি তেওঁ এনেভাৱে প্ৰভাৱিত হৈ পৰে যে তেওঁ আন সকলো কথাকে এৰি বৌদ্ধ ধৰ্ম্মৰ সম্যক জ্ঞান লাভ কৰাৰ সংকল্প গ্ৰহণ কৰি পেলায়। তেওঁ নিজৰ জীৱন-চৰিত্ৰত লিখিছে, 'মোৰ এনে লাগিছিল যে মোৰ জীৱনত লাগিলে যিমানেই সংকট নাহক, যিমানেই বিপদ নহওক, মই যদি বুদ্ধোপদেশৰ জ্ঞান লাভ কৰিব পাৰোঁ তেন্তে মোৰ জীৱন সফল হৈ যাব।"

পাৰিবাৰিক দুৰ্যোগৰ কাৰণে গৃহস্থীৰ প্ৰতি ধৰ্ম্মানন্দজীৰ মনত বিৰাগ জন্মিল আৰু ২২ বছৰ বয়সত তেওঁ ঘৰ ত্যাগ কৰিলে। বোম্বাইৰ প্ৰাৰ্থনা-সমাজৰ কাৰ্য্যালয়ত থাকি তেওঁ অলপ অচৰপ অধ্যয়ন কৰিলে। পুণালৈ গৈ বিখ্যাত পণ্ডিত ডক্তৰ ভাণ্ডাৰকৰৰ লগত সাক্ষাৎ কৰিলে। গোৱালিয়ৰ আৰু বাৰাণসীলৈ গৈ সংস্কৃত শাস্ত্ৰৰ গভীৰ অধ্যয়ন কৰিলে। এই আটাইবোৰ কৰাৰ পিছত তেওঁৰ নিজৰ মূল সংকল্প অৰ্থাৎ বৌদ্ধ ধৰ্ম্মৰ লগত পৰিচিত হবলৈ তেওঁ প্ৰথমতে নেপাললৈ গল। কিয়নো নেপাল হল বুদ্ধ ভগৱানৰ জন্মভূমি। তাৰ পিছত গল বোধি-গয়ালৈ। বোধি-গয়াত তেওঁ বুজিব পাৰিলে যে বৌদ্ধ শাস্ত্ৰৰ ত্ৰিপিটক গ্ৰন্থৰ অধ্যয়ন লঙ্কাতহে হব পাৰে।

সকলো প্ৰকাৰে অসহায় সত্বেও নানা দুখ-কষ্ট সহন কৰি যুৱক ধৰ্ম্মানন্দ লঙ্কাত উপস্থিত হলগৈ। তাতে দীক্ষা লৈ মহাস্থবিৰ সুমঙ্গলাচাৰ্য্যৰ ওচৰত থাকি পালি গ্ৰন্থৰ গভীৰ অধ্যয়ন কৰিলে। তাৰ পিচত মান দেশলৈ গৈ তাত ধ্যান মাৰ্গৰ অধ্যয়ন কৰি ভাৰতলৈ উভতি আহিল। ধৰ্ম্ম-জিজ্ঞাসাৰ প্ৰেৰণাৰে তেওঁ যিদৰে দেশ দেশান্তৰত দীঘলীয়া যাত্ৰা কৰিছিল তাৰ ইতিহাস ৰোমাঞ্চকাৰী।

সনাতন ধৰ্ম্ম আৰু বৌদ্ধ ধৰ্ম্মৰ মাজত এটা ডাঙৰ পাৰ্থক্য হল— সনাতন ধৰ্ম্মত ব্ৰহ্মচৰ্য্য, গৃহস্থ, বানপ্ৰস্থ আৰু সন্ন্যাস আশ্ৰমৰ পৰ্য্যায় একাদিক্ৰমে ৰখা হৈছে। এক আশ্ৰমৰ পৰা আগ বাঢ়ি দ্বিতীয় আশ্ৰমলৈ যাব পৰা যায়। কিন্তু উভতি অহাৰ কাৰণে হলে অনুমতি নাই। সেই কাৰণেই গুৰুয়ে সন্তুষ্ট হলে সহজতে সন্ন্যাসৰ দীক্ষা নিদিয়ে।

বৌদ্ধ ধৰ্ম্মৰ দৃষ্টিকোণ হলে বেলেগ। বৌদ্ধধৰ্ম্মত লৰা ডাঙৰ হৈ উঠিলেই সৰ্ব্বশ্ৰেষ্ঠ ভিক্ষুধৰ্ম্মৰ দীক্ষা দিয়াটো মাক-বাপেকে নিজৰ কৰ্ত্তব্য বুলি বিবেচনা কৰে। পিচত পুতেকে যদি অনুভৱ কৰে যে তেনে উচ্চ বস্তু তেওঁৰ পক্ষে অনুকূল নহয় তেন্তে তেওঁ নিজ ইচ্ছামতে তললৈ নামি আহিব পাৰে। বৌদ্ধধৰ্ম্মৰ ৰীতি মতে ভিক্ষু-ব্ৰত গ্ৰহণ কৰাৰ পিচত কাৰো গৃহস্থাশ্ৰমত প্ৰৱেশ কৰিবলৈ ইচ্ছা হলে তেনে লোকে নিজ গুৰুৰ অনুজ্ঞা লৈ তাক কৰিব পাৰে। ধৰ্ম্মানন্দজীয়েও তাকেই কৰিছিল।

ভাৰতলৈ উভতি অহাৰ পিচত ধৰ্ম্মানন্দজীয়ে বৌদ্ধধৰ্ম্ম সম্বন্ধে নিজে লাভ কৰা জ্ঞান বাইজৰ মাজত প্ৰচাৰ কৰাৰ উদ্দেশ্যে কলিকতা বিশ্ব-বিদ্যালয়ত যোগদান কৰে। তাত কিছুদিন কাম কৰাৰ পিচত তেওঁ মহাৰাষ্ট্ৰলৈ গৈ বৰোদা-নৰেশ শ্ৰীসয়াজীৰাও গায়কোৱাড়ৰ লগত সাক্ষাৎ কৰে। তেওঁ ধৰ্ম্মানন্দজীৰ বাবে খোৱা-মেলাৰ নিশ্চিত ব্যৱস্থা কৰি যি নিজৰ অভিৰুচিমতে যি কোনো কাম কৰাৰ কাৰণে দিহা কৰি দিয়ে।

পুণালৈ গৈ ডাঃ ভাণ্ডাৰকৰৰ সাহায্যক্রমে বোম্বাই বিশ্ববিদ্যালয়ত ধৰ্ম্মানন্দজীয়ে পালি ভাষা অধ্যয়নৰ বাবে ঠাই কৰি দিয়ায়।

এই সময়তে আমেৰিকাৰ হাব্ৰ্বাৰ্ড বিশ্ববিদ্যালয়ৰ ডাঃ জেম্‌স্ বুডচ্ ভাৰতলৈ আহে। হাব্ৰ্বাৰ্ড বিশ্ববিদ্যালয়ত কোনো যোগ্য পালি-পণ্ডিতৰ হতুৱাই 'বিশুদ্ধিমগ্‌গ'ৰ নিচিনা জটিল পুথিখনৰ সম্পাদন কৰাবলৈ তেওঁৰ একান্ত ইচ্ছা আছিল। অধ্যাপক বুড্‌চৰ আগ্রহক্রমে ধৰ্ম্মানন্দজী আমেৰিকালৈ যায়। তাত কিছুমান অসুবিধাৰ কাৰণে তেওঁ সেই কাম এৰি দিয়ে আৰু সসম্মানে স্বদেশলৈ উভতি আহে। তাৰপিছত আহি তেওঁ ফর্গুচ্চন কলেজত পালি পঢ়োৱাৰ কাম লয় আৰু বহুতো বিদ্যার্থীসকলক পালি সাহিত্যত পাৰ্গত কৰি তোলে। ছ বছৰৰ পিচত তেওঁ আকৌ আমেৰিকালৈ যায় আৰু 'বিশুদ্ধিমগ্‌গ'ৰ কাম সম্পূর্ণ কৰে।

ভাৰতৰ কলিকতা, বড়োদা, আহমদাবাদ, পুণা, বাৰাণসী আদি ঠাইত থাকি তেওঁ ভালেমান ছাত্ৰৰ অধ্যাপনা কৰে আৰু আজি কালি তেওঁৰ সেই ছাত্রসকলে পালি সাহিত্যত সুপণ্ডিত বুলি খ্যাতি লাভ কৰিছে। মহাত্মা গান্ধীৰ গুজৰাত বিদ্যাপীঠে মতাত তেওঁ তালৈ যায় আৰু তাত কেবাখনো পুথি ৰচনা কৰে। গুজৰাত বিদ্যাপীঠতে তেওঁ পণ্ডিত সুখলালজী, মুনি জিনবিজয়জী, শ্রীবেচৰদাসজী আৰু ৰসিকলাল পৰীখ আদি জৈন বিদ্বানসকলৰ লগত সহযোগিতা কৰি জৈন আৰু বৌদ্ধ-সাহিত্যৰ তুলনাত্মক অনুশীলন চলোৱাত অতিশয় সাহায্য কৰে।

১৯২৯ চনত পালি ভাষাৰ কছ পণ্ডিত অধ্যাপক খেৰবেট্‌স্কীৰ আমন্ত্রণক্রমে তেওঁ ৰাছিয়ালৈ যায়।

ধৰ্ম্মানন্দজী আমেৰিকাত থাকোঁতে পঞ্জাবৰ বিপ্লৱী নেতা লালা হৰদয়ালৰ লগত তেওঁৰ বিশেষ পৰিচয় হয় আৰু তেওঁৰ বিচাৰধাৰা মাৰ্ক্সবাদৰ পিনলৈ ঢাল খায়। ৰাছিয়াত তেওঁ প্রত্যক্ষভাৱে মাৰ্ক্স-

বাদৰ প্ৰয়োগ দেখিবলৈ পায়। নিজৰ তত্ত্বনিষ্ঠ দৃষ্টিৰে তেওঁ সাম্যবাদৰ দোষ-গুণ ভালদৰে চাই লয়।

'বহুজন হিতায়, বহুজন সুখায়' যি অৱতাৰৰ অভিপ্ৰায় আছিল, সেই বুদ্ধ ভগৱানৰ ভক্তৰ পক্ষে স্বৰাজ আন্দোলনৰ পৰা আঁতৰি থকাটো অসম্ভৱ আছিল। ১৯৩০ চনত তেওঁ ৰাছিয়াৰ পৰা উভতি অহাৰ সময়ত ভাৰতত স্বাধীনতাৰ আন্দোলন পূৰ্ণোদ্যমে চলিছিল। ধৰ্ম্মানন্দজীয়ে তাত বিশেষ উৎসাহেৰে যোগদান কৰে। লোণ সত্যাগ্ৰহত যোগদান কৰি তেওঁ স্বয়ংসেৱক সংগঠনৰ ভাৰ লয় আৰু কাৰাবাসৰো অভিজ্ঞতা লাভ কৰে। ইয়াৰ পিচত তেওঁ চতুৰ্থবাৰৰ কাৰণে আমেৰিকালৈ যায়। তাৰ পৰা উভতি আহি বাৰাণসীত থাকিবলৈ লয় আৰু তাতে 'হিন্দী সংস্কৃতি আনি অহিংসা' নামৰ পুথিখন লিখে। ধৰ্ম্ম-চিন্তন আৰু ধৰ্ম্ম-চৰ্চ্চাৰ ফল স্বৰূপে ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সম্বন্ধে তেওঁ যিবোৰ সিদ্ধান্তত উপনীত হব পাৰিছিল, সেইবোৰ এই পুথিত নিৰ্ভীক আৰু স্পষ্টভাৱে ব্যক্ত কৰিছে। স্বাভাৱিকতে তেওঁৰ নিৰ্ণয়বোৰ কিছু বিবাদমূলক।

ইয়াৰ পিচত বোম্বাইলৈ গৈ তেওঁ বহুৱাসকলৰ মাজত এখন আশ্ৰম পাতি থাকিবলৈ লয়। তেওঁৰ সেই বহুজন-বিহাৰত এতিয়াও ভালেমান পৰদেশী বৌদ্ধ সাধুৱে আশ্ৰয় লয়।

বোম্বাইৰ কাম এৰি ধৰ্ম্মানন্দজী সাৰনাথত থাকেগৈ আৰু তাত জগদীশ কাশ্যপৰ নিচিনা বিখ্যাত পণ্ডিতক যথেষ্ট সাহায্য কৰে।

জৈনধৰ্ম্মৰ ২৩শ তীৰ্থঙ্কৰ পাৰ্শ্বনাথৰ 'চাতুৰ্যাম ধৰ্ম্ম'ই তেওঁৰ মনত গভীৰ ৰেখাপাত কৰে। তাতে তেওঁ আধ্যাত্মিক সমাজবাদ দেখিবলৈ পায়। তেওঁ এই চাতুৰ্যাম-ধৰ্ম্ম সম্বন্ধে এখন সৰু পুথিও ৰচনা কৰে; তেওঁৰ পৰলোক প্ৰাপ্তিৰ পিচত 'ধৰ্ম্মানন্দ-স্মাৰক ট্ৰাষ্ট'ৰ তৰফৰ পৰা পুথিখন প্ৰকাশ কৰা হয়।

পাৰ্শ্বনাথৰ ধৰ্ম্মোপদেশে তেওঁৰ ওপৰত এনে গভীৰ প্ৰভাৱ বিস্তাৰ কৰে যে তেওঁ নিজেও মানি ললে "শৰীৰ ক্ষীণ হৈ আপোনা-আপুনি বাগৰি নপৰালৈকে নিজৰ মৃত্যুলৈ বাট চাই থকাটো মানুহৰ পক্ষে শোভা নাপায়। শৰীৰৰ উপযোগিতা থকালৈকে তাক চলাই থাকিব লাগে। যেতিয়া শৰীৰৰ দ্বাৰা বিশেষ সেৱা লাভৰ সম্ভাৱনা নাথাকে তেতিয়া মানুহে খোৱা-বোৱা এৰি দি নিজেই এই শৰীৰ—এই চোলাটো—পেলাই দিয়া উচিত।"

পাৰ্শ্বনাথৰ এই জীৱন-দৃষ্টি কোসম্বীজীৰ এনেদৰে মনত বহি গৈছিল যে তেওঁ নিজৰ শৰীৰ-ত্যাগৰ কাৰণে প্ৰায়োপৱেশন আৰম্ভ কৰি দিছিল। কথাটো গান্ধীজীৰ কাণত পৰাত তেওঁ কোসম্বীজাক মানা কৰে। মহাত্মাজীৰ আজ্ঞা শিৰোধাৰ্য্য কৰি তেওঁ উপৱাস ত্যাগ কৰিলে সঁচা, কিন্তু যি মানৱসহজ জীয়াই থকাৰ ইচ্ছা তেওঁ সফলতাৰে পিচৰ পিনে থেলি দিছিল, তাৰ আৰু পুনৰ প্ৰতিষ্ঠা নহল। তেওঁ কিছুদিন বাৰাণসীত থাকিল, তাৰ পিচত বোম্বাইলৈ গল আৰু শেহত গান্ধীজীৰ সেৱাগ্ৰাম আশ্ৰমত থকাটোকে পচন্দ কৰিলে। তাতে ১৯৪৭ চনৰ ৫ জুনৰ দিনা তেওঁৰ দেহা ক্ষীণ হৈ পৰি গল।

কোসম্বীজীৰ দেহাৱসানৰ বাতৰি পাই মহাত্মা গান্ধীয়ে দিল্লীৰ প্ৰাৰ্থনা সভাত এইদৰে কৈছিল, 'আমি এনে হৈ পৰিছোঁ যে নিজৰ কামৰ বৰাই কৰি ঢোল পিটি ফুৰোহঁক, আৰু ৰাজকাৰ্য্যত ওখ আসন পোৱা সকলকতো আমি আকাশলৈ তুলি দিওঁহক। কিন্তু নীৰৱ কৰ্ম্মীসকলক কোনেও গ্ৰাহ্য নকৰে। কোসম্বীজী তেনে এগৰাকী নীৰৱ কৰ্ম্মী আছিল'।

গান্ধীজীয়ে ধৰ্ম্মানন্দজীৰ সোঁৱৰণি ৰক্ষাৰ বাবে এখন আঁচনি যুগুত কৰিবলৈ আদেশ দিয়ে, বৌদ্ধধৰ্ম্ম আৰু সাহিত্যৰ শ্ৰদ্ধাপূৰ্ণ অধ্যয়নৰ কাৰণে ভালেমান বিদ্যাৰ্থীক লঙ্কালৈ পঠোৱাৰ দিহা কৰাৰ আৰু

ধৰ্ম্মানন্দৰ আটাইবোৰ পুথি যাতে সস্তীয়া বেচত প্ৰকাশ কৰিব পৰা যায়, তাৰো ব্যৱস্থা কৰি দিয়ে।

সনাতন ধৰ্ম্ম, জৈন ধৰ্ম্ম অথবা বৌদ্ধ ধৰ্ম্ম—কাৰো প্ৰতি তেওঁৰ মনত অভিনিৱেশ নাছিল। বন্ধুসকলৰ মতে জন্মৰ পৰাই ব্ৰাহ্মণ ধৰ্ম্মত লালিত পালিত হোৱাৰ ফলত সেই ধৰ্ম্মৰ ৰীতি-নীতি আৰু ব্ৰাহ্মণ সকলৰ সামাজিক দৃষ্টিকোণৰ প্ৰতি তেওঁৰ হেনো অলপ কটুতা আছিল। যিয়েই নহওক, তেওঁ নিজৰ পুথিবোৰেৰে, উপদেশেৰে আৰু বিশেষকৈ নিজৰ সুযোগ্য শিষ্যসমূহৰ সহায়েৰে বুদ্ধ ভগৱানৰ জীৱন, ব্যক্তিত্ব আৰু তেওঁৰ উপদেশ সম্বন্ধে যথাৰ্থ জ্ঞানৰ প্ৰচাৰ কৰিবলৈ সফল প্ৰয়াস কৰিছিল। আজিকালিৰ সমাজবাদৰ দ্বাৰা বুদ্ধ ভগৱানৰ উপদেশ কিদৰে চৰিতাৰ্থ কৰিব পৰা যায়, তাকো তেওঁ দেখুৱাই গৈছে।

মহাত্মাজীৰ প্ৰতি অসীম শ্ৰদ্ধা আৰু ভক্তি থকা সত্ত্বেও গান্ধীজীৰ কোনো কথা তেওঁ বুজিব নোৱাৰিলে সেই সম্বন্ধে টীকা-টিপ্পনী কৰিবলৈকো তেওঁ কোনো দিনে সংকোচ কৰা নাছিল।

ধৰ্ম্মানন্দজী এই সিদ্ধান্তত উপনীত হৈছিল যে পাৰ্শ্বনাথৰ চাতুৰ্যাম ধৰ্ম্মৰ পৰা বৌদ্ধ আৰু জৈন—এই দুয়োধাৰা বাহিৰ হৈছে। লগতে তেওঁৰ এই ধাৰণাও হৈছিল যে বৌদ্ধ আৰু জৈন বিচাৰ-পদ্ধতিৰ মূলতে যি দাৰ্শনিক জীৱন-দৃষ্টি আছে, তাক মানি ললেহে সমাজবাদ আৰু সাম্যবাদ কৃতাৰ্থ হব পাৰিব আৰু আজিৰ মানুহে মানৱ-জাতিৰ কল্যাণৰ সাধনা নিজৰ হাতলৈ আনিব পাৰিব।

সেই কাৰণেই মহাত্মাজীৰ বিচাৰ ধাৰাই ধৰ্ম্মানন্দজীৰ অন্তৰত গভীৰ ৰেখাপাত কৰে আৰু তেওঁৰ হৃদয়ত শ্ৰদ্ধা এনেভাৱে শিপাই উঠে যে গান্ধী-কাৰ্য্যত নিজৰ জীৱন উছৰ্গা কৰাটোকে তেওঁ প্ৰকৃত কৃতাৰ্থতা বুলি বিবেচনা কৰে।

গোৱাত তেওঁৰ জন্ম হৈছিল, সেই বাবে তেওঁ অন্তিম জীৱনত

প্ৰায়ে কৈছিল, 'আজি দেহাটো ভালে থকাহেঁতেন গোৱাৰ স্বাধীনতা সংগ্ৰামত কিছু নহয় কিছু নিশ্চয় ভাগ লব পাৰিলোহেঁতেন।' দুৰ্ব্বল শৰীৰেৰেও মহাত্মা গান্ধীয়ে নোৱাখালিত কাম কৰা দেখিবলৈ পাই তেওঁ অতিশয় দুখেৰে কৈছিল, 'যদিহে মেয়ো এইদৰে গোৱালৈ গৈ নিজৰ জন্মভূমিৰ স্বাধীনতা সংগ্ৰামত প্ৰাণ দিব পাৰিলোহেঁতেন!'

ধৰ্ম্মানন্দজীৰ বুদ্ধ-ভক্তিৰ প্ৰকৃত স্ফূৰণ পাণ্ডিত্যত নহয়, শীল আৰু চাৰিত্ৰ্যতহে হৈছিল। তেওঁ সকলো প্ৰকাৰৰ কঠিনতকৈও কঠিন, বিপৰীতৰো বিপৰীত পৰিস্থিতিত পৰি ঘূৰি ফুৰিব লগীয়া হৈছিল, তথাপিও তেওঁ সদায় নিষ্পাপ আৰু ধোৱা চাউলৰ নিচিনা নিৰ্ম্মল হৈ আছিল। শীলৰ প্ৰতি গভীৰ আগ্ৰহ থকা হেতুকেই শান্তিদেৱাচাৰ্য্যৰ 'বোধিচৰ্য্যাৱতাৰ' পুথিখন তেওঁৰ বৰ ভাল লাগিছিল। তেওঁ মাৰাঠী আৰু গুজৰাতীলৈ সেই পুথিখনৰ ভাষান্তৰ কৰে। নিজৰ মন সুবাসিত কৰিবলৈ শান্তিদেৱাচাৰ্য্যই লিখা এই পুথিখন শীলৰ সুগন্ধেৰে আমোল মোল, সেইবাবেই ধৰ্ম্মানন্দজী পুথিখনত মুগ্ধ হৈ গৈছিল।

তেওঁৰ নিৰ্ভীক শীলৰ এটা সুন্দৰ উদাহৰণ মনত ৰাখিব লগীয়া। এবাৰ ধৰ্ম্মানন্দজীয়ে বড়োদাত সম্ৰাট অশোক সম্বন্ধে ভাষণ দিয়াৰ কথা আছিল আৰু সেই সভাৰ সভাপতি আছিল স্বয়ং বড়োদা-নৰেশ শ্ৰীসয়াজীৰাৱ। ভাষণ দিয়াৰ আগতে ধৰ্ম্মানন্দজীয়ে জানিব পাৰিলে যে ৰাজ্যৰ কোনো অঞ্চলৰ বাইজে সেই অঞ্চলৰ পৰা মদ ফটিকাৰ দোকান তুলি দিযাৰ বাবে মহাৰজাৰ ওচৰত আবেদন কৰিছে। তাৰ উত্তৰত মহাৰজাই হেনো জনাইছে যে মদ ফটিকাৰ দোকানৰ পৰা চৰকাৰৰ যি আয় হয় তাক যদি আন কোনো প্ৰকাৰে পূৰণ কৰি দিয়া যায় তেন্তে সেই দোকানবোৰ তুলি দিয়া যাব। ধৰ্ম্মানন্দজায়ে তেওঁৰ ভাষণত কয়, "অশোকে নিজৰ ৰাজ্যত মদ ফটিকা বন্ধ কৰি দিছিল। তেওঁ কিন্তু কোৱা নাছিল যে মদ ফটিকা বন্ধ কৰাৰ ফলত

হোৱা আয়ৰ ধনখিনি আন কিবা প্ৰকাৰে ৰাইজে পূৰণ কৰি দিলেহে মদ ফটিকা নিষিদ্ধ কৰা হব।" ভাষণৰ পিচত মহাৰজাই মাথোন এইখিনি কৈ গুচি গল, "ধৰ্ম্মানন্দ, আজি আপুনি মোক এটা বঢ়িয়া শিক্ষা দিলে"।

তেতিয়া সকলো ৰাইজে ধৰি ললে যে মহাৰজাৰ খং উঠিছে আৰু ধৰ্ম্মানন্দজীক দিয়া সাহায্য বন্ধ কৰি দিব। কিন্তু ফল হল ঠিক তাৰ ওলোটা। পিচদিনা এই বুলি ফৰ্ম্মান জাৰী কৰা হল যে উক্ত আটাইবোৰ মদ ফটিকাৰ দোকানকে বন্ধ কৰি দিব লাগে।

**কোসম্বীজীৰ সাহিত্য**—বৌদ্ধসকলে নিজৰ দীক্ষাৰ আৰম্ভনিতে 'শৰণত্ৰয'ৰ ঘোষণা কৰে। ধৰ্ম্মানন্দজীয়ে এই শৰণত্ৰয় অৰ্থাৎ বুদ্ধ, ধৰ্ম্ম আৰু সংঘ সম্বন্ধে কেইটিমান ব্যাখ্যান দিয়ে আৰু সেই সম্পৰ্কে এখন সৰু পুথিও পোন পহিলতে প্ৰকাশ কৰে।

তাৰ পিচত পালি-পৰম্পৰা অনুসৰি তেওঁ বুদ্ধ ভগৱানৰ পূৰ্ব্বজন্মৰ কিছুমান কথা, গৌতম বুদ্ধৰ বিস্তৃত জীৱনী আৰু তেওঁৰ ধৰ্ম্মোপদেশৰ সাৰ—এই তিনিওকে গোটখুৱাই 'বুদ্ধলীলাসাৰ সংগ্ৰহ' নামৰ এখন অতি মনোৰম আৰু সুবোধ পুথি ৰচনা কৰে। পুথিখনে মানুহৰ ঘৰে ঘৰে সমাদৰ লাভ কৰে আৰু ইয়াৰ ফলত বৌদ্ধধৰ্ম্মৰ প্ৰতি মানুহৰ মাজত উৎসাহ সৃষ্টি হোৱাৰ লগতে যথেষ্ট জ্ঞান লাভৰো সুবিধা হয়।

বুদ্ধ ভগৱানে নিজৰ হেজাৰ বিজাৰ অনুগামী ভিক্ষুকসকলৰ সংগঠন কৰিবলৈ আৰু তেওঁলোকৰ জীৱন সাধনা-পূত কৰি তুলিবলৈ যিবোৰ নিয়ম বান্ধি দিছিল তাক 'ৱিনয় পিটক'ত সম্বলিত কৰা আছে। মই ধৰ্ম্মানন্দজীক তাৰে এটা সাৰাংশ যুগুত কৰিবলৈ অনুৰোধ কৰোঁ, তাৰ ফলতেই তেওঁ 'বৌদ্ধ সজ্ঘাচা পৰিচয়' নামৰ পুথিখনি আমাক দি গৈছে।

পালি সাহিত্যৰ 'ধম্ম পদ' আৰু 'সুত্তনিপাত' এই দুখন পুথিত বুদ্ধ ভগৱানৰ উপদেশসমূহ সুন্দৰ ভাৱে দিয়া আছে। সেই কাৰণে ধৰ্ম্মানন্দ-

জীয়ে এই দুয়োখন পুথিৰে ভাঙনি কৰে আৰু নিতৌ পাঠৰ উদ্দেশ্যে মাৰাঠী ভাঙনিৰ লগতে এখন পালি 'লঘুপাঠো' যুগুত কৰি দিয়ে। মহাযান পন্থৰ সন্তসকলৰ মাজত শান্তিদেৱাচাৰ্য্যৰ আসন অতি ওখ। তেওঁৰ পুথিবোৰৰ ভিতৰত 'বোধিচৰ্যাৱতাৰ' আটাইতকৈ শ্ৰেষ্ঠ বুলি মনা হয়। ধৰ্ম্মানন্দজীয়ে ইয়াৰো এটি ভাঙনি কৰিছে।

বৌদ্ধ সাধনা সম্বন্ধে জনাৰ প্ৰকৃষ্টতম গ্ৰন্থ হল 'বিসুদ্ধিমগ্‌গ'; এই পুথিখনৰ সংশোধন কৰিবলৈকে ধৰ্ম্মানন্দজীক চাৰি বাৰো আমেৰিকালৈ মাতি নিয়া হৈছিল। এই পুথিৰ ওপৰত 'দীপিকা' নামেৰে তেওঁ পালি ভাষাত এটি টীকা লিখিছে আৰু মাৰাঠী আৰু গুজৰাতী ভাষাত 'সমাধি-মাৰ্গ' নামৰ পুথিত তাৰে সাৰ দিয়া হৈছে।

বৌদ্ধ সাহিত্যৰ আটাইতকৈ মনোৰম সামগ্ৰী হল জাতক কথামালা। এই কথামালাত বুদ্ধদেৱৰ পূৰ্ব্ব জন্মৰ কাহিনীবোৰ বৰ্ণনা কৰা হৈছে। ইয়াৰ সংগ্ৰহ কৰি কেতিয়াবাই তাৰ গুজৰাতী অনুবাদ প্ৰকাশ কৰা হৈছে।

ব্যাধি, জৰা আৰু মৃত্যু দৰ্শন কৰি আশ্চৰ্য্য-চকিত ৰাজকোঁৱৰ সিদ্ধাৰ্থই গোপনে ঘৰ এৰি যোৱা বুলি মানুহৰ মাজত যি কাব্যময় কাহিনী চলি আছিছে সি তেনেই কাল্পনিক কথা। বুদ্ধ ভগৱানে কিয় গৃহ-ত্যাগ কৰিলে সেই সম্বন্ধে নিজৰ সিদ্ধান্ত আৰু তাৰ বাবে উপযুক্ত প্ৰমাণ ৰাইজৰ আগত দাঙি ধৰাৰ অভিপ্ৰায়েৰে ধৰ্ম্মানন্দজীয়ে এখন সৰু নাটিকা লিখে। 'বোধিসত্ব নাটক' নামেৰে তাক মাৰাঠী ভাষাত প্ৰকাশ কৰা হৈছে। 'অভিধম্ম' সম্বন্ধে তেওঁ 'নৱনীত টীকা' ৰচনা কৰে আৰু সেই সম্পৰ্কে গুজৰাতী ভাষাতো টীকা লিখায়।

গুজৰাত বিদ্যাপীঠত থাকোঁতে তেওঁ এহাতে যিদৰে অধ্যাপনৰ কাম কৰিছিল, ঠিক আন হাতে আকৌ তেনেকৈয়ে জৈন ধৰ্ম্ম আৰু সাহিত্য সম্বন্ধে অধ্যয়নো কৰিছিল। আমেৰিকাত থাকোঁতে লালা হৰদয়ালৰ

লগত ঘনিষ্ঠ সম্পৰ্ক ঘটাৰ ফলত তেওঁ সমাজবাদ সম্বন্ধে ভালদৰে অধ্যয়ন কৰিছিল। তাৰে সুফল স্বৰূপে তেওঁ দুখন পুথি ৰচনা কৰে—(১) হিন্দী সংস্কৃতি আনি অহিংসা আৰু (২) পাৰ্শ্বনাথৰ চাতুৰ্যাম ধৰ্ম্ম।

আত্ম-চৰিত্ৰ সম্বন্ধে তেওঁ 'নিবেদন' আৰু 'খুলাসা' নামৰ দুখন পুথি ৰচনা কৰিছে। 'নিবেদন' মাৰাঠী আৰু গুজৰাতী ভাষাত প্ৰকাশ কৰা হৈছে। 'খুলাসা' এতিয়াও প্ৰকাশ হোৱা নাই।

—কাকাচাহেব কালেলকৰ

# ভূমিকা

পালি সাহিত্যত তিপিটক ( ত্রিপিটক ) নামেৰে যি গ্ৰন্থৰাজি সৰ্ব্বশ্ৰেষ্ঠ বুলি জনাজাত—তাৰে তিনিটা ভেদ আছে—'সুত্তপিটক', 'ৱিনয়পিটক' আৰু 'অভিধম্মপিটক'। সুত্তপিটক হল প্ৰধানকৈ বুদ্ধ আৰু তেওঁৰ মুখ্য মুখ্য শিষ্যসকলৰ উপদেশবোৰৰ সংগ্ৰহ। 'ৱিনয়-পিটক'ত ভিক্ষুসকলৰ আচৰণ সম্বন্ধে বুদ্ধই বান্ধি দিয়া নিয়মবোৰ সংকলন কৰা হৈছে আৰু সেই নিয়মবোৰৰ তাৎপৰ্য্য, সময়ে সময়ে সেই সম্বন্ধে কৰা পৰিৱৰ্ত্তন আৰু তাৰ টীকা সংগ্ৰহ কৰা হৈছে। 'অভিধম্ম-পিটক'ত সাতোটা অধ্যায় আছে। তাত বুদ্ধৰ উপদেশ সম্পৰ্কীয় নানা কথাৰ খৰচি মাৰি আলোচনা কৰা হৈছে।

'সুত্তপিটক'ৰ দীঘনিকায়, মজ্‌ঝিম নিকায়, সংযুত্ত নিকায়, অঙ্গুত্তৰ নিকায় আৰু খুদ্দক নিকায় নামেৰে পাঁচোটা ডাঙৰ বিভাগ আছে। 'দীঘনিকায়'ত চৌত্ৰিশটা বৃহৎ সুত্তৰ সংগ্ৰহ কৰা হৈছে। দীৰ্ঘৰ অৰ্থ হল বৃহৎ ( সুত্ত )। সেই বোৰ ইয়াত সংগ্ৰহ কৰা হেতুকেই ইয়াৰ নাম হৈছে 'দীঘনিকায়'।

'মজ্‌ঝিম নিকায়'ত মজলীয়া আকাৰৰ সুত্ত সংগ্ৰহ কৰা হৈছে, এতেকে তাৰ নাম থোৱা হৈছে 'মজ্‌ঝিম ( মধ্যম ) নিকায়।' 'সংযুত্ত নিকায়'ৰ প্ৰথম ভাগত গাথা-মিশ্ৰিত সুত্ত আছে আৰু পিচৰ ভাগত আছে আন আন বিষয়ৰ লগত সম্পৰ্ক থকা সুত্ত সমূহ। সেই বাবেই ইয়াক 'সংযুত্ত নিকায়' অৰ্থাৎ 'মিশ্ৰ নিকায়' কোৱা হয়। 'অঙ্গুত্তৰ নিকায়' হল সেই বিভাগ য'ত এটাৰপৰা অঙ্গাঙ্গীভাৱে আনটো নিপাতৰ বিকাশ হৈছে। ইয়াত একক নিপাতৰ পৰা একাদশক নিপাতলৈকে

এঘাৰ নিপাতৰ সংগ্ৰহ কৰা হৈছে। একেটা বস্তু সম্বন্ধে বুদ্ধই কোৱা সুত্তবোৰৰ সংগ্ৰহকে একক নিপাত কোৱা হয়। তেনেদৰেই দ্বিতীয় তৃতীয় নিপাত আদিৰ তাৎপৰ্য্য বুজিব লাগিব। 'খুদ্দকনিকায়'ৰ অৰ্থ হল ক্ষুদ্ৰ প্ৰকৰণৰ সংগ্ৰহ। তাত তলত দিয়া পোন্ধৰটা প্ৰকৰণ আছে—

খুদ্দক পাঠ, ধম্মপদ, উদান, ইতিবুত্তক, সুত্তনিপাত, ৱিমান ৱত্থু, পেতৱত্থু, থেৰগাথা, থেৰীগাথা, জাতক, নিদ্দেস, পটিসংভিদামগ্‌গ, অপদান, বুদ্ধ ৱংস আৰু চৰিয়াপিটক। ই হল 'সুত্তপিটক'ৰ বিস্তাৰ। 'ৱিনয়পিটক'ৰ পাৰাজিকা, পাচিত্তিয়াদি, মহাৱগ্‌গ, চুলবগ্‌গ আৰু পৰিৱাৰ পাঠ নামৰ পাঁচোটা বিভাগ আছে।

তৃতীয় হল 'অভিধম্মপিটক।' ইয়াৰ সাতোটা প্ৰকৰণ—ধম্ম সংগণি, ৱিভঙ্গ, ধাতুকথা, পুগ্‌গলপঞ্‌ঞত্তি, কথাৱত্থু, যমক আৰু পট্‌ঠান।

বুদ্ধঘোষৰ সময়ত অৰ্থাৎ খৃষ্টীয় আনুমানিক চতুৰ্থ শতাব্দীত এই আটাইবোৰ গ্ৰন্থৰাজিৰে বাক্য বা অংশক 'পালি' কোৱা হৈছিল। বুদ্ধঘোষৰ পুথিত 'তিপিটক'ৰ বচনৰ নিৰ্দ্দেশ এই শব্দেৰে দিয়া হৈছে— 'অয়মেত্থ পালি' ( ই এয়া পালি ) অথবা পালিয়ং ৱুত্তং ( পালিত কোৱা হৈছে )। পাণিনিয়ে যিদৰে 'ছন্দসি' শব্দেৰে ৱেদৰ আৰু 'ভাষায়াম্' শব্দেৰে নিজৰ সমসাময়িক সংস্কৃত ভাষাৰ উল্লেখ কৰিছে, ঠিক তেনেকৈয়ে বুদ্ধঘোষাচাৰ্য্যই 'পালিয়ং' শব্দেৰে 'তিপিটক'ৰ বচন আৰু 'অট্‌ঠ কথায়ং' শব্দেৰে সেই সময়ৰ সিংহলী ভাষাত প্ৰচলিত 'অট্‌ঠ কথা'ৰ বাক্যৰ উল্লেখ কৰিছে।

'অট্‌ঠ কথা'ৰ তাৎপৰ্য্য হল অৰ্থৰে সৈতে কথা। সিংহল দ্বীপত এনে এটা ৰীতি চলতি আছিল যে প্ৰথমতে 'ত্ৰিপিটক'ৰ বাক্যৰ অৰ্থ কোৱা হয় আৰু আৱশ্যক বুজি লগতে আন কথাও দিয়া হয়। পিচত এই অট্‌ঠ কথা লিখা হয়। কিন্তু তালেমান পুনৰুক্তি দোষ থকা হেতুকে

ই সিংহল দ্বীপৰ বাহিৰৰ লোকৰ বাবে বিশেষ উপযোগী হব পৰা নাছিল। সেইবাবে বুদ্ধঘোষাচাৰ্য্যই মুখ্য মুখ্য অট্‌ঠ কথাৰ ত্ৰিপিটকৰ ভাষাৰে সংক্ষিপ্ত ৰূপান্তৰ কৰে। এই ৰূপান্তৰ অতিশয় জনপ্ৰিয় হৈ উঠে আৰু ত্ৰিপিটকৰ সমানেই তাৰো সম্মান হবলৈ ধৰে। (পালিং ৱিয়তমগ্‌গহুং)। গতিকে এই অট্‌ঠ কথাকো পালি বুলিয়ে কবলৈ লোৱা হয়। বাস্তৱতে 'পালি' কোনো ভাষাৰ নাম নহয়। এই ভাষাৰ মূল নাম আছিল মাগধী, কিন্তু এইদৰেই ইয়াৰ নতুন নাম-কৰণ হল।

বুদ্ধঘোষাচাৰ্য্যৰ মতে ৰাজগৃহৰ প্ৰথম সভাতে 'ত্ৰিপিটক'ৰ উপৰ্য্যুক্ত বিভাগ স্থিৰ কৰা হয়। ভগৱান বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পিচত ভিক্ষুসকল শোকাকুল হৈ পৰে। তেতিয়া সুভদ্ৰ নামেৰে এজন বুঢ়া ভিক্ষুই কয়, "আমাৰ শাস্তাৰ পৰিনিৰ্ব্বাণ হোৱাটো ভালেই হল। তেওঁ আমাক সদায় বন্ধনত ৰাখিছিল—তোমালোকে অমুকটো কৰা উচিত নহয়, তমুকটো কৰাটো ঠিক নহয়। এতিয়া আমি নিজৰ ইচ্ছামতে যিহকে তাকে আচৰণ কৰিবলৈ স্বতন্ত্ৰতা পালোঁহক।" এই কথা শুনি মহাকাশ্যপে ভাবিলে যে ধৰ্ম্ম-বিনয়ৰ সংগ্ৰহ নকৰিলে সুভদ্ৰৰ নিচিনা ভিক্ষুসকলে স্বৈৰাচাৰ কৰাৰ স্বাধীনতা পাব, গতিকে তুৰন্তে ভিক্ষু-সংঘৰ সভা-পাতি ধৰ্ম্ম আৰু বিনয়ৰ সংগ্ৰহ কৰি ৰখা উচিত হব। এইদৰে মহাকাশ্যপে চাতুৰ্মাসৰ সময়ত ৰাজগৃহত পাঁচ শ ভিক্ষুক গোট খুৱায়। সেই সভাত প্ৰথমতে উপালিক সুধি বিনয়ৰ সংগ্ৰহ কৰা হয়। তাৰ পিচত আনন্দক প্ৰশ্ন কৰি 'সুত্ত' আৰু 'অভিধম্ম' এই দুই পিটকৰ সংগ্ৰহ কৰা হয়। কোনো কোনো লোকৰ মতে 'খুদ্দকনিকায়'ৰ অন্তৰ্ভাৱ 'অভিধম্মপিটক'তে কৰা হৈছিল, কিন্তু আনৰ মতে তাৰ অন্তৰ্ভাৱ 'সুত্তপিটক'তহে কৰা উচিত।

এয়ে হল 'সুমঙ্গলবিলাসিনী'ৰ নিদান-কথাত দিয়া বিৱৰণৰ সাৰাংশ।

ইয়াক সমন্তপাসাদিকা নামৰ ৱিনয়-অট্ঠকথাৰ নিদান কথাতো পোৱা যায়। কিন্তু ত্ৰিপিটক-গ্ৰন্থত হলে তাৰ মুল ক'তো পোৱা নাযায়। বুদ্ধ ভগৱানৰ পৰিনিৰ্ব্বাণৰ পিচত ৰাজগৃহত ভিক্ষুসংঘৰ প্ৰথম সভা হব পাৰে, কিন্তু তাতেই বৰ্ত্তমান পিটকৰ বিভাগ বা পিটক নাম থোৱা যেন অনুমান নহয়। অশোকৰ সময়লৈকে বুদ্ধৰ উপদেশ ধৰ্ম্ম আৰু বিনয় এই দুটা বিভাগতহে ভাগ কৰাৰ নিয়ম চলি আছিল। সেই ধৰ্ম্মৰ নটা অঙ্গ থকা বুলি বৰ্ণনা কৰা হৈছিল। যেনে—সুত্ত, গেয়্য, বেয়্যাকৰণ, গাথা, উদান, ইতিবৃত্তক, জাতক, অদ্ভুত ধম্ম আৰু ৱেদল্ল। এই অঙ্গবোৰৰ উল্লেখ 'মজ্ঝিম নিকায়'ৰ অলগদ্দূপম সুত্তত আৰু অঙ্গুত্তৰ নিকায়ৰ সাত ঠাইত পোৱা যায়।

সুত্ত পালি শব্দ। সংস্কৃতৰ সূক্ত বা সূত্ৰ শব্দৰ পৰা এই শব্দ ওলোৱাটো সম্ভৱ যেন লাগে। কোনো কোনোৰ মতে ৱেদৰ যি সূক্ত, তেনেকৈয়ে পালি-সূক্তও নিষ্পন্ন হৈছে। কিন্তু মহাযান-সম্প্ৰদায়ৰ গ্ৰন্থত ইয়াক সূত্ৰ কোৱা হৈছে, আৰু এই অৰ্থই ঠিক হয়। যিদৰে পাণিনি বা আন প্ৰকাৰৰ সূত্ৰৰ উদ্ভাৱন কৰা হৈছে, আজিকালি সূত্ৰ শব্দক সেই অৰ্থেৰেহে ব্যৱহাৰ কৰা হয়। কিন্তু 'আশ্বলায়ন গৃহ্যসূত্ৰ' আদি সূত্ৰ এই সংক্ষিপ্ত সূত্ৰতকৈ কিছুদূৰ বিস্তৃত ধৰণৰ আৰু এই অৰ্থতে আৰম্ভনিৰে পৰা পালি ভাষাৰ সূত্ৰবোৰ ৰচিত হোৱা যেন লাগে। এই সূত্ৰবোৰৰ আৰ্হিতে আশ্বলায়ন আদিয়ে নিজৰ সূত্ৰবোৰৰ ৰচনা কৰিছিল নে সেইবোৰৰ আধাৰতে বুদ্ধই নিজৰ সূত্ৰবোৰ যুগুত কৰিছিল সেই সম্বন্ধে ইয়াত আলোচনা কৰাৰ আৱশ্যক নাই, কিন্তু এইটো হলে স্পষ্ট কথা যে অশোকৰ সময়ৰ আগৰে পৰা বুদ্ধৰ উপদেশমূলক বচন বোৰক 'সুত্ত' কোৱা হৈছিল আৰু সেইবোৰ বৰ দীঘলীয়া বিধৰ নাছিল।

'অলগদ্দসুত্ত'ৰ অট্ঠ কথাত এই বুলি উল্লেখ কৰা হৈছে যে গাথা-

যুক্ত সূত্রক গেয়্য কোৱা হয় আৰু তাৰ উদাহৰণ স্বৰূপে 'সংযুক্তনিকায়'ৰ প্ৰথম বিভাগৰ কথা উল্লেখ কৰা হৈছে। কিন্তু সকলো গাথাৰ সংগ্ৰহকে 'গেয়্য' বুলিব পাৰি, গতিকে 'গাথা' নামৰ এটা বেলেগ বিভাগ কিয় দিয়া হল, সেই কথা কোৱাটো টান। বোধ হয় 'গেয়্য'ত অমুক প্ৰকাৰৰ গাথা থকাটোকে উচিত বুলি বিবেচনা কৰা হৈছিল।

ৱেয়্যাকৰণৰ অৰ্থ হল ব্যাখ্যা। কোনো সূত্ৰৰ অৰ্থ চমুকৈ বা বহলাই বুজাই দিয়াই হল 'ৱেয়্যাকৰণ' [১]।

বুদ্ধঘোষাচাৰ্য্যৰ মতে গাথা বিভাগত 'ধম্মপদ', 'থেৰগাথা' আৰু 'থেৰীগাথা'—এই তিনিওখন সন্নিৱিষ্ট কৰা হয়, কিন্তু বুদ্ধৰ পৰিনিৰ্ব্বাণৰ তিনি চাৰি শতিকাৰ পিচলৈকে থেৰ আৰু থেৰীগাথাৰ ৰচনা হোৱা নাছিল বুলিয়ে অনুমান হয় আৰু 'ধম্মপদ'তো নিচেই সৰু গ্ৰন্থ। গতিকে গাথা-বিভাগত অকল এইখন পুথিয়ে আছিল নে লগতে আন কিবা পুথিও আছিল তাক কোৱাটো টান কথা।

ওপৰত উল্লেখ কৰা 'খুদ্দক নিকায়' উদানৰ কথাও উনুকিওৱা হৈছে। সেই উদান আৰু সুত্তপিটক বা আন আন পুথিত থকা তেনে ধৰণৰ বচন বোৰক উদান বোলা হয় বুলি বুদ্ধঘোষাচাৰ্য্যই উল্লেখ কৰিছে। কিন্তু অশোকৰ সময়ত তেনে ধৰণৰ কিমান উদান প্ৰচলিত আছিল তাক অনুমান কৰাটো অসম্ভৱ। কিন্তু পিচত যে ইয়াৰ সংখ্যা বাঢ়ি গৈছিল তাক হলে নিঃসন্দেহে কব পৰা যায়।

ইতিবৃত্তক-প্ৰকৰণত ১১২টা ইতিবৃত্তক পাবলৈ আছে। তাৰে কিছুমান ইতিবৃত্তক অশোকৰ সময়ত অথবা তাৰো দুই এক শতিকাৰ পিচলৈকে চলি আহিছিল। তাৰ পিচত বোধ হয় ইয়াৰো সংখ্যা বাঢ়ি যায়।

জাতক নামৰ কথাবোৰ সুপ্ৰসিদ্ধ। তাৰ কিছুমান কথাৰ দৃশ্যাৱলী

(১) সংস্কৃত ব্যাকৰণৰ লগত এই শব্দৰ কোনো সম্বন্ধ নাই।

সাঁচী আৰু ভৰহুত স্তূপৰ ওচৰে কাষৰে খোদিত কৰা আছে। ইয়াৰ পৰা অনুমান হয় যে অশোকৰ সময়ত জাতকৰ ভালেমান কথাই বৌদ্ধ সাহিত্যত ঠাই পাইছিল।

অব্ভুত ধম্ম অৰ্থ হল অদ্ভুত চমৎকাৰ। বোধ হয় সেই সময়ত এনে কোনো পুথিৰ প্ৰচলন আছিল য'ত বুদ্ধ ভগৱান আৰু তেওঁৰ প্ৰমুখ শ্ৰাৱকসকলে কৰা অদ্ভুত চমৎকাৰৰ বৰ্ণনা কৰা আছিল। কিন্তু এতিয়া এই অদ্ভুত ধৰ্ম্মৰ কোনো চিন মোকাম পোৱা নাযায়। বোধহয় ইয়াৰ আটাইখিনিয়ে বৰ্ত্তমানৰ 'সুত্তপিটক'ৰ লগত চামিল হৈ গৈছে। বুদ্ধ-ঘোষাচাৰ্য্যৰ বাবে অদ্ভুতধৰ্ম্ম সম্বন্ধে বৰ্ণনা কৰাটো কঠিন হৈ পৰিছিল। তেওঁ কয় "চত্তাৰো মে ভিক্খৱে অচ্ছৰিয়া অব্ভুতা ধম্মা আনন্দেতি আদিনয়পৱত্তা সব্বে পি অচ্ছাৰিয়ব্ভুত ধম্ম পটিসংযুত্তা সুত্তন্তা অব্ভুত ধম্মং তি ৱেদিতব্বা।" অৰ্থাৎ "হে ভিক্ষুসকল, এই চাৰিবিধ আশ্চৰ্য্য অদ্ভুত ধৰ্ম্ম আনন্দেৰে বিৰাজ কৰে—আদি প্ৰকাৰেৰে, অদ্ভুত ধৰ্ম্মেৰে আৰম্ভ হোৱা আশ্চৰ্য্য অদ্ভুত ধৰ্ম্মেৰে যুক্ত সকলো সুত্তকে 'অব্ভুত ধম্ম' বুলি বুজা উচিত। কিন্তু এই অব্ভুত ধৰ্ম্মৰ লগত মূল অব্ভুত ধম্ম গ্ৰন্থৰ কোনো ৰূপ সম্পৰ্ক দেখা নাযায়।

'মজ্ঝিম নিকায়'ত মহাৱেদল্ল আৰু চুলৱেদল্ল নামৰ দুটা সূত্ৰ আছে, তাৰপৰাই ৱেদল্লপ্ৰকৰণ কেনে হব পাৰে তাৰ অনুমান কৰিব পৰা যায়। তাৰে প্ৰথম সূত্তত মহাকোট্ঠিতে সাৰিপুত্ৰৰ ওচৰত প্ৰশ্ন কৰে আৰু সাৰিপুত্ৰই তাৰ যথাযথ উত্তৰ দি যায়। আনটো সূত্ৰত ধম্মদিন্না ভিক্ষুণী আৰু তেওঁৰ পূৰ্ব্বাশ্ৰমৰ পতি বিশাখৰ অনুৰূপ প্ৰশ্নোত্তৰ হিচাপে সংবাদ দিয়া হৈছে। এই দুয়োটা সূত্ত বুদ্ধভাষিত নহয়, কিন্তু এনেধৰণৰ সংবাদকে 'ৱেদল্ল' কোৱা হৈছিল। এনে অনুমান হয় যে শ্ৰমণ, ব্ৰাহ্মণ আৰু আন লোকৰ লগত বুদ্ধ ভগৱানৰ যি সংবাদ হৈছিল, তাক বেলেগে সংগ্ৰহ কৰা হৈছিল আৰু তাৰে নাম দিয়া হৈছিল 'ৱেদল্ল'।

'মহাসুঞ্ঞতাসুত্ত'ৰ এই উদ্ধৃতিৰ পৰা স্পষ্টভাৱে জনা যায় যে এই ন বিভাগত বিভক্ত কৰাৰ আগতে সুত্ত আৰু গেয়্য এই দুই বিভাগতে শেষৰ বিভাগবোৰ সমাৱিষ্ট কৰা হৈছিল।

বুদ্ধ ভগৱানে আনন্দৰ আগত কৈছিল—

"ন খো আনন্দ অৰহতি সাৱকো সৎথাৰং অনুবন্ধিতুং যদিদং সুত্তং গেয়্যং ৱেয়্যাকৰণস্স হেতু। তং কিস্স হেতু। দীঘৰত্তং হি ৱো আনন্দ ধম্মা সুতা ধাতা ৱচসা পৰিচিতা……।"

অৰ্থাৎ "হে আনন্দ, সুত্ত আৰু গেয়্যৰ ৱেয়াকৰণৰ ( ব্যাখ্যা ) কাৰণে শ্ৰাৱকৰ পক্ষে শাস্তাৰ ( গুৰু ) লগত ঘুৰি ফুৰাটো উচিত নহয়, কিয়নো তুমি এইবোৰ কথা শুনিছা আৰু তাৰ লগত তুমি পৰিচিতো।"

অৰ্থাৎ সুত্ত আৰু গেয়্যত থকা বুদ্ধোপদেশ আৰু তাৰ বৈয়্যাকৰণ বা ব্যাখ্যাৰ ভাৰ শ্ৰাৱকসকলৰ ওপৰত সপি দিয়া হৈছিল। পিচলৈ ইয়াৰ আৰু ছটা বিভাগ বৃদ্ধি পায় আৰু তাৰে কিছুমান বিভাগ স্থিৰ কৰি লৈ ভালেমান সুত্তৰ ৰচনা কৰা হয়, সেইবোৰ এতিয়াও চলি আছে। গতিকে এইবোৰৰ কোনখিনি বাস্তৱতে বুদ্ধৰ নিজা উপদেশ, আৰু কোনখিনি প্ৰক্ষিপ্ত তাক কোৱাটো কঠিন। তথাপি অশোকৰ ভাবৰা বা ভাবৰু শিলালিপিৰ পৰা পিটকবোৰৰ প্ৰাচীন কোনখিনি সেই সম্বন্ধে অনুমান কৰিব পৰা যায়।

অশোকৰ ভাবৰু শিলালিপিত এই বুলি কোৱা হৈছে যে তলত দিয়া সাতোটা বুদ্ধোপদেশ ভিক্ষু-ভিক্ষুণী, উপাসক আৰু উপাসিকাই বাৰে বাৰে শুনিব লাগে আৰু কণ্ঠস্থ কৰিব লাগে—(১) ৱিনয়সমুকসে, (২) অলিয়ৱসানি, (৩) অনাগতভয়ানি, (৪) মুনিগাথা, (৫) মোনেয়সূতে, (৬) উপতিসপসিনে, (৭) লাঘুলোৱাদে, মুসাৱাদং অধিগিচ্য ভগৱতা বুদ্ধেন ভাসিতে।

ওলেনবাৰ্গ আৰু চেনাৰ নামৰ দুগৰাকী পছিমীয়া পণ্ডিতে দেখুৱাই

দিছে যে ইয়াৰ সপ্তম উপদেশ 'মজ্‌ঝিম নিকায়'ৰ ৰাহুলোবাদ সুত্তই (সং ৬১)। অধ্যাপক ৰিচ্‌ ডেৰিড্‌চেও শেষৰ উপদেশ সম্বন্ধে তথ্যাদি দাঙি ধৰিবলৈ চেষ্টা কৰিছে। কিন্তু 'সুত্তনিপাত'ৰ মুনিসুত্তৰ বাহিৰে তেওঁ উল্লেখ কৰা আন আটাইবোৰ সুত্তই ভুল। ২, ৩, ৫ আৰু ৬ সংখ্যক সুত্ত সম্বন্ধে মই ১৯১২ চনৰ ফেব্ৰুৱাৰী মাহৰ 'ইণ্ডিয়ান এন্টিকোৱেৰী' পত্ৰিকাত ফহিয়াই আলোচনা কৰিছোঁ, তাত আঙুলিযাই দিয়া সূত্ৰবোৰ এতিয়া সকলোৱে গ্ৰহণ কৰিছে। মাথোন তেতিয়া মই প্ৰথম সুত্তৰ কথা গম পোৱা নাছিলোঁ। 'ৱিনযসমুকসে' (বিনয়সমুৎকৰ্ষ) সম্পৰ্কীয় ৱিনয়-গ্ৰন্থত এই সম্বন্ধে কিবা নহয় কিবা উল্লেখ পোৱা যাব বুলি মোৰ ধাৰণা আছিল, কিন্তু তেনে ধৰণৰ উপদেশ মই ক'তো বিচাৰি নাপালোঁ। গতিকে এই সূত্ৰনো কি তাক মই কব নোৱাৰোঁ।

কিন্তু 'ৱিনয়' শব্দৰ অৰ্থ 'ৱিনয়-গ্ৰন্থ'ৰ লগত জুৰি দিয়াৰ কোনো কাৰণ নাই। 'অহং খো কেসি পুৰিসদম্মং সণ্‌হেন পি ৱিনেমি ফৰুসেনপি ৱিনেমি।' (অঙ্গুত্তৰ চতুক্ক নিপাত, সুত্ত সং ১১১), তমেনং তথাগতো উত্তৰিং ৱিনেতি। (মজ্‌ঝিম, সুত্ত সং ১৪৭) 'যন্নূনাহং ৰাহুলং উত্তৰিং আসৱানং খয়ে ৱিনেয়্যংতি। (মজ্‌ঝিম, সুত্ত সং ১০৭), আদি ঠাইতো 'বি' পূৰ্ব্বক 'নী' ধাতুৰ অৰ্থ হল শিকোৱা আৰু তাৰ পিচত গৈ ৱিনয়ৰ নিয়মকে 'বিনয় পিটক' কোৱা হৈছিল। যেতিয়া বুদ্ধই ভিক্ষুসকলক দীক্ষা দিয়াৰ কাম আৰম্ভ কৰিছিল তেতিয়া ৱিনয়-গ্ৰন্থৰ অস্তিত্বই নাছিল। যি শিক্ষা দিয়া হৈছিল, তাক দিয়া হৈছিল সুত্তৰূপেৰে। পোন পহিলতে 'ধম্মচক্ক পৱত্তন সুত্ত' বুলি কৈ বুদ্ধই পঞ্চবৰ্গীয় ভিক্ষুসকলক নিজৰ শিষ্য কৰে। গতিকে ৱিনয শব্দৰ মুল অৰ্থ 'শিক্ষা' বুলি ধৰাটোৱে সঙ্গত হব; আৰু সেই ৱিনয়ৰ সমুৎকৰ্ষই বুদ্ধৰ উৎকৃষ্ট ধৰ্ম্মোপদেশ। অৱশ্যে 'সমুক্কংস' শব্দ বুদ্ধোপদেশৰ অৰ্থত পালি সাহিত্যত পোৱা নাযায়, কিন্তু 'সামুক্কংসিকা ধম্মদেসনা' এই বাক্য

ভালেমান ঠাইতে পোৱা যায়। উদাহৰণৰ বাবে 'দীঘনিকায়'ৰ অম্বট্ঠ সুত্তৰ শেহৰ এই অংশ চাওক—

"যদা ভগৱা অঞ্ঞাসি ব্ৰাহ্মণং পোক্খৰসাতিং কল্লচিত্তং মুদুচিত্তং ৱিনীৱৰণচিত্তং উদগ্গচিত্তং, পসন্নচিত্তং, অথ যা বুদ্ধানং সামুক্কংসিকা ধৰ্ম্মদেসনা তং পকাসেসি দুক্খং সমুদয়ং নিৰোধং মগ্গং।"

অৰ্থাৎ, "যেতিয়া ভগৱানে জানিব পাৰিলে যে পৌষ্কৰসাদি ব্ৰাহ্মণৰ চিত্ত প্ৰসঙ্গোচিত মৃদু আৱৰণৰ পৰা বিমুক্ত, উদগ্ৰ আৰু প্ৰসন্ন হৈছে, তেতিয়া তেওঁ বুদ্ধৰ সামুৎকৰ্ষিক ধৰ্ম্মদেশ প্ৰকাশ কৰিলে। সি কেনে আছিল? সি আছিল—দুঃখ, দুঃখ-সমুদয়, দুঃখ-নিৰোধ আৰু দুঃখ-নিৰোধৰ মাৰ্গ।"

অকল এই সুত্ততে নহয়, 'মজ্ঝিম নিকায়'ৰ উপালি সুত্ত আদি আন আন সুত্ত আৰু ৱিনয় পিটকৰ ভালেমান ঠাইত এই বাক্য পোৱা যায়। মাথোন পাৰ্থক্য এইখিনিযে যে ইযাত পোক্খৰসানি ব্ৰাহ্মণক সম্বোধন কৰা হৈছে আৰু তাত উপালি আদি গৃহস্থক সম্বোধন কৰা হৈছে। ইয়াৰ দ্বাৰা ৱিনয় সমুৎকৰ্ষৰ অৰ্থ এয়ে হয়—বিনয় অৰ্থাৎ উপদেশ আৰু তাৰ সমুৎকৰ্ষৰ অৰ্থাৎ এই সামুৎকৰ্ষিক ধৰ্ম্মদেশ। গতিকে এসময়ত এই চাৰি আৰ্য্যসত্যৰ উপদেশকো যে ৱিনয সমুক্কস বোলা হৈছিল, সেই সম্বন্ধে সন্দেহ নাই। অশোকৰ পিচতো ভলেমান দিনলৈকে 'ধম্মচক্ক-পৱত্তন সুত্ত' নাম চলি আছিল চাগৈ। চক্ৰবৰ্ত্তী ৰজাসকলৰ কথা জনপ্ৰিয় হৈ উঠাত বুদ্ধৰ এই উপদেশৰো নাম ডাঙৰকৈ ৰখা হয়।

'ৱিনয়সমুকসে'ই 'ধম্মচক্কপৱত্তন সুত্ত' হলে, ভাবৰু শিলালিপিত নিৰ্দ্দেশিত সাতোটা উপদেশ বৌদ্ধ সাহিত্যত এইভাৱে পোৱা যায়—

(১) ৱিনয় সমুকসে = ধম্মচক্কপৱত্তন সুত্ত

(২) অলিয়ৱসানি = অৰিয়ৱংসা ( অঙ্গুত্তৰ চতুক্কনিপাত )

(৩) অনাগতভয়ানি = অনাগতভয়ানি ( অঙ্গুত্তৰ পঞ্চকনিপাত )

(৪) মুনিগাথা = মুনিসুত্ত ( সুত্ত নিপাত )

(৫) মোনেয়সুতে = নাল্লকসুত্ত ( সুত্ত নিপাত )

(৬) উপতিসপসিনে = সাৰিপুত্ত সুত্ত ( সুত্ত নিপাত )

(৭) লাঘুলোৱাদ = ৰাহুলোৱাদ ( মজ্‌ঝিম সুত্ত, সং ৬১ )

এই সাতোটাৰ ভিতৰত 'ধম্মচক্কপৱত্তন সুত্ত' আটাইকেইটাতে পোৱা যায়, গতিকে তাৰ গুৰুত্ব যে বিশেষ ধৰণৰ তাক নকলেও চলে। সেই-কাৰণেই অশোকে তাকে পোন পহিলতে স্থান দিছিল। বাকী ছটাৰ তিনিটা তেনেই এটা ক্ষুদ্র সুত্তনিপাতত পোৱা যায়। তাৰ পৰাই সেই সুত্তনিপাতৰ প্রাচীনত্বৰ প্রমাণ পোৱা যায়, তাৰে অন্তিম দুই বগ্‌গ আৰু 'খগ্‌গবিসাণ সুত্ত' সম্বন্ধে নিদ্দেস নামৰ বিস্তৃত টীকা আছে আৰু তাক 'খুদ্দক নিকায়'ত সন্নিবিষ্ট কৰা হৈছে। সুত্তনিপাতৰ এই ভাগ নিদ্দেসৰো অন্ততঃ দুই এক শতিকা আগৰে পৰা চলি থকা বুলি ধৰি লোৱাটো উচিত হব। তাৰ দ্বাৰাও সুত্তনিপাতৰ প্রাচীনত্ব সিদ্ধ হয়; হয়তো তাৰ আটাইবোৰ সুত্ত প্রাচীন নহয়, কিন্তু অধিক ভাগ হলে নিঃসন্দেহে পুৰণিকলীয়া। আমাৰ এই পুথিত বুদ্ধ-চৰিত্র বা বুদ্ধৰ উপদেশ সম্বন্ধে যি আলচ কৰা হৈছে, তাক এনেধৰণৰ প্রাচীন সুত্তৰ আধাৰতহে কৰা গৈছে।

এতিয়া আমি মূল বুদ্ধ-চৰিত্র সম্বন্ধে বিবেচনা কৰোহঁক। 'ত্রিপিটক'ৰ একে ঠাইতে সম্পূর্ণভাৱে বুদ্ধ-চৰিত্র দিয়া হোৱা নাই। তাক জাতক-অট্‌ঠকথাৰ নিদান-কথাৰ পৰাহে পোৱা যায়। এই অট্‌ঠকথা বোধহয় বুদ্ধঘোষৰ সময়ত অর্থাৎ খৃষ্টীয় পঞ্চম শতিকাত ৰচিত হৈছিল। এই অট্‌ঠকথাত ইয়াৰ আগৰ সিংহলী অট্‌ঠকথাৰ পৰাও ভালেমান বিষয় লোৱা হৈছে। এই বুদ্ধ-চৰিত্র প্রধানতে 'ললিতৱিস্তৰ'ৰ আধাৰত লিখা গৈছে। 'ললিতৱিস্তৰ' পুথি বোধহয় খৃষ্টীয় প্রথম শতিকা নাইবা তাৰ কিছু বছৰৰ আগতে লিখা হৈছিল। ই হল মহাযান গ্রন্থ। তাৰে

আধাৰতে জাতক অট্‌ঠকথাকাৰে নিজৰ বুদ্ধ-চৰিত্র কথাৰ ৰচনা কৰিছে। 'ললিতৱিস্তৰ'ৰ ৰচনাও 'দীঘনিকায়'ৰ মহাপদান সুত্তৰ আধাৰত কৰা হৈছে। সেই সুত্তত ৱিপস্‌সী বুদ্ধৰ জীৱনী অতি বিস্তাৰিতভাৱে দিয়া হৈছে আৰু সেই জীৱনীৰ আলম লৈ 'ললিতৱিস্তৰ' ৰচোঁতাই নিজৰ পুৰাণবো ৰচনা কৰিছে। এইদৰে গৌতম বুদ্ধৰ জীৱন-চৰিত্রত ভালেমান অসঙ্গত অথবা কল্পনাপ্রসূত কথা সোমাই পৰিছে।

মহাপদান সুত্তৰ পৰা কিছুমান ভাগ বেলেগে উলিয়াই তাক সুত্ত-পিটকতে গৌতম বুদ্ধৰ চৰিত্রৰ লগত জুৰি দিয়া হৈছে। উদাহৰণস্বৰূপে তিনিটা প্রাসাদৰ কাহিনীলৈ লক্ষ্য কৰক—'ৱিপস্‌সী ৰাজকুমাৰ' থকাৰ বাবে তিনিটা প্রাসাদ আছিল। এই কথাৰ পৰা এইদৰে কল্পনা কৰা গল যে গৌতম বুদ্ধ থকাৰ কাৰণেও তিনিটা প্রাসাদ থকা উচিত। তাৰ পিচত গৌতম বুদ্ধৰ মুখৰ পৰাই এই কথা উলিয়া হল যে তেওঁ থকাৰ কাৰণে তিনিটা প্রাসাদ আছিল আৰু তেওঁ এই প্রাসাদ কেইটাত অতিশয় বিলাসিতাৰে জীৱন নির্ব্বাহ কৰিছিল। মই পিচলৈ চতুর্থ অধ্যায়ত এই কথাৰ অসম্ভাব্যতা দেখুৱাই দিছোঁ। কিন্তু 'অঙ্গুত্তৰ নিকায়'ত এই কথা পোৱা যায় আৰু এই নিকায়ত অশোকৰ ভাবৰু শিলালিপিৰ দুটা সুত্তও পোৱা যায়; সেইবাবে এই কথা মোৰ ঐতিহাসিক যেন লাগিছিল। পিচত ভালদৰে বিবেচনা কৰি স্পষ্টভাৱে বুজিব পাৰিলোঁ যে 'অঙ্গুত্তৰ নিকায়'ৰ ভালেমান কথা পিচত সাঙুৰি দিয়া হৈছে। তিনিবিধ বস্তুৰ লগত সম্পর্ক থকা কথাবোৰ তিকনিপাতত সংগ্রহ কৰা হৈছে, তাত পুৰণি আৰু নতুন কথা সম্বন্ধে বিবেচনা কৰা যেন অনুমান নহয়।[২]

(২) 'মহাপদান সুত্ত'ত দিয়া বিপস্‌সী বুদ্ধৰ সাধুকথা আংশিকভাৱে গৌতম বুদ্ধৰ চৰিত্রত কি'দৰে সোমাইছে আৰু তাৰ কোনখিনি সুত্তপিটকত পোৱা যায়, তাক এই পুথিৰ পৰিশিষ্টত মুকলিকৈ দেখুৱাই দিয়া হৈছে।

এনেবোৰ কাহিনীৰ পৰা বুদ্ধ-চৰিত্ৰৰ কাৰণে বিশ্বাসযোগ্য কথাবোৰ কিদৰে জুকিয়াই উলিয়াব পৰা যায়, তাক দেখুৱাৰ উদ্দেশ্যেই মই এই পুথি ৰচনা কৰিছোঁ। হয়তো কোনো কোনো উপযুক্ত কথাও মোৰ চকুত নপৰিব পাৰে আৰু বোধহয় মই এনে কিছুমান কথাৰ ওপৰত গুৰুত্ব দিব পাৰোঁ যাৰ ওপৰত তেনে গুৰুত্ব দিয়াটো উচিত নহয়। কিন্তু মোৰ অনুসন্ধান পদ্ধতিত কিবা ভুল থকা বুলি হলে মোৰ ধাৰণা নহয়। মোৰ সম্পূৰ্ণ বিশ্বাস যে এই পদ্ধতি অনুসৰণ কৰিলেহে বুদ্ধ-চৰিত্ৰ তথা সেই সময়ৰ বুৰঞ্জীৰ ওপৰত আলোকপাত কৰিব পৰা যাব। এই উদ্দেশ্য লৈয়েই মই এই পুথি লিখিছোঁ। ইয়াৰ কিছু অংশ কেইবছৰ-মানৰ আগতে 'পুৰাতত্ত্ব' নামৰ গুজৰাতী তিনিমহীয়া আলোচনী কাকত আৰু 'বিবিধ জ্ঞান বিস্তাৰ' নামৰ মাৰাঠী আলোচনী কাকতত প্ৰকাশ কৰা হৈছিল। কিন্তু এই পুথিত তাক সেইভাৱে দিয়া হোৱা নাই। তাৰ ভালেখিনি সালসলনি কৰা হৈছে। অৱশ্যে সেই প্ৰৱন্ধাৱলীৰো কোনো কোনো অংশ এই পুথিতো লোৱা হৈছে, তথাপি এই পুথিখন সম্পূৰ্ণভাৱে মৌলিক বুলি কলে বোধহয় কোনো আপত্তি নহব।

নৱভাৰত-গ্ৰন্থমালাৰ সম্পাদক মহোদয়ে এই পুথিখনৰ (মাৰাঠী) পাণ্ডুলিপি পঢ়ি চাই পুথিখনত বিশেষ ভাৱে আলোচনা থকা কেইটামান কথাৰ প্ৰতি মোৰ মনোযোগ আকৰ্ষণ কৰে। মোৰ বোধেৰে সেই সম্বন্ধে ইয়াতে আলোচনা কৰাটো উচিত হব; গতিকে সেই বিষয়ে চমুকৈ ইয়াতে আলচ কৰিলোঁ—

(১) বুদ্ধৰ জন্মতিথি সম্বন্ধে বিভিন্ন মতৰ উল্লেখ কৰি উচিত প্ৰমাণেৰে সৈতে সেই সম্পৰ্কে এই পুথিত খৰচি মাৰি আলোচনা কৰাটো জানো উচিত নাছিল? আমাৰ পুৰণি অথবা মধ্যযুগীয় ৰাজ্যকৰ্ত্তা, ধৰ্ম্মগুৰু, গ্ৰন্থকাৰ আদি লোকসকলৰ জীৱনী লিখাৰ আগতে তেনে

লোকৰ কাল নিৰ্ণয় কৰাৰ বাবে বিদ্বানসকলে ভালেমান পৃষ্ঠাৰ খৰচ কৰিবলগীয়া হয়, এই পুথিত হলে তাক কৰা হোৱা নাই।

এই সম্বন্ধে মোৰ বক্তব্য এয়ে যে মধ্যযুগৰ কবি আৰু গ্ৰন্থকাৰসকল শক প্ৰতিষ্ঠাতা (নিজৰ সম্বতৰ প্ৰৱৰ্ত্তক) নাছিল, গতিকে তেওঁলোকৰ জন্মতিথি সম্পৰ্কে লাগিলে যিমানেই বাদ-বিবাদ কৰা নহওক, তথাপি তাক সুনিশ্চিতভাৱে ধাৰ্য্য কৰিব পৰা যাব বুলি অনুমান নহয়। বুদ্ধৰ কথা হলে তেনে নহয়। তেওঁৰ পৰিনিৰ্ব্বাণৰ পৰা আজিকোপতি তেওঁৰ নামৰ শক (সম্বৎ) চলি আছে। কিছুদিনৰ আগতে পছিমীয়া পণ্ডিত-সকলে বাদ-বিবাদ চলাই এই তিথি সম্বন্ধে ৫৬ বছৰৰ পৰা ৬৫ বছৰলৈকে পাৰ্থক্য থকা বুলি প্ৰমাণ কৰিছিল; কিন্তু শেহান্তৰত গৈ সিংহল দ্বীপত চলি অহা পৰম্পৰাই নিৰ্ভৰযোগ্য বুলি প্ৰমাণিত হল। ধৰি লওক, বুদ্ধৰ জন্মতিথি সম্বন্ধে কেইবছৰমান ইফাল সিফাল হলেই যেনিবা, তথাপিও তেওঁৰ জীৱন চৰিত্ৰৰ কোনো মৰ্য্যাদা ক্ষুণ্ণ নহয়। আচল ডাঙৰ কথা জন্মতিথি নহয়, বৰং বুদ্ধৰ জন্মৰ আগেয়ে কি অৱস্থা আছিল আৰু তেওঁ কিদৰে নতুন ধৰ্ম্মমাৰ্গৰ সন্ধান পালে সেইটোহে অধিক গুৰুত্বপূৰ্ণ কথা। যদিহে তেতিয়াৰ সেই অৱস্থা সম্বন্ধে ভালদৰে বিশ্লেষণ কৰিব পৰা যায়, তেন্তে আজিকালি বুদ্ধ সম্বন্ধে চলি থকা ভালেমান ভুল কল্পনা নাইকিয়া হব আৰু সেই সময়ৰ ইতিহাসো আমি ভালদৰে বুজিব পাৰিমহঁক। গতিকে তিথিৰ আলোচনাত অধিক পৃষ্ঠা খৰচ নকৰি মই এই কথাৰ ওপৰত অধিক ধ্যান দিছোঁ যাতে বুদ্ধৰ চৰিত্ৰ সম্বন্ধে আলোকপাত কৰিব পৰা যায়।

(২) ভালেমান লোকে এই মতৰ প্ৰতিপাদন কৰে যে বুদ্ধই শিকোৱা অহিংসাৰ ফলত ভাৰতীয় সমাজ নাস্তিক হৈ যায় আৰু সেই কাৰণেই বিদেশীৰ হাতত হাৰিব লগীয়া হয়। এই সম্বন্ধে এই পুথিত কিবা উত্তৰ দিয়াটো উচিত আছিল।

উত্তৰ—বুদ্ধৰ চৰিত্ৰৰ লগত এই মতৰ কিবা সম্বন্ধ আছে বুলি মই বিবেচনা নকৰোঁ। খৃষ্টপূৰ্ব্ব ৫৪৩ চনত বুদ্ধৰ পৰিনিৰ্ব্বাণ হয়। তাৰে দুই শতিকাৰ পিচত চন্দ্ৰগুপ্তই সাম্ৰাজ্য স্থাপন কৰে। চন্দ্ৰগুপ্ত জৈনধৰ্ম্মী আছিল বুলি কোৱা হয়। কিন্তু এই দেশৰপৰা গ্ৰীকসকলক বাহিৰ কৰি খেদি দিয়াত তেওঁৰ বাবে তেওঁৰ অহিংসা ধৰ্ম্মই বাধাৰ সৃষ্টি কৰা নাছিল। তেওঁৰ নাতিয়েক অশোক সম্পূৰ্ণভাৱে বৌদ্ধ হৈছিল, তথাপিও তেওঁ এখন বিশাল সাম্ৰাজ্য চলাইছিল।

খৃষ্টীয় ৭১২ চনত মুহম্মদ বিন কাচিমে সিন্ধু দেশৰ ওপৰত আক্ৰমণ চলাইছিল; সেই সময়ত পশ্চিম ভাৰতত বৌদ্ধধৰ্ম্মৰ অস্তিত্ব লোপ পাইছিল আৰু ব্ৰাহ্মণ ধৰ্ম্মৰ প্ৰভুত্ব বাঢ়ি গৈছিল। তথাপিও খলিফাৰ এই তৰুণ চৰ্দ্দাৰজনে চাওঁতে চাওঁতে সিন্ধুদেশক পদদলিত কৰি দিছিল আৰু তাৰ হিন্দু ৰজাসকলক 'কতল' কৰি 'নজবানা' স্বৰূপে তেওঁলোকৰ ছোৱালীবোৰক খলিফাৰ ওচৰলৈ পঠাই দিছিল।

মুচলমানসকলে সিন্ধু আৰু পঞ্জাবৰ কিছু অংশ দখল কৰাৰ এশ বছৰৰ পিচত শঙ্কৰাচাৰ্য্যৰ আবিৰ্ভাৱ হয়। শূদ্ৰসকলে যাতে বেদাধ্যযন নকৰে তেওঁৰ বেদান্তৰ সেয়ে আছিল সম্পূৰ্ণ লক্ষ্য। কোনো শূদ্ৰই বেদবাক্য শুনিলে তেনে শূদ্ৰৰ কাণত (তপত) সীহ বা লাৰ ঠিলা দিয়া উচিত, যদি সি বেদবাক্যৰ উচ্চাৰণ কৰে তেন্তে তাৰ জিবা কাটি দিব লাগে আৰু যদি শূদ্ৰই বেদমন্ত্ৰ ধাৰণ কৰে তেন্তে তাক মাৰি পেলোৱা উচিত—এয়ে আছিল তেওঁৰ বেদান্ত। আমাৰ এই সনাতনী বন্ধুসকলে মুচলমান বিজেতাইঁতৰ পৰাও কোনো শিকনি নাপালে। বুদ্ধতো তেওঁলোকৰ শত্ৰুয়ে আছিল। গতিকে তেওঁৰ পৰা আৰু শিকিব কি?

ৰাজপুতসকল কঠোৰ সনাতনী আছিল। তেওঁলোকে অহিংসাত অলপো বিশ্বাস নকৰিছিল। সময়ে সময়ে নিজৰ ভিতৰতে যুঁজি মৰিছিল। তথাপি মহমুদ গজনৱীয়ে হিংসাৰ এই শূৰ ভক্তসকলক

ঘোঁৰাৰ খুৰাৰ তলৰ ধুলিৰ নিচিনাকৈ কিদৰে উৰাই দিছিল ? তেওঁ-লোকে বুদ্ধৰ অহিংসা মানি চলাৰ কাৰণেই জানো তেওঁলোকৰ এই দুৰ্দ্দশা হৈছিল ?

আমাৰ মাৰাঠাসকলৰ পেছোৱা বাবতো আচল ব্ৰাহ্মণসকলৰ হাততে আছিল। অন্তিম বাজীৰাৱ নিজৰ কৰ্ম্মকুশলতাৰ বাবে প্ৰসিদ্ধ। পেছোৱাসকলৰ মাজত হিংসাৰ সীমা নাছিল। আনৰ লগত হোৱা যুদ্ধৰ কথাই নাই, নিজৰ ঘৰতো কম যুদ্ধ হোৱা নাছিল। এবাৰ দৌলতৰাৱ শিণ্ডেই (চিন্ধিয়া) পুণা চহৰ লুটি পুটি নিয়ে, দ্বিতীয়বাৰ আকৌ যশৱন্তৰাৱ হোলকাৰে তাক লোটপাট কৰে। এনে অসীম হিংসাভক্তসকলৰ সাম্ৰাজ্য গোটেই ভাৰততে বিয়পি পৰা উচিত আছিল। তথাপি তেওঁলোকে নিজৰ তুলনাত এশ গুণ অহিংসক ইংৰাজইঁতৰ শৰণ লবলগীয়া হল কিয় ? এজনৰ পিচত আনজন মাৰাঠা চৰ্দ্দাৰ ইংৰাজইঁতৰ গোলাম হল কিয় ? তেওঁলোকেও জানো বুদ্ধৰ উপদেশ মনা হেতুকেই এই অৱস্থা হৈছিল ?

যোৱা এহেজাৰ কি বাৰ শ বছৰ ধৰি জাপান এখন বৌদ্ধধৰ্ম্মী দেশ। ১৮৫৩ চনত কমোডোৰ পেৰীয়ে তেওঁলোকক তোপৰ লক্ষ্য কৰি তোলাত তেওঁলোকৰ মাজত হঠাৎ জাগৰণ আহি কিদৰে একতাৰ সৃষ্টি হৈছিল ? তেওঁলোকক বৌদ্ধধৰ্ম্মই কিয় নপুংসক কৰি তোলা নাছিল ?

লব্ধপ্ৰতিষ্ঠ টীকাকাৰ সকলেই ইয়াৰ উত্তৰ দিয়ক। 'মিৰৱিসি সুজ্ঞত্ব বৃথা অন্তালা স্বকৃত তাপ লাৱনি' (নিজৰ দোষ পৰৰ ওপৰত জাপি দি কিয় মিছাকৈয়ে জনাটো দেখুৱাবলৈ চোৱা ?) এনে লব্ধপ্ৰতিষ্ঠ লোকসকলক সম্বোধন কৰিয়ে মহাৰাষ্ট্ৰ কবি মোৰোপন্তই এই কবিতা ফাঁকি লিখিছিল নেকি ? তেওঁলোকে আৰু তেওঁলোকৰ পূৰ্ব্বপুৰুষ সকলে কৰি যোৱা পাপৰ দোষ বুদ্ধৰ ওপৰত জাপি দি নিজৰ বুদ্ধিৰ ঢোল কোবাইছে।

(৩) বুদ্ধৰ সম্বোধি জ্ঞান প্ৰাপ্তিৰ পিচত তেওঁৰ চৰিত্ৰ কালক্ৰম অনুসৰি কিয় দিয়া হোৱা নাই ?

উত্তৰ—এতিয়ালৈকে পোৱা প্ৰাচীন সাহিত্যৰ আধাৰত তেনেদৰে কাল-ক্ৰম ধাৰ্য্য কৰি দিব নোৱাৰি। বুদ্ধৰ উপদেশাৱলী কাল-ক্ৰম অনুসৰি দিয়া হোৱা নাই। অকল সেয়ে নহয়—পিচত সেই উপদেশৰ সংখ্যাও বঢ়োৱা হৈছে। তাৰপৰা প্ৰকৃত উপদেশ সমূহ বাহিৰ কৰি উলিয়াটো টান কথা। মই এই পুথিত তাৰে প্ৰয়াস কৰিছোঁ। কিন্তু কালক্ৰম অনুসৰি বুদ্ধৰ উপদেশ সমূহ নিৰ্দ্ধাৰিত কৰি দিয়াটো সম্ভৱপৰ নহল।

(৪) আৰ্য্যসকলৰ ভাৰত-খণ্ডলৈ আগমনৰ পিচত 'বৈদিক সংস্কৃতি' গঢ়ি উঠে, তাৰ আগতে 'দাস' সকলৰ অৰ্থাৎ ব্ৰাহ্মণসকলৰ সংস্কৃতি আছিল। ইয়াৰ প্ৰমাণ কি ?

উত্তৰ—মই মোৰ 'হিন্দী সংস্কৃতি আণি অহিংসা, নামৰ পুথিখনৰ প্ৰথম অধ্যায়ত মই এই কথাৰ আলোচনা কৰিছোঁ। এই পুথি পঢ়াৰ লগতে সেইখন পুথিও পঢ়িলে ভালেমান কথাকে সুস্পষ্টভাৱে বুজা যাব। আটায়ে যে মোৰ কথাকে মানি লব সেইটো মই আশা নকৰোঁ। মোৰ এই যুক্তি বিচাৰসাপেক্ষ। গতিকে মই এই যুক্তি পাঠকৰ আগত দাঙি ধৰিছোঁ। বুদ্ধ চৰিত্ৰৰ লগত দাস আৰু আৰ্য্যসকলৰ এই সংস্কৃতিৰ সম্পৰ্ক তেনেই কম। সেই দুই সংস্কৃতিৰ সংঘৰ্ষত উৎপন্ন বৈদিক সংস্কৃতিহে বুদ্ধৰ সময়ত প্ৰতিষ্ঠিত হৈছিল, তাকে দেখুৱাৰ অভিপ্ৰায়েৰে এই পুথিৰ প্ৰথম অধ্যায় লিখা হৈছে।

(৫) বুদ্ধৰ পিচতহে উপনিষদসমূহ আৰু গীতাৰ ৰচনা কৰা হৈছিল বুলি দেখুৱা যুক্তিৰ কি প্ৰমাণ আছে ?

উত্তৰ—'হিন্দী সংস্কৃতি আণি অহিংসা' পুথিত ইয়াৰ বিতং আলোচনা কৰা হৈছে।[৩] গতিকে এই পুথিত তাৰ পুনৰুক্তি কৰা

(৩) চাওক—পৃষ্ঠা ৪৮-৫০ আৰু ১৭০-১৭২।

হোৱা নাই। মই যথেষ্ট প্ৰমাণেৰে সৈতে দেখুৱাইছোঁ যে অকল উপনিষদেই নহয় আৰণ্যকো বুদ্ধৰ পিচতহে ৰচিত হৈছিল; 'শতপথ ব্ৰাহ্মণ' আৰু 'বৃহদাৰণ্যক উপনিষদ'ত যি বংশাৱলী দিয়া হৈছে—তাৰ পৰম্পৰা বুদ্ধৰ পিচত ৩৫ পুৰুষলৈকে চলি আছিল। শ্ৰীহেমচন্দ্ৰ ৰায় চৌধুৰীয়ে প্ৰতি পুৰুষৰ কাৰণে ৩০ বছৰকৈ সময় মানি লৈছে। কিন্তু অন্ততঃ প্ৰতি পুৰুষৰ কাৰণে ২৫ বছৰকৈ সময় ধৰি ললেও কব লাগিব যে বুদ্ধৰ পিচতো ৮৭৫ বছৰলৈকে এই পৰম্পৰা চলি আহিছিল। অৰ্থাৎ সমুদ্ৰগুপ্তৰ সময়লৈকে ইয়াৰ চলতি আছিল। তেতিয়া ব্ৰাহ্মণ আৰু উপনিষদ সমূহে নিশ্চিত গঢ় লৈছিল।

তাৰ আগতেও হয়তো কোনো কোনো ঠাইত সালসলনি হৈছিল। পালি সাহিত্যৰ ক্ষেত্ৰতো সেয়ে হৈছিল। বুদ্ধঘোষৰ প্ৰায় দুশ বছৰৰ আগতে পালি সাহিত্যই নিশ্চিত গঢ় লৈছিল আৰু বুদ্ধঘোষে অট্ঠ-কথা (টীকা) ৰচনা কৰাত তাৰ ওপৰত শেষ মোহৰ মৰা হৈছিল। শঙ্কৰাচাৰ্য্যই নৱম শতিকাতহে উপনিষদৰ টীকা লিখে। ইয়াৰ আগতে গৌড়পাদৰ মাণ্ডুক্যকাৰিকা ৰচিত হৈছিল। তাৰ সকলো ঠাইতেতো বুদ্ধৰে স্তুতি কৰা হৈছে। অধিক দূৰলৈ যাবই নালাগে, আকবৰৰ সময়ত ৰচিত 'অল্লোপনিষদ্'কো উপনিষদৰ লগতে সন্নিৱিষ্ট কৰা হয়।

উপনিষদৰ আত্মবাদ আৰু তপশ্চৰ্য্যা যে শ্ৰমণ সম্প্ৰদায়ৰপৰা লোৱা হৈছিল, সেই সম্বন্ধে কোনো সন্দেহ নাই; কিয়নো যাগ-যজ্ঞৰ সংস্কৃতিৰ লগত এই দুটা কথাৰ কোনো সম্পৰ্ক নাই। আজিকালিৰ আৰ্য্যসমাজ আৰু ব্ৰহ্ম সমাজে 'বাইবেল'ৰ একেশ্বৰবাদক যিদৰে বেদ অথবা উপনিষদৰ আধাৰত প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে, ঠিক তেনেকৈয়ে উপনিষদবোৰৰ দ্বাৰাও আত্মবাদ আৰু তপশ্চৰ্য্যাক বেদত প্ৰতিষ্ঠিত কৰিবলৈ চেষ্টা কৰা হৈছিল। কিন্তু তাত হলে শ্ৰমণসকলৰ অহিংসা স্বীকাৰ কৰি লোৱা হোৱা নাই। গতিকে সি বৈদিক হৈয়ে ৰল।

তথাপি আজিও কুশলী মীমাংসক উপনিষদসমূহক বৈদিক বুলি গ্ৰহণ কৰিবলৈ সাজু নহয়।

যিসকলে পালি-সাহিত্য অথবা তাৰ ইংৰাজী অনুবাদ পঢ়িব পাৰে তেনে লোকৰ বাবে বুদ্ধৰ সমসাময়িক বুৰঞ্জীৰ অনুসন্ধানত এই পুথিযে সহায় কৰিব বুলি মই আশা কৰোঁ। কিন্তু যিসকলৰ তেনে অৱসৰ নহয় তেওঁলোকে যেন তলত দিয়া পাঁচখন পুথি যেনে তেনে পঢ়ি চায়—

(১) বুদ্ধধৰ্ম্ম আৰু সঙ্ঘ, (২) বুদ্ধলীলাসাৰ সংগ্ৰহ, (৩) বৌদ্ধ সঙ্ঘাচা পৰিচয়, (৪) সমাধি মাৰ্গ, (৫) হিন্দী সংস্কৃতি আৰু অহিংসা।

লোকপ্ৰিয়তা লাভৰ কাৰণে এই পুথি লিখা হোৱা নাই, অকল সত্যৰ অনুসন্ধান কৰাই হল ইয়াৰ মূল লক্ষ্য। গতিকে পুথিখন ৰাইজৰ কিমান ভাল লাগে, সেই সম্বন্ধে আশঙ্কা হয়। তথাপিও প্ৰকাশকে ইয়াক প্ৰকাশ কৰিলে। তাৰ বাবে মই তেওঁৰ ওচৰত বিশেষ কৃতজ্ঞ।

—ধৰ্ম্মানন্দ কোসম্বী

# সূচী



## পৰিশিষ্ট

## উষা দেৱীৰ সূক্ত

'ঋগ্বেদ'ত উষা দেৱীৰ যি সূক্ত পোৱা যায়, তাৰে আধাৰত লোকমান্য বালগঙ্গাধৰ তিলকে তেওঁৰ *The Arctic Home in the Vedas* নামৰ পুথিত এই বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে যে আৰ্য্যসকলৰ আদি ভূমি আছিল উত্তৰ মেৰু অঞ্চল। 'সদৃশীৰদ্য সদৃশীৰিদু শ্বো দীৰ্ঘং সচন্তে ৱৰুণস্য ধাম।'[১] (আজি আৰু কালি দুয়ো সমান। তেওঁ ভালেমান দিনৰ কাৰণে বৰুণৰ ঘৰলৈ যায়।)[২] লোকমান্যৰ মতে এই ঋচা আৰু এনে ধৰণৰ আন ঋচাবোৰ উত্তৰ মেৰু অঞ্চলৰ উষা-কালৰ পিনলৈকে লক্ষ্য কৰি ৰচনা কৰা হৈছে। উষা দীঘলীয়া সময়ৰ কাৰণে বৰুণৰ ঘৰলৈ যায়, তাৰ অৰ্থ হোৱা উচিত তাত ছমাহৰ কাৰণে আন্ধাৰ থাকে।

কিন্তু এই সূক্তৰে দ্বাদশ ঋচাত উষা দেৱীৰ বিশেষণ এনেভাৱে দিয়া হৈছে: 'অশ্বাৱতীৰ্গোমতীৰ্বিশ্বৱাৰা' অৰ্থাৎ যাৰ ভালেমান ঘোঁৰা আৰু গৰু আছে আৰু যি সকলোৰে পূজনীয়।[৩] আজি-কালিও উত্তৰ মেৰু অঞ্চলৰ ওচৰে কাষৰে ঘোঁৰা আৰু গৰু নাই; হেজাৰ হেজাৰ বছৰৰ আগতে এই দুবিধ প্ৰাণী যে তাত আছিল তাৰো কোনো প্ৰমাণ পোৱা হোৱা নাই। অকল এই সূক্ততে নহয়, উষা দেৱীৰ আন আন সূক্তবোৰতো তেওঁৰ বিষয়ে এই বিশেষণ ভালেমান ঠাইতে প্ৰয়োগ কৰা হৈছে—তেওঁ ঘোঁৰা আৰু গৰু দিওঁতা, গৰুৰ জন্মদাত্ৰী ইত্যাদি।

---

১. ঋগ্বেদ, ১।১২৩।৮

২. *The Arctic Home in the Vedas*, p. 103

৩. ইয়াত উষা বহুবচনান্ত।

ইয়াৰ দ্বাৰা প্ৰমাণিত হয় যে এই ঋচাবোৰ অথবা এই সূক্ত উত্তৰ মেৰু বা তাৰ ওচৰে-কাষৰে ৰচিত হোৱা নাছিল।

**ইশ্‌তৰ**—তেনেহলে 'দীঘলীয়া সময়ৰ বাবে উষা পাতাললৈ যায়', ইয়াৰ কি অৰ্থ কৰা যায়? বাবিলনবাসী ৰাইজৰ মাজত অতি পুৰণি কালৰে পৰা ইশ্‌তৰ দেৱী সম্বন্ধে চলি অহা উপকথা মনত পেলালে ইয়াৰ অৰ্থ সহজতে বুজিব পৰা যায়। 'তম্মুজ' বা 'দমুৎসি' ( বৈদিক দমূনস্ ) নামৰ দেৱতা জনৰ লগত ইশ্‌তৰৰ প্ৰেম হয়; কিন্তু তেওঁ হঠাতে মৰি থাকে। তেতিয়া তেওঁক আকৌ জীয়াই তোলাৰ কাৰণে অমৃত অনাৰ উদ্দেশ্যে ইশ্‌তৰে পাতালত প্ৰৱেশ কৰে। তাৰ ৰাণী অল্লতু হল ইশ্‌তৰৰ ভনীয়েক। তেওঁ ইশ্‌তৰক বৰ যন্ত্ৰণা দিয়ে; ক্ৰমে ক্ৰমে ইশ্‌তৰৰ গহনাবোৰ খহাই নি তেওঁক কণীয়া কৰি পেলায় আৰু বন্দী কৰি ৰাখে। এইদৰে চাৰি কি ছ মাহ কাৰা-নিৰ্য্যাতন ভোগ কৰাৰ পিচত অল্লতুৰ পৰা ইশ্‌তৰে অমৃত যোগাৰ কৰে আৰু তাৰ পিচত পৃথিৱীলৈ উভতি আহে। ইশ্‌তৰ সম্বন্ধে আৰু ভালেমান উপকথা আছে; কিন্তু তাৰ ভিতৰত এইটো কাহিনীয়ে প্ৰধান। সমগ্ৰ বেবিলনীয় সাহিত্যত এই কাহিনীৰ বৰ্ণনা পোৱা যায়। গতিকে এই উপকথাৰ লগতে যে ঋগ্বেদৰ এনে ধৰণৰ ঋচাবোৰৰ সম্পৰ্ক আছে, সেই বিষয়ত কোনো সন্দেহ নাই।[৪]

ইশ্‌তৰ পাতালৰ পৰা ওলাই অহা ঋতুত তেওঁৰ উৎসৱ পতা হৈছিল; ৰঙা গৰুৰ গাড়ীত তেওঁৰ ৰথ যাত্ৰা বাহিৰ কৰা হৈছিল। ঘোঁৰা পোৱা হলত পিচত ঘোঁৰাহে ৰথ টানিবলৈ ললে। 'এৰা গোভিৰৰুণেভিৰ্যুজানা'[৫] ( সেই উষা, যাৰ ৰথত ৰঙা গৰু জুতি দিয়া

৪. Lewis Spence : *Myths and Legends of Babylonia and Assyria* (1926), pp. 125-131

৫. 'ঋগ্বেদ' ৫।৮০।৩

হৈছে।) 'ৱিতন্তযুৰুকণ যুগ্‌ভিৰশ্বৈঃ' [৬] ( অৰুণ বৰ্ণৰ ঘোঁৰাৰ ৰথত উষা দেৱী আহিছে।)

**যুদ্ধত ঘোঁৰাৰ ব্যৱহাৰ**—খৃষ্ট জন্মৰ দুহেঁজাৰ বছৰৰ আগতে বেবিলনীয়াত ঘোঁৰা ব্যৱহাৰ কৰাৰ সমূলি প্ৰমাণ পোৱা নাযায়। তাত ৰথত গৰু বা গাধ সাঙুৰি দিয়া হৈছিল আৰু ঘোঁৰাক বনৰীয়া গাধ কোৱা হৈছিল। বেবিলনীয়াৰ উত্তৰ পিনৰ পৰ্ব্বতীয়া অঞ্চলত বাস কৰা কেশীসকলে পোন পহিলতে মাল অনা-নিয়াত ঘোঁৰাৰ ব্যৱহাৰ কৰিবলৈ লয়। তেওঁলোকে এই বনৰীয়া গাধক নিজৰ বশলৈ আনি তাৰ ওপৰত উঠি শইচ চপোৱাৰ সময়ত বেবিলনীয়ালৈ আহিছিল। তেওঁলোকে বেবিলনীয়াৰ খেতিয়কইঁতক খেতি চপোৱাত সহায় কৰিছিল আৰু তাৰ বাবে বানচ হিচাপে পোৱা শইচখিনি নিজৰ ঘোঁৰাৰ ওপৰত তুলি লৈ ধৰলৈ উভতি গৈছিল। কেশীইঁতে যুদ্ধবিদ্যা একেবাৰে নাজানিছিল। বেবিলনীয়াৰ মানুহৰ পৰাই তেওঁলোকে সেই বিদ্যা শিকে আৰু তেওঁলোকেই পোন পহিলতে যুদ্ধত ঘোঁৰাৰ ব্যৱহাৰ কৰে।[৭]

কেশীসকলৰ গন্দশ নামেৰে এজন ৰজাই নিজৰ অশ্বাৰোহী সেনাৰ বলত খৃঃ পূৰ্ব্ব ১৭৬০ চনত বেবিলনীয়াত সাৰ্ব্বভৌম ৰাজ্য প্ৰতিষ্ঠা কৰে আৰু তেওঁৰ পিচতো তেওঁৰ বংশৰ ৰজাসকলে তাত ৰাজত্ব কৰিবলৈ লয়।[৮] চমুকৈ কবলৈ গলে খৃষ্ট জন্মৰ ওঠৰ শ বছৰৰ আগত যুদ্ধত ঘোঁৰা ব্যৱহাৰ কৰাৰ প্ৰমাণ ক'তো পোৱা নাযায়; অথচ বেদত হলে সকলো ঠাইতে ঘোঁৰাৰ গুৰুত্ব দেখুৱা হৈছে, তাৰ দ্বাৰা কেশীসকলৰ লগত ওচৰ সম্পৰ্কৰ প্ৰমাণ পোৱা যায়। ইয়াৰ পৰা স্পষ্ট ভাৱে জনা

---

৬. ঋগ্বেদ ৩।৩৫।২
৭ L. W. King : *A History of Babylon* (1915), p. 125
৮. Ibid, p. 214

যায় যে খৃষ্ট পূৰ্ব্ব সোতৰ শ বছৰৰ আগতে সপ্তসিন্ধুৰ ওপৰত আৰ্য্য সকলৰ আক্ৰমণ হোৱা নাছিল।

**দাস**—আৰ্য্যসকল অহাৰ আগতে সপ্তসিন্ধু অঞ্চলত ( সিন্ধু আৰু পঞ্জাব ) দাস সকলৰ ৰাজ্য আছিল। আজি-কালি 'দাস' শব্দৰ অৰ্থ 'গোলাম'ত পৰিণত হৈছে ; কিন্তু বেদত 'দাস' আৰু 'দাশ' দুয়োটা ধাতুৰে প্ৰয়োগ 'দিয়া' অৰ্থত কৰা হৈছে আৰু আধুনিক শব্দকোষতো এই অৰ্থ দিয়া হৈছে। গতিকে 'দাস' শব্দৰ মূল অৰ্থ 'দাতা', উদাৰ ( noble ) হোৱা উচিত। আৱেস্তাৰ ফৰ্‌দীন য়স্তত এই দাস দেশৰ পিতৃসকলক পূজা দিয়া হৈছে। তাত এই দেশক 'দাহি' কোৱা হৈছে।[১]

পুৰণি পাৰ্ছিয়ান ( ফাৰচী ) ভাষাত সংস্কৃতৰ 'স'ৰ উচ্চাৰণ 'হ' হৈছিল। উদাহৰণ স্বৰূপে, 'সপ্তসিন্ধু'ক 'আৱেস্তা'ত 'হপ্তহিন্দু' কোৱা হৈছে। সেইদৰে 'দাসী' বা 'দাস' শব্দ 'দাহি'লৈ ৰূপান্তৰিত হৈছে।

**আৰ্য্য**—আৰ্য্য শব্দ 'ঋ' ধাতুৰ পৰা ওলাইছে আৰু পৃথক পৃথক গণত যি 'ঋ' ধাতু পোৱা যায় সি প্ৰায়ে গত্যৰ্থক। গতিকে আৰ্য্য শব্দৰ অৰ্থ হয় ঘূৰি-ফুৰা লোক বা যাযাবৰ। এনে অনুমান হয় যে আৰ্য্যসকলে ঘৰ-বাৰী পাতি বসতি কৰাটো ভাল নাপাইছিল। মোগলইঁতে যিদৰে তম্বু তৰি বাস কৰিছিল, আৰ্য্যসকলেও বোধ হয় তেনেকৈয়ে তম্বু নাইবা মণ্ডপত বাস কৰিছিল। এটা কথাত তেওঁলোকৰ সেই ৰীতি এতিয়াও চলি আছে। বেবিলনীয়াত যাগ-যজ্ঞ পতা হৈছিল ডাঙৰ ডাঙৰ মন্দিৰৰ ভিতৰত। হড়প্পা আৰু মোহনজোদড়োত যি পুৰণি নগৰৰ ধ্বংসাৱশেষ পোৱা গৈছে, তাৰ পৰাও পণ্ডিতসকলে—দাহিসকলে মন্দিৰৰ ভিতৰতে যাগ-যজ্ঞ পাতিছিল বুলি অনুমান কৰে। আৰ্য্যসকলে

---

১. We worship the Fravashis of the holy men in the Dahi countries.

এই ৰীতি ভঙ্গ কৰি দিয়ে। তেওঁলোকে তাৰ ঠাইত মণ্ডপত যাগ-যজ্ঞ পতাৰ প্ৰথা প্ৰৱৰ্ত্তন কৰে। কালক্ৰমত আৰ্য্যৰ বংশজসকলে তথু এৰি ঘৰ সাজি থাকিবলৈ ললে, কিন্তু যজ্ঞৰ বাবে হলে মণ্ডপ সজাৰ প্ৰথা আজিকোপতি বৈ গল।

**দাসসকলৰ পৰাজয় হল কিয়?**—এনে যাযাবৰ আৰ্য্যইঁতে দাসসকলৰ নিচিনা উন্নত লোক সকলক কিদৰে হৰুৱাব পাৰিলে? ইযাৰ উত্তৰ বুৰঞ্জীয়ে—বিশেষকৈ ভাৰতৰ বুৰঞ্জীয়ে—বাৰে বাৰে দি আহিছে। কোনো এটা ৰাজ-সত্তাৰ অধীনত প্ৰথমতে মানুহ যিমানেই সুখী আৰু সমৃদ্ধ নহওক লাগিলে, পিচত গৈ সেই সত্তা তেনেই এটা সীমাবদ্ধ শ্ৰেণীৰ হাতৰ মুঠিত কেন্দ্ৰীভূত হৈ পৰে। অকল সেই শ্ৰেণীযেহে সুখ শান্তিত থাকে, তেতিয়া বাকী সদস্যসকলে সত্তা দখলৰ বাবে নিজৰ ভিতৰতে যুঁজ-বাগৰ কৰিবলৈ ধৰে। ইফালে তাৰ ফলত ৰাইজৰ ওপৰত কৰৰ বোজা বাঢ়ি যায় আৰু ৰাইজ ক্ৰমে ৰাজ-ক্ষমতা চলাওঁতাসকলৰ প্ৰতি বিৰূপ হৈ পৰে। তেনে অৱস্থাত অনুন্নত মানুহৰ কাৰণে সুন্দৰ সুযোগ ওলাই পৰে। তেওঁলোকে নিজৰ ভিতৰত একতা স্থাপন কৰি লয় আৰু ৰাজ-সত্তাৰ ওপৰত আক্ৰমণ চলাই তাক ছেদেলি ভেদেলি কৰি দিয়ে। খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে জঙ্গলী মোগলইঁতক সংগঠন কৰি লৈ চেঙ্গিজ খাঁই কত সাম্ৰাজ্যকে থান-বান কৰি দিছিল! এতেকে নিজৰ ভিতৰতে যুঁজ-বাগৰ কৰি থকা দাস-সকলক আৰ্য্যইঁতে অনায়াসতে জয় কৰি লোৱাত আচৰিত হবলগীয়া কোনো কথা নাই।

**নগৰ ভাঙোতা ইন্দ্ৰ**—দাসসকলে সৰু সৰু নগৰ পাতি বাস কৰিছিল আৰু এই নগৰবোৰৰ মাজত নিজৰ ভিতৰত যুঁজ-বাগৰ লাগিছিল বুলিও অনুমান হয়। এই দাসসকলৰে 'দিবোদাস' নামৰ

এজনে ইন্দ্ৰৰ লগত সাক্ষাৎ কৰিছিল, ঋগ্বেদৰ ভালেমান ঠাইতে এই কথাৰ উল্লেখ আছে। দাসসকলৰ নেতৃত্ব আছিল বৃত্ৰ ব্ৰাহ্মণৰ হাতত। তেওঁৰ সম্বন্ধী আছিল ত্বষ্টা, আৰু এৱেঁই ইন্দ্ৰক একপ্ৰকাৰ যন্ত্ৰ (বজ্ৰ) সাজি দিছিল। এই যন্ত্ৰেৰে ইন্দ্ৰই দাসসকলৰ নগৰবোৰ ভাঙি দিয়ে আৰু শেহত বৃত্ৰ ব্ৰাহ্মণকো মাৰে। ঋগ্বেদৰ ভালেমান ঠাইতে ইন্দ্ৰৰ বিশেষণ হিচাপে 'পুৰন্দৰ' শব্দৰ ব্যৱহাৰ কৰা হৈছে—এই শব্দৰ অৰ্থ হয়, নগৰ ভাঙোতা।[১০]

**ইন্দ্ৰৰ পৰম্পৰা**—'ইন্' আৰু 'দ্ৰ'ৰ সমাস কৰি 'ইন্দ্ৰ' শব্দ গঠিত হৈছে। 'ইন্' অৰ্থাৎ যোদ্ধা। উদাহৰণ স্বৰূপে, 'সহ ইনা ৱৰ্ততে ইতি সেনা।' বেবিলনীয় ভাষাত শিখৰ বা প্ৰমুখ অৰ্থত 'দ্ৰ' শব্দ ব্যৱহাৰ কৰা দেখা যায়। গতিকে ইন্দ্ৰ শব্দৰ অৰ্থ হয় সেনাৰ অধিপতি বা সেনাপতি। লাহে লাহে এই শব্দ ৰাজ-বাচক হৈ পৰে—যেনে, দেৱেন্দ্ৰ, নাগেন্দ্ৰ, মনুজেন্দ্ৰ ইত্যাদি। প্ৰথমতে ইন্দ্ৰৰ নাম আছিল শক্ৰ। ইয়াৰ পিচতো এই পৰম্পৰা ভালেমান দিনলৈ চলি আছিল চাগৈ। নহুষক ইন্দ্ৰ কৰাৰ কাহিনী পুৰাণত পোৱা যায়। ঋগ্বেদতো এই বুলি উল্লেখ কৰা হৈছে: 'অহং সপ্তহা নহুষো নহুষ্টৰঃ।'[১১] এই কাহিনীত নিশ্চয় কিবা তথ্য নিহিত আছে।

**ইন্দ্ৰপূজা**—বেবিলনীয়াত সাৰ্ব্বভৌম ৰজাসকলক যজ্ঞলৈ মাতি নি তেওঁলোকক সোমৰস দিয়াৰ বিধি প্ৰচলিত আছিল। সেই উপলক্ষে তেওঁৰ স্তুতিস্তোত্ৰও গোৱা হৈছিল। ইন্দ্ৰৰ অধিকখিনি সূক্তও এনেধৰণৰ। ইন্দ্ৰৰ সংস্থা (বা সংস্থান) নষ্ট হৈ যোৱাৰ পিচতো সেই স্তোত্ৰ আগৰ নিচিনাই থাকিল আৰু তাৰ নানা প্ৰকাৰৰ ওলোটা ওলোটি অৰ্থ কৰা হল। ইন্দ্ৰ আকাশৰ দেৱতাসকলৰ ৰজা, এই কল্পনা স্থায়ী হৈ গল আৰু

১০. বিশেষ বিৱৰণৰ বাবে চাওক—'ভাৰতীয় সংস্কৃতি আৰু অহিংসা', পৃঃ ১৭-১৯

১১. ৭০।৪৯।৮

এই সূক্তৰ অৰ্থ কোনো কোনো ঠাইত এনেকুৱা হৈ গল যে তাক কোনেও বুজি নোপোৱা হৈ পৰিল। তেতিয়া মানুহে এই বুলি মানি ললে যে এই সূক্তৰ শব্দবোৰতে মন্ত্ৰৰ প্ৰভাৱ আছে।

**ইন্দ্ৰৰ স্বভাৱ**—সপ্তসিন্ধুৰ ওপৰত প্ৰভুত্ব প্ৰতিষ্ঠা কৰোঁতা সেনাপতি ইন্দ্ৰ যে মানৱ আছিল, ঋগ্বেদত তাৰ যথেষ্ট প্ৰমাণ পোৱা যায়। তেওঁৰ স্বভাৱ সম্বন্ধেও 'কৌষীতকী উপনিষদ'ত অলপ অচৰপ আভাস পোৱা যায়। তেওঁৰ স্বভাৱ আছিল এই ধৰণৰ—দিৱোদাসৰ পুত্ৰ প্ৰতৰ্দ্দনে যুদ্ধ কৰি আৰু পৰাক্ৰম দেখুৱাই ইন্দ্ৰৰ প্ৰিয় মহললৈ গল। ইন্দ্ৰই তেওঁক কলে: 'হে প্ৰতৰ্দ্দন, মই তোমাক বৰ দিওঁ, কি লাগে কোৱা।' প্ৰতৰ্দ্দনে কলে: 'মোক এনে বৰ দিয়া যাতে তাৰ পৰা মানুহৰ কল্যাণ হয়।' তেতিয়া ইন্দ্ৰই কলে: 'বৰ আনৰ কাৰণে খুজিব নোৱাৰি, তুমি নিজৰ কাৰণে বৰ খোজা।' প্ৰতৰ্দ্দনে কলে: 'মোক নিজৰ কাৰণে বৰ নালাগে।' তেতিয়া ইন্দ্ৰই প্ৰতৰ্দ্দনক সত্য কথা কলে, কিয়নো ইন্দ্ৰই হল সত্য। ইন্দ্ৰই কলে: 'মোক জানি লোৱা। মোক জনাৰ উপায়ে মানুহৰ বাবে হিতকৰ! ত্বষ্টাৰ পুতেক ত্ৰিশীৰ্ষক মই মাৰি পেলাইছোঁ। অৰূমৰ্গ নামৰ যতিইঁতক মই কুকুৰৰ ভক্ষ্য কৰিছোঁ। অনেক সন্ধি অতিক্ৰমণ কৰি মই দিব্যলোকত প্ৰহ্লাদৰ অনুগামীইঁতক, অন্তৰিক্ষত পৌলোমোইঁতক আৰু পৃথিবীত কালকাশীইঁতক হত্যা কৰিছোঁ। তেতিয়া মোৰ এদাল চুলিও ইফাল সিফাল হোৱা নাছিল। এনেদৰে মোক যি চিনি পাব সি লাগিলে মাতৃবধ, পিতৃবধ, চুৰি, ভ্ৰূণ-হত্যা আদি পাপ কৰিলেও তাৰ অকণমানো দ্বিধা নহয়; তাৰ চেহেৰাৰ বা ভাৱৰো কোনো সাল-সলনি নহয়।'

ওপৰত দিয়া উক্তিৰ পৰা জনা যায় যে নিজৰ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰোঁতে ইন্দ্ৰই ভালেমান অত্যাচাৰ কৰিছিল, তাৰ উল্লেখ ঋগ্বেদতে পোৱা যায়। কিন্তু অকল ইন্দ্ৰই কিয়, সাম্ৰাজ্য স্থাপন কৰিবলৈ হলে

কোনো লোকেই আপোন-পৰ বিবেচনা কৰিব নোৱাৰে আৰু দয়া-মায়াৰ ভাৱো ৰাখিব নোৱাৰে। তেনে লোকে সন্ধিভঙ্গলৈকো কেৰেপ নকৰে। শিৱাজী মহাৰাজে যেতিয়া চন্দ্ৰৰায় মোৰেক হত্যা কৰিছিল, তেতিয়া সেই কাম ন্যায়সঙ্গত হৈছিল নে নাই সেই সম্বন্ধে আলোচনা কৰিবলৈ যোৱাটো নিৰৰ্থক। শিৱাজী মহাৰাজে ন্যায়-অন্যায় বিচাৰ কৰাত বহি গলে সাম্ৰাজ্য স্থাপন কঁৰে কেনেকৈ! সাম্ৰাজ্যৰ ভিতৰত থকা মানুহেও এনেধৰণৰ সামান্য পাপ-পুণ্যৰ বিচাৰ নকৰে। তেওঁলোকে মাথোন ইয়ালৈকে চকু দিয়ে যে মুঠৰ ওপৰত এনে সাম্ৰাজ্য প্ৰতিষ্ঠাৰ পৰা সমূহ ৰাইজৰ লাভ হৈছে নে হানি হৈছে।

**আৰ্য্যসকলৰ সত্তাৰ পৰা লাভ**—এই দৃষ্টিৰ পৰা চাবলৈ গলে ইন্দ্ৰ বা আৰ্য্যসকলৰ সাম্ৰাজ্যৰ ফলত সপ্তসিন্ধুৰ লোকৰ চাগৈ যথেষ্ট লাভ হৈছিল। সৰু সৰু নগৰবোৰৰ মাজত বাৰে বাৰে লাগি থকা যুদ্ধ-বিগ্ৰহৰ ওৰ পৰিছিল, তাৰ ফলত ৰাইজ কিছুদূৰ সুখ আৰু শান্তিৰে থাকিব পাৰিছিল। মাৰাঠাসকলৰ বুৰঞ্জীতে আমি দেখিবলৈ পাওঁ যে স্বয়ং পেছোৱাসকলৰ ইষ্টকুটুম্বহঁতেই পুণাৰ শনিৱাৰৱাড়ে অৰ্থাৎ পেছোৱাসকলৰ মহলৰ ওপৰত ইংৰাজৰ পতাকা উৰুৱাই দিছিল আৰু কথিত আছে যে পেছোৱাসকলৰ শাসনৰ ওৰ পৰাত আন হিন্দুসকলে (অৰ্থাৎ অব্ৰাহ্মণ সকলে) হেনো ধুমধামেৰে উৎসৱ পালন কৰিছিল। এইদৰে বৃত্ৰ ব্ৰাহ্মণ হলেও ইন্দ্ৰই তেওঁক বধ কৰি সপ্তসিন্ধুত বিয়পি পৰা অন্তৰ্ব্বিবাদৰ অন্ত কৰি দিছিল। গতিকে তাৰ প্ৰজাসকলে যে ইন্দ্ৰৰ জয় বুলি কোঢ়াল তুলিছিল, সিও তেনেই স্বাভাৱিক কথা! আমি এইদৰে দেখিবলৈ পাওঁক যে দাস আৰু আৰ্য্যসকলৰ সংঘৰ্ষৰ প্ৰথম সুফল হল সপ্তসিন্ধুত এক প্ৰকাৰৰ শান্তিৰ প্ৰতিষ্ঠা। দ্বিতীয়তে ইয়াৰ ফলত ৰাজনীতি ক্ষেত্ৰত ব্ৰাহ্মণসকলৰ গুৰুত্ব

নাইকিয়া হৈ গল। ঋক্ আৰু যজুৰ্ব্বেদত এই যুদ্ধি উল্লেখ কৰা হৈছে যে ইন্দ্ৰই হেনো ত্বষ্টাৰ পৰা বিশ্বৰূপক পুৰোহিতৰ বাব দিয়ে আৰু পিচত বিশ্বৰূপেও বিদ্ৰোহ কৰাৰ আশঙ্কা কৰি বোলে মাৰি পেলায়।[১২] তথাপি পুৰোহিতৰ পদ কোনোবা নহয় কোনোবা এজন ব্ৰাহ্মণৰ হাততে থাকি গল। ৰাজনীতিৰ পৰা আঁতৰত থকা কাৰণে, ব্ৰাহ্মণসকলে সাহিত্যৰ অভিবৃদ্ধি কৰিব পাৰিলে।

**বৈদিক ভাষা**—দাস আৰু আৰ্য্যসকলৰ সংঘৰ্ষৰ ফলত এটা নতুন ভাষাৰ সৃষ্টি হল। এয়ে হল বৈদিক ভাষা। হিন্দু আৰু মুচলমান সকলৰ সংঘৰ্ষৰ ফলত যিদৰে 'উৰ্দ্দু' নামৰ এটা নতুন ভাষা গঢ়ি উঠিছিল, সেই-দৰেই বৈদিক ভাষাৰো বিকাশ হৈছিল। কিন্তু বৈদিক ভাষাৰ সমান উচ্চ আসন উৰ্দ্দুৱে কোনো দিনে পাব পৰা নাই, আৰু পোৱাৰ সম্ভাৱনাও নাছিল। একমাত্ৰ বৈদিক ভাষাই দেৱ-বাণী হৈ গল!

এই বৈদিক ভাষাৰ অৰ্থ ভালদৰে বুজিবলৈ হলে বেবিলনীয় ভাষাৰ সম্যক জ্ঞান থকাৰ আৱশ্যক হয়; 'দাস' আৰু 'আৰ্য্য' শব্দৰ পৰাই কিছুমান মূল শব্দৰ অৰ্থ কিদৰে বিকৃত হৈছে, তাক বুজিব পৰা যায়। 'দাস' শব্দৰ মূল অৰ্থ আছিল 'দাতা'; কিন্তু এতিয়া তাৰ অৰ্থ হৈ পৰিছে 'গোলাম।' সেইদৰে 'আৰ্য্য' শব্দৰ মূল অৰ্থ 'যাযাবৰ' হোৱা সত্বেও এতিয়া তাৰ অৰ্থ হৈ পৰিছে 'শ্ৰেষ্ঠ', 'উদাৰ' আৰু 'মহান্'।

**আৰ্য্যসকলৰ জয়ৰপৰা ক্ষতি**—দাস আৰু আৰ্য্যসকলৰ মাজত হোৱা সংঘৰ্ষৰ ফলত আটাইতকৈ অধিক ক্ষতি হল এয়ে যে দাসসকলৰ ভৱন আৰু নগৰ-নিৰ্ম্মাণৰ কলা নষ্ট-প্ৰায় হৈ গল।

---

১২. হিন্দী সংস্কৃতি আৰি অহিংসা, পৃঃ ১৯-২০

সিন্ধু আৰু পঞ্জাবত পোৱা পুৰণি নগৰ আৰু ঘৰ সজাৰ পৰম্পৰা ভাৰতৰপৰা লোপ পালে ; দ্বিতীয়তে অৰণ্যবাসী যতি সকল কিদৰে বসবাস কৰিছিল, তাক জনাবো কোনো উপায় নাথাকিল। আগতে উল্লেখ কৰি অহা হৈছে যে ইন্দ্ৰই হেনো যতিসকলক কুকুৰৰ আহাৰ কৰি দিছিল। মূল শব্দ হল 'সালাৱ্ক' ; ইয়াৰ অৰ্থ কুকুৰ-নেচীয়া বাঘো হ্ব পাৰে আৰু কুকুৰো হব পাৰে। টীকাকাৰে 'সালাৱ্ক'ৰ অৰ্থ কুকুৰনেচীয়া বাঘ কৰিছে। কিন্তু ইন্দ্ৰৰ ভালেমান চিকাৰী কুকুৰ আছিল ; এই কুকুৰ বোৰকে যতিসকলৰ বিৰুদ্ধে এৰি দিয়াটো অধিক সম্ভৱ যেন অনুমান হয়। এই যতিসকলৰ চাগৈ সমাজৰ ওপৰত বিশেষ প্ৰভাৱ আছিল, নহলে ইন্দ্ৰই তেওঁলোকক মাৰি পেলাবলগীয়া নহল হেঁতেন। কিন্তু যতিসকল কেনে আছিল, তেওঁলোকে কি মানিছিল আদি কথা জনাৰ বাবে এতিয়া আমাৰ কোনো উপায় নাই।

**আৰ্য্য সংস্কৃতিৰ প্ৰতি শ্ৰীকৃষ্ণৰ বিৰোধ**—সপ্তসিন্ধু অঞ্চলৰ ওপৰত ইন্দ্ৰৰ সম্পূৰ্ণ প্ৰভুত্ব প্ৰতিষ্ঠা হলত তেওঁ যে ভাৰতৰ মাজ অঞ্চলৰ পিনেও আক্ৰমণ চলাবলৈ চেষ্টা কৰিব, তাত আচৰিত হব লগীয়া কোনো কথা নাই। কিন্তু তাত এজন ডাঙৰ প্ৰতিদ্বন্দ্বীৰ লগত ফেৰ মাৰিব লগীয়া হল। দেৱকীনন্দন কৃষ্ণ অকল গাই পোহা এজন ৰজা আছিল। ইন্দ্ৰৰ যাগ-যজ্ঞৰ সংস্কৃতি আৰু তেওঁৰ মহত্ব স্বীকাৰ কৰিবলৈ তেওঁ সাজু নাছিল, গতিকে ইন্দ্ৰই তেওঁৰ ওপৰত আক্ৰমণ চলালে। কৃষ্ণৰ অশ্বাৰোহী সেনা নাছিল ; কিন্তু তেওঁ তাৰ প্ৰতিকাৰৰ বাবে এডোখৰ এনে বঢ়িয়া ঠাই বিচাৰি ললে যে তালৈ ইন্দ্ৰ আৰু এখোজো আগ বাঢ়িব নোৱাৰিলে। বৃহস্পতিৰ সহায়ত তেওঁ কোনো ৰকমে নিজৰ প্ৰাণ ৰক্ষা কৰি পিচ হোঁহকি গল।

ঋগ্বেদৰ[১৩] কিছুমান ঋচা আৰু ভাগৱত আদি পুৰাণত থকা কিছুমান উপকথাৰ পৰা ইয়াৰ সমৰ্থন পোৱা যায়।[১৪]

কৃষ্ণই যদি যাগ-যজ্ঞৰ সংস্কৃতি মানিবলৈ সাজু নাছিল, তেওঁ তেন্তে মানিছিল কি? তেওঁক আঙ্গিৰস্ ঋষিয়ে যজ্ঞ কৰাৰ এটা সৰল আৰু সহজ পদ্ধতি শিকাই দিলে। এই যজ্ঞৰ দক্ষিণা 'আছিল—তপশ্চৰ্য্যা, দান, সৰলতা (আৰ্জ্জৱ), অহিংসা আৰু সত্য বচন। 'অথ যত্তপো দানমাৰ্জ্জৱমহিংসা সত্যবচনমিতি তা অস্য দক্ষিণাঃ।[১৫] ইয়াৰ পৰা ইয়াকে দেখা যায় যে আৰ্য্য আৰু দাসসকলৰ সংঘৰ্ষৰ ফলত সপ্তসিন্ধু অঞ্চলত যতিসকলৰ যি সংস্কৃতি ধ্বংস হৈ গৈছিল, তাৰে কিছু অংশ গঙ্গা-যমুনা অঞ্চলত হলে তেতিয়াও বাকী আছিল। ওপৰত দিয়া উদ্ধৃতিৰ পৰাই জনা যায় যে কৃষ্ণৰ নিচিনা ৰজাসকলে তপশ্চৰ্য্যা কৰা অহিংসক মুনি সকলৰ পূজা কৰিছিল।

কিন্তু এই অহিংসাত্মক সংস্কৃতিৰ বিশেষ উন্নতি নহল। ব্ৰাহ্মণ সকল ৰাজনীতিৰ পৰা আঁতৰি যোৱাৰ পিচত সাহিত্য আৰু আন আন মানুহৰ উপযোগী কথাৰ প্ৰতি বিশেষ ধ্যান দিবলৈ ধৰিলে। ভাৰতবৰ্ষৰ ভিতৰতে আটাইতকৈ প্ৰাচীন বিশ্ববিদ্যালয় আছিল তক্ষশিলাত। তাত ব্ৰাহ্মণসকলে বেদতো পঢ়াইছিলেই, লগতে ধনুৰ্ব্বিদ্যা, বৈদ্যক আদি শাস্ত্ৰও পঢ়াইছিল। সপ্তসিন্ধুৰ পৰা ইন্দ্ৰৰ পৰম্পৰাৰ সাম্ৰাজ্য লোপ পালেও, এই পৰম্পৰাৰ পৰা সৃষ্ট নতুন সংস্কৃতিৰ সাম্ৰাজ্য আৰম্ভ হল আৰু ক্ৰমে বাঢ়ি গল।

**মধ্য দেশত বৈদিক সংস্কৃতিৰ জয়**—কৃষ্ণই ইন্দ্ৰক পৰাস্ত কৰাৰ ছ শ কি সাত শ বছৰৰ পিচত পাণ্ডৱ বংশৰ দুজনা ৰজা—

---

১৩. ৮।৯৬।১৩-১৫

১৪. ভাৰতীয় সংস্কৃতি আৰি অহিংসা, পৃঃ ২২-২৫

১৫. ছান্দোগ্য উপনিষদ্, ৩।১৭।৪-৬

পৰীক্ষিত আৰু জনমেজয়ে সপ্তসিন্ধুত গঢ়ি উঠা আৰ্য্য সংস্কৃতি গঙ্গা আৰু যুমনা প্ৰদেশতো প্ৰৱৰ্ত্তন কৰিলে। পাণ্ডৱসকলে যে আৰ্য্য সংস্কৃতিৰ সমৰ্থন কৰিছিল তাৰ অনুকূলে বৈদিক সাহিত্যত কোনো প্ৰমাণ পোৱা নাযায়। কৃষ্ণ আৰু পাণ্ডৱসকলৰ অভ্যুদয়ৰ মাজত অন্ততঃ ছ শ বছৰৰ ব্যৱধান দেখা যায়। 'মহাভাৰত'ত শ্ৰীকৃষ্ণৰ যি কথা আছে তাক ততাতৈয়াকৈ পঢ়ি গলেও সি প্ৰক্ষিপ্ত অৰ্থাৎ পিচত জুৰি দিয়া বুলি অনুভৱ কৰা যায়। অন্ততঃ এই কথাতো স্বীকাৰ কৰিবই লাগিব যে ইন্দ্ৰৰ লগত যুদ্ধ কৰোঁতা কৃষ্ণ আৰু 'মহাভাৰত'ৰ কৃষ্ণ দুয়ো একেজন ব্যক্তি নহয়। অথৰ্ব্ব বেদৰ (কাণ্ড ২০, সূত্ৰ ১২৭) পৰা এই কথা ভালদৰে সিদ্ধ হয় যে পাণ্ডৱ বংশৰ পৰীক্ষিত আৰু জনমেজয়ে বৈদিক সংস্কৃতিৰ যথেষ্ট পৃষ্ঠপোষকতা কৰিছিল।[১৬]

ওপৰত দি অহা 'ছান্দোগ্য উপনিষদ'ৰ উদ্ধৃতি আৰু পালি সাহিত্যৰ 'সুত্তনিপাত'ৰ 'ব্ৰাহ্মণ ধাম্মিক' সুত্তৰ পৰা স্পষ্ট ভাৱে জনা যায় যে সপ্তসিন্ধুৰপৰা যতিসকলৰ সংস্কৃতি সম্পূৰ্ণভাৱে নষ্ট হৈ গলেও ভাৰতৰ মাজ অঞ্চলত সি সম্পূৰ্ণভাৱে বিদ্যমান আছিল।[১৭] সপ্তসিন্ধুৰ চাতুৰ্ব্বৰ্ণ্য ভাৰতৰ মাজ অঞ্চলতো নিৰ্দ্দিষ্টভাৱে গঢ় লৈছিল। প্ৰভেদ মাথোন এইখিনিয়ে আছিল যে সপ্তসিন্ধুৰ ব্ৰাহ্মণসকলে আৰ্য্যসকলৰ বিজয়ৰ ফলত উৎপন্ন যাগ-যজ্ঞৰ পদ্ধতি সম্পূৰ্ণভাৱে স্বীকাৰ কৰি লৈছিল। ভাৰতৰ মাজ ভাগত ব্ৰাহ্মণসকলে অগ্নি পূজা কৰিলেও, তেনে পূজাত প্ৰাণীৰ বলি দিয়া নহৈছিল। তেওঁলোকে চাউল, কণী, ধান আদিৰে অগ্নিদেৱতাৰ পূজা কৰিছিল। কিন্তু পৰীক্ষিত আৰু জনমেজয়ে যাগ-যজ্ঞৰ প্ৰৱৰ্ত্তন কৰাত পূৰণি অহিংসাত্মক ব্ৰাহ্মণ সংস্কৃতি নষ্টপ্ৰায় হৈ গল আৰু তাৰ

---

১৬. ভাৰতীয় সংস্কৃতি আৰি অহিংসা, পৃঃ ৩৭-৩৮

১৭. ঐ পৃঃ ৩৯-৪০

ঠাইত হিংসাত্মক যাগ-যজ্ঞৰ প্ৰথা প্ৰৱলভাৱে বিয়পি পৰিবলৈ ধৰিলে। সপ্তসিন্ধুৰ ঠাইত গঙ্গা-যমুনাৰ মাজত থকা অঞ্চলহে আৰ্য্যাবৰ্ত্ত হৈ গল।

**অহিংসা তিষ্ঠি থাকিল**—পূৰণি অহিংসাত্মক অগ্নিহোত্ৰ-পদ্ধতি মৃতপ্ৰায় হৈ গল সঁচা, কিন্তু সি তেনেই হলে লোপ নাপালে। ৰজাৰ দৰবাৰ আৰু উচ্চ শ্ৰেণীৰ মানুহৰ ওপৰত তাৰ প্ৰভাৱ কম হৈ গল; কিন্তু অৰণ্য অঞ্চলত হলে ই ভালেখিনি পৰিমাণে জীয়াই থাকিল। আন কথাত কবলৈ গলে, যিসকলে অহিংসাত্মক সংস্কৃতিকে বুকুত সাবটি লৈ থাকিল তেওঁলোকে বনৰ ফলমূল খাই নিজৰ তপশ্চৰ্য্যা অটুট ৰাখিলে। 'জাতক-অট্‌ঠকথা'ত এনে লোকৰ ভালেমান কাহিনী পোৱা যায়। নৱপ্ৰৱৰ্ত্তিত হিংসাত্মক যজ্ঞ-পদ্ধতিত অতিষ্ঠ হৈ ভালেমান ব্ৰাহ্মণ আৰু আন আন বৰ্ণৰ লোকো বনলৈ গৈছিল আৰু তাতে আশ্ৰম পাতি তপশ্চৰ্য্যা কৰিছিল। বছৰৰ ভিতৰত কেইদিন মানৰ বাবে টেঙা আৰু লুণীয়া বস্তু খোৱাৰ কাৰণে তেওঁলোক নগৰ আৰু গাৱঁলৈ গৈছিল। তাৰ পিচত আকৌ নিজ নিজ আশ্ৰমলৈ উভতি গৈছিল। মুঠৰ ওপৰত সপ্তসিন্ধুৰ যতিসকলৰ নিচিনাকৈ ভাৰতৰ মাজ ভাগৰ ঋষি-মুনি সকল নষ্টপ্ৰায় নহৈ অৰণ্যৰ আশ্ৰয় লৈ তপশ্চৰ্য্যা কৰি কোনো ৰকমে তিষ্ঠি ৰল।

**আধুনিক উদাহৰণ**—এই কথা বুজাবলৈ আধুনিক বুৰঞ্জীৰপৰা এটা উদাহৰণ দিব পৰা যায়। সিংহল দ্বীপৰ পশ্চিম খণ্ডত পৰ্ত্তুগীজ সকলে নিজৰ আধিপত্য স্থাপন কৰি তাৰ বুদ্ধ-মন্দিৰ আৰু ভিক্ষুসকলৰ মন্দিৰ বিধ্বংস কৰি দিয়ে আৰু আটায়েকে বলেৰে ৰোমান কেথলিক ধৰ্ম্মত দীক্ষা দিবলৈ ধৰে। তেতিয়া সিংহলৰ ৰজাই বুদ্ধৰ দন্তধাতু লগত লৈ ক্যাণ্ডিৰ হাবিয়নিলৈ পলাই যায় আৰু তাতে পাহাৰৰ ঘুলিত নিজৰ নতুন ৰাজধানী পাতে। সিংহল দ্বীপৰ পশ্চিম খণ্ডত পৰ্ত্তুগীজইতৰ হাতৰপৰা

সাৰিবপৰা ভিক্ষুসকলে সাধ্যমতে বৌদ্ধপুথিবোৰ লগত লৈ সেই পৰ্ব্বতীয়া এলেকালৈ পলাই যায় আৰু ক্যাণ্ডিৰ ৰজাৰ আশ্ৰয় লয়। আংশিক ভাৱে গোৱাতো সেই অৱস্থা হৈছিল। ইয়াতো পৰ্ত্তুগীজইঁতে পোন পহিলতে সাষ্টী, বাৰদেশ আৰু তিসৱাড়া নামৰ তহচীল তিনিখন জয় কৰি লয় আৰু কেইবছৰমানৰ পিচতে তাৰ মন্দিৰবোৰ চুৰমাৰ কৰি মানুহক বলেৰে ৰোমান কেথলিক কৰিবলৈ ধৰে। তেতিয়া কিছুমান হিন্দুৱে নিজৰ পৈত্ৰিক সা-সম্পত্তি জলাঞ্জলি দি লগত ইষ্টদেৱতাৰ মুৰ্ত্তিবোৰ লৈ সংৱদেকৰ নামৰ ওচৰৰ এখন দেশীয় ৰাজ্যলৈ পলাই যায়। আজিও এই সংৱদেকৰ অঞ্চলত সাষ্টী এলেকাৰ আটাইবোৰ দেৱ-দেৱীৰ মূৰ্ত্তি পোৱা যায়। পিচত পৰ্ত্তুগীজসকলে এই অঞ্চলো দখল কৰে ; কিন্তু তেওঁলোকে আৰু হিন্দুসকলৰ ধৰ্ম্মৰ ওপৰত হস্তক্ষেপ নকৰিলে। আমাৰ মতে ভাৰতৰ মাজ ভাগৰ অহিংসাত্মক সংস্কৃতিৰ বেলিকাও কিছুদূৰ এনে অৱস্থাই হৈছিল।

**অহিংসাৰ প্ৰভাৱ**—পৰীক্ষিত অথবা জনমেজয়ে অত্যাচাৰ নাইবা বলপ্ৰয়োগ কৰি বলিদান প্ৰথা থকা যাগ-যজ্ঞৰ পদ্ধতি মানুহৰ মাজত প্ৰৱৰ্ত্তন কৰা নাছিল। কিন্তু সেই সংস্কৃতিয়ে ৰজাৰ পৃষ্ঠপোষকতা পোৱা কাৰণে ব্ৰাহ্মণসকলেও তাক নিজেই স্বীকাৰ কৰি লৈছিল। যিসকলে এই নতুন সংস্কৃতি ভাল নাপালে তেওঁলোক বনলৈ গুচি গল আৰু তাতে তপস্যাৰ আশ্ৰয় লৈ নিজৰ প্ৰাচীন পৰম্পৰা অটুট ৰাখিলে। পৰ্ত্তুগীজ-সকলে খৃষ্টান কৰা বৌদ্ধ আৰু হিন্দুসকলৰ ওপৰত আজিকোপতি যিদৰে বৌদ্ধ আৰু হিন্দু সংস্কৃতিৰ প্ৰভাৱ দেখা যায়, সেইদৰে ভাৰতৰ মাজভাগৰ সাধাৰণ ৰাইজৰ মাজতো প্ৰাচীন অহিংসাত্মক সংস্কৃতিৰ কিছুদূৰ প্ৰভাৱ বৈ গল। অৰণ্যত থকা ঋষি-মুনি গাওঁ বা চহৰলৈ গলে তাৰ ৰাইজে তেওঁলোকক পৰম আদৰ-যত্ন কৰি পূজা কৰিছিল। কিন্তু শেহান্তৰত নগৰবোৰত যাগ-যজ্ঞ আৰু বলিদানো চলিছিল।

**যজ্ঞ-সংস্কৃতিৰ বিকাশ—**অৱশ্যে ঋষি-মুনিসকলৰ যথেষ্ট মান-সম্মান কৰা হৈছিল, কিন্তু সেই যুগত তেওঁলোকৰ সংস্কৃতিয়ে অলপো উন্নতি কৰিব পৰা নাছিল। সপ্তসিন্ধু প্রদেশত তক্ষশিলাৰ নিচিনা বিশ্ববিদ্যালয় স্থাপিত হোৱাত সিয়ে শিক্ষাকেন্দ্র হৈ পৰিল। 'জাতক অট্‌ঠ কথা'ৰ ভালেমান কাহিনীৰ পৰা জনা যায় যে বেদাধ্যয়ন কৰিবলৈ ব্রাহ্মণকুমাৰসকল আৰু ধনুর্বিদ্যা শিকিবলৈ ৰাজকুমাৰসকল হেনো সুদূৰ সপ্তসিন্ধু প্রদেশৰ তক্ষশিলাৰ নিচিনা ঠাইলৈকো গৈছিল।

সপ্তসিন্ধু প্রদেশ বা ভাৰতৰ মাজভাগত ইন্দ্রৰ নিচিনা পৰাক্রমী সাম্রাজ্য আৰু নাথাকিল। ইন্দ্রৰ সাম্রাজ্যৰ লগত পৰীক্ষিত বা জনমেজয়ৰ ৰাজ্যৰ তুলনা কৰিব নোৱাৰি। তেওঁলোকে বলিদান মূলক যাগ-যজ্ঞৰ পৃষ্ঠপোষকতা কৰিছিল আৰু তেওঁলোকৰ যত্নতে গঙ্গা-যমুনাৰ মাজত অৱস্থিত প্রদেশ আৰ্য্যাৱৰ্ত্ত হৈ গৈছিল, এয়ে হল আটাইতকৈ উল্লেখযোগ্য কথা। তেওঁলোকৰ শাসন কালৰ পিচত বোধ হয় সপ্তসিন্ধু আৰু ভাৰতৰ মাজভাগ সৰু সৰু ৰাজ্যত বিভক্ত হৈ গৈছিল। তথাপিও আৰ্য্য আৰু দাসসকলৰ সংঘৰ্ষৰ ফলত গঢ়ি উঠা বলিদান মূলক যাগ-যজ্ঞৰ সংস্কৃতি ক্রমে সুদৃঢ় হৈ বিয়পিবলৈ ধৰিলে।

# সমসাময়িক ৰাজনৈতিক পৰিস্থিতি

## ষোল ৰাষ্ট্ৰ

'যো ইমেসং সোলসন্নং মহাজনপদানং পহূতসত্তৰতনানং ইস্‌সৰাধিপচ্চং ৰজ্জং কাৰেয্য, সেয্যথীদং—(১) অংগানং (২) মগধানং (৩) কাসীনং (৪) কোসলানং (৫) ৱজ্জীনং (৬) মল্লানং (৭) চেতীনং (৮) ৱংসানং (৮) কুৰূনং (১০) পঞ্চালনং (১১) মচ্ছানং (১২) সূৰসেনানং (১৩) অস্‌সকানং (১৪) অৱন্তীনং (১৫) গন্ধাৰানং (১৬) কম্বোজানং।'

এই উদ্ধৃতি 'অঙ্গুত্তৰনিকায়'ৰ চাৰি ঠাইত পোৱা যায়। 'ললিত-ৱিস্তৰ'ৰ তৃতীয় অধ্যায়তো এই বুলি উল্লেখ কৰা হৈছে যে বুদ্ধৰ জন্মৰ আগতে জম্বুদ্বীপত (ভাৰতত) ষোলখন ভিন ভিন ৰাজ্য আছিল। কিন্তু তাত আঠখন ৰাজ্যৰ ৰাজ-বংশৰহে বৰ্ণনা পোৱা যায়। এই দেশবোৰৰ উল্লেখ বহুবচনত কৰা হৈছে। ইয়াৰ পৰা বিশ্বাস হয় যে এসময়ত চাগৈ এই দেশবোৰ মহাজন সত্তাযুক্ত আছিল। তাৰ মহাজন সকলক ৰজা কোৱা হৈছিল আৰু তেওঁলোকৰ অধ্যক্ষক মহাৰজা বোলা হৈছিল। বুদ্ধৰ সময়ত এই মহাজন সত্তাত্মক পদ্ধতি নিশকতীয়া হৈ নষ্ট হবলৈ ধৰিছিল আৰু তাৰ ঠাইত এক সত্তাত্মক ৰাজ্য পদ্ধতি ক্ষিপ্ৰভাৱে গঢ়ি উঠিবলৈ ধৰিছিল। এই ঘটনাৰ কাৰণ সম্বন্ধে বিবেচনা কৰাৰ আগতে উল্লিখিত ষোলখন দেশৰ বিষয়ে পাব পৰা তথ্যাদি এইখিনিতে চমুকৈ বৰ্ণোৱা উচিত হব।

(১) অংগ—অংগ দেশ মগধৰ পুব পিনে আছিল। ইয়াৰ উত্তৰ ভাগক 'অংগুত্তৰায়' কোৱা হৈছিল। যেতিয়া মগধ দেশৰ ৰজাই অংগ দেশ জয় কৰি ললে তেতিয়া তাৰ পৰা মহাজনাত্মক শাসন প্ৰণালী লোপ

পালে। তাত আগৰ মহাজন বা ৰজাৰ বংশধৰ সকল জীয়াই থাকিল সঁচা, কিন্তু তেওঁলোকৰ আৰু স্বতন্ত্র সত্তা নৰল। পিচলৈ গৈ অংগ-মগধ নামেৰে এই দেশক মগধৰ লগত সাঙুৰি দ্বন্দ্ব সমাসেৰে উল্লেখ কৰিবলৈ লোৱা হল।

'ত্রিপিটক' গ্রন্থৰ ভালেমান ঠাইতে এই বুলি উল্লেখ পোৱা যায় যে বুদ্ধ ভগৱানে হেনো সেই দেশত উপদেশ দিছিল আৰু সেই দেশৰ মুখ্য নগৰ চম্পা নগৰীত গগ্‌গৰা ৰাণীয়ে সজোৱা পুখুৰীৰ পাৰত চাতুৰ্মাস অতিবাহিত কৰিছিল। কিন্তু এই চম্পা নগৰী কোনো দিনেই কোনো পুৰণি ৰজাৰ অধিকাৰত নাছিল। ৰজা বিম্বিসাৰে ইয়াক সোণদণ্ড নামৰ ব্রাহ্মণ এজনক দান দিছিল। এই গাওঁৰ আয়েৰে সোণদণ্ড ব্রাহ্মণে মাজে সময়ে ধুমধাম কৰি যাগ-যজ্ঞ সম্পাদন কৰিছিল।[১]

(২) **মগধ**—বুদ্ধৰ সমসাময়িক ৰাজ্যবোৰৰ ভিতৰত মগধ আৰু কোসলৰ দিনকদিনে উন্নতি হৈ গৈছিল আৰু এই ৰাষ্ট্র দুখনত সম্পূর্ণ-ভাৱে একসত্তাত্মক শাসনপ্রণালী প্রতিষ্ঠিত হৈছিল। মগধৰ ৰজা বিম্বিসাৰ আৰু কোসলৰ ৰজা পসেনদি (প্রসেনজিৎ) অতিশয় উদাৰ আছিল, সেইবাবে তাৰ একসত্তাত্মক শাসন প্রণালী প্রজাৰ কাৰণে অতিশয় সুখকৰ হৈছিল। দুয়োজন ৰজাই যাগ-যজ্ঞত উৎসাহ দিছিল সঁচা। কিন্তু তেওঁলোকৰ ৰাজ্যত শ্রমণসকলৰ (পৰিব্রাজকসকলৰ) নিজৰ ধৰ্মোপদেশ দিবলৈ সম্পূর্ণ স্বাধীনতা আছিল। অকল সেয়ে নহয়, বিম্বিসাৰ ৰজাই শ্রমণসকলৰ থকা-মেলাৰ সুবিধা কৰি দিও তেওঁলোকক উৎসাহ দিছিল। গৌতমে সন্ন্যাস গ্রহণ কৰি পোন পহিলাতে ৰাজগৃহলৈ যোৱাত বিম্বিসাৰ ৰজাই পাণ্ডৱ পৰ্বতলৈ গৈ তাতে গৌতমক নিজৰ সৈন্যবাহিনীত এটা উচ্চ পদ স্বীকাৰ কৰিবলৈ অনুৰোধ জনাইছিল।

১. দীঘনিকায়, সোণদণ্ড সুত্ত।

কিন্তু গৌতমে তপশ্চৰ্য্যা কৰিবলৈ যি সিদ্ধান্ত লৈছিল, তাতে অবিচলিত থাকিল। গয়াৰ ওচৰৰ উৰুবেললৈ গৈ তেওঁ তপস্যা আৰম্ভ কৰিলে আৰু শেহত তত্ত্ববোধৰ মধ্যম মাৰ্গৰ আবিষ্কাৰ কৰিলে। বাৰাণসীত প্ৰথমতে উপদেশ দিয়া পাঁচজন শিষ্যৰে সৈতে বুদ্ধভগৱানে ৰাজগৃহত পদাৰ্পণ কৰিলত বিম্বিসাৰ ৰজাই তেওঁ আৰু ভিক্ষু-সংঘৰ থকাৰ বাবে ৱেলুৱন ( ৱেণুৱন ) নামৰ উদ্যান দিছিল। এই উদ্যানত কোনো বিহাৰ প্ৰতিষ্ঠা কৰা সম্বন্ধে হলে ক'তো একো উল্লেখ পোৱা নাযায়। বিম্বিসাৰ ৰজাই বুদ্ধ তথা ভিক্ষু সংঘক নিৰ্ভয়ে বেলুবনত থাকিবলৈ অনুজ্ঞা দিছিল ; বেলুবন দানৰ অৰ্থ তাকে বুলি ধৰি লব লাগিব। কিন্তু ইয়াৰ দ্বাৰা ভিক্ষু-সংঘৰ প্ৰতি যে বিম্বিসাৰৰ আদৰৰ ভাৱ আছিল তাক স্পষ্টভাৱে দেখা যায় !

অকল বুদ্ধৰ ভিক্ষুসকলকে নহয়, সেই সময়ত শ্ৰমণ সকলৰ যি বিৰাট বিৰাট সংঘ আছিল, সিবিলাককো ৰজা বিম্বিসাৰে আশ্ৰয় দিছিল। একে সময়তে এই শ্ৰমণ-সংঘ ৰাজগৃহৰ ওচৰে কাষৰে থকা বুলি 'দীঘ-নিকায়'ৰ সামঞ্ঞফলসুত্ত আৰু 'মজ্ঝিমনিকায়'ৰ মহাসকুলুদায়িসুত্তত[২] উল্লেখ পোৱা যায়।

এদিনাখন পূৰ্ণিমাৰ নিশা বিম্বিসাৰ ৰজাৰ পুতেক অজাতশত্ৰু অমাত্যসকলক লগত লৈ নিজৰ কাৰেঙৰ ছাতত বহি আছিল। সেই সময়ত কোনোবা ডাঙৰ এজন শ্ৰমণ-নায়কৰ লগত সাক্ষাৎ কৰিবলৈ তেওঁৰ ইচ্ছা গল। তেতিয়া তেওঁৰ অমাত্যসকলে—এজনৰ পিচত আনজনে—একো একোটা শ্ৰমণ-সংঘৰ নায়কজনৰ স্তুতি কৰিলে আৰু তেনে নায়ক জনৰ ওচৰলৈ যোৱাৰ বাবে ৰজাৰ ওচৰত প্ৰাৰ্থনা জনালে। তেওঁৰ গৃহ-বৈদ্য হলে নীৰৱে বহি আছিল। অজাতশত্ৰুৱে তেওঁকো প্ৰশ্ন কৰিলে। তেতিয়া তেওঁ ( জীৱকে ) বুদ্ধ ভগৱানৰ স্তুতি কৰিলে

২. সং ৭৭।

আৰু তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ ৰজাক সম্মত কৰালে। অথচ এই শ্ৰমণ-সংঘৰ নেতাসকলৰ ভিতৰত বয়সৰ পৰা চাবলৈ গলে বুদ্ধই আটাইতকৈ সৰু আছিল আৰু এই সংঘ স্থাপন কৰাৰো বৰ বেচি দিন হোৱা নাছিল। তথাপি অজাতশত্ৰুৱে তেওঁৰ লগতে সাক্ষাৎ কৰিবলৈ স্থিৰ কৰিলে আৰু বুদ্ধ দৰ্শনৰ উদ্দেশ্যে সপৰিবাৰে জীৱকৰ আম্ৰবনলৈ গল।

অজাতশত্ৰুৱে নিজৰ বাপেকক বন্দী কৰি হত্যা কৰে আৰু নিজে ৰাজপাটত বহে। কিন্তু তেওঁৰ বাপেকে শ্ৰমণসকলৰ প্ৰতি যি সম্মান দেখুৱাইছিল তাৰ তেৰোঁ অলপো হানি হবলৈ নিদিলে। ৰজা বিম্বিসাৰৰ মৃত্যুৰ পিচত বুদ্ধভগৱান প্ৰায়ে ৰাজগৃহলৈ নগৈছিল। উল্লিখিত প্ৰসঙ্গ এটা অনুৰূপ। অজাতশত্ৰু ৰজা হোৱাৰ আগতে দেৱদত্তই তেওঁক নিজৰ ফলীয়া কৰি লৈ নীলগিৰি নামৰ এটা বলিয়া হাতী বুদ্ধ-ভগৱানৰ ওপৰত এৰি দিবলৈ হেনো ষড়যন্ত্ৰ কৰিছিল। এনে কিছুমান কথা 'বিনয়পিটক'ত উল্লেখ কৰা হৈছে, কিন্তু সি কিমান দূৰ সঁচা, তাক নিৰ্ণয় কৰাটো টান। তথাপি দেৱদত্তই যে অজাতশত্ৰুৰ পৰা লাই পাইছিল সেই কথা সম্ভৱপৰ যেন লাগে, সেই বাবেই চাগৈ বুদ্ধভগৱানে ৰাজগৃহৰ পৰা আঁতৰি আঁতৰি চলিছিল। কিন্তু তেওঁ ৰাজগৃহত পদাৰ্পণ কৰিলেও তেওঁক দৰ্শন কৰাত অজাতশত্ৰুই অলপো দ্বিধা নকৰিলে। সেই সময়ত ৰাজগৃহৰ ওচৰে কাষৰে ডাঙৰ ডাঙৰ শ্ৰমণ-সংঘৰ ছজন নেতা আছিল। এই কথালৈ ভালদৰে লক্ষ্য কৰিলে বুজা যায় যে অজাতশত্ৰুৱে তেওঁৰ বাপেকতকৈও শ্ৰমণসকলক অধিক আদৰ-সৎকাৰ কৰিছিল। অকল সেয়ে নহয়, তেওঁৰ শাসন কালত মগধ দেশৰ পৰা যাগ-যজ্ঞ প্ৰায় লোপ পোৱাৰ উপক্ৰম হৈছিল আৰু লাহে লাহে শ্ৰমণ-সংঘৰ প্ৰভাৱ বাঢ়ি গৈছিল।

ৰাজগৃহ আছিল মগধৰ ৰাজধানী। এই ঠাই বিহাৰ ৰাজ্যৰ তিলয়্যা ষ্টেশ্বনৰপৰা ষোল মাইল দূৰৈত। ইয়াৰ চাৰিওপিনে পাহাৰে

আগচি আছিল আৰু তাৰ মাজত পতা হৈছিল এই চহৰখন। পাহাৰৰ মাজেৰে চহৰলৈ যোৱাৰ মাথোন দুটা ৰাস্তা আছিল। সেই বাবে শত্ৰুৰ পৰা চহৰখন ৰক্ষা কৰাটো সহজ আছিল। বোধ হয় তালৈ লক্ষ্য ৰাখিহে চহৰখন এই ঠাইত পতা হৈছিল। কিন্তু অজাতশত্ৰুৰ শক্তি ইমান বাঢ়ি গল যে তেওঁ আৰু নিজৰ নিৰাপত্তাৰ কাৰণে এই পাহৰুৱা কোঁঠত (গিৰিব্ৰজত) থকাৰ কোনো আৱশ্যকতা অনুভৱ নকৰিলে। বুদ্ধৰ পৰিনিৰ্ব্বাণৰ আগতে অজাতশত্ৰুৱে এখন নতুন নগৰ পাতিলে আৰু পিচত বোধহয় তালৈকে নিজৰ ৰাজধানীও লৈ গল।

অজাতশত্ৰুক 'বৈদেহী-পুত্ৰ'ও বোলা হয়। ওপৰে ওপৰে চালে এই কথাৰ পৰা তেওঁৰ মাক বিদেহ ৰাষ্ট্ৰৰ জীয়ৰী যেন লাগে আৰু জৈন সকলৰ 'আচাৰাংগ' সূত্ৰাদিত এই বুলিও উল্লেখ পোৱা যায় যে তেওঁৰ মাক বজ্জী ৰজাসকলৰ এজন ৰজাৰ জীয়েক আছিল। কিন্তু 'কোসলসংযুত্ত'ৰ দ্বিতীয় বগ্‌গৰ চতুৰ্থ সুত্তৰ অট্‌ঠ কথাত তেওঁক পসেনদিৰ ভতিজা জীয়েক বুলি কোৱা হৈছে আৰু বৈদেহী শব্দৰ অৰ্থ কৰা হৈছে 'পণ্ডিতাধিবচনমেতং, পণ্ডিত্থিয়া পুত্তোতি অথো।' 'ললিতৱিস্তৰ'ত মগধ দেশৰ ৰাজকুলক বৈদেহীকুল বুলিয়ে উল্লেখ কৰা হৈছে। ইয়াৰ দ্বাৰা অনুমান হয় যে এই কুল পিতৃবংশৰ দ্বাৰা প্ৰসিদ্ধ নাছিল; আৰু পিচত এই বংশৰ কোনো ৰজাই বিদেহ দেশৰ ৰাজকন্যাৰ লগত সম্বন্ধ পতাত এই বংশও বিখ্যাত হৈ পৰে আৰু কোনো কোনো ৰাজপুত্ৰই নিজকে বৈদেহী-পুত্ৰ বুলি চিনাকি দিবলৈ ধৰে।

অজাতশত্ৰুৱে বিম্বিসাৰক মৰাৰ বাতৰি শুনি অৱন্তীৰ ৰজা চণ্ডপ্ৰদ্যোতৰ অতিশয় খং উঠিল আৰু তেওঁ অজাতশত্ৰুৰ বিৰুদ্ধে আক্ৰমণ চলোৱাৰ আয়োজন কৰিলে। তেওঁৰ ভয়ত অজাতশত্ৰুৱে ৰাজগৃহৰ চাৰিওপিনে থকা দেৱাল বোৰৰ মেৰামত কৰালে।[৩] পিচত

৩. চাওক—'মজ্ঝিম-নিকায়'ৰ গোপকমোগ্‌গল্লানসুত্তৰ অট্‌ঠকথা।

বোধ হয় চণ্ডপ্রদ্যোতে আক্রমণ কৰাৰ অভিপ্ৰায় এৰি দিলে। বিদেশী চণ্ডপ্রদ্যোতৰ নিচিনা ৰজাৰে অজাতশত্রুৰ ওপৰত খং উঠিছিল, অথচ নিজৰ ৰজাক হত্যা কৰাত মগধৰ প্রজা হলে অলপো বিক্ষুব্ধ নহল, তাৰ দ্বাৰাই ভালদৰে অনুমান কৰিব পাৰি যে এই দেশত এক-সত্তাত্মক শাসন-প্রণালী কিদৰে সুদৃঢ় হৈ উঠিছিল।

( ৩ ) **কাসী**—কাসী অথবা কাশীৰ ৰাজধানী আছিল বাৰাণসী। জাতক অট্‌ঠ কথাৰ পৰা জনা যায় যে এই দেশৰ অধিক ৰজাকে ব্রহ্মদত্ত বোলা হৈছিল। এই দেশৰ শাসন-প্রণালী সম্বন্ধে বৰ বেচি কথা জানিব নোৱাৰিলেও অন্ততঃ এইখিনি জনা যায় যে কাশীৰ ৰজা ( মহাজন ) অতি উদাৰ আছিল। তেওঁলোকৰ ৰাজ্যত কলা-কৌশল ভালদৰে বিকশি উঠিছিল। বুদ্ধৰ সময়তো উৎকৃষ্ট বস্তুক 'কাসিক' ( কাশীত প্রস্তুত ) বুলি কোৱা হৈছিল। কাসিক বস্ত্র, কাসিক চন্দন আদি শব্দ ত্রিপিটক সাহিত্যৰ ভালেমান ঠাইতে পোৱা যায়! বাৰাণসীৰ অশ্বসেন ৰজাৰ বামাৰাণীৰ গৰ্ভত জৈনসকলৰ ত্রয়োবিংশ তীর্থঙ্কৰ পাৰ্শ্বনাথে জন্মগ্রহণ কৰিছিল। গৌতম বুদ্ধৰ জন্মৰ প্রায় ২৪৩ বছৰৰ আগতে তেওঁ তেওঁৰ ধৰ্ম্মোপদেশ আৰম্ভ কৰিছিল। ইয়াৰ পৰাই আমি কব পাৰোঁহক যে কাশীৰ মহাজনসকল যে অকল কলা-কৌশলতে পাৰঙ্গত আছিল এনে নহয়, ধৰ্ম্ম-নিষ্ঠাতো আগৰণুৱা আছিল। কিন্তু বুদ্ধৰ সময়ত এই দেশৰ স্বতন্ত্রতা সম্পূর্ণ ভাৱে লোপ পাইছিল আৰু ইয়াক কোসল দেশৰ লগত চামিল কৰা হৈছিল; অঙ্গ-মগধ সমাসৰ নিচিনাকৈ 'কাসী-কোসল' সমাসবদ্ধ শব্দৰো চলতি হৈ গৈছিল।

৪। **কোসল**—কোসল দেশৰ ৰাজধানী আছিল শ্রাৱস্তী; এই নগৰ অচিৰৱতী ( বৰ্ত্তমান—ৰাপ্তী ) নৈৰ পাৰত অৱস্থিত আছিল আৰু

ইয়াত পসেনদি (প্রসেনজিৎ) ৰজাই ৰাজত্ব কৰিছিল। কোসল-সুত্তৰ এটা সুত্তৰ পৰা প্ৰমাণ পোৱা যায় যে পসেনদি বৈদিক ধৰ্ম্মৰ সম্পূৰ্ণ অনুগামী আছিল আৰু তেওঁ ডাঙৰ ডাঙৰ যজ্ঞৰ অনুষ্ঠান কৰিছিল। তথাপি তেওঁৰ ৰাজ্যত শ্ৰমণ সকলৰ প্ৰতিও সন্মান কৰা হৈছিল। অনাথপিণ্ডিক[8] নামৰ এজন বিখ্যাত শ্ৰেষ্ঠীয়ে শ্ৰাৱস্তীৰ জেতবনত বুদ্ধৰ ভিক্ষু-সংঘৰ কাৰণে এটা বিহাৰ সজাই দিছিল। ৱিশাখা নামৰ প্ৰসিদ্ধ উপাসিকা এগৰাকীয়েও পূৰ্বাৰাম নামৰ এটা বিৰাট প্ৰাসাদ ভিক্ষুসকলৰ কাৰণে সজাই দিছিল। এই দুয়ো ঠাইতে বুদ্ধভগৱানে কেতিয়াবা কেতিয়াবা ভিক্ষু-সংঘৰ লগত নিজেও অৱস্থান কৰিছিল। বোধ হয় তেওঁ ভালেমান চাতুৰ্মাস্যও (চাৰি মাহ) তাতেই কটাইছিল; কিয়নো অনাথপিণ্ডিকৰ আৰামতে বুদ্ধই আটাইতকৈ অধিক উপদেশ দিয়া বুলি ত্ৰিপিটক সাহিত্যত উল্লেখ কৰা হৈছে। পসেনদি ৰজা যাগ-যজ্ঞৰ সমৰ্থক হলেও তেওঁ কেতিয়াবা কেতিয়াবা বুদ্ধ দৰ্শনৰ উদ্দেশ্যে অনাথপিণ্ডিকৰ উদ্যানলৈ গৈছিল। 'কোসলসুত্ত'ত বুদ্ধই পসেনদিৰ আগতকে দিয়া উপদেশ সমূহৰ সংগ্ৰহ পোৱা যায়।[5]

'ললিত-ৱিস্তৰ'ত পোৱা ৰাজবংশৰ বৰ্ণনাৰ পৰা এনে ধাৰণা হয় যে ৰজা মাতঙ্গ হীন জাতিত ওপজিছিল। 'ধম্মপদ অট্‌ঠ কথা'ৰ ৱিভূডভৰ (ৱিদূৰ্দভৰ) কাহিনীৰ দ্বাৰা 'ললিত-ৱিস্তৰ'ৰ এই কথাৰ সমৰ্থন পোৱা যায়।

পসেনদি ৰজাই বুদ্ধক যথেষ্ট ভক্তি কৰিছিল। পসেনদিয়ে শাক্য

---

৪. তেওঁৰ প্ৰকৃত নাম আছিল সুদত্ত। তেওঁ অনাথ সকলক ভোজন (পিণ্ড) দিছিল, গতিকে তেওঁক অনাথপিণ্ডিক কোৱা হৈছিল।

৫. এই সংযুত্তৰ আগৰ সুত্ততো পসেনদি বুদ্ধৰ উপাসক হোৱাৰ কথা আছে; কিন্তু নৱম সুত্তত আকৌ পসেনদিয়ে মহাযজ্ঞ পতাৰ বৰ্ণনা আছে। গতিকে পসেনদি ৰজা প্ৰকৃত বুদ্ধৰ উপাসক আছিল বুলি কব নোৱাৰি।

কুলৰ কোনো ৰাজকন্যাক বিয়া কৰাবলৈ ইচ্ছা কৰিছিল। কিন্তু শাক্য ৰজাই কোসল ৰাজকুলক নীচ বুলি বিবেচনা কৰিছিল ; গতিকে নিজৰ কন্যা কোসল ৰজাক দিয়াটো উচিত বুলি বিবেচনা নকৰিলে। কিন্তু শাক্য সকলৰ ওপৰত কোসল ৰজাৰ ক্ষমতা আছিল, গতিকে তেওঁৰ দাবী অস্বীকাৰ কৰাটোও সম্ভৱ নাছিল। অৱশেষত তেওঁ এটা বুধি উলিযালে। বুধিটো হল এয়ে যে মহানাম শাক্যই নিজৰ দাসী-কন্যা বাসভৰৱত্তিয়াক নিজৰ কন্যা বুলি কৈ কোসল ৰজাক দিব। কোসল ৰজাৰ অমাত্যসকলে কইনা চাই পছন্দ কৰিলে। তদুপৰি মহানামে কন্যাৰ লগত একেলগে বহি আহাৰ কৰা দেখিবলৈ পাই কইনাজনী তেওঁৰ নিজৰ জীয়েক বুলি অমত্যসকলৰ বিশ্বাস হল। ফলত শুভ লগ্নত কোসলৰাজৰ লগত ৱাসভৰৱত্তিয়াৰ বিবাহ হল। ৰজাই তেওঁক নিজৰ পাটৰাণী কৰিলে। তেওঁৰ লৰা ৱিডূডভৰ বয়স হল। তেতিয়া তেওঁ এবাৰ মোমায়েকৰ ঘৰলৈ (অৰ্থাৎ শাক্যইঁতৰ ঘৰলৈ) গল। শাক্যইঁতে নিজৰ সংস্থাগাৰত (নগৰ মন্দিৰত) তেওঁক উচিত সম্মান দেখুৱালে। পিচত তেওঁ গুচি যোৱাত তেওঁৰ আসন পানীৰে ধুই দিলে। এই কথা ৱিডূডভৰ কাণত পৰিল আৰু তেওঁ যে দাসীপুত্ৰ সেই কথা জানিব পাৰিলে। ডাঙৰ হৈয়েই ৱিডূডভে বলেৰে কোসলৰ ৰাজ-সিংহাসন অধিকাৰ কৰিলে আৰু বুঢ়া বাপেক পসেনদিক শ্ৰাৱস্তীৰ পৰা বাহিৰ কৰি খেদি দিলে। পসেনদিয়ে নিজৰ ভাগিনীয়েক অজাতশত্ৰুৰ ওচৰত আশ্ৰয় লোৱাৰ উদ্দেশ্যে ভেশচন কৰি ৰাজগৃহৰ ফালে যাত্ৰা কৰিলে। কিন্তু বাটত বৰ কষ্ট পোৱা হেতুকে ৰাজগৃহৰ বাহিৰৰ এখন ধৰ্ম্মশালাতে তেওঁৰ মৃত্যু হল।

বাপেকৰ মৃত্যুৰ পিচত ৱিডূডভে শাক্যসকলৰ ওপৰত আক্ৰমণ চলাবলৈ স্থিৰ কৰিলে ; কিন্তু ভগৱান বুদ্ধই উপদেশ দি তেওঁক দুবাৰো এই সিদ্ধান্তৰ পৰা বিৰত কৰালে। কিন্তু তৃতীয় বাৰ হলে বুদ্ধই কোনো

কথা কৰলৈকে সুবিধা নাপালে আৰু ৱিডুডভে নিজৰ সিদ্ধান্ত কাৰ্য্যকৰী কৰিবলৈ সুযোগ পালে। তেওঁ শাক্যসকলৰ ওপৰত আক্ৰমণ চলাই তেওঁলোকক সম্পূৰ্ণভাৱে পৰাস্ত কৰিলে। বশ্যতা স্বীকাৰ কৰা আৰু পলাই যোৱা সকলৰ বাহিৰে বাকী আটাইকে ৱিডুডভে বধ কৰিলে। লৰাছোৱালীহঁতো বাদ নগল। তাৰ পিচত সেই তেজেৰে নিজৰ আসন ধুৱালে।

শাক্যসকলক ধ্বংস কৰি ৱিডূডভ শ্ৰাৱস্তীলৈ উভতি গল আৰু অচিৰৱতী নৈৰ পাৰত বাহৰ পাতি সৈন্য সকলক জিৰণি লবলৈ দিলে। তেতিয়া ওচৰ কাষৰৰ অঞ্চলত অকালতে মেঘ আহি ধাৰাষাৰে বৰষুণ হবলৈ ধৰিলে। অচিৰৱতীত দোকোলটকা বানপানী আহিল আৰু বানপানীৰ কোবাল ঢৌত ৱিডূডভ আৰু তেওঁৰ সৈন্য-সামন্ত উটি গল।

বিডূডভৰ কাহিনীৰ পৰা স্পষ্টভাৱে জনা যায় যে মগধ দেশৰ নিচিনাকৈয়ে কোসল দেশতো একসত্তাত্মক শাসন প্ৰণালী ক্ৰমে সুদৃঢ় হৈ গৈছিল। বিডূডভে ৰাইজৰ প্ৰিয় ৰজা বাপেকৰ সিংহাসন অধিকাৰ কৰি ললে কিন্তু তথাপিও কোসলৰ ৰাইজে তাৰ বিৰুদ্ধে এষাৰ কথাও ফুটাই নকলে।

৫। **ৱজ্জী**—মহাজনসত্তাত্মক ৰাজ্যবোৰৰ ভিতৰত মাথোন তিনিখন ৰাজ্য স্বতন্ত্ৰ হৈ ৰল—এখন হল ৱজ্জীসকলৰ আৰু আন দুখন হল পাৱা আৰু কুশিনাৰাৰ মল্লসকলৰ। এই তিনিখন ৰাজ্যৰ ভিতৰত ৱজ্জীসকলৰ ৰাজ্য সবল আৰু সম্পন্ন আছিল কিন্তু সোনকালেই তাৰো লোপ হল। তথাপিও পুৱাৰ শুকতৰাৰ নিচিনা তেতিয়া এই ৰাজ্য খনেই জিলিকি আছিল। বুদ্ধভগৱানৰ এনে এখন মহাজনসত্তাত্মক ৰাজ্যতে জন্ম হৈছিল। কিন্তু শাক্যসকলৰ স্বাধীনতা আগতেই লোপ পাইছিল। ৱজ্জীসকলে নিজৰ একতা আৰু পৰাক্ৰমৰ বলেৰে বুদ্ধৰ

জীৱনকালত নিজৰ স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখিব পাৰিছিল। গতিকে বুদ্ধ-ভগৱানৰ অন্তৰত ৱজ্জীসকলৰ প্ৰতি আদৰ হোৱাটো স্বাভাৱিক আছিল। 'মহাপৰিনিব্বানসুত্ত'ত উল্লেখ আছে যে দূৰৈৰ পৰা যোৱা লিচ্ছৱিসকলক দেখা পাই ভগৱান বুদ্ধই কৈছিল 'হে ভিক্ষুসকল, যি সেই ত্ৰিংশৎ দেৱতা দেখা নাই, তেওঁলোকে এই লিচ্ছৱিসকলৰ সমূহ চালেই হব।'

ৱজ্জীসকলৰ ৰাজধানী আছিল বৈশালী নগৰী। তাৰে দাঁতি কাষৰত বাস কৰা লোকসকলক লিচ্ছৱি বোলা হৈছিল। তাৰ পূবৰ পিনে প্ৰথমতে বিদেহৰ ৰাজ্য আছিল য'ত জনকৰ নিচিনা উদাৰ ৰজাই ৰাজত্ব কৰিছিল। 'ললিত-ৱিস্তৰ'ৰ পৰা জনা যায় যে বিদেহৰ শেষ ৰজা সুমিত্ৰই মিথিলা নগৰীত ৰাজত্ব কৰিছিল। তাৰ পিচত বিদেহ ৰাজ্য ৱজ্জীসকলৰ ৰাজ্যৰ লগত সংযুক্ত কৰা হয় চাগৈ।

ৱজ্জীসকলৰ সমৃদ্ধিৰ কাৰণ সম্বন্ধে বুদ্ধভগৱানে যি সাতোটা নিয়মৰ উপদেশ দিছিল তাৰ বৰ্ণনা 'মহাপৰিনিব্বাণ সুত্ত'ৰ আৰম্ভণিতে আৰু 'অঙ্গুত্তৰ নিকায়'ৰ সুত্তক নিপাতত পোৱা যায়। 'মহাপৰিনিব্বাণ সুত্ত'ৰ অট্ঠ কথাত এই নিয়মবোৰৰ বহলাই টীকা কৰা হৈছে। তাৰ পৰা অনুমান হয় যে ৱজ্জীসকলৰ ৰাজ্যত এক প্ৰকাৰৰ জুৰিৰ বিচাৰ (পঞ্চায়ত) পদ্ধতি আছিল আৰু প্ৰায়ে নিৰপৰাধ লোকক শাস্তি দিয়া নহৈছিল। তেওঁলোকৰ আইন লিপিবদ্ধ আছিল আৰু তেওঁলোকে তাক মানি চলিবলৈ সততে চেষ্টা কৰিছিল।

৬। **মল্ল**—মল্ল সকলৰ ৰাজ্য ৱজ্জীসকলৰ পূব পিনে আৰু কোসল দেশৰ পছিম পিনে আছিল। ইয়াতো ৱজ্জীসকলৰ নিচিনাকৈয়ে গণ-তন্ত্ৰাত্মক শাসন প্ৰণালী চলিছিল। কিন্তু মল্লসকলৰ নিজৰ মাজত বিভেদৰ সৃষ্টি হৈছিল। ফলত মল্লসকল পাৱাৰ মল্ল আৰু কুশিনাৰাৰ মল্ল নামেৰে দুটা ভাগত বিভক্ত হৈ পৰিছিল।

মগধ দেশৰ পৰা কোসল দেশলৈ যাবলৈ হলে মল্লসকলৰ ৰাজ্যৰ মাজেৰে যাব লাগিছিল। সেই বাবে বুদ্ধভগৱানে বাৰে বাৰে এই ৰাজ্যৰ মাজেৰে অহা-যোৱা কৰিছিল। বুদ্ধভগৱানে পাৱা নিবাসী চুন্দ কমাৰৰ ঘৰত অন্ন গ্ৰহণ কৰিছিল ; তাৰ পিচত তেওঁ বেমাৰত পৰি যায়। তাৰ পৰা কুশীনাৰালৈ যাওঁতে সেই নিশাই তেওঁৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি হয়। আজি-কালিও তাত এটা সৰু স্তূপ আৰু মন্দিৰ আছে। তাক দৰ্শন কৰাৰ উদ্দেশ্যে তাত বৌদ্ধ যাত্ৰীৰ সমাগম হয়। পাৱা বা পডৱণা গাৱোঁ তাৰে ওচৰত। তাৰ পৰা পাৱাৰ মল্ল আৰু কুশীনাৰাৰ মল্ল ওচৰা-ওচৰিকৈ আছিল বুলি অনুমান হয়। এই ৰাজ্য দুখনত বুদ্ধৰ ভালেমান শিষ্য আছিল। এই ৰাজ্য দুখন স্বতন্ত্ৰ আছিল, কিন্তু ৱজ্জীইঁতৰ গণ-তন্ত্ৰাত্মক ৰাজ্যৰ সমান এই দুখন ৰাজ্যৰ প্ৰতিপত্তি নাছিল। হয়তো ৱজ্জীসকলৰ ৰাজ্য প্ৰতাপশালী হোৱা হেতুকেই এই ৰাজ্য দুখনৰ গণতন্ত্ৰাত্মক সত্তা তিষ্ঠি আছিল।

৭। **চেতী**—'চেতিয়' আৰু 'ৱেস্সন্তৰ' নামৰ জাতক দুখনৰ পৰা এই ৰাষ্ট্ৰৰ বিৱৰণ জনা যায়। 'চেতিয় জাতক' ( সং ৪২২ ) মতে এই ৰাষ্ট্ৰৰ ৰাজধানী আছিল সোথিৱতী ( স্বস্তিৱতী ) আৰু ইয়াত এই ৰাজ্যৰ ৰজাসকলৰো তালিকা দিয়া হৈছে। শেষ ৰজা উপচৰ বা অপচৰে হেনো মিছা কথা কৈছিল আৰু নিজৰ পুৰোহিতৰ শাপত তেওঁ নৰকত পৰিছিল। তেওঁৰ পাঁচজন লৰাই গৈ পুৰোহিতৰ শৰণ মাগিলত পুৰোহিতে তেওঁলোকক ৰাজ্য এৰি গুচি যাবলৈ কলে আৰু পুৰোহিতৰ আজ্ঞা অনুসৰি তেওঁলোকে নিজৰ ৰাজ্য এৰি গুচি গল। তাৰ পিচত পাঁচোজনে পাঁচ খন নগৰ পাতিলেগৈ, এই জাতকত এই বুলিও বৰ্ণনা কৰা আছে।

ৱেস্সন্তৰৰ পত্নী মদ্দী ( মাদ্ৰী ) মদ্দ (মদ্ৰ) ৰাষ্ট্ৰৰ ৰাজকুঁৱৰী আছিল। 'ৱেস্সন্তৰ জাতক' কথাৰ পৰা জনা যায় যে এই ৰাষ্ট্ৰক হেনো চেতিয়

ৰাষ্ট্ৰও বোলা হৈছিল। ৱেস্‌সন্তৰৰ নিজ দেশ শিৱি, এই চেতিয় ৰাষ্ট্ৰৰ ওচৰতে আছিল। তাৰ শিৱি ৰজাই নিজৰ চকু ব্ৰাহ্মণক দান দিয়াৰ কাহিনী জাতক কথাৰ ভিতৰতে এটা প্ৰসিদ্ধ কাহিনী।[1] ৱেস্‌সন্তৰ জাতকৰ মতে ৱেস্‌সন্তৰ ৰাজকুমাৰেও নিজৰ মঙ্গল হাতী, নিজৰ তিৰোতা আৰু ছুয়োটা লৰাকে হেনো ব্ৰাহ্মণক দান দিছিল। এই কথা 'ৱেস্‌সন্তৰ জাতক'ত পোৱা যায়। ইয়াৰ পৰা দেখা যায় যে শিৱি আৰু চেতিয়া সকলৰ (চৈদ্য) ৰাষ্ট্ৰত ব্ৰাহ্মণ সকলৰ প্ৰতিষ্ঠা অতি বেচি আছিল আৰু সেইবাবে এই ৰাজ্য ছুখন আৰু পছিমৰ পিনে থকা যেন অনুমান হয়। বুদ্ধৰ সময়তো শিৱি আৰু চেতিয়সকলৰ নাম চলি আছিল; কিন্তু তালৈ বুদ্ধভগৱান কেতিয়াবা গৈছিল বুলি হলে কোনো উল্লেখ পোৱা নাযায়। হয়তো অঙ্গ দেশ মগধ ৰাজ্যৰ লগত চামিল হোৱাৰ নিচিনাকৈয়ে এই ছুখন দেশো তেতিয়া আন কাৰোবাৰ ৰাজ্যৰ লগত চামিল হৈ গৈছিল। যিয়েই নহওক অন্ততঃ বুদ্ধভগৱানৰ জীৱনীৰ লগত এই ৰাজ্য ছুখনৰ যে কোনো সম্পৰ্ক নাছিল, তাক হলে অৱশ্যে কব পৰা যায়।

৮। **ৱংস (ৱৎস)**—ৱংসৰ ৰাজধানী আছিল কোসম্বী (কৌশাম্বী)। বুদ্ধৰ সময়ত তাৰ গণতন্ত্ৰাত্মক শাসন-প্ৰণালী লোপ পাইছিল, আৰু তাত উদয়ন নামৰ এজন অতিশয় বিলাসী ৰজা একচ্ছত্ৰী শাসক হৈ উঠিছিল বুলিও জানিব পৰা যায়। 'ধম্মপদ অট্ঠকথা'ত এই ৰজা সম্বন্ধে এটি কাহিনী দিয়া হৈছে; কাহিনীটো হল এই—

উদয়ন আৰু উজ্জেনৰ ৰজা চণ্ডপ্ৰদ্যোতৰ মাজত ঘোৰ শত্ৰুতা আছিল। যুদ্ধত উদয়নক হৰুৱাৰ কোনো সম্ভাৱনা দেখা নাপাই প্ৰদ্যোতে উদয়নক বন্দী কৰাৰ বাবে এটা বুধি পাঙিলে। উদয়ন ৰজাই হাতী ধৰাৰ মন্ত্ৰ জানিছিল আৰু হাবিলৈ হাতী আহিলেই তেওঁ মানুহ-

(১) চাওক—সিৱিজাতক, সং ৪৯৯।

মুহুহ লৈ হাতী ধৰিবলৈ গৈছিল। চণ্ডপ্ৰদ্যোতে এটা নকলী হাতী সজালে আৰু সেই কৃত্ৰিম হাতীটো বৎস ৰাজ্যৰ সীমাত এৰি দি আহিবলৈ নিৰ্দ্দেশ দিলে। নিজৰ ৰাজ্যৰ সীমাত এটা নতুন হাতী ওলোৱাৰ বাতৰি শুনাৰ লগে লগে উদয়ন ৰজা হাতী ধৰিবলৈ ওলাই আহিল। নকলী হাতীৰ ভিতৰত লুকাই থকা মানুহে হাতীটো দৌৰাবলৈ ধৰিলে; উদয়নেও হাতীৰ পিচে পিচে খেদি গল। হাতী গৈ চণ্ডপ্ৰদ্যোতৰ ৰাজ্যৰ সীমাৰ ভিতৰ সোমাল। তাত লুকাই থকা চণ্ডপ্ৰদ্যোতৰ চিপাহীয়ে উদয়নক বন্দী কৰি উজ্জৈনলৈ লৈ গল।

উদয়নক চণ্ডপ্ৰদ্যোতৰ আগত হাজিৰ কৰোৱা হল; তেতিয়া চণ্ড-প্ৰদ্যোতে তেওঁক কলে, "যদি তুমি হাতী ধৰাৰ মন্ত্ৰ শিকোৱা তেন্তে মই তোমাক এৰি দিম, নহলে মাৰি পেলাম।" কিন্তু উদয়ন হলে সেই লোভত বান্ধ নাখালে আৰু চণ্ডপ্ৰদ্যোতৰ ভাবুকীয়েও তেওঁক ভয় খুৱাব নোৱাৰিলে। তেওঁ কলে, "মোক প্ৰণাম কৰি যদি মোৰ শিষ্য হিচাপে তুমি মন্ত্ৰৰ অধ্যয়ন কৰা তেন্তে মই তোমাক মন্ত্ৰ শিকাম। নহলে তুমি যি ইচ্ছা তাকে কৰিব পাৰা।"

প্ৰদ্যোত বৰ অহঙ্কাৰী আছিল; গতিকে তেওঁ সেই চৰ্ত্ত ভাল নাপালে। কিন্তু উদয়নক মাৰি মন্ত্ৰৰ লোপ কৰাটোও উচিত বুলি বিবেচনা নকৰিলে। গতিকে তেওঁ উদয়নক সুধিলে, "তুমি জানো আন কাৰোবাক মন্ত্ৰ শিকাবা। তুমি যদি মোৰ ইচ্ছা মতে আন কোনো লোকক মন্ত্ৰ শিকাই দিয়া তেন্তে তোমাক মুক্তি দিম।"

উদয়নে কলে, "যি তিৰোতা অথবা পুৰুষে মোক প্ৰণাম কৰি মোৰ শিষ্য হিচাপে মন্ত্ৰ অধ্যয়ন কৰিব মই তেনে লোককে এই বিদ্যা শিকাম।"

চণ্ডপ্ৰদ্যোতৰ কন্যা বাসুলদত্তা ( ৱাসৱদত্তা ) বৰ বুদ্ধিমতী আছিল। মন্ত্ৰ গ্ৰহণ কৰিবলৈ তেওঁ অৱশ্যে সমৰ্থ আছিল; কিন্তু তেওঁক উদয়নৰ লগত সম্পৰ্কত আহিবলৈ দিয়াটো চণ্ডপ্ৰদ্যোতৰ ভাল নালাগিল।

এতেকে তেওঁ উদয়নক কলে, "মোৰ ঘৰত এজনী কুঁজী দাসী আছে ; তাই আঁৰকাপোৰৰ পিচ পিনে বহি তোমাক প্ৰণাম কৰিব আৰু তোমাৰ শিষ্যত্ব স্বীকাৰ কৰি মন্ত্ৰ শিকিব। যদি তাইৰ মন্ত্ৰসিদ্ধি হয় তেন্তে তোমাক মুক্তি দি তোমাৰ ৰাজ্যলৈ পঠাই দিম।"

উদয়ন তাত সন্মত হ'ল। ইফালে প্ৰদ্যোতে ৱাসৱদত্তাৰ আগত কলে, "এজন ধল ওলোৱা ( শ্বেতকুষ্ঠ হোৱা ) মানুহে হাতীৰ মন্ত্ৰ জানে। তাৰ মুখ নোচোৱাকৈয়ে তাক তুমি প্ৰণাম কৰি মন্ত্ৰ শিকি লোৱা !"

তাৰ পিচত ৱাসৱদত্তাই আঁৰকাপোৰৰ পিচৰ পৰাই উদয়নক প্ৰণাম কৰি মন্ত্ৰ শিকিবলৈ ললে। মন্ত্ৰ শিকোঁতে তেওঁৰ মুখত কিবা শব্দৰ উচ্চাৰণ ভালদৰে নোহোৱাত উদয়ন অসন্তুষ্ট হল আৰু কলে, "অ, কুঁজীদাসী, তোৰ ওঠদুটাও বৰ ডাঠ যেন লাগিছে অ।" তেতিয়া ৱাসৱদত্তাৰ বৰ খং উঠিল আৰু কলে, "হেৰ বগাবেমাৰে ধৰা, তই ৰাজ-কন্যাকো কুঁজীদাসী বুলি কবলৈ সাহ কৰনে ?"

উদয়ন হতবম্ব হল—ঘটনা কি ! গতিকে তেওঁ আঁৰকাপোৰখন গুচাই দিলে। তুৰন্তে উভয়ে প্ৰদ্যোতৰ চক্ৰান্ত বুজিব পাৰিলে আৰু দুয়োৰো মাজত পাৰস্পৰিক আসক্তি জন্মিল। তেওঁলোকে অৱন্তীৰ পৰা পলাই যোৱাৰ ষড়যন্ত্ৰ কৰিলে। ৱাসৱদত্তাই শুভ মুহূৰ্ত্তত ঔষধি আনিবলৈ হাতী এটা লাগে বুলি বাপেকৰ আগত কৈ ভদ্ৰৱতী নামৰ এটা হাতী যোগাৰ কৰি ললে। তাৰ পিচত প্ৰদ্যোত উদ্যান-ক্ৰীড়ালৈ যোৱাৰ ছেগ চাই ৱাসৱদত্তা আৰু উদয়ন ভদ্ৰৱতী হাতীজনীত উঠি পলাই গল। উদয়ন তো হাতী চলোৱাত ওস্তাদ আছিলেই। কিন্তু সেই কথা গম পাই ৰজাৰ সৈন্যই তেওঁলোকক পিচে পিচে খেদি গৈ আগচি ধৰিলে। পিচত ৱাসৱদত্তা ইয়াৰ কাৰণেও আগৰে পৰা সাজু হৈ আছিল। তেওঁ বাপেকৰ ৰাজভঁৰালৰ পৰা ভালেমান সোণৰ মোহৰেৰে ভৰা মোনা লগত লৈ গৈছিল। তাৰে এখন মোনা উলিয়াই

মোহৰবোৰ ৰাস্তাত সিঁচি দিলে। সৈন্যইঁত সেই মোহৰ বুটলিবলৈ থপিয়াথপি লগালে, সেই সুযোগতে উদয়নে হাতীক আগবঢ়াই নিলে। অলপ পিচত আকৌ সৈন্যইঁতে আগচি ধৰাত ৱাসৱদত্তাই আগৰ নিচিনাকৈ আৰু এখন সোণৰ মোহৰৰ মোনা উবুৰিয়াই বাটত সিঁচি দিলে। এইদৰে বাটত মোহৰ সিঁচি সিঁচি দি তেওঁলোক দুয়ো কৌশাম্বীত উপস্থিত হলগৈ।

উদয়নৰ সম্পৰ্কে আৰু প্ৰসিদ্ধ কাহিনী আছে। এদিনাখন তেওঁ ক্ৰীড়াৰ উদ্দেশ্যে নিজৰ উদ্যানলৈ গৈছিল। তাতেই তেওঁৰ টোপনি আহিল। তাৰে ওচৰৰে এজোপা গছৰ তলত পিণ্ডোল ভাৰদ্বাজ ভিক্ষু বহি আছিল। ৰজাৰ টোপনি অহা দেখি তেওঁৰ ৰাণী কেইগৰাকী পিণ্ডোল ভাৰদ্বাজৰ ওচৰলৈ গল আৰু তেওঁৰ উপদেশ শুনিবলৈ ধৰিলে। ইফালে ৰজা উদয়নে সাৰ পালে আৰু খং উঠি তেওঁ পিণ্ডোল ভাৰদ্বাজৰ গাত ৰঙা পৰুৱা এৰি দিবলৈ চেষ্টা কৰিলে। 'সংযুত্তনিকায়'ৰ অট্ঠকথাত এই ঘটনাৰ উল্লেখ পোৱা যায়। পিচলৈ গৈ পিণ্ডোল ভাৰদ্বাজৰ উপদেশ শুনি উদয়নো হেনো বুদ্ধোপাসক হৈছিল।

'অঙ্গুত্তৰনিকায়'ৰ অট্ঠকথা আৰু 'ধম্মপদ'ৰ অট্ঠকথাত এই বুলি উল্লেখ কৰা হৈছে যে কৌশাম্বীত ঘোষিত, কুক্কুট আৰু পাৱাৰিক নামৰ তিনিজন শ্ৰেষ্ঠীয়ে বোলে ভিক্ষু-সংঘৰ কাৰণে যথাক্ৰমে ঘোষিতাৰাম, কুক্কুটাৰাম আৰু পাৱৰিকাৰাম নামৰ তিনিটা বিহাৰ সজাই দিছিল।[২] উদয়ন ৰজাৰ এগৰাকী প্ৰধানা মহিষী সামাৱতী আৰু তেওঁৰ দাসী খুজ্জুত্তৰা ( কুব্জা উত্তৰা ) ভগৱানৰ দুগৰাকী প্ৰধানা উপাসিকা আছিল। এই বোৰ কাহিনীৰ পৰা জনা যায় যে উদয়ন ৰজাৰ বুদ্ধৰ প্ৰতি বিশেষ শ্ৰদ্ধা নাথাকিলেও কৌশাম্বীৰ ভালেমান লোক বুদ্ধ-ভক্ত আছিল আৰু

---

(২) চাওক—বৌদ্ধ সংঘাচা পৰিচয়, পৃঃ ২৩৭-২৪৫।

ভিক্ষুসকল যাতে ভালদৰে চলিব পাৰে তাৰ সুবিধা কৰি দিবলৈকো তেওঁলোকৰ আগ্ৰহ আছিল।

৯। **কুৰু**—কুৰুদেশৰ ৰাজধানী আছিল ইন্দ্ৰপ্ৰস্থ নগৰী। বুদ্ধৰ সময়ত তাত কৌৰব্য নামৰ এজন ৰজাই ৰাজত্ব কৰিছিল—ইমানকে মাথোন জনা যায়। কিন্তু তাৰ শাসনপ্ৰণালী কেনে ধৰণৰ আছিল, সেই বিষয়ে হলে একো জনা নাযায়। এই দেশত বুদ্ধৰ ভিক্ষু-সংঘৰ বাবে এটাও বিহাৰ নাছিল। বুদ্ধভগৱানে ধৰ্ম্মোপদেশ দি ফুৰোঁতে কেতিয়াবা এই দেশত উপস্থিত হলে হয়তো গছৰ তলত নহলে আন কোনো ঠাইত অৱস্থান কৰিছিল। তথাপি এই কথা স্থূলে জনা যায় যে এই দেশতো বুদ্ধৰ উপদেশ বিচৰা ভালেমান লোক আছিল, তাৰে ৰাষ্ট্ৰপাল নামৰ এজন ধনী যুৱক ভিক্ষু হোৱাৰ বিৱৰণ 'মজ্‌ঝিমনিকায়'ত বিতংভাৱে দিয়া হৈছে। 'সুত্তপিটক'ত কুৰু দেশৰ কম্মাসদম্ম (কল্মাষ-দম্য) নামৰ নগৰৰ ওচৰত বুদ্ধ ভগৱানে সতিপট্‌ঠানৰ নিচিনা কিছুমান শ্ৰেষ্ঠ উপদেশ দিয়াৰ কথাও উল্লেখ কৰা হৈছে। অনুমান হয় যে তাৰ সাধাৰণ ৰাইজে বুদ্ধক সন্মান কৰিছিল; কিন্তু অধিকাৰীসকলৰ মাজত হলে কোনো বুদ্ধ-ভক্ত নাছিল; তেওঁলোকৰ মাজত বৈদিক ধৰ্ম্মহে ভালদৰে চলিছিল।

১০ আৰু ১১। **পঞ্চাল (পাঞ্চাল) আৰু মচ্ছ (মৎস্য)**—উত্তৰ পাঞ্চালৰ ৰাজধানী কম্পিল্ল (কাম্পিল্য) আছিল বুলি 'জাতক অট্‌ঠকথা'ৰ ভালেমান ঠাইত উল্লেখ কৰা হৈছে; কিন্তু মৎস্য দেশৰ ৰাজধানী সম্বন্ধে হলে কোনো উল্লেখ পোৱা নাযায়। ইয়াৰ পৰা অনুমান হয় যে বুদ্ধৰ সময়ত এই দেশ দুখনৰ কোনো বিশেষ গুৰুত্ব নাছিল। এই দেশ দুখনত ভগৱান বুদ্ধই যাত্ৰা কৰা নাছিল, গতিকে তাৰ মানুহ অথবা নগৰবোৰৰ সম্বন্ধে বৌদ্ধ গ্ৰন্থসমূহত বিশেষ উল্লেখ পোৱা নাযায়।

১২। **সূৰসেন ( শূৰসেন )**—সূৰসেনৰ ৰাজধানী আছিল মধুৰা ( মথুৰা )। তাত অৱন্তিপুত্ৰ নামৰ এজন ৰজাই ৰাজত্ব কৰিছিল। অৱন্তিপুত্ৰ আৰু মহাকাত্যায়নৰ মাজত বৰ্ণাশ্ৰম ধৰ্ম্মৰ বিষয়ে যি আলোচনা হৈছিল, 'মজ্‌ঝিমনিকায়'ৰ মধুৰসুত্তত তাৰ বৰ্ণনা দিয়া হৈছে। এই দেশলৈ ভগৱান বুদ্ধ কদা কাচিৎহে গৈছিল। 'অঙ্গুত্তৰনিকায়'ৰ পঞ্চক নিপাতৰ তলত দিয়া সুত্তৰ পৰা অনুমান হয় যে তেওঁ মধুৰাক বিশেষ ভাল নাপাইছিল :

পঞ্চিমে ভিক্‌খৱে আদীনৱা মধুৰায়ং। কতমে পঞ্চ? ৱিসমা, বহুৰজা, চণ্ডসুনৰৱা, ৱালযক্‌খা, দুল্লভপিণ্ডা। ইমে খো ভিক্‌খৱে পঞ্চ আদীনৱা মধুৰায়ংতি।

অৰ্থাৎ "হে ভিক্ষুসকল, মথুৰাত পাঁচোটা দোষ আছে। সেই পাঁচোটানো কি? তাৰ ৰাস্তাবোৰ অসমান, সি ধুলিৰে ভৰা, কুকুৰবোৰ দুষ্ট, যক্ষসকল নিষ্ঠুৰ আৰু তাত ভিক্ষা পোৱাটো কঠিন। ভিক্ষুসকল, মথুৰাত পাঁচোটা দোষ আছে।"

১৩। **অস্‌সকা ( অশ্মক )**—'সুত্তনিপাত'ৰ পাৰায়ণ বগ্‌গৰ আৰম্ভনিতে যি বথুগাথা আছে, তাৰ পৰা অনুমান হয় যে অস্‌সক ৰাজ্য গোদাবৰী নৈৰ কাষৰ কোনো ঠাইত আছিল। শ্ৰাৱস্তীত থকা বাৱৰী নামৰ ব্ৰাহ্মণে নিজৰ ষোলজন শিষ্যৰে সৈতে এই ৰাজ্যত বাস কৰিছিল।

সো অস্‌স কসস ৱিসয়ে অলকস্‌স সমাসনে।
ৱসী গোদাৱৰী কূলে উঞ্ছেন চ ফলেন চ॥

অৰ্থাৎ "তেওঁ ( বাৱৰী ) অশ্মক ৰাজ্যত আৰু অলক ৰাজ্যৰ কাষত গোদাবৰী নৈৰ পাৰত ভিক্ষা আৰু ফল সংগ্ৰহ কৰি বাস কৰিবলৈ ধৰিলে।"

অট্‌ঠকথাকাৰৰ মতে অস্‌সক আৰু অলক দুয়োবো আন্ধ্ৰ ( অন্ধক ) ৰজা আছিল আৰু তেওঁৰ ৰাজ্যৰ ওচৰতে বাৱৰীয়ে ষোলজন শিষ্যৰে

সৈতে এখন উপনিবেশ পাতিছিল আৰু সি ধীৰে ধীৰে বাঢ়ি গৈছিল। দক্ষিণ অঞ্চলত বৈদিক ধৰ্ম্ম প্ৰচাৰকৰ এই খনেই প্ৰথম উপনিবেশ আছিল বুলিও আমি কব পাৰোঁহক। বুদ্ধ বা তেওঁৰ সমসাময়িক ভিক্ষুসকলে এই অঞ্চল ঢুকি পোৱা নাছিলগৈ, গতিকে বৌদ্ধ-সাহিত্যত এই ৰাজ্য সম্বন্ধে বিশেষ তথ্যাদি পোৱা নাযায়। তথাপি বুদ্ধৰ কীৰ্ত্তি হলে তালৈকো বিয়পি পৰিছিল। সেই কথা শুনি বাৱৰীয়ে তেওঁৰ শিষ্য যোলজনক বুদ্ধ-দৰ্শনৰ কাৰণে পঠাই দিছিল। তেওঁলোক বাটকুৰি বাই আহি আহি মধ্যদেশত উপস্থিত হল আৰু শেহত ৰাজগৃহলৈ গৈ ভগৱান বুদ্ধৰ লগত সাক্ষাৎ কৰি তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিলে। এইবোৰ কথা উল্লিখিত 'পৰায়ণ বগ্‌গত'হে পোৱা যায়; কিন্তু তাৰ পিচত তেওঁলোকে উভতি গৈ গোদাবৰী প্ৰদেশত ধৰ্ম্ম প্ৰচাৰ কৰিছিল নে নাই, সেই সম্বন্ধে হলে কোনো উল্লেখ পোৱা নাযায়।

১৪। **অৱন্তী**—অৱন্তীৰ ৰাজধানী উজ্জৈন আৰু তাৰ ৰজা চণ্ডপ্ৰদ্যোত সম্বন্ধে ভালেমান উল্লেখ আছে। এবাৰ চণ্ডপ্ৰদ্যোতৰ অসুখ হোৱাত তেওঁৰ আমন্ত্ৰণক্ৰমে মগধদেশৰ প্ৰসিদ্ধ বৈদ্য জীৱক কৌমাৰভৃত্য তেওঁক চিকিৎসা কৰিবলৈ উজ্জৈনলৈ গৈছিল। প্ৰদ্যোতৰ স্বভাৱ অতিশয় নিষ্ঠুৰ আছিল হেতুকে তেওঁৰ নামৰ আগত 'চণ্ড' বিশেষণ প্ৰয়োগ কৰা হৈছিল আৰু সেই কথা জীৱকেও ভালদৰে জানিছিল। ৰজাক ঔষধ দিয়াৰ আগতে তেওঁ বনলৈ গৈ ঔষধ অনাৰ ছেলু দেখুৱাই ৰজাৰ পৰা ভদ্ৰৱতী নামৰ এজনী হাতী খুজি ললে আৰু ৰজাক ঔষধ দি হাতীত উঠি তাৰ পৰা পলাই গল। ইফালে ঔষধ খোৱাৰ লগে লগে ৰজাৰ ভয়ানক বমি হবলৈ ধৰিলে। তেতিয়া ৰজাৰ বৰ খং উঠিল আৰু জীৱকক ধৰি আনিবলৈ আদেশ দিলে। কিন্তু তাৰ আগতেই জীৱক আঁতৰি পৰিছিল। তেওঁক অনুসৰণ কৰিবলৈ ৰজাই কাক

নামেৰে নিজৰ দাস এজনক পঠাই দিলে। কাকে লৰা-ধপৰা কৰি গৈ কোশাম্বীত জীৱকক ধৰা পেলালে। জীৱকে তাক এটা ঔষধ লগোৱা আমলখি খাবলৈ দিলে, ফলত কাকৰ বৰ দুৰ্গতি হল। সিফালে ভদ্দৱতীত উঠি জীৱক নিৰাপদে ৰাজগৃহ পালেগৈ। ইফালে প্ৰদ্যোত সম্পূৰ্ণ সুস্থ হল। কাক দাসো ভাল হৈ উজ্জৈনত উপস্থিত হল। ৰোগ-মুক্ত হৈ আগৰ স্বাস্থ্য ঘূৰাই পোৱা দেখি প্ৰদ্যোত জীৱকৰ ওপৰত বৰ সন্তুষ্ট হল। প্ৰদ্যোতে জীৱকক উপহাৰ দিবলৈ সিৱেয়্যক নামৰ এসাজ কাপোৰ ৰাজ-গৃহলৈ পঠাই দিলে।[৬]

এই কাহিনীৰ লগত 'ধম্মপদ অট্ঠকথা'ৰ কাহিনীৰ ভালেখিনি মিল আছে। কিন্তু এই কাহিনীৰ এটা আনটোৰ পৰা ৰচনা কৰা হৈছেনে দুয়োটা বেলেগ বেলেগ সময়ত ৰচিত হৈছে তাক হলে জনা নাযায়। তথাপি দুয়োটা কাহিনীৰ পৰা এইখিনি অনুমান কৰিব পাৰি যে প্ৰদ্যোত এজনা বৰ খঙাল আৰু সাৰ্ব্বভৌম ৰজা আছিল।

বুদ্ধ ভগৱান কোনোদিনে প্ৰদ্যোতৰ ৰাজ্যলৈ যোৱা নাছিল। তেওঁৰ অন্যতম মুখ্য শিষ্য মহাকাত্যায়ন প্ৰদ্যোতৰ পুৰোহিতৰ লৰা আছিল। বাপেকৰ মৃত্যুৰ পিচত তেৱেঁই পুৰোহিতৰ বাব পাইছিল। কিন্তু তাত মনলৈ শান্তি নহাত তেওঁ মধ্যদেশলৈ যায় আৰু তাতে বুদ্ধৰ ভিক্ষুশিষ্য হয়। মহাকাত্যায়ন স্বদেশলৈ উভতি যোৱাত প্ৰদ্যোতে আৰু আন আন লোকে তেওঁৰ যথেষ্ট আদৰ সৎকাৰ কৰে।[৭] জাতিভেদ সম্বন্ধে মথুৰাৰ ৰজা অৱন্তিপুত্ৰৰ লগত তেওঁৰ যি আলোচনা হৈছিল 'মজ্ঝিমনিকায়'ৰ 'মধুৰ' বা 'মধুৰিয় সুত্ত'ত তাক বৰ্ণনা কৰা হৈছে। মথুৰা আৰু উজ্জৈনত মহাকাত্যায়নৰ সুখ্যাতি থাকিলেও তাত বুদ্ধ ভগৱানৰ জীৱন কালত বৌদ্ধমতৰ অধিক প্ৰসাৰ হোৱা যেন অনুমান

(৬) চাওক—মহাবগ্‌গ, ভাগ ৮ম।

(৭) আৰু জানিবলৈ হলে 'বৌদ্ধ সজ্যাচা পৰিচয়', পৃষ্ঠা ১৬৫—১৬৮ চাওক।

সহয়। তাত ভিক্ষুশিষ্যৰ সংখ্যা বৰ কম আছিল। গতিকে এই অঞ্চলৰ কাৰণে বুদ্ধ ভগৱানে এই বুলি আদেশ দিছিল যাতে তাত পাঁচজন ভিক্ষুৱেও আন ভিক্ষুক উপসম্পদা দি সংঘত প্ৰৱেশ কৰাব পাৰিছিল। মধ্যদেশত হলে ইয়াৰ কাৰণে অন্ততঃ কুৰিজন ভিক্ষুৰ আৱশ্যকতা আছিল।[৮]

১৫। গন্ধাৰ ( গান্ধাৰ )—ইয়াৰ ৰাজধানী আছিল তক্কসিলা ( তক্ষশিলা )। ইযাত পুক্কুসাতি নামৰ এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ আদহীয়া বয়সত ৰাজ্য ত্যাগ কৰে আৰু খোজ কাঢ়ি ৰাজগৃহলৈকে যায় আৰু তাত ভিক্ষু-সংঘত প্ৰৱেশ কৰে। তাৰ পিচত পাত্ৰ আৰু চীৱৰ বিচাৰি ঘুৰি ফুৰোঁতে এজনী বলিযা গৰুৱে তেওঁক মাৰি পেলায়। 'মজ্ঝিমনিকায়'ৰ 'ধাতুৱিভঙ্গসুত্ত'ত তেওঁক গৰুৱে খুচি মৰাৰ কথা পোৱা যায়। তেওঁ তক্ষশিলাৰ ৰজা আছিল। কিদৰে বিম্বিসাৰ ৰজাৰ লগত তেওঁৰ মিত্ৰতা হৈছিল, এই সুত্তৰ অট্ঠকথাত তাৰো বিস্তৃত বৰ্ণনা আছে। তাৰ সাৰাংশ হল এই—

তক্ষশিলাৰ কেইজনমান বেপাৰী ৰাজগৃহলৈ গৈছিল। বিম্বিসাৰে তেওঁৰ চিৰাচৰিত অভ্যাস অনুসৰি তেওঁলোকক আদৰ সৎকাৰ কৰি তেওঁলোকৰ ৰজাৰ স্বভাৱ প্ৰকৃতিৰ কথা সুধিলে। বেপাৰী কেইজনে কলে যে তক্ষশিলাৰ ৰজা অতিশয় সজ্জন আৰু ৰজাৰ বয়সো তেওঁৰ সমানেই হব। তেতিয়া তক্ষশিলাৰ ৰজাৰ প্ৰতি বিম্বিসাৰৰ মনত মৰম জন্মিল। তেওঁ বেপাৰী কেইজনৰ কৰ মাফ কৰি দিলে আৰু ৰজাৰ ওচৰলৈ মিত্ৰতাৰ সন্দেশ পঠালে। এই কথাত পুক্কুসাতি ৰজা বিম্বিসাৰৰ ওপৰত বৰ প্ৰসন্ন হল। তেৱোঁ মগধদেশৰ পৰা অহা বেপাৰী সকলৰ কৰ মাফ কৰি দিলে আৰু সেই বেপাৰীসকলৰ লগতে নিজৰ চাকৰৰ

(৮) মহাৱগ্গ, ভাগ ৮ম ; বৌদ্ধ সভ্যাচা পৰিচয়, পৃষ্ঠা ৩০—৩১।

হাতত আঠখন বহুমূলীয়া বংকৰা পছমী কাপোৰ ৰজা বিম্বিসাৰলৈ পঠাই দিলে। বিম্বিসাৰ ৰজাই এই উপহাৰৰ সলনি এটা ধুনীয়া পেটাৰীত ভৰাই এখন স্বৰ্ণ-পট পঠাই দিলে। সেই স্বৰ্ণ-পটত উৎকৃষ্ট জৰীৰে বুদ্ধ ধৰ্ম্ম আৰু সংঘৰ গুণাৱলী লিখি পঠোৱা হৈছিল। তাক পাঠ কৰি পুক্কুসাতি ৰজাৰ অন্তৰত বুদ্ধৰ প্ৰতি প্ৰবল আগ্ৰহৰ সৃষ্টি হল আৰু শেহত ৰাজ-পাট এৰি পদব্ৰজে ৰাজ-গৃহলৈ যাত্ৰা কৰিলে।

ৰাজগৃহত কিদৰে এজন কুমাৰৰ ঘৰত বুদ্ধৰ লগত তেওঁৰ সাক্ষাৎ হল আৰু বুদ্ধই তেওঁক কি উপদেশ দিলে আৰু অৱশেষত কেনেকৈ গৰুৱে তেওঁক খুচি মাৰিলে আদি কথা আগেয়ে উল্লেখ কৰি অহা 'ধাতুৱিভঙ্গসুত্ত'ত পোৱা যায়।

'জাতক অটঠকথা'ৰ ভালেমান ঠাইত গান্ধাৰ আৰু তাৰ ৰাজধানী তক্ষশিলাৰ উল্লেখ পাবলৈ আছে। তক্ষশিলা কলাকৌশলৰ নিচিনাকৈয়ে বিদ্যাৰ ক্ষেত্ৰতো উন্নত আছিল। বেদাভ্যাস কৰিবলৈ ব্ৰাহ্মণকুমাৰ, ধনুৰ্বিদ্যা আৰু ৰাজ্য শাসন শিকিবলৈ ক্ষত্ৰিয়কুমাৰ আৰু শিল্পকলা বা আন কিবা ব্যৱসায় শিকিবলৈ তৰুণ বৈশ্য দূৰদূৰণিৰ পৰা গৈ তক্ষশিলাত উপস্থিত হৈছিল। ৰাজগৃহৰ খ্যাতনামা বৈদ্য জীৱক কৌমাৰভৃত্যয়ো তক্ষশিলাতে আয়ুৰ্বেদৰ অধ্যয়ন কৰিছিল। ভাৰতবৰ্ষৰ আটাইতকৈ পুৰণি আৰু প্ৰসিদ্ধ বিশ্ববিদ্যালয়ো তক্ষশিলাতে আছিল।

১৬। **কম্বোজ (কাম্বোজ)**—অধ্যাপক ৰীচ ডেৱিড্‌চৰ মতে কম্বোজ ৰাজ্য আছিল উত্তৰ-পশ্চিম পিনে আৰু ইয়াৰ ৰাজধানী আছিল দ্বাৰিকা।[৯] কিন্তু 'মজ্‌ঝিমনিকায়'ৰ 'অস্‌সলায়নসুত্ত'ত 'যোন কম্বোজেসু' বুলি ইয়াক যৱন দেশৰ লগত উল্লেখ কৰা হৈছে। তাৰ পৰা অনুমান হয় যে এই দেশ গান্ধাৰৰো সিপাৰত আছিল। এই সুত্তত

৯. *Buddhist India*, p. 28

এই বুলিও কোৱা হৈছে যে যৱন-কাম্বোজ দেশত আৰ্য্য আৰু দাস এই দুটা জাতি আছে আৰু কেতিয়াবা কেতিয়াবা আৰ্য্যৰ পৰা দাস আৰু দাসৰ পৰা আৰ্য্য হয়। কোনো কোনো জাতক কথাৰ পৰা গান্ধাৰ দেশত বৰ্ণাশ্ৰম ধৰ্ম্মই ভালদৰে শিপাই লৈছিল বুলিও স্পষ্টভাৱে জনা যায়। তক্ষশিলাত হলে অধিক ভাগ গুৰু আছিল ব্ৰাহ্মণ জাতিৰ, কিন্তু কাম্বোজত চাতুৰ্বণ্য প্ৰৱেশ কৰা নাছিল। গতিকে কাম্বোজ দেশ গান্ধাৰৰো সিপাৰে আছিল বুলি ধৰিব লাগিব।

'কুণাল জাতক'ৰ অট্‌ঠকথাৰ পৰা জনা যায় যে এই দেশৰ মানুহ হেনো বনৰীয়া ঘোঁৰা ধৰাত বৰ পাকৈত আছিল। ঘোঁৰা পানী খাবলৈ আহোঁতে তেওঁলোকে পানী খুঁৱলীৰ কোনো ঠাইত আৰু ওচৰৰ ঘাঁহনিত মৌ লগাই দিছিল। সেই ঘাঁহ খাই খাই গৈ থাকোঁতে ঘোঁৰা-বোৰ আগতে সাজি থোৱা খোৱাৰত সোমাইছিল আৰু তেতিয়া মানুহে খোৱাৰৰ দুৱাৰ বন্ধ কৰি দি লাহে লাহে ঘোঁৰাবোৰ ধৰি নিছিল। (আজি-কালিও এনেকুৱা পদ্ধতিৰে মহীশূৰৰ হাতী ধৰা হয়।) তেওঁ-লোকে বনৰীয়া ঘোঁৰা ধৰি কাম্বোজৰ বেপাৰীইঁতৰ ওচৰত বেচি দিছিল আৰু সেই বেপাৰীইঁতে মধ্যদেশৰ বাৰাণসী আদি নগৰলৈ গৈ সেই ঘোঁৰাবোৰ বিক্ৰী কৰিছিল।[১০]

কাম্বোজৰ অধিক লোকৰে বিশ্বাস আছিল যে কীট-পতঙ্গ আদিক মাৰিলে মানুহৰ আত্ম-শুদ্ধি হয়:

কীটা পতঙ্গা উৰগা চ ভেকা
হন্ত্বা কিমিং সুজ্‌ঝতি মক্ষিকা চ।
এতে হি ধম্মা অনৰীয়ৰূপা
কম্বোজকানং বিতথা বহুন্নং।[১১]

১০. উদাহৰণৰ বাবে 'তণ্ডুলনালিজাতক' চাওক।

১১. ভুৰিদত্তজাতক, শ্লোক ৯০৩।

অৰ্থাৎ 'কীট, পতঙ্গ, সাপ, ভেকুলি, কেচু আৰু মাখি মাৰিলে মানুহ শুদ্ধ হয়—এনে ধৰণৰ অনাৰ্য্য আৰু অতথ্য ধৰ্ম্ম কাম্বোজৰ বহুজনে মানি চলে।'

ইয়াৰ পৰা অনুমান হয় যে বৰ্ত্তমান সীমা প্ৰদেশৰ অধিবাসী সকলৰ নিচিনাকৈয়ে কাম্বোজৰ মানুহো পিচপৰা আছিল।

'মনোৰথপূৰণী অট্‌ঠকথাত' মহাকপ্পিনৰ কাহিনী পোৱা যায়। এই মহাকপ্পিনে সীমা প্ৰদেশৰ কুক্কুটৱতী নামৰ ৰাজধানীত ৰাজত্ব কৰিছিল আৰু পিচত বুদ্ধৰ মহিমাৰ কথা শুনি মধ্যপ্ৰদেশলৈ আহিছিল। চন্দ্ৰভাগা নৈৰ পাৰত তেওঁৰ বুদ্ধ ভগৱানৰ লগত দৰ্শন হৈছিল। তাতে ভগৱানে কপ্পিন আৰু তেওঁৰ অমাত্য সকলক ভিক্ষু-সংঘত গ্ৰহণ কৰে···আদি।[১২]

মহাকপ্পিন ৰজা আছিল আৰু তেওঁ কুক্কুটৱতীত ৰাজত্ব কৰিছিল। ইয়াৰ প্ৰমাণ 'সংযুত্তনিকায়'ৰ অট্‌ঠকথাতো পোৱা যায়। কিন্তু তাৰ পৰা হলে এইটো জানিব পৰা নাযায় যে এই কুক্কুটৱতী ৰাজধানী কাম্বোজত আছিল নে তাৰে ওচৰৰ কোনো পাহৰুৱা ৰাজ্যৰ ভিতৰত আছিল। কিন্তু বুদ্ধৰ জীৱন কালতে যে তেওঁৰ কীৰ্ত্তি আৰু প্ৰভাৱ সীমামুৰীয়া ঠাইত বাস কৰা জংঘলী মানুহৰ মাজতো বিয়পি পৰিছিল সেইটো হলে সঁচা। ইয়াৰ বাবে আধুনিক উদাহৰণ এটা দিব পৰা যায়। পঞ্জাবৰ উচ্চ সম্প্ৰদায়ৰ লোকৰ তুলনাত সীমা প্ৰদেশৰ পাঠান সকলৰ মাজত গান্ধীজীৰ প্ৰভাৱ ভালেখিনি অধিক দেখা যায়। যদি বুদ্ধৰ সময়তো এনে এটা অৱস্থা হৈছিল তেন্তে তাতেই বা আচৰিত হবলগীয়া কি আছে?

## 'ললিতৱিস্তৰ'ত ষোলখন ৰাজ্যৰ উল্লেখ

আমি আগেয়ে কৈ আহিছোঁ যে 'ললিতৱিস্তৰ'ত এই ষোলখন ৰাজ্যৰ উল্লেখ পোৱা যায়। তাত এই কথা উল্লেখ কৰাৰ প্ৰসঙ্গ হল—

১২। বৌদ্ধ-সংঘৰ পৰিচয়, পৃষ্ঠা ২০৩।

বোধিসত্ত্ব তুষিতদেৱ-ভৱনত থকাৰ সময়ত তেওঁ ভাবিলে কোন ৰাজ্যত জন্ম লৈ মানুহৰ উদ্ধাৰ কৰা যায়? তেতিয়া দেৱপুত্ৰইঁতে তেওঁক ভিন ভিন ৰাজবংশৰ দোষ আৰু গুণবোৰ বৰ্ণনা কৰি শুনায়।

১। **মগধ ৰাজকুল**—কোনো দেৱপুত্ৰই কলে, "মগধ দেশৰ এই বৈদেহীকুল বৰ সমৃদ্ধ আৰু বোধিসত্ত্বৰ জন্মৰ কাৰণে সেই বংশই উপযুক্ত হব।" তেতিয়া আন এজন দেৱপুত্ৰই কলে, 'এই কুল উপযুক্ত নহয়, কিয়নো এই কুল মাতৃশুদ্ধ আৰু পিতৃশুদ্ধ নহয়, (এই কুল) চঞ্চল আৰু বিপুল পুণ্যৰ দ্বাৰা অভিষিক্ত হোৱা নাই। তেওঁলোকৰ ৰাজধানী উদ্যান আৰু পুখুৰীৰে সুশোভিত নহয়, বৰং বনৰীয়া মানুহৰ বাবেহে শোভনীয় হব।'

২। **কোসল ৰাজকুল**—এজন দেৱপুত্ৰই কলে, 'এই কোসলকুল সেনা, বাহন আৰু ধনেৰে সমৃদ্ধ হোৱা হেতুকে বোধিসত্ত্বৰ বাবে উপযুক্ত।' তেতিয়া আন দেৱপুত্ৰই কলে, 'এই কুল মাতঙ্গ-চ্যুতিৰ ফলত উৎপন্ন হছে; ই মাতৃ-পিতৃ-শুদ্ধ নহয় আৰু হীনধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা পোষণ কৰে, গতিকে যোগ্য নহয়।'

৩। **ৱংশ ৰাজকুল**—আন এজন দেৱপুত্ৰই কলে, 'এই বংশ ৰাজকুল সমৃদ্ধ আৰু সুক্ষেম। এই দেশত সম্পন্নতা থকা হেতুকে বোধিসত্ত্বৰ বাবে উপযুক্ত।' তেতিয়া আন দেৱপুত্ৰই কলে, 'এই কুল প্ৰাকৃত আৰু চণ্ড। এই বংশৰ ভালেমান ৰজাৰ জন্ম হৈছে পৰপুৰুষৰ ঔৰসত। তদুপৰি এই কুলৰ বৰ্ত্তমান ৰজা উচ্ছেদবাদী (নাস্তিক), গতিকে বোধিসত্ত্বৰ কাৰণে উপযুক্ত নহয়।'

৪। **বৈশালীৰ ৰজা**—কোনো এজন দেৱপুত্ৰই কলে, 'এই বৈশালী মহানগৰী সমৃদ্ধ, সুক্ষেম, সুভিক্ষ, ৰমণীয়, মানুহেৰে পূৰ্ণ, ঘৰ আৰু মহলেৰে অলঙ্কৃত, পুষ্পবাটিকা আৰু উদ্যানেৰে প্ৰফুল্লিত। ই যেন দেৱতা সকলৰ ৰাজধানীৰহে অনুকৰণ কৰে। গতিকে বোধিসত্ত্বৰ

জন্মৰ এই ঠায়ে উচিত হব বুলি বিশ্বাস হয়।' তেতিয়া আন দেৱপুত্ৰই কলে, 'ইয়াৰ ৰজাৰ এজনে আন জনৰ লগত ন্যায় আচৰণ নকৰে। তেওঁলোকে ধৰ্ম্মাচৰণ নকৰে। উত্তম, মধ্যম, বৃদ্ধ, জ্যেষ্ঠ আদিৰ প্ৰতি সমাদৰ নকৰে। প্ৰত্যেকেই নিজকে ৰজা বুলি বিবেচনা কৰে। কোনেও কাৰো শিষ্য হবলৈ নিবিচাৰে। কোনেও কালৈকো কেৰেপ নকৰে। গতিকে এই নগৰী বোধিসত্বৰ বাবে অনুপযুক্ত।'

৫। **অৱন্তি ৰাজকুল**—এজন দেৱপুত্ৰই কলে, 'এই প্ৰদ্যোতৰ কুল অতিশয় বলৱান, মহাবাহন-সম্পন্ন আৰু শত্ৰু-সেনা বিজয়ী। গতিকে বোধিসত্বৰ কাৰণে উপযুক্ত।' তেতিয়া আন এজনে কলে, 'এই কুলৰ ৰজা চণ্ড, নিষ্ঠুৰ, কঠোৰভাষী আৰু সাহসী, তেওঁ কৰ্ম্মত বিশ্বাস নকৰে। গতিকে এই কুল বোধিসত্বৰ বাবে শোভনীয় নহয়।'

৬। **মথুৰা ৰাজকুল**—আন এজন দেৱপুত্ৰই কলে, 'এই মথুৰা নগৰী সমৃদ্ধ, সুভিক্ষ আৰু মানুহেৰে পৰিপূৰ্ণ। ই কংস কুলৰ শূৰসেন-ইতৰ ৰজা সুবাহুৰ ৰাজধানী। গতিকে ইয়ে বোধিসত্বৰ কাৰণে যোগ্য।' তেতিয়া আন এজনে কলে, 'ইয়াৰ ৰজাজন মিথ্যাদৃষ্টি কুলত উৎপন্ন দস্যু ৰজা। গতিকে এই নগৰী বোধিসত্বৰ উপযুক্ত নহয়।'

৭। **কুৰু ৰাজকুল**—এজন দেৱপুত্ৰই কলে, 'এই হস্তিনাপুৰত পাণ্ডৱ কুলৰ শূৰ আৰু সুস্বৰূপ ৰজাই ৰাজত্ব কৰে। এই কুলে আনৰ সৈন্যক পৰাস্ত কৰিব পাৰে। গতিকে ইয়েই বোধিসত্বৰ বাবে উপযুক্ত হব।' তেতিয়া আন এজনে কলে, 'পাণ্ডৱ কুলৰ ৰজাইঁতে নিজৰ বংশৰ ঠিকনাই নোহোৱা কৰি পেলাইছে। যুধিষ্ঠিৰক ধৰ্ম্মৰ, ভীমক বায়ুৰ, অৰ্জ্জুনক ইন্দ্ৰৰ আৰু নকুল সহদেৱক অশ্বিনীদ্বয়ৰ পুত্ৰ কোৱা হয়। গতিকে এই কুলো বোধিসত্বৰ উপযুক্ত নহয়।'

৮। **মৈথিলী ৰাজকুল**—আৰু এজন দেৱপুত্ৰই কলে, 'মৈথিল ৰজা সুমিত্ৰৰ ৰাজধানী এই মিথিলা নগৰী অতি ৰমণীয়। হাতী, ঘোঁৰা

আৰু পদাতি সেনাৰে এই ৰজাজন অতি সমৃদ্ধ। তেওঁৰ সোণ, মুক্তা আৰু ৰত্ন ভৰি আছে। তেওঁৰ পৰাক্রমত সামন্ত ৰজাইঁতৰ সেনা সকল কঁপি থাকে। তেওঁ সহৃদয় আৰু ধৰ্ম্মবৎসল। গতিকে এই কুলেই বোধিসত্বৰ কাৰণে উপযুক্ত।' তেতিয়া আন এজনে কলে, 'এই ৰজাজন যে তেনেকুৱা, সেইটো সঁচা। কিন্তু তেওঁৰ লৰা-ছোৱালী অসংখ্য আৰু এতিয়া তেওঁ অতি বুঢ়া কাৰণে পুত্ৰ উৎপাদন কৰিবলৈ অসমৰ্থ। গতিকে এই কুলো বোধিসত্বৰ বাবে অনুপযুক্ত হব।'

'এইদৰে সেই দেৱপুত্ৰসকলে জম্বুদ্বীপৰ ষোলখন ৰাজ্যৰ (যোড়শ জানপদেষু) সৰু বৰ সকলো ৰাজকুলৰে পৰীক্ষা কৰি চালে, কিন্তু আটাইকে দোষপূৰ্ণ পোৱা গল।'

**কেৱল আঠোটা কুলৰহে বৰ্ণনা।** ষোলখন জানপদৰ মাথোন আঠোটা কুলৰহে ইয়াত বৰ্ণনা কৰা হৈছে। ইয়াৰে সুমিত্ৰা কুল বোধহয় পিচত লোপ পাই ৱজ্জী ৰাজ্যৰ বিদেহ সকলৰ লগত চামিল হৈছিল। বাকী সাতখন ৰাজ্যৰ ভিতৰত পাণ্ডৱ বংশৰ কোন ৰজাই ৰাজত্ব কৰিছিল তাকো স্পষ্টভাৱে কোৱা হোৱা নাই আৰু আন আন বৌদ্ধ গ্ৰন্থৰ পৰাও সেই সম্বন্ধে একো জনা নাযায়। 'ৰঠ্ঠপাল' সুত্তত এই বুলি উল্লেখ কৰা হৈছে যে কুৰু দেশত কৌৰৱ নামৰ ৰজাই ৰাজত্ব কৰিছিল। কিন্তু এই কৌৰৱ যে পাণ্ডৱ-কুলৰ আছিল সেই সম্বন্ধে হলে কোনো প্ৰমাণ পোৱা নাযায়। ইয়াত আন দুটা কুলৰ যি বিৱৰণ দিয়া হৈছে, ত্ৰিপিটক গ্ৰন্থত সেই সম্বন্ধে দিয়া বৰ্ণনাৰ লগত প্ৰায় অধিক খিনিৰ সাদৃশ্য আছে।

**শাক্য কুল**—বৌদ্ধ গ্ৰন্থবোৰত শাক্য কুলৰ বৰ্ণনা বিতংভাৱে কৰা হৈছে। কিন্তু আগেয়ে উল্লেখ কৰি অহা ষোলখন জানপদত শাক্য

(১) মূল উদ্ধৃতিৰ চমু ৰূপান্তৰ।

সকলৰ নাম একেবাৰে উল্লেখ নথকাৰ কাৰণ বাৰু কি হব পাৰে ? ইয়াৰ উত্তৰ হিচাপে ইয়াকে কব লাগিব যে এই সূচী যুগুত কৰাৰ আগতে শাক্য সকলৰ স্বতন্ত্রতা লোপ পাইছিল আৰু সেই দেশক কোসল ৰাজ্যৰ লগত চামিল কৰা হৈছিল। গতিকে এই তালিকাত শাক্য ৰাজ্যৰ উল্লেখ পোৱা নাযায়।

বোধিসত্বই গৃহত্যাগ কৰি ৰাজগৃহলৈ যাওঁতে বিম্বিসাৰে তেওঁৰ লগত সাক্ষাৎ কৰি সুধিছিল, 'তুমিনো কোন ?' তেতিয়া বুদ্ধই কৈছিল :

উজুং জানপদো ৰাজা হিমৱন্তস্‌স পস্‌সতো।
ধনৱিৰিয়েন সম্পন্নো কোসলেসু নিকেতিনো ॥
আদিচ্চা নাম গোত্তেন, সাকিয়া নাম জাতিয়া।
তম্‌হা কুলা পব্বজিতোহ্‌মি ৰাজ ন কামে অভিপত্থয়ং ॥[১]

অৰ্থাৎ 'হে ৰজা, ইয়াৰ পোনে পোনে হিমালয়ৰ নামনিত কোসল দেশৰ অন্তৰ্গত এখন জানপদ আছে। তাৰ গোত্ৰ হল আদিত্য আৰু জাতি হল শাক্য। হে ৰজা, সেই কুলৰ পৰা কামোপভোগৰ ইচ্ছা পৰিহাৰ কৰি মই পৰিব্ৰাজক হৈছোঁ।'

এই গাথাৰ 'কোসলেসু নিকেতিনো' কথাফাকি গুৰুত্বপূৰ্ণ। 'কোসল দেশত যাৰ ঘৰ'ৰ অৰ্থ হল 'যি কোশল দেশৰ অন্তৰ্ভুক্ত বুলি ধৰা হয়।' ইয়াৰ পৰা সহজতে বুজিব পৰা যায যে তাৰ ভালেমান দিনৰ আগতে শাক্য সকলৰ স্বতন্ত্রতা লোপ পাইছিল।

শাক্যসকলে কোসল ৰজাক কৰ দিছিল আৰু নিজৰ আভ্যন্তৰীণ বিষয়বোৰ নিজেই পৰিচালনা কৰিছিল। মহানাম নামৰ দাসীৰ ছোৱালীৰ লগত পসেনদিৰ বিয়া হোৱাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। সেই বিষয়ে অধ্যাপক ৰীচ ডেৱিড্‌চে সন্দেহ কৰে। তেওঁ বোধ হয় ইয়াকে কবলৈ বিচাৰে যে যদিহে শাক্যসকলে কোসল

১। সুত্তনিপাত, পব্বজ্জাত সুত্ত।

ৰজাৰ আধিপত্য মানি লৈছিল, তেন্তে তেওঁক নিজৰ ছোৱালী দিবলৈ শাক্য সকলৰ আপত্তি হব কিয়?[২] কিন্তু ভাৰতবৰ্ষৰ জাতিভেদ যে কিমান তীব্ৰ তাক বোধ হয় তেওঁ গম ধৰিব পৰা নাই। উদয়পুৰৰ ৰজা প্ৰতাপসিংহয়ো আকবৰৰ আধিপত্য স্বীকাৰ কৰিছিল, তথাপিও তেওঁ নিজৰ ছোৱালীক হলে আকবৰক দিবলৈ সাজু নাছিল। 'ললিত-বিস্তৰ'ত কোসল কুলক 'মাতঙ্গচ্যুত্যুৎপন্ন' বুলি কোৱা হৈছে। তাৰ পৰা অনুমান হয় যে এই কুল মাতঙ্গ (চাণ্ডাল) জাতিৰ পৰা ওপৰলৈ উঠিছিল। এনে এটা বংশৰ লগত শৰীৰ (বিবাহ) সম্বন্ধ স্থাপন কৰিবলৈ শাক্যসকলৰ যদি সন্মতি নাছিল তেন্তে আচৰিত হব লগীয়া কোনো কাৰণ নাই।

**গণৰাজ্যৰ ব্যৱস্থা**—আমি আগতে কৈ আহিছোঁ যে এই ৰাজ্যবোৰ এসময়ত গণসত্তাত্মক বা মহাজনসত্তাত্মক আছিল। ত্ৰিপিটক গ্ৰন্থৰ পৰা বৃজ্জী, মল্ল বা শাক্য আদিৰ বিষয়ে যি জানিব পৰা যায়, তাৰ পৰা অনুমান হয় যে এই ৰাজ্যবোৰৰ গাঁৱৰ মুখিয়াল লোকসকলক ৰজা বোলা হৈছিল। এই ৰজা সকল গোট খাই নিজৰ ভিতৰৰে কোনো এজনক অধ্যক্ষ বাছি লৈছিল। তেওঁক হয়তো আজীৱন বা কোন নিৰ্দ্দিষ্ট সময়ৰ বাবে বাছি লোৱা হৈছিল। বৃজ্জীসকলৰ ভিতৰত কোনোবা মহাৰজা আছিল বুলিও অনুমান নহয়। বৃজ্জীসকলৰ সেনাপতিৰ উল্লেখ অৱশ্যে পোৱা যায়, কিন্তু মহাৰজাৰ সম্বন্ধে হলে কোনো উল্লেখ নাই। বোধ হয় তেওঁলোকে অধ্যক্ষ বাছি লৈয়ে নিজৰ কাম চলাইছিল। এই গণৰাজ্যবোৰত ন্যায়-বিচাৰ আৰু শাসন প্ৰণালী সম্বন্ধে কিছুমান আইন আৰু নিয়ম বান্ধি দিয়া হৈছিল আৰু সেই মতে গণৰজাই ৰাজ্য চলাইছিল।

২। *Buddhist India*, p. 11-12

## গণৰাজ্য ধ্বংসৰ কাৰণ

ষোলখন জনপদৰে গণৰজাসকল ধ্বংস হোৱাৰ পিচত প্ৰায় আটাই কেইখনতে মহাৰজাসত্তা স্থাপিত হৈছিল। মল্লইঁতৰ দুখন সৰু আৰু ৱজ্জীসকলৰ এখন প্ৰতাপী, যি তিনিখন গণসত্তাত্মক স্বতন্ত্ৰ ৰাজ্য তিষ্ঠি আছিল সিও ক্ৰমে একসত্তাত্মক শাসন প্ৰণালীৰ কবলত পৰাৰ উপক্ৰম হৈছিল। ইয়াৰ কাৰণ কি? মোৰ মতেৰে গণৰজাসকলৰ বিলাসিতা আৰু ৰাজনীতিত ব্ৰাহ্মণসকলৰ প্ৰভাৱেই এই বিপ্লৱৰ প্ৰধান কাৰণ আছিল।

গণৰজাসকলৰ নিৰ্ব্বাচন নহৈছিল। বাপেকৰ পিচত পুতেক ৰজা হৈছিল। বংশ-পৰম্পৰা অনুসৰি এই অধিকাৰ পোৱা হেতুকে তেওঁ-লোক বিলাসী আৰু দায়িত্বহীন হৈ পৰাটো স্বাভাৱিক আছিল। ওপৰত 'ললিতৱিস্তৰ'ৰ পৰা বজ্জীইঁতৰ যি বৰ্ণনা দিয়া হৈছে, তাৰ পৰা দেখা যায় যে এই গণৰজাসকল প্ৰতাপী আছিল যদিও নিজৰ ভিতৰত পাৰস্পৰিক প্ৰীতিৰ ভাৱ নাছিল আৰু প্ৰতিজন গণৰজাই নিজকেই ৰজা বুলি বিবেচনা কৰিছিল। গতিকে বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পিচত ৱজ্জীসকলৰ গণৰজাসকলৰ মাজত অনৈক্যৰ সৃষ্টি কৰি অজাতশত্ৰুৱে অনায়াসে সেই ৰাজ্য দখল কৰি লব পাৰিছিল।

এই গণৰজাসকলে সাধাৰণ ৰাইজৰ সমৰ্থন পোৱাটো সম্ভৱ নাছিল। যদি কোনো ৰজাই নিজৰ ইচ্ছামতে ৰাইজৰ ওপৰত অত্যাচাৰ কৰিবলৈ লৈছিল তেতিয়া তাত বাধা দিবলৈ ৰাইজ বা আন ৰজা সকলৰ ক্ষমতা নোহোৱা হৈ পৰিছিল। ইয়াৰ তুলনাত সাধাৰণ ৰাইজৰ পক্ষে সকলো গণৰজাৰ লোপ হৈ একেজন মাথোন সৰ্ব্বাধিকাৰী ৰজা থকাটো অধিক সুবিধাজনক আছিল। এনে মহাৰজাই নিজৰ অধিকাৰী সকলৰ হতুৱাই উৎপাত অত্যাচাৰ কৰাইছিল সঁচা; আৰু নিজৰ ৰাজধানীৰ ওচৰে কাষৰে ধুনীয়া গাভৰু পালে, তেনে গাভৰুক নি নিজৰ অন্তঃপুৰত

ৰাখিছিল যদিও গণৰজা সকলৰ অত্যাচাৰৰ তুলনাত সি সামান্য আছিল। গণৰজাসকল বাস কৰিছিল গাৱঁত, গতিকে তেওঁলোকৰ অত্যাচাৰৰ পৰা প্ৰায় কোনো লোকেই হাত সাৰিব নোৱাৰিছিল। কৰ আৰু বেগাৰ আদায় কৰি গণৰজা সকলে আটাইকে উত্যক্ত কৰি তুলিছিল চাগৈ। একসত্তাধাৰী মহাৰজাৰ পক্ষে এনেদৰে আটাইবোৰ খেতিয়কক ক্ষুব্ধ কৰি তোলাৰ কোনো আৱশ্যকতা নাছিল। তেওঁ নিজৰ সুখ-সুবিধাৰ কাৰণে নিয়মিত কৰ হিচাপে আৱশ্যকীয় ধন সহজতে সংগ্ৰহ কৰি লব পাৰিছিল। গতিকে তুলনাত সাধাৰণ ৰাইজৰ যদি একসত্তাত্মক শাসন-প্ৰণালী বেচি ভাল লাগিছিল তেন্তে তাত আচৰিত হব লগীয়া একো নাই।

একসত্তাত্মক ৰাজ্যত পুৰোহিতৰ কাম বংশানুক্ৰমে অথবা ব্ৰাহ্মণ-সমুদায়ৰ সন্মতিক্ৰমে ব্ৰাহ্মণ সকলেই পাইছিল। প্ৰধান মন্ত্ৰী আদি বাবতো ব্ৰাহ্মণ সকলকেই নিযুক্ত কৰা হৈছিল গতিকে ব্ৰাহ্মণ সকল এক সত্তাত্মক শাসন-প্ৰণালীৰ ঘোৰ সমৰ্থক আছিল। ব্ৰাহ্মণ সকলৰ গ্ৰন্থত গণসত্তাত্মক ৰজাসকলৰ নামো উল্লেখ কৰা হোৱা নাই—সিও বিবেচনা কৰি চাবলগীয়া কথা। তাৰ পৰা অনুমান হয় যে ব্ৰাহ্মণ সকলে গণসত্তাত্মক শাসন-প্ৰণালী সমূলি ভাল নাপাইছিল। অংবট্ঠ সুত্ত'ত এই বুলি উল্লেখ কৰা হৈছে যে শাক্যৰ নিচিনা গণৰজাই ব্ৰাহ্মণৰ সন্মান নকৰিছিল; অংবট্ঠ ব্ৰাহ্মণে তেওঁৰ ওপৰত এই অভিযোগ কৰিছিল।[১] গণৰাজ্যত যাগ-যজ্ঞৰ অলপো উৎসাহ পোৱা নগৈছিল কিন্তু মহাৰাজসকলে যাগ-যজ্ঞ চলাবলৈ ব্ৰাহ্মণসকলক বংশানুক্ৰমে ভূমি বা আন আন সামগ্ৰীৰ দান কৰিছিল। 'সুত্তপিটক'ৰ পৰা জনা যায় যে অকল বিম্বিসাৰৰ ৰাজ্যতে সোণদণ্ড, কূটদণ্ড আদি ব্ৰাহ্মণ সকলক আৰু

১। চণ্ডা ভো গোতম সক্য জাতি......ইভ্যা সন্তা ইভ্যা সমানা ন ব্ৰাহ্মণে সক্কৰোন্তি, ন ব্ৰাহ্মণে মানেন্তি, ইত্যাদি। (দীঘনিকায়, অম্বট্ঠসুত্ত)

কোসল দেশত পোক্খৰসাতি ( পৌষ্কৰসাদি ), তাৰুক্খ ( তাৰুক্ষ ) আদি ব্ৰাহ্মণে বিৰাট বিৰাট দান আৰু উপহাৰ ভোগ কৰিছিল। গতিকে 'পৰস্পৰং ভাৱয়ন্তঃ শ্ৰেয়ঃ পৰমৱাপ্স্যথ'ৰ ন্যায় অনুসৰি ব্ৰাহ্মণ জাতি আৰু একতন্ত্ৰাত্মক শাসন-প্ৰণালীৰ প্ৰভাৱ পৰস্পৰ নিৰ্ভৰশীল হৈ বাঢ়ি যোৱাটো স্বাভাৱিক হৈ পৰিছিল।

আগৰ অধ্যায়তে স্পষ্টভাৱে দেখুৱা হৈছে যে বুদ্ধৰ সময়ত ব্ৰাহ্মণতকৈ শ্ৰমণৰ ( পৰিব্ৰাজকৰ ) প্ৰভাৱ অধিক বৃদ্ধি পাইছিল। গণসত্তাত্মক ৰাজ্যৰ প্ৰতি এই শ্ৰমণ সকলৰ আদৰৰ ভাৱ আছিল, কিয়নো এই ৰাজ্যবোৰত যাগ-যজ্ঞৰ কথা কোনেও মুমুধিছিলেই। কিন্তু অধ্যাত্ম-চিন্তাত অনবৰত ব্যস্ত হৈ থকা ৰাজনৈতিক সমস্যা আলোচনা কৰি গণসত্তাত্মক ৰাজ্যৰ সংস্কাৰ সাধনৰ উপায় উদ্ভাৱন কৰাটো তেওঁ-লোকৰ পক্ষে সম্ভৱ নাছিল। বোধহয় তেওঁলোকৰ ধাৰণা আছিল যে যি ব্যৱস্থা চলি আছিল সি তেনেভাৱে থকাটোৱে অপৰিহাৰ্য্য।

গণৰজা সকলৰ প্ৰতি বুদ্ধৰ আদৰ যে আছিল তাক স্পষ্টভাৱে দেখা যায়। ৱজ্জীসকলৰ উন্নতিৰ বাবে তেওঁ নিৰ্দ্দেশ দিয়া সাতোটা নিয়মৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। কিন্তু পুৰণি শাসন প্ৰণালীৰ ভেটিত নতুন আৰু সুব্যৱস্থা-সম্পন্ন শাসন প্ৰণালী কিদৰে প্ৰতিষ্ঠা কৰাটো সম্ভৱ—সেই সম্বন্ধে তেওঁ নিজৰ বিচাৰ প্ৰকাশ কৰা বুলি হলে গম পোৱা নাযায়। গণৰজা সকলৰ কোনোবাই যদি অত্যাচাৰ আৰম্ভ কৰি দিয়ে তেন্তে আন ৰজাসকল মিলি তাত বাধা দিবনে নিদিয়ে অথবা সেই সকলো গণৰজাকে সময়ে সময়ে ৰাইজে সম্মিলিত হৈ নতুনকৈ বাছি দি নিজৰ প্ৰভাৱ অক্ষুণ্ন ৰাখিব? ইত্যাদি প্ৰশ্ন লৈ বৌদ্ধ সাহিত্যত কোনো আলোচনা কৰা দেখা নাযায়।

বুদ্ধৰ অনুগামী সকলেতো গণসত্তাত্মক ৰাজ্যৰ কল্পনা কৰাটোকে সমূলি এৰি দিছিল। 'দীঘনিকায়'ত আদৰ্শ শাসন প্ৰণালীৰ বৰ্ণনাত্মক

'চক্কৱত্তিসুত্ত' আৰু 'মহাসুদস্সনসুত্ত' নামৰ দুটা সুত্ত আছে। তাত চক্ৰৱৰ্ত্তী ৰজাৰ মহত্বৰ কথা অতিশয়োক্তি কৰি বুজোৱা হৈছে। ব্ৰাহ্মণ সকলৰ সম্ৰাট আৰু এই শ্ৰেণীৰ চক্ৰৱৰ্ত্তী ৰজাৰ মাথোন এইখিনিয়ে পাৰ্থক্য যে সম্ৰাটসকলে সাধাৰণ ৰাইজৰ বিষয়ে কোনো চিন্তা নকৰি অসংখ্য যাগ-যজ্ঞৰ অনুষ্ঠান কৰি অকল ব্ৰাহ্মণসকলৰ চিন্তা কৰে আৰু আন প্ৰকাৰৰ চক্ৰৱৰ্ত্তী ৰজাই সকলো ৰাইজৰে প্ৰতি ন্যায় বিচাৰ কৰি সকলোকে সুখী কৰিবলৈ চেষ্টা কৰে। ৰাজ্যত শান্তি স্থাপন হলেই তেনে ৰজাই মানুহক এই বুলি উপদেশ দিয়ে :

'পাণী ন হন্তব্বো, আদিন্নং নাদাতব্বং, কামেসু মিচ্ছা ন চৰিতব্বা, মুসা ন ভাসিতব্বা, মজ্জং ন পাতব্বং।'

অৰ্থাৎ 'প্ৰাণী হত্যা কৰা উচিত নহয়, চুৰি কৰিব নাপায়, ব্যভিচাৰ কৰা অনুচিত, মিছা কব নালাগে, মদ ফটিকা খোৱা উচিত নহয়।'

আন কথাত কবলৈ হলে, বৌদ্ধ গৃহস্থসকলৰ বাবে যি নিৰ্দ্দিষ্ট পাঁচ শীল-নিয়ম আছে তাকে অনুসৰণ কৰি চলিবলৈকে এই চক্ৰৱৰ্ত্তী ৰজা সকলে ৰাইজক উপদেশ দিছিল। মুঠতে ব্ৰাহ্মণেই হওক বা বুদ্ধৰ অনুগামীয়ে হওক উভয়ৰ দৃষ্টিতে একসত্তাত্মক শাসন-প্ৰণালীয়ে প্ৰশস্ত বুলি পৰিগণিত হৈছিল। মূল কথাত কোনো পক্ষৰে সিদ্ধান্তৰ প্ৰভেদ নাছিল, ওপৰুৱা কথাতহে যি অলপ অচৰপ পাৰ্থক্য আছিল।

কিন্তু স্বয়ং গৌতম বোধিসত্বৰ ওপৰত হলে গণসত্তাত্মক শাসন-প্ৰণালীৰ সুস্পষ্ট প্ৰভাৱ আছিল। বুদ্ধই গণতান্ত্ৰিক শাসন-প্ৰণালীৰ আধাৰতে চাগৈ নিজৰ সংঘৰ সংগঠন কৰিছিল। গতিকে এই গণ-সত্তাত্মক ৰাজ্য সম্বন্ধে যি অলপ অচৰপ তথ্য পোৱা যায়, তাৰ বিশেষ গুৰুত্ব আছে।

# সমসাময়িক ধাৰ্ম্মিক পৰিস্থিতি

## ভ্ৰামক বিচাৰ

আজিকালি ভালেমান পণ্ডিতেই ধাৰণা কৰা দেখা যায় যে প্ৰথমতে ব্ৰাহ্মণসকল সম্পূৰ্ণভাৱে বেদৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল, তাৰ পিচত তেওঁলোকে যাগ-যজ্ঞৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে; তাৰ পৰাই উপনিষদৰ দৰ্শনৰ বিকাশ হয় আৰু পিচত বুদ্ধই শেষ দৰ্শনৰ সংস্কাৰ কৰি নিজৰ সম্প্ৰদায়ৰ প্ৰতিষ্ঠা কৰে। এই বিচাৰ-ধাৰা অতিশয় ভ্ৰমাত্মক। ইয়াক বৰ্জ্জন নকৰিলে বুদ্ধ-চৰিত্ৰ সম্বন্ধে সম্যক উপলব্ধি কৰিব পৰা নাযাব। সেই হেতুকে এই অধ্যায়ত বুদ্ধৰ সময়ত ধাৰ্ম্মিক পৰিস্থিতি কেনে আছিল, তাক চমুকৈ বৰ্ণনা কৰাটো উচিত হব।

**যজ্ঞ-সংস্কৃতিৰ প্ৰবাহ**—প্ৰথম অধ্যায়ত কৈ অহা হৈছে যে আৰ্য্য আৰু দাসসকলৰ সংঘৰ্ষৰ ফলত সপ্তসিন্ধু অঞ্চলত যাগ-যজ্ঞৰ সংস্কৃতিৰ উদ্ভৱ হৈছিল আৰু পৰীক্ষিত আৰু জনমেজয়ৰ শাসনকালত কুৰুদেশত এই বৈদিক সংস্কৃতিয়ে নিজৰ আসন নিগাজী কৰি লৈছিল। কিন্তু কুৰুসকলৰ পুবপিনৰ অঞ্চলবোৰত এই সংস্কৃতিৰ প্ৰবাহ বেগেৰে বব পৰা নাছিল। এই প্ৰবাহৰ গতি কুৰুদেশতে কুণ্ঠিত হৈ পৰিছিল। ইয়াৰ মুখ্য কাৰণ হল—কুৰুদেশৰ পুবপিনৰ অঞ্চলবোৰত ঋষি-মুনি সকলৰ অহিংসা আৰু তপশ্চৰ্য্যাক গুৰুত্ব দিয়া লোকৰ সংখ্যা অধিক আছিল।

## তপস্বী ঋষি-মুনি

'জাতক অট্‌ঠকথা'ত তপস্বী ঋষি-মুনিসকলৰ বিষয়ে ভালেমান কাহিনী পোৱা যায়। তাৰপৰা অনুমান হয় যে এওঁলোকে বনলৈ গৈ

তপশ্চৰ্য্যা কৰিছিল। এওঁলোকৰ তপস্যাৰ মুখ্য বিষয় আছিল কোনো প্ৰাণীকে দুখকষ্ট নিদিয়া আৰু যিমানদূৰ সম্ভৱ দেহ-দণ্ডন কৰা অৰ্থাৎ নিজৰ দেহাক কষ্ট দিয়া। তেওঁলোকে অকলে বা সংঘবদ্ধভাৱে বাস কৰিছিল। ভালেমান জাতক কথাত একো একোটা সংঘত পাঁচশলৈ তপস্বী পৰিব্ৰাজক থকাৰো উল্লেখ পোৱা যায়। বনত পোৱা কন্দ-ফল-মূল আদিৰেই তেওঁলোকে জীৱন নিৰ্ব্বাহ কৰিছিল আৰু কোনো কোনো সময়ত লুণীয়া আৰু টেঙা পদাৰ্থ খোৱাৰ অভিপ্ৰায়েৰে গৃহস্থ সমাজলৈ গৈছিল।[১] তেওঁলোকক মানুহে বৰ সম্মান কৰিছিল আৰু তেওঁলোকক লাগতিয়াল সা-সামগ্ৰীও দান কৰিছিল। মানুহৰ ওপৰত ঋষি-মুনিসকলৰ বৰ প্ৰভাব আছিল, কিন্তু তেওঁলোকে মানুহক ধৰ্ম্মোপদেশ নিদিছিল। তেওঁলোকৰ উদাহৰণ দেখিয়ে মানুহে অহিংসা মানি চলিছিল।

**ঋষি-মুনিসকলৰ সৰলতা**—এই তপস্বীসকল সাংসাৰিক ব্যৱহাৰ আৰু ছল-চাতুৰীত অনভিজ্ঞ হোৱা হেতুকে কেতিয়াবা কেতিয়াবা গৃহস্থীত সাঙোৰ খাই পৰিছিল। তিৰোতাসকলে ঋষ্যশৃঙ্গক ফান্দত পেলোৱা আৰু পৰাশৰে সত্যৱতীৰ লগত ৰতি-ক্ৰীড়া কৰাৰ কথা পুৰাণতে পোৱা যায়। ইয়াৰ বাহিৰে জাতক অট্‌ঠকথাতো এই ঋষি-মুনিসকলৰ আওপথে যোৱাৰ ভালেমান কাহিনী পোৱা যায়। আমি তাৰে এটা ইয়াতে উল্লেখ কৰোঁহঁক—

পুৰণিকালত যেতিয়া ব্ৰহ্মদত্ত ৰজাই বাৰাণসী নগৰত ৰাজত্ব কৰিছিল, তেতিয়া কাশী ৰাষ্ট্ৰত ঔদিচ্য ব্ৰাহ্মণ-কুলত বোধিসত্ত্বই জন্মগ্ৰহণ কৰিছিল। ডাঙৰ হলত তেওঁ প্ৰবজ্যা গ্ৰহণ কৰিলে আৰু নিজৰ পাঁচ শ শিষ্যৰে সৈতে হিমালয়ৰ নামনি অঞ্চলত থাকিবলৈ ললে। বৰ্ষা ঋতু চমু চাপি অহাত তেওঁৰ শিষ্যসকলে কলে, 'আচাৰ্য্য, আমি আমাৰ জন্মস্থানলৈ গৈ লুণীয়া আৰু টেঙা বস্তু সেৱন কৰিব পাৰোনে?'

(১) লোণ আম্বিল সেৱনখং।

আচাৰ্য্যই কলে, 'হে আয়ুষ্মানসকল, মই ইয়াতে থাকিম। তোমালোকে গৈ শৰীৰৰ কাৰণে অনুকুল পদাৰ্থ খাই আহাহঁক!'

তপস্বীসকল বাৰাণসীত উপস্থিত হল। তেওঁলোকৰ কীৰ্ত্তি-যশৰ কথা শুনি ৰজাই তেওঁলোকক নিজৰ উদ্যানত চাতুৰ্মাস অতিবাহিত কৰিবলৈ প্ৰাৰ্থনা জনালে আৰু তেওঁলোকৰ খোৱা-বোৱাৰ দিহাও ৰাজমহলতে কৰি দিলে। এদিনাখন নগৰত সুৰাপান মহোৎসৱ হৈছিল। পৰিব্ৰাজকসকলে বনত মদিৰা পাব ক'ৰ পৰা? গতিকে ৰজাই সেই তপস্বীসকলক উৎকৃষ্ট মদিৰা পান কৰালে। মদ খাই তপস্বীহঁতে নাচিবলৈ ধৰিলে, গানৰ কোঢ়াল তুলিলে; কিছুমানেতো মদৰ ৰাগিত বলিয়া হৈ নানা প্ৰকাৰৰ কদৰ্য্য আচৰণ কৰিলে। ৰাগি শাম কটাত তেওঁলোকৰ বৰ অনুতাপ হল। সেই দিনাই ৰজাৰ উদ্যান এৰি হিমালয়লৈ যাত্ৰা কৰিলে আৰু আশ্ৰমত উপস্থিত হৈ প্ৰত্যেকে আচাৰ্য্যক প্ৰণাম কৰি একাষে বহি পৰিল। আচাৰ্য্যই তেওঁলোকক সুধিলে, 'জন্মস্থানলৈ গৈ তোমালোকৰ ভিক্ষা পোৱাত একো কষ্ট হোৱা নাছিলতো? আৰু তোমালোক সমগ্ৰ-ভাৰত আছিলাতো?' তেওঁলোকে উত্তৰ দিলে, 'আচাৰ্য্য! আমি বৰ সুখত আছিলোঁ কিন্তু আমি পান নকৰিব লগীয়া বস্তু পান কৰিছিলোঁ;

অপায়িম্হ অনাচ্চিম্হ অগায়িম্হ ৰুদিম্হ চ।
বিসঞ্ঞকৰণিং পিত্বা দিট্‌ঠা নাহুম্হ ৱানৰা॥

অৰ্থাৎ আমি মদ পান কৰিছিলোঁ, নাচিছিলোঁ, গাইছিলোঁ আৰু কান্দিছিলোঁ। মতলীয়া কৰা (মদ) পান কৰি আমি বান্দৰ হবলৈহে বাকী আছিল।'[২]

**ঋষি-মুনিসকলৰ মাজত জাতি-ভেদ নাছিল**—তপস্বী ঋষি-মুনিসকলৰ মাজত জাতি-ভেদ প্ৰথাৰ বাবে কোনো ঠাই নাছিল

(২) সুৰাপানজাতক, সং ৮১।

কোনো জাতিৰ লোক তপস্বী হলেই সমগ্ৰ সমাজে তেওঁক সম্মান কৰিছিল। পটন্তৰ স্বৰূপে আমি জাতকত উল্লিখিত মাতঙ্গ ঋষিৰ কাহিনী[৩] ইয়াতে চমুকৈ বৰ্ণনা কৰোঁহক—

বাৰাণসীৰ বাহিৰৰ এটা চাণ্ডাল-কুলত মাতঙ্গ ঋষিৰ জন্ম হৈছিল। তেওঁ ডাঙৰ হলত এদিনাখন ৰাস্তাৰে বাৰাণসীৰ শ্ৰেষ্ঠীৰ দৃষ্ট মঙ্গলিকা নামৰ তৰুণী কন্যাজনীক আহি থকা দেখিবলৈ পালে। তেতিয়া মাতঙ্গই এপিনে গৈ থিয় দিলে। দৃষ্ট মঙ্গলিকাই নিজৰ লগৰ চাকৰক সুধিলে যে আলিৰ এপিনে থিয় হৈ থকা মানুহজন কোন? তেতিয়া চাকৰে মানুহজন চাণ্ডাল বুলি কোৱাত, তেওঁ তেওঁক অপশকুন বুলি ভাবি তাৰ পৰাই উভতি গল।

দৃষ্ট মঙ্গলিকাই মাহেকত এবাৰ বা দুবাৰ উদ্যানলৈ গৈ নিজৰ লগত যোৱা আৰু তালৈ অহা মানুহবোৰৰ মাজত পইচা বিলাই দিছিল। সেইদিনা তেওঁ উভতি যোৱাত তেনেভাৱে গোটখোৱা মানুহবোৰ বৰ নিৰাশ হল আৰু তেওঁলোকে মাতঙ্গক বৰ বেয়া ৰকমে মাৰধৰ কৰিলে আৰু তেওঁক অচেতন অৱস্থাতে ৰাস্তাত পেলাই থলে। কিছু সময়ৰ পিচত মাতঙ্গৰ চেতনা আহিল আৰু তেওঁ গৈ দৃষ্ট মঙ্গলিকাৰ বাপেকৰ দুৱাৰৰ খটখটীত পৰি থাকিল। তেতিয়া তেওঁক সোধা হল, 'তুমি কিয় নিজকে এনে যন্ত্ৰণা দিছা।' তেওঁ উত্তৰত জনালে, 'দৃষ্ট মঙ্গলিকাক লগত নিনিয়াকৈ মই ইয়াৰ পৰা আঁতৰি নাযাওঁ।' তেওঁ সাত দিন তেনেভাৱে পৰি থাকিল, অৱশেষত নিৰুপায় হৈ শ্ৰেষ্টীয়ে নিজৰ জীয়েকক তেওঁৰ হাতত সোধাই দিলে। তেওঁক লৈ মাতঙ্গ চাণ্ডাল গাৱঁলৈ গল।

দৃষ্ট মঙ্গলিকাই মাতঙ্গৰ লগত পত্নী হিচাপে আচৰণ কৰিবলৈ সাজু আছিল, কিন্তু মাতঙ্গই তেওঁৰ লগত পতিৰ নিচিনা ব্যৱহাৰ নকৰি অৰণ্যলৈ গল আৰু ঘোৰ তপস্যা আৰম্ভ কৰি দিলে। সাত দিনৰ পিচত

(৩) মাতঙ্গজাতক, সং ৪৯৭।

মাতঙ্গ উভতি গল আৰু দৃষ্ট মঙ্গলিকাক কলে, 'তুমি এই বুলি ঘোষণা কৰি দিয়া যে মোৰ পতি মাতঙ্গ নহয়, মহাব্ৰহ্মাহে আৰু তেওঁ পুৰ্ণিমাৰ দিনা চন্দ্ৰমণ্ডলৰ তলত দেখা দিব।' সেইমতে দৃষ্ট মঙ্গলিকাই ঘোষণা কৰি দিলে। পুৰ্ণিমাৰ দিনা নিশা চণ্ডাল গাৱঁৰ দৃষ্ট মঙ্গলিকাৰ ঘৰৰ সমুখত বিৰাট জনতা গোট খালে। তেতিয়া মাতঙ্গ ঋষি চন্দ্ৰমণ্ডলৰ তলৰ পৰা নামি আহিল আৰু নিজৰ পঁজাত সোমাই আঙুলিৰে দৃষ্ট মঙ্গলিকাৰ নাভি স্পৰ্শ কৰিলে।

ইফালে গোটখোৱা ব্ৰহ্মাভক্তসকলে এই অদ্ভুত ঘটনা দেখা পালে আৰু তেওঁলোকে দৃষ্ট মঙ্গলিকাক কান্ধত তুলি বাৰাণসী নগৰীলৈ লৈ গল। তেওঁলোকে নগৰীৰ মাজত এখন মণ্ডপ সজাই তাতে দৃষ্ট মঙ্গলিকাৰ পূজা আৰম্ভ কৰি দিলে। ন মাহৰ পিচত সেই মণ্ডপতে দৃষ্ট মঙ্গলিকাৰ এটি লৰা হল। মণ্ডপত জন্মা হেতুকে লৰাটিৰ নাম ৰখা হল মাণ্ডব্য। মানুহে মণ্ডপৰ ওচৰতে এটা বিৰাট প্ৰাসাদ সাজিলে আৰু তাতে মঙ্গলিকা আৰু তেওঁৰ পুতেকক থাকিবলৈ দিলে। ইফালে তেওঁৰ পূজা চলি থাকিল।

লৰাকালতে মাণ্ডব্য কুমাৰক পঢ়াবলৈ নিজ ইচ্ছাৰে ডাঙৰ ডাঙৰ বৈদিক পণ্ডিত সকল আহিল। তেওঁ তিনিও বেদতে পাৰঙ্গত হৈ উঠিল আৰু ব্ৰাহ্মণ সকলক যথেষ্ট সাহায্য কৰিবলৈ ধৰিলে। এদিন মাতঙ্গ ঋষি তেওঁৰ দুৱাৰত উপস্থিত হৈ ভিক্ষা মাগিলত তেওঁ কলে, 'ফটা চিতা কাপোৰ পিন্ধি পিশাচৰ নিচিনাকৈ ইয়াতে থিয় হৈ থকা তই কোন অ ?'

মাতঙ্গই কলে, 'তোমাৰ ইয়াত অন্ন-পান যথেষ্ট আছে। মোৰ কাৰণে হয়তো অলপ অচৰপ এৰা পৰলীয়াকে মিলিব পাৰে বুলি মই ইয়াতে থিয় হৈ আছোঁ।'

মাণ্ডব্যই কলে, 'কিন্তু সেই অন্নতো ব্ৰাহ্মণৰ কাৰণেহে, তোৰ নিচিনা নীচক দিবলৈ নহয়।'

এনেদৰে ভালেখিনি সময় ধৰি দুয়োৰো মাজত বাদ-বিতণ্ডা চলিল। শেহ মাণ্ডব্যই নিজৰ তিনিজন দ্বাৰপালৰ হতুৱাই মাতঙ্গক গতিয়াই বাহিৰ কৰাই দিলে। কিন্তু তাৰ ফলত মাণ্ডব্যৰ উশাহ নিশাহ বন্ধ হৈ গল, চকু উলটি গল আৰু তেওঁ অচেতন হৈ পৰি গল। তেওঁৰ লগত থকা ব্ৰাহ্মণসকলৰো কিছু পৰিমাণে এই দশা হল। তেওঁলোকৰ মুখ বন্ধ হৈ গল, তেওঁলোকে উবুৰি খাই মাটিত বাগৰিবলৈ ধৰিলে। অৱস্থা দেখি দৃষ্ট মঙ্গলিকাই ভয় খালে। যেতিয়া তেওঁ শুনিলে যে এজন ডালদৰিদ্ৰ তপস্বীৰ প্ৰভাৱতে তেওঁৰ পুত্ৰ আৰু ব্ৰাহ্মণসকলৰ এনে দুৰ্গতি হৈছে, তেতিয়া তেওঁ তপস্বীজনক বিচাৰি বাহিৰ ওলাল। ইফালে মাতঙ্গ ঋষিয়ে এঠাইত বহি ভিক্ষা কৰি পোৱা মাৰভাত খাই আছিল। দৃষ্ট মঙ্গলিকাই তেওঁক চিনি পালে আৰু নিজৰ পুতেকক ক্ষমা কৰিবলৈ প্ৰাৰ্থনা জনালে। মাতঙ্গ ঋষিয়ে নিজে খোৱা মাৰৰ অলপ দি কলে, 'এই মাৰ তোমাৰ লৰা আৰু আন আন ব্ৰাহ্মণ সকলৰ মুখত দিলে ঠিক হৈ যাব।' তেতিয়া দৃষ্টি মঙ্গলিকাই তাকে কৰাত সকলো ঠিক হৈ গল। কিন্তু ইফালে সমগ্ৰ বাৰাণসীতে এই কথা ৰাষ্ট্ৰ হৈ পৰিল যে চাণ্ডালৰ এৰা খাই ব্ৰাহ্মণ সকল সুস্থ হৈছে। তেতিয়া ব্ৰাহ্মণ সকলে বৰ লাজ পালে আৰু তেওঁলোক মেজ্‌ঝ ( মধ্য ) ৰাষ্ট্ৰলৈ গুচি গল। কিন্তু মাণ্ডব্য হলে তাতেই থাকিল।

পিচত এদিন ঘূৰি পকি গৈ মাতঙ্গ ঋষি মেজ্‌ঝ ৰাষ্ট্ৰত উপস্থিত হল। তাত থকা আগৰ মাণ্ডব্যৰ লগৰ ব্ৰাহ্মণ সকলে সেই কথাৰ গম পাই মেজ্‌ঝ ৰাষ্ট্ৰৰ ৰজাক বুজাই দিলে যে নৱাগত ভিক্ষাৰী জন মায়াবী আৰু সি গোটেই ৰাষ্ট্ৰৰে সৰ্ব্বনাশ কৰিব। এই কথা শুনিয়েই ৰজাই নিজৰ চিপাহীইঁতক মাতঙ্গক বিচাৰি উলিয়াবলৈ হুকুম দিলে। সিহঁতে গৈ এখন দেৱালৰ কাষত বহি তেওঁক ভিক্ষান্ন খাই থকা দেখিবলৈ পালে আৰু তাতেই তেওঁক মাৰি পেলালে।

তেতিয়া দেৱতাসকল ক্ষুব্ধ হল আৰু তেওঁলোকে সেই ৰাষ্ট্ৰ উজাড় কৰি দিলে।

ভালেমান জাতকতে মাতঙ্গক হত্যা কৰাৰ ফলত মেজ্‌ঝ ৰাষ্ট্ৰ নষ্ট হোৱা কথাৰ উল্লেখ আছে। এই কাহিনী কিমান দূৰ সঁচা তাক কব নোৱাৰি। তথাপি মাতঙ্গ ঋষি যে চাণ্ডাল আছিল আৰু ব্ৰাহ্মণ তথা ক্ষত্ৰিয় সকলেও যে তেওঁৰ পূজা কৰিছিল 'ৱসলসুত্ত'ৰ তলত দিয়া গাথাৰ পৰাই তাক স্পষ্টভাৱে বুজিব পৰা যায়ঃ

তদমিনা পি জানাথ যথা মেদং নিদস্‌সনং।
চণ্ডালপুত্তো সোপাকো মাতঙ্গো ইতি ৱিস্‌সুতো ॥১॥
সো যসং পৰমং পত্তো মাতঙ্গো যং সুদুল্লভং।
আগচ্ছুং তস্‌সুপট্‌ঠানং খত্তিয়া ব্ৰাহ্মণা বহূ ॥২॥
দেৱযানং অভিৰুয়্‌হ ৱিৰজং সো মহাপথং।
কামৰাগং ৱিৰাজেত্বা ব্ৰহ্মলোকূপগো অহু।
ন নং জাতি নিৱাৰেসি ব্ৰহ্মলোকূপপত্তিয়া ॥৩॥

অৰ্থাৎ—

(১) মই ইয়াৰ এটা উদাহৰণ দিওঁ। কুকুৰৰ মঙহ খোৱা চাণ্ডালৰ এজন লৰা মাতঙ্গ নামেৰে প্ৰসিদ্ধ হৈছিল।

(২) সেই মাতঙ্গই অতি শ্ৰেষ্ঠ আৰু দুৰ্লভ যশস্যা লাভ কৰিছিল। তেওঁৰ সেৱাৰ কাৰণে ভালেমান ক্ষত্ৰিয় আৰু ব্ৰাহ্মণ উপস্থিত থাকিছিল।

(৩) বিষয়-বাসনা ক্ষয়কাৰী মহান মাৰ্গেৰে দেৱযান (সমাধি) আৰোহন কৰি তেওঁ ব্ৰহ্মলোকলৈ গৈছিল। ব্ৰহ্মলোকত উৎপন্ন হোৱাৰ কাৰণে তেওঁৰ জন্ম বাধক হোৱা নাছিল।

**শম্বুকৰ কাহিনী কাল্পনিক**—শম্বুক নামৰ এজন শূদ্ৰই অৰণ্যত তপশ্চৰ্য্যা কৰিছিল। তাৰ ফলত এজন ব্ৰাহ্মণৰ লৰা মৰি গল। শ্ৰীৰামচন্দ্ৰই এই কথা জানিব পাৰি বনলৈ গল আৰু শম্বুকৰ শিৰোচ্ছেদ

কৰিলে। তাৰ পিচত ব্ৰাহ্মণৰ লৰাই পুনৰ জীৱন ফিৰাই পালে। ৰামায়ণত এই কথা বৰ বিস্তাৰিত ভাৱে বৰ্ণনা কৰা হৈছে। অলপ সংযত ভাৱে ভৱভূতিয়ে 'উত্তৰ ৰামচৰিত'তো এই কথাৰ উল্লেখ কৰিছে। কিন্তু বুদ্ধৰ আগেয়ে বা বুদ্ধধৰ্ম্ম ভাৰতবৰ্ষত চলাৰ সময়ত এনে ঘটনা হৈছিল বুলি কোনো প্ৰমাণ পোৱা নাযায়। বোধ হয় এই কাহিনী ৰচোঁতাৰ এয়ে উদ্দেশ্য আছিল যে ৰজাই এনে নীতি অনুসৰণ কৰা উচিত।

## শ্ৰমণ

অৰণ্যবাসী এই ঋষি-মুনি সকলক তাপস বা পৰিব্ৰাজক বোলা হৈছিল। তেওঁলোকে কিদৰে তপশ্চৰ্য্যা কৰিছিল, সেই সম্বন্ধে বিশেষ বৰ্ণনা পোৱা নাযায। এই তপস্বীসকলৰ সংঘৰ পৰাই জন-স্থানত ঘূৰি পকি মানুহৰ মাজত উপদেশ প্ৰচাৰ কৰা বেলেগ বেলেগ শ্ৰমণ-সংঘ ওলাইছিল। 'শ্ৰম' ধাতুৰ পৰা 'শ্ৰমণ' শব্দ ওলাইছে। ইয়াৰ অৰ্থ হ'ল—পৰিশ্ৰম কৰোঁতা। আজিকালি যিদৰে কায়িক শ্ৰম কৰোঁতা বনুৱাৰ গুৰুত্ব বাঢ়ি গৈছে, সেইদৰে বুদ্ধৰ শ্ৰমণসকলৰ গুৰুত্ব বৃদ্ধি পাইছিল। কিন্তু বনুৱা আৰু শ্ৰমণৰ ভিতৰত পাৰ্থক্য হ'ল—বনুৱাসকলে সমাজৰ প্ৰয়োজনীয় সামগ্ৰী উৎপাদন কৰিবলৈ শাৰীৰিক পৰিশ্ৰম কৰে আৰু শ্ৰমণসকলে সমাজত আধ্যাত্মিক জাগৰণৰ সৃষ্টি কৰাৰ উদ্দেশ্যে শ্ৰম কৰে। বোধ হয় তেওঁলোকে তপস্যাৰ দ্বাৰা নিজৰ শৰীৰক শ্ৰম অৰ্থাৎ কষ্ট দিছিল বুলিও তেওঁলোকক শ্ৰমণ কোৱা হৈছিল। কিন্তু অৰণ্যত বাস কৰা ঋষি-মুনিসকলেও তপস্যা কৰি নিজৰ শৰীৰক কষ্ট দিছিল, কিন্তু তেওঁলোকক হলে শ্ৰমণ বোলা নহৈছিল। গতিকে তেওঁলোকে লোকহিতৰ উদ্দেশ্যে শ্ৰম কৰা হেতুকেই তেওঁলোকক শ্ৰমণ বোলাটো অধিক সম্ভৱ যেন অনুমান হয়।

**তেষষ্টিটা শ্ৰমণ-পন্থ**—বুদ্ধৰ সময়ত সৰু-বৰ তেষষ্টিটা শ্ৰমণ-পন্থ আছিল। 'যানি চ তীণি যানি চ সট্‌ঠি—এই বাক্য ফাকিত যি তিনি আৰু ষাঠি মতৰ কথা কোৱা হৈছে তাত বৌদ্ধ মত সামৰি লোৱা হৈছিল নে নাই তাক সঠিককৈ কব নোৱাৰি। লোৱাহেঁতেন পালি-সাহিত্যৰ ভালেমান ঠাইতে উল্লেখ কৰা বাষষ্টি মতৰ ( দ্বাসট্‌ঠি দিট্‌ঠিগতানি ) অর্থ স্পষ্টভাৱে বুজিব পৰা গলহেঁতেন। অর্থাৎ ইয়াৰ পৰা দেখা যায় যে বুদ্ধৰ শ্ৰমণ-পন্থৰ বাহিৰেও সেই সময়ত আৰু বাষষ্টিটা শ্ৰমণ-পন্থ আছিল। এই বাষষ্টি শ্ৰমণ-পন্থৰ মত সম্বন্ধে থাউকতে বর্ণনা কৰিবলৈ 'দীঘনিকায়'ৰ আগতে 'ব্ৰহ্মজালসুত্ত'ত প্ৰয়াস কৰা হৈছে, কিন্তু তাক কৃত্ৰিম যেন লাগে। সেই সুত্ত ৰচনা কৰাৰ সময়ত বাষষ্টি সংখ্যাৰ বাহিৰে সেই সম্বন্ধে আৰু বিশেষ তথ্য পোৱা নগৈছিল যেন অনুমান হয়। গতিকে সুত্ত ৰচোঁতাই বাষষ্টি সংখ্যা পূৰণ কৰিবলৈ নতুন বর্ণনা যুগুত কৰি সেই সুত্তত সন্নিৱিষ্ট কৰি দিছে। বোধহয় সেই শ্ৰমণ-পন্থবোৰৰ ভিতৰত প্ৰসিদ্ধ পন্থৰ সংখ্যা তেনেই কম আছিল আৰু সৰু সৰু সম্প্ৰদায়বোৰ ডাঙৰ ডাঙৰ সম্প্ৰদাযৰ লগত চামিল হৈ গৈছিল ; সেই কাৰণেই বোধ-হয় এই পুৰণি বাষষ্টি শ্ৰমণ-পন্থৰ প্ৰত্যেকৰ আছুতীয়া সংজ্ঞা লোপ হৈছিল। আজি-কালিৰ বাবা, বৈৰাগী আদি পন্থৰ গণনা কৰিলে সংখ্যা কত অধিক হব। কিন্তু উল্লেখযোগ্য কবীৰ, দাদূ, উদাসী আদিৰ সংখ্যা তেনেই এমুঠিহে হব।

## তপশ্চৰ্য্যাৰ প্ৰকাৰ

বুদ্ধৰ সময়ত আটাইতকৈ ডাঙৰ শ্ৰমণ-সংঘ মাথোন ছটাহে আছিল আৰু তাৰে ভিতৰত নিগ্ৰ্ন্থ শ্ৰমণ সম্প্ৰদায়ৰ নাম পোন পহিলতে উল্লেখযোগ্য। এই পন্থৰ ঐতিহাসিক সংস্থাপক হল পার্শ্বমুনি। বুদ্ধৰ

জন্মৰ ১৯৩ বছৰৰ আগতে তেওঁৰ পৰিনিৰ্ব্বাণ হোৱা বুলি অনুমান কৰিব পৰা যায়। তাৰো অন্ততঃ চল্লিশ-পঞ্চাশ বছৰৰ আগতে পাৰ্শ্ব তীৰ্থঙ্কৰে ধৰ্ম্মোপদেশ দি ফুৰিছিল। তেওঁৰ আৰু আন আন শ্ৰমণ-সংঘ নায়ক-সকলৰ মত সম্বন্ধে পিচত আলোচনা কৰা হব। ইয়াত মাথোন তেওঁলোকৰ তপশ্চৰ্য্যাৰ প্ৰকাৰ সম্বন্ধে উল্লেখ কৰাই যুগুত হব, কিয়নো তাৰ পৰা তাপস সকলৰ তপস্যা সম্বন্ধে কিছুদূৰ জানিব পৰা যাব। ভালেমান সুত্তত শ্ৰমণসকলৰ তপশ্চৰ্য্যাৰ প্ৰকাৰ সম্বন্ধে বৰ্ণনা পোৱা যায়। কিন্তু তাৰ ভিতৰত 'মজ্ঝিমনিকায়'ৰ মহাসীহনাদসুত্তত দিয়া তপশ্চৰ্য্যাৰ বৰ্ণনা বিশেষ গুৰুত্বপূৰ্ণ। আমি ইয়াত তাৰে সাৰাংশ দিওঁহক।

বুদ্ধ ভগৱানে সাৰিপুত্তক কলে, 'হে সাৰিপুত্ত, মোৰ মনত পৰিছে যে মই চাৰি প্ৰকাৰৰ তপ কৰিছিলোঁ। মই তপস্বী হৈছিলোঁ, ৰুক্ষ হৈছিলোঁ, জুগুপ্সী হৈছিলোঁ আৰু প্ৰৱিৱিক্ত হৈছিলোঁ।

**তপস্বিতা**—'হে সাৰিপুত্ত মোৰ তপস্বিতা কেনে ধৰণৰ আছিল তোমাক কওঁ শুনা—

(নি) মই উলঙ্গ হৈ আছিলোঁ। লৌকিক আচাৰ পালন কৰা নাছিলোঁ। হাতৰ তলুৱাত ভিক্ষা লৈ খাইছিলোঁ। কোনোৱাই যদি কৈছিল 'ভদন্ত এই পিনে আহক' তেন্তে মই তাক নুশুনিছিলোঁ। যদিহে কোনোবাই কৈছিল 'ভদন্ত থিয় হৈ থাকক', তেন্তে মই তাকো শুনা নাছিলোঁ। বহি থকা ঠাইৰ পৰা আনি দিয়া বা নিজৰ কাৰণে প্ৰস্তুত কৰা অন্ন মই গ্ৰহণ নকৰিছিলোঁ আৰু নিমন্ত্ৰণো স্বীকাৰ কৰা নাছিলোঁ। ৰন্ধা পাত্ৰতে অন্ন আনি মোক দিলে মই তাক গ্ৰহণ নকৰিছিলোঁ। উৰালৰ পৰা কোনো খাদ্য আনি দিলে মই তাকো নলৈছিলোঁ। দুৱাৰদলি বা লাখুটিৰ আন পিনে থাকি মোক ভিক্ষা দিলে মই সেই

ভিক্ষা গ্ৰহণ কৰা নাছিলোঁ। হয়তো দুজন মানুহে একেলগে ভোজন কৰি আছে, তাৰে এজন উঠি আহি যদি মোক ভিক্ষা দিয়ে তেন্তে মই তাকো গ্ৰহণ নকৰিছিলোঁ। গৰ্ভিণী, কেচুৱাক পিয়াহ খুৱাই থকা বা পুৰুষৰ লগত একান্তে সহবাস কৰি থকা তিৰোতাৰপৰাও ভিক্ষা নলৈছিলোঁ। যত কুকুৰ থিয় হৈ থাকে, মাখিৰ জাকে ভনভনাই থাকে তেনে ঠাইতো ভিক্ষা লোৱা নাছিলোঁ। মাছ, মঙহ, সুৰা আদি বস্তুও গ্ৰহণ নকৰিছিলোঁ।[৪] মাথোন এঘৰত ভিক্ষা লৈ একে গৰাহ মাত্ৰ আহাৰ খাই দিন নিয়াইছিলোঁ। মই মাথোন একোৰাছ (কৰছলি) অন্ন লৈছিলোঁ আৰু এইদৰে ক্ৰমে বঢ়াই নি সাত দিনত সাত কোৰাছ অন্ন লৈ জীৱন নিৰ্ব্বাহ কৰিছিলোঁ। এদিন এৰি এদিন অৰ্থাৎ প্ৰত্যেক তৃতীয় দিনৰ দিনা আহাৰ কৰিছিলোঁ, তাৰ পিচত দুদিনৰ পিচত এদিন অৰ্থাৎ প্ৰত্যেক চতুৰ্থ দিনৰ দিনা আহাৰ কৰিছিলোঁ। এইদৰে উপবাসৰ সংখ্যা বঢ়াই সাত দিনৰ পিচত এদিন বা পখেকত এবাৰকৈ আহাৰ কৰিছিলোঁ।

(ই) শাক, শ্যামক, নীৱাৰ, মুচিয়াৰে পেলাই দিয়া চামৰাৰ টুকুৰা, শেলুৰৈ, তুঁহৰ গুৰি, পুৰি যোৱা শস্য, খলিহৈ, ঘাঁহ বা গৰুৰ গোবৰ খাই মই দিন নিয়াইছিলোঁ অথবা অৰণ্যত চটৰ কাপোৰ পিন্ধিছিলোঁ। মৰা শৰ ওপৰত দিয়া কাপোৰ উৰিছিলোঁ, অজিন মৃগ-চৰ্ম্ম পৰিধান কৰিছিলোঁ। শন বা মৰাপাটৰ চীৰৰ পৰিধান কৰিছিলোঁ। মানুহৰ চুলিৰে বা ঘোঁৰাৰ নোমেৰে বোৱা কম্বল অথবা ফেঁচাৰ পাখিৰে প্ৰস্তুত কৰা চীৰৰ উৰিছিলোঁ।

(নি) মই দাড়ী-গোফ আৰু চুলি উঘালি পেলাইছিলোঁ। মই থিয় হৈ বা আঠুৰ ওপৰত বহি তপস্যা কৰিছিলোঁ।

(মই) কাঁইটৰ শয্যাত শুইছিলোঁ। নিতৌ তিনিবাৰকৈ গা

(৪) জৈন সাধুয়ে মাছ আৰু মাঙহ গ্ৰহণ কৰিছিল কিন্তু সুৰা গ্ৰহণ কৰাৰ হলে কোনো প্ৰমাণ পোৱা নাযায়। একাদশ অধ্যায়ত মাংসাহাৰৰ আলোচনা কৰা হৈছে।

ধুইছিলোঁ। এনেদৰে নানা প্ৰকাৰে দেহ-দণ্ডন কৰিছিলোঁ। এয়ে আছিল মোৰ তপস্বিতা।'

**ৰুক্ষতা**—'হে সাৰিপুত্ত, মোৰ ৰুক্ষতা কেনে ধৰণৰ আছিল তাকো কওঁ শুনা—

(নি) ভালেমান বছৰ ধৰি ধূলি-মাকতি পৰি মোৰ শৰীৰত তৰপে তৰপে মলি গোট খাইছিল। কেৰা বছৰো ধূলি পৰিলে তিন্দুকৰ গা-গছ দেখিবলৈ যেনে হয় মোৰ শৰীৰো তেনে হৈ পৰিছিল। কিন্তু সেই মলি নিজে গুচাই লবলৈ বা আনৰ হতুৱাই গুচাবলৈ মোৰ ইচ্ছা হোৱা নাছিল। মোৰ ৰুক্ষতা আছিল এনে ধৰণৰ।'

**জুগুপ্সা**—'এতিয়া মোৰ জুগুপ্সা কেনে ধৰণৰ আছিল তাকো কওঁ—(নি) মই বৰ সাৱধানে অহা-যোৱা কৰিছিলোঁ। পানীৰ কণিকা বোৰৰ প্ৰতিও মোৰ অতিশয় দয়াৰ ভাৱ আছিল। এনে বিষম অৱস্থাত পৰি যাতে মোৰ হাতত কোনো সূক্ষ্ম প্ৰাণীৰো নাশ নহয়, তাৰ বাবে মই অতি সতৰ্ক হৈ চলিছিলোঁ। এয়ে আছিল মোৰ জুগুপ্সা।' (জুগুপ্সাৰ অৰ্থ হল—হিংসাৰ প্ৰতি অৰুচি।)

**প্ৰৱিৱিক্ততা**—'হে সাৰিপুত্ত, মোৰ প্ৰৱিৱিক্ততানো কেনে ধৰণৰ আছিল তাক বৰ্ণনা কৰোঁ, শুনা—

(ই) মই যেতিয়া কোনো অৰণ্যত আছিলোঁ তেতিয়া যদি গহীন বনত, আওহতীয়া ঠাইত বা সমতল ভূমিত কোনো গৰখীয়া, ঘাঁহ বা খৰিকটিয়া মানুহ দেখা পাইছিলোঁ তেন্তে মই সেই ঠাইৰ পৰা অনবৰত লৰি লৰি আঁতৰি গৈছিলোঁ। তেনে মানুহজনে যাতে মোক দেখা নাপায় বা মই তেওঁক দেখা নাপাওঁ সেই উদ্দেশ্য লৈয়েই মই তেনেভাৱে দৌৰি আঁতৰি পৰিছিলোঁ। মানুহক দেখিলেই বনৰ হৰিণ যিদৰে পলাই পত্ৰং দিয়েময়ো সেইদৰে দৌৰি দৌৰি আঁতৰি পৰিছিলোঁ। এনে ধৰণৰ আছিল মোৰ প্ৰৱিৱিক্ততা।'

**বিকট ভোজন**—'যি ঠাইত গৰু গাই বন্ধা হৈছিল, বা যি ঠাইৰ পৰা গৰু চৰিবলৈ গৈছিল, মই তালৈ হাত আৰু ভৰিৰ ওপৰত ভিৰ দি আঠুকাঢ়ি গৈছিলোঁ আৰু দামুৰীৰ গোবৰ খাইছিলোঁ। মোৰ মল-মূত্ৰ বন্ধ নোহোৱালৈকে মই ইয়াৰেই জীৱন নিৰ্ব্বাহ কৰিছিলোঁ। এনে ধৰণৰ আছিল মোৰ বিকট ভোজন।'

**উপেক্ষা**—( নি ) 'মই কোনো ভয়ানক অৰণ্যত বাস কৰিছিলোঁ। তেনে অৰণ্যত সোমালেই যি কোনো সংসাৰিক প্ৰাণীৰ নোম ভয়ত শিযৰি উঠিব ; সেই অৰণ্য এনে ভয়ানক আছিল। জাৰৰ দিনত ভযানক ধৰণৰ হিম-পাত হলে মই মুকলি ঠাইত থাকিছিলোঁ আৰু দিনৰ সময়ত হাবিত সোমাই পৰিছিলোঁ। জহকালিৰ শেহৰ মাহত দিনৰ সমযত মই মুকলি ঠাইত থাকিছিলোঁ আৰু নিশা হাবিলৈ গুচি গৈছিলোঁ। মই শ্মশানত মানুহৰ হাড গাৰু কৰি শুইছিলোঁ। কোনো মূৰ্খ লোক আহি মোৰ ওপৰত থুই পেলালে, পেচাব কৰিলে, ধূলি দিলে বা মোৰ কাণত ঘাঁহ আদি ভৰাই দিলেও তেনে লোকৰ প্ৰতি কেতিয়াও মোৰ কোনো পাপ বুদ্ধি উৎপন্ন নহৈছিল।

**আহাৰ ব্ৰত**—( ই ) 'কোনো কোনো শ্ৰমণ আৰু ব্ৰাহ্মণৰ ধাৰণা হল যে আহাৰৰ পৰা আত্ম-শুদ্ধি হয়। তেওঁলোকে অকল বগৰি খায়েই থাকে, বগৰিৰ গুৰি খায়, বগৰি সিজাই পানী খায় বা বগৰিৰ পৰা আন কিবা বস্তু প্ৰস্তুত কৰি আহাৰ কৰে। হে সাৰিপুত্ত, তুমি নাভাবিবা যে তেতিয়াৰ দিনত বগৰি আজি-কালিতকৈ বেচি ডাঙৰ আছিল। এতিয়া একোটা বগৰিৰ আকাৰ যেনে, তেতিয়াও তেনে ধৰণৰে আছিল। পত্তিকে অকল একেটা বগৰি খাই মোৰ শৰীৰ তেনেই শুকাই ক্ষীণাই গৈছিল। আসীতকৱল্লী বা কালৱল্লীৰ গাঁথিৰ নিচিনা মোৰ শৰীৰৰ গাঁথিবোৰ স্পষ্টভাৱে দেখা গৈছিল। মোৰ কটিবন্ধ উটৰ ভৰিৰ নিচিনা

হৈ পৰিছিল। মোৰ মেৰুদণ্ড যঁতৰৰ মালৰ নিচিনা দেখিবলৈ হৈছিল। ভগা ঘৰৰ কামিবোৰ তলওপৰ হৈ যোৱাৰ নিচিনাকৈ মোৰ কাম্মি-হাড়বোৰো তলওপৰ হৈ গৈহিল। মোৰ চকুদুটা অতি শ দ কুৱাত পৰা নক্ষত্ৰৰ প্ৰতিবিম্বৰ নিচিনাকৈ বহি গৈছিল। কেঁচা তিতা লাও কাটি ৰদত দিলে যিদৰে শুকাই যায়, তেনেকৈয়ে মোৰ মুৰৰ ছালো শুকাই গৈছিল। মোৰ পেটত হাত ফুৰালে মই ৰাজহাড় চুব পাৰিছিলোঁ। আৰু ৰাজহাড়ত হাত দিলে পেটৰ ছাল মিলি গৈছিল। মই শৌচ বা পেচাব কৰিবলৈ বহাৰ কাৰণে চেষ্টা কৰিলে তাতেই পৰি গৈছিলোঁ। গাত হাত দিলেই মোৰ দুৰ্ব্বল চুলিবোৰ সৰি পৰিছিল। এনেভাৱে উপবাস কৰা হেতুকে মোৰ এই অৱস্থা হৈ পৰিছিল।

কোনো শ্ৰমণে আৰু ব্ৰাহ্মণে মগু খাই, তিল খাই অথবা চাউল খাই থাকে। তেওঁলোকে ভাৱে যে এইবোৰ পদাৰ্থৰ দ্বাৰা আত্ম-শুদ্ধি হয়। হে সাৰিপুত্ত, মই একেটা তিল, একেটা মাথোন চাউল বা একেটা মাত্ৰ মগুমাহ খাই আছিলোঁ। হে সাৰিপুত্ত, তুমি ধৰি নলবা যে তেতিয়াৰ দিনত এই দানাবোৰ বৰ ডাঙৰ আছিল। এতিয়া এইবোৰৰ দানা যেনে তেতিয়াও তেনেকুৱাই আছিল। এনেভাৱে উপবাস কৰোঁতে মোৰ অৱস্থা (অৰ্থাৎ আগেয়ে উল্লেখ কৰি অহাৰ নিচিনা) এনেকুৱা হৈ পৰিছিল।'

বুদ্ধঘোষাচাৰ্য্যৰ মতে কোনো এটা পূৰ্ব্বজন্মতহে ভগৱান বুদ্ধই হেনো এনেধৰণৰ তপশ্চৰ্য্যা কৰিছিল। তেতিয়াৰ দিনৰ বগৰি আদিও আজি-কালিৰ নিচিনাই আছিল বুলি উল্লেখ কৰা হেতুকে বুদ্ধঘোষাচাৰ্য্যৰ কথা যুক্তিযুক্ত যেন লাগে। কিন্তু এইটো কোৱাৰ আৱশ্যক নাই যে বুদ্ধৰ সময়ৰ প্ৰচলিত বিভিন্ন তপশ্চৰ্য্যাৰ নিৰৰ্থকতা দেখুৱাই দিবলৈকে সুত্ত-ৰচোঁতাই ওপৰত উল্লেখ কৰা কথাবোৰ বুদ্ধৰ মুখেৰে কোৱাইছে।

টিপ্পনীত দিয়া অন্তৰৰ বাহিৰেও 'নি' বিভাগত দিয়া তপশ্চৰ্য্যা

নিগ্ৰ্ন্থ (জৈনসাধু) সকলেও কৰিছিল। আজি-কালিও তেওঁলোকৰ মাজত চুলি উঘালি পেলোৱা, উপবাস কৰা আদিৰ প্ৰথা চলি আহিছে।

**মল-মূত্ৰ খোৱাৰ প্ৰথা**—আজিকালি অঘোৰী আদি পন্থৰ লোকৰ মাজত নিজৰ মল-মূত্ৰ খোৱাৰ প্ৰথা দেখা যায়। কাশীত তেলঙ্গ স্বামী নামৰ এজনা প্ৰসিদ্ধ সন্ন্যাসী আছিল। তেওঁ উলঙ্গ হৈ আছিল। তেওঁৰ নিচিনাকৈ নঙঠা হৈ ঘূৰি-ফুৰা ভালেমান পৰমহংসকে কাশীত দেখিবলৈ পোৱা গৈছিল। সেই সময়ত তাত এজন গড্‌ৱিন নামৰ বৰ জনপ্ৰিয় কলেক্টৰ আছিল (তেওঁক কাশীৰ মানুহে গোৱিন্দ চাহাব বুলিছিল)। তেওঁ বিশেষ সহানুভূতিৰ সৈতে হিন্দুসকলৰ ৰীতি-নীতি সম্বন্ধে অধ্যয়ন কৰিছিল আৰু নঙঠা সাধুসকলে যাতে কৌপিন পিন্ধি ফুৰে তাৰ উপায় হিচাপে তেওঁ তলত দিয়া বুধিটো বাহিৰ কৰিছিল।

ৰাস্তাত কোনো নঙঠা সাধু পালেই পুলিচে তেওঁক চাহাবৰ ওচৰলৈ লৈ গৈছিল। তেতিয়া চাহাবে সাধুজনক সুধিব, "তুমি জানো পৰমহংস?" সাধুজনে 'হয়' বুলি কলে চাহাবে সাধুজনক নিজৰ খানা খাবলৈ কব। কিন্তু নঙঠা সাধুৱে চাহাবৰ খানা খাব কিয়? তেতিয়া গোৱিন্দ চাহাবে কব, "শাস্ত্ৰত কোৱা হৈছে যে পৰমহংসই কোনো প্ৰকাৰৰ ভেদ-ভাৱ নামানে। কিন্তু তোমাৰ মনত দেখিছোঁ ভেদ-ভাৱ আছে। গতিকে তুমি নঙঠা হৈ ঘূৰা উচিত নহয়।" এইদৰে তেওঁ ভালেমান নঙঠা সাধুকে লেঙুটী পিন্ধিবলৈ বাধ্য কৰাইছিল।

এবাৰ তেলঙ্গ স্বামীকো পুলিচে ধৰি চাহাবৰ ওচৰলৈ লৈ গল। স্বামীজীক পুলিচে কলেক্টৰ চাহাবৰ বঙলালৈ ধৰি নিয়াৰ বাতৰি ৰাষ্ট্ৰ হৈ পৰাৰ লগে লগে তেওঁৰ শিষ্য প্ৰশিষ্য আৰু তেওঁক শ্ৰদ্ধা কৰা ডাঙৰ ডাঙৰ পণ্ডিত আৰু গণ্যমান্য লোক চাহাবৰ বঙলাত উপস্থিত হলগৈ। চাহাবে আটাইকে বহিবলৈ দি স্বামীজীক প্ৰশ্ন কৰিলে, 'আপুনি

পৰমহংস নে ?' স্বামীজীয়ে 'হয়' বুলি কোৱাত চাহাবে দ্বিতীয়বাৰ প্ৰশ্ন কৰিলে, 'আপুনি জানো ইয়াত ৰন্ধা অন্ন খাব ?' তেতিয়া স্বামীজীয়ে সুধিলে, 'আপুনি জানো মোৰ অন্ন খাব ?' চাহাবে উত্তৰ দিলে, 'মই পৰমহংস নহওঁ, তথাপি মই যি কোনো লোকৰে অন্ন খাওঁ।'

স্বামীজীয়ে তাতেই নিজৰ হাতত মলত্যাগ কৰিলে আৰু হাতুখন আগবঢ়াই দি গোবিন্দ চাহাবক কলে, 'এয়া লওক মোৰ অন্ন। আপুনি ইয়াক খাই দেখুৱাওক!' চাহাবৰ বৰ ঘিন লাগিল আৰু খং উঠি কলে, 'এয়া জানো কোনো মানুহে খোৱাৰ উপযুক্ত বস্তু ?' তেতিয়া স্বামীজীয়ে সেই বিষ্ঠা খাই পেলালে আৰু হাতখন মচিকুচি পৰিষ্কাৰ কৰি ললে। তাকে দেখি চাহাবে স্বামীজীক এৰি দিলে আৰু তাৰ পিচতো স্বামীজীৰ সম্বন্ধে আৰু কোনো প্ৰশ্নকে নকৰিলে।

মই ১৯০২ চনত কাশীত থকাৰ সময়ত তাৰ পণ্ডিতসকলে অতিশয় শ্ৰদ্ধাৰে এই কাহিনী মোৰ আগত বৰ্ণনা কৰিছিল আৰু তাৰ আগতেই সেই শ্ৰদ্ধাৰ প্ৰেৰণাৰে 'কাশীযাত্ৰা' নামৰ পুথিখনত এই কাহিনীটো প্ৰকাশ কৰা হৈছিল।

**আধুনিক তপস্যা**—তেলঙ্গ স্বামীয়ে ঠিক জাৰৰ দিনত অকল মাথোন মূৰটো বাহিৰ উলিয়াই গঙ্গাৰ মাজত বহি থাকিছিল আৰু ঠিক জহৰ দিনত গঙ্গাৰ বালিত বহি থাকিছিল, সেই সময়ত তেনে বালিৰে খোজকাঢ়ি গলেও ভৰিত ধুৱা ফুটিছিল।

বহুতেই অৱশ্যে লোৰ কাঁইটৰ খাট সাজি তাৰ ওপৰত শুই থকা বৈৰাগী দেখিবলৈ পাইছে। ১৯০২ ছনত কাশীৰ বিন্দুমাধৱৰ মন্দিৰত এনে এজন বৈৰাগী আছিল। কাঠৰ লেঙুটী পিন্ধি ঘূৰি ফুৰা সাধু বৈৰাগীও মই নিজেই দেখিছোঁ।

**তপশ্চৰ্য্যাৰ প্ৰতি শ্ৰমণসকলৰ নিষ্ঠা**—ওপৰত উল্লেখ কৰা

বিভিন্ন প্ৰকাৰৰ তপশ্চৰ্য্যাবোৰৰ ভিতৰত অৰণ্যবাসী ঋষিমুনিসকলে শাক, শ্যামাক আৰু বনত সহজতে পোৱা কন্দ-ফল-মূল খাই থকা বিধকে বাছি লৈছিল। তেওঁলোকে গছৰ বাকলি পিন্ধিছিল আৰু ভালেমান প্ৰকাৰৰ অগ্নিহোত্ৰও কৰিছিল। কিন্তু এই নতুন শ্ৰমণ-সম্প্ৰদায়ে অগ্নিহোত্ৰ বৰ্জ্জন কৰিছিল আৰু অৰণ্যবাসী ঋষিমুনিসকলৰ ভালেমান তপশ্চৰ্য্যা গ্ৰহণ কৰাৰ উপৰিও চামৰাৰ টুকুৰা আদি খোৱাৰ তপশ্চৰ্য্যাও যোগ দি লৈছিল।

আমি ওপৰতে উল্লেখ কৰি আহিছোঁহক যে বুদ্ধৰ সময়ত নিগ্ৰ্ন্থ (জৈন) সম্প্ৰদায় বৰ প্ৰভাৱশালী আছিল। ইয়াৰ উপৰিও পূৰণ কাশ্যপ, মকৃখলি গোসাল, অজিন কেসকম্বল, পকুধ কাত্যায়ন আৰু সঞ্জয় বেলটৃঠপুত্ত—এই পাঁচজন শ্ৰমণ-নায়কৰ শ্ৰমণ সম্প্ৰদায় বৰ বিখ্যাত আছিল। সপ্তম অধ্যায়ত এওঁলোকৰ দৰ্শন সম্বন্ধে চমুকৈ আলোচনা কৰা হৈছে। তাৰ পৰা দেখা যাব যে তত্ত্ব বিষয়ত তেওঁলোকৰ মাজত যথেষ্ট মতভেদ আছিল, কিন্তু দুটা বিষয়ত হলে তেওঁলোকৰ একে মত আছিল—

(১) তেওঁলোকৰ আটায়ে যাগ-যজ্ঞ ভাল নাপাইছিল। আৰু

(২) কমবেচি পৰিমাণে তেওঁলোকৰ মনত তপশ্চৰ্য্যাৰ প্ৰতি নিষ্ঠা আছিল।

**শ্ৰমণসকলৰ প্ৰচাৰ-কাৰ্য্য**—আমি আগতে কৈ আহিছোঁ যে এইসকল আৰু আন আন শ্ৰমণসকলৰ মানুহৰ ওপৰত বৰ প্ৰভাৱ আছিল। এই শ্ৰমণসকল পুবপিনৰ চম্পা (ভাগলপুৰ), পশ্চিম পিনৰ কুৰুসকলৰ দেশ, উত্তৰ পিনে হিমালয় আৰু দক্ষিণ পিনে বিন্ধ্য—এই অঞ্চলৰ ভিতৰত বাৰিষাৰ চাৰিমাহ বাদ দি বাকী আনমাহ কেইটাত অনবৰত ঘুৰি ফুৰিছিল আৰু বাইজক নিজ নিজ ধৰ্ম্মমত সম্বন্ধে উপদেশ দিছিল। তাৰ ফলত ৰাইজৰ মাজত যাগ-যজ্ঞৰ প্ৰতি অনাদৰ আৰু তপশ্চৰ্য্যাৰ প্ৰতি শ্ৰদ্ধা উৎপন্ন হৈছিল।

## উপনিষদৰ সময়ৰ ঋষি

আজি-কালিৰ এটা প্ৰচলিত ধাৰণা হল যে বেদৰ পৰা উপনিষদ আৰু তাৰ পৰা বৌদ্ধ, জৈন আদি ধৰ্ম্মৰ উদ্ভৱ হৈছে' আৰু সেই বাবে এইবোৰ ধৰ্ম্মও বৈদিক ধৰ্ম্মই। আমাৰ বিশ্বাস, ওপৰত কৰি অহা আলোচনাৰ পৰা স্পষ্টভাৱে দেখা পোৱা যায় যে বৌদ্ধ আৰু জৈনসকলৰ মতবাদ বেদ অথবা উপনিষদৰ পৰা ওলোৱা নাই, বৰং বৈদিক কালৰ আগৰে পৰা ভাৰতৰ মধ্য অঞ্চলত থকা ঋষি আৰু মুনিসকলৰ পৰাহে এই দৰ্শনৰ উদ্ভৱ হৈছে। তথাপি উপনিষদত বৰ্ণনা কৰা ব্ৰাহ্মণসকলৰ অৱস্থা বুদ্ধৰ সময়ত কেনে ধৰণৰ আছিল সেই সম্বন্ধে চমুকৈ আলোচনা কৰাটো অপ্ৰাসঙ্গিক নহব।

মই মোৰ 'হিন্দী সংস্কৃতি আণি অহিংসা'[৫] নামৰ পুথিখনত প্ৰমাণ কৰি দেখুৱাইছোঁ যে বুদ্ধৰ সময়ৰ ভালেমান বছৰৰ পিচতহে আৰণ্যক আৰু উপনিষদবোৰৰ ৰচনা কৰা হয়। তথাপি আমি এই কথা মানি লব পাৰোঁহক যে বুদ্ধৰ সময়তো উপনিষদত বৰ্ণিত ব্ৰাহ্মণসকলৰ নিচিনা কিছুমান ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় আছিল। কিন্তু 'জাতক কথা'ৰ ভালেমান কাহিনীৰ পৰা দেখা যায় যে তেওঁলোকৰ অধিক ভাগে হোম-হৱনৰ ধৰ্ম্ম এৰি দি শুদ্ধ শ্ৰমণ হৈছিল। উদাহৰণ স্বৰূপে আমি নংগুট্‌ঠ জাতকৰ ( সং ১৪৪ ) সাৰাংশ ইয়াতে তুলি দিলোঁ—

বাৰাণসীত ব্ৰহ্মদত্ত ৰজাৰ ৰাজত্ব কালত ঔদীচ্য ব্ৰাহ্মণ-কুলত বোধিসত্ত্বই জন্মগ্ৰহণ কৰিছিল। তেওঁৰ জন্মৰ দিনা তেওঁৰ মাক-বাপেকে জাতাগ্নি ৰাখিছিল আৰু তেওঁৰ বয়স ষোল বছৰ হোৱাত মাক-বাপেকে তেওঁৰ আগত কলে, 'চোৱা বাচা, তোমাৰ জন্মৰ দিনা এই অগ্নিৰ প্ৰতিষ্ঠা কৰা হৈছে, যদি তুমি গৃহস্থ হৈ থাকিবলৈ ইচ্ছা কৰা তেন্তে তিনিওখন

---

(৫) চাওক, পৃষ্ঠা ২৮-২০।

বেদৰ অধ্যয়ন কৰা আৰু যদি তোমাৰ ইচ্ছা ব্ৰহ্মলোকপৰায়ণ হয় তেন্তে এই অগ্নি লৈ অৰণ্যলৈ যোৱা আৰু তেওঁৰ সেৱাৰ দ্বাৰা ব্ৰহ্মদেৱৰ আৰাধনা কৰি ব্ৰহ্মলোকপৰায়ণ হৈ যোৱা।'

গৃহস্থাশ্ৰমত বোধিসত্ত্বৰ ৰুচি নাছিল। গতিকে তেওঁ জাতাগ্নি লৈ অৰণ্যলৈ গুচি গল আৰু তাতে আশ্ৰম পাতি অগ্নিৰ সেৱা কৰিবলৈ ধৰিলে। এদিনাখন এজন খেতিয়কে বোধিসত্ত্বক দক্ষিণা স্বৰূপে এটি বলধ দিলে। বলধটো বলি দি অগ্নি ভগৱানৰ পূজা কৰিবলৈ বোধিসত্ত্বৰ ইচ্ছা হল। কিন্তু ইফালে আশ্ৰমত লোণ শেষ হৈছিল। তেওঁ লোণ আনিবলৈ গাঁৱলৈ গল। ইফালে কেইজনমান গুণ্ডা আহি বলধটো মাৰি পেলালে আৰু সেই অগ্নিকুণ্ডত ইচ্ছামতে মাংস ৰান্ধি খালে আৰু বাকীখিনি লগত লৈ গুচি গল।

বোধিসত্ত্বই লোণ লৈ উভতি আহি দেখে যে বলধৰ ছাল, নেজ আৰু হাড় কেইটুকুৰাহে আছে। তেতিয়া নিজে নিজে কবলৈ ধৰিলে, 'এই অগ্নি ভগৱানে যদি নিজৰ বলিকে ৰক্ষা কৰিব নোৱাৰে, মোক আৰু কি ৰক্ষা কৰিব?' এই বুলি তেওঁ নিজৰ অগ্নিহোত্ৰৰ পাত্ৰ পানীত পেলাই দিলে আৰু ঋষি-প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে।

বুদ্ধৰ উপদেশ শুনি উৰুবেল কাশ্যপ, নদী কাশ্যপ আৰু গয়া কাশ্যপ —এই তিনিজন ব্ৰাহ্মণ বন্ধুৱে নিজ নিজ অগ্নিহোত্ৰ নৈত পেলাই দিয়াৰ কথাও বৌদ্ধ-সাহিত্যৰ প্ৰসিদ্ধ কাহিনী।

**উপনিষদৰ ঋষি**—এনেদৰে মুকলিভাৱে শ্ৰমণ ধৰ্ম্ম গ্ৰহণ কৰিবলৈ কিছুমান ব্ৰহ্মণৰ সাহ নাছিল। তেওঁলোকে বৈদিক যাগ-যজ্ঞ আৰু শ্ৰমণসকলৰ দৰ্শনৰ মাজত ওলমি আছিল, অশ্বমেধ আদি সম্বন্ধে ৰূপক ৰচনা কৰি তাৰ পৰা আত্মতত্ত্ব উলিয়াবলৈ চেষ্টা কৰিছিল। পটন্তৰ স্বৰূপে 'বৃহদাৰণ্যকোপনিষদ'ৰ প্ৰথম অধ্যায়ৰ দ্বিতীয় ব্ৰাহ্মণৰ আৰম্ভণিৰ কথালৈ লক্ষ্য কৰক। তাত ঋষিয়ে কৈছে—'এই জগতৰ উৎপত্তিৰ

আগতে একোৱেই নাছিল। মৃত্যুৱে সকলোকে ঢাকি ৰাখিছিল। কেনেকৈ ? খোৱাৰ ইচ্ছাৰে, কিয়নো খোৱাৰ ইচ্ছাকে মৃত্যু কোৱা হয়। তেওঁৰ এনে লাগিল যে আত্মৱান হোৱা যাওক···। সেই মৃত্যুৰ এনে কামনা হল যে বিৰাট যজ্ঞত আকৌ যজন কৰোঁ। এনে কামনা কৰি শ্ৰান্ত হৈ তেওঁ তপ কৰিবলৈ ধৰিলে; সেই শ্ৰান্তি আৰু তপৰ দ্বাৰা তপ্ত মৃত্যুৰ পৰা যজ্ঞ আৰু বীৰ্য্যৰ উৎপত্তি হল। প্ৰাণেই যশ আৰু সেয়ে বীৰ্য্য। এনেদৰে সেই প্ৰাণে শৰীৰ এৰি গুচি যোৱাত প্ৰজাপতিৰ শৰীৰ ফুলি গল। তথাপি তেওঁৰ মন সেই শৰীৰৰ ওপৰত আছিল। তেওঁ এই বুলি কামনা কৰিলে—"মোৰ এই শৰীৰ মেধ্য ( যজ্ঞিয় ) হৈ যাওক আৰু তাৰপৰা মই আত্মৱান ( আত্মস্বী ) হৈ যাওঁ।" কিয়নো মোৰ বিয়োগৰ ফলত শৰীৰ যশ আৰু বীৰ্য্য-ৰহিত হৈছে, ফুলি গৈছে, গতিকে সি অশ্ব ( ফুলি উঠা ) হৈ গৈছে। আৰু ই মেধ্য হোৱা হেতুকে সিয়ে অশ্বমেধৰ অশ্বমেধ্যত্ব। যিয়ে এনেভাৱে অশ্বক জানে সিয়ে অশ্বমেধকো জানে।

ইয়াত অশ্বমেধৰ মাধ্যমেৰে তপশ্চৰ্য্যা-প্ৰধান অহিংসা-ধৰ্ম্মৰ তত্ত্ব বুজাবলৈ চেষ্টা কৰা দেখা গৈছে। খোৱাৰ ইচ্ছাই মৃত্যু। সি আত্মৱান হল বা ব্যক্তিত্ব প্ৰাপ্ত হল আৰু ক্ৰমে তেওঁৰ যজ্ঞৰ ইচ্ছা জন্মিল। সেই ইচ্ছাৰ পৰা যশ আৰু বীৰ্য্য এই দুটা গুণৰ উৎপত্তি হল, সিয়ে প্ৰকৃত প্ৰাণ। যদিহে সিহঁত গুচি যায় তেন্তে শৰীৰ পুৰ হৈ ফুলি যোৱাৰ নিচিনা ( অশ্বায়িত ) হোৱা বুলি ধৰি লব লাগিব। তাক তেতিয়া জলাই দিয়াৰহে যোগ্য। যিয়ে এই তত্ত্ব জানে, সিয়ে অশ্বমেধকো জানে।

'ছান্দোগ্য উপনিষদ'ত ( ৫।৪ ) প্ৰৱাহণ জৈৱলিয়ে অৰুণৰ-পুত্ৰৰ আগত কয়, 'হে গৌতম, দ্যুলোক হল অগ্নি। আদিত্যই তেওঁৰ সমিধা, কিৰণেই ধোৱা, দিৱসেই জ্বালা, চন্দ্ৰমাই এঙাৰ আৰু নক্ষত্ৰই হল তেওঁৰ ফিৰিঙতি।'

ইয়াৰ দ্বাৰা স্পষ্টভাৱে দেখা যায় যে এই ঋষিসকলৰ মনত শ্ৰমণ-সংস্কৃতিয়ে সম্পূৰ্ণভাৱে প্ৰভাৱ বিস্তাৰ কৰিছিল, কিন্তু ব্যৱহাৰত প্ৰকাশ্য ভাৱে সেই তত্ত্বৰ প্ৰতিপাদন কৰিবলৈ তেওঁলোকে চেষ্টা কৰা নাই আৰু সেই কাৰণেই এনেধৰণৰ ৰূপাত্মক ভাষাৰ প্ৰয়োগ কৰিছে।

**উপনিষদৰ ঋষিসকলেও জাতি-ভেদ নামানিছিল**—প্ৰাচীন ঋষি-মুনি, শ্ৰমণ আৰু উপনিষদৰ ঋষিসকলৰ মাজত এটা বিষয়ত একমত আছিল—তেওঁলোকৰ কোনেও জাতিভেদ নামানিছিল। মাতঙ্গ ঋষিৰ কথা আগতে কৈ অহা হৈছে। তাৰপৰা স্পষ্টভাৱে দেখা যায় যে ঋষি-মুনিসকলৰ মাজত জাতিভেদ নাছিল। শ্ৰমণ-সংঘততো জাতি-ভেদৰ কাৰণে সমুলি ঠাই নাছিল। তলত দিয়া কাহিনীৰ পৰা দেখা যাব যে উপনিষদৰ ঋষিসকলেও জাতি-ভেদক বৰ বেচি গুৰুত্ব নিদিছিল—

সত্যকামে মাক জবালাক কলে, 'মা মই ব্ৰহ্মচৰ্য্যৰ আচৰণ কৰিবলৈ ইচ্ছা কৰোঁ। ( জানিবলৈ ইচ্ছা কৰোঁ ) মোক কোৱাচোন মোৰ গোত্ৰ কি।' তেতিয়া মাকে কলে, 'বাচা, সেই কথা ময়ো নাজানো। গাভৰু কালত মই ভালেমান পুৰুষৰ লগত আছিলোঁ ( বহ্বহং চৰন্তী ) আৰু তেতিয়াই তোমাৰ জন্ম হয়। গতিকে মই তোমাৰ গোত্ৰৰ কথা নাজানো। মোৰ নাম জবালা আৰু তোমাৰ নাম সত্যকাম। গতিকে তুমি নিজৰ নাম "সত্যকাম-জাবাল" বুলি কবা।' তেওঁ ( সত্যকামে ) হাৰিদ্ৰুমত গৌতমৰ আগত কলে, 'ব্ৰহ্মজ্ঞান শিকাৰ উদ্দেশ্যে মই আপোনাৰ ওচৰলৈ আহিছোঁ।'

গৌতমে সুধিলে, 'তোমাৰ গোত্ৰ কি ?'

সত্যকামে কলে, 'তাক মই নাজানো। মই মাক সোধাত তেওঁ কলে—"যুৱতী কালত অনেক পুৰুষৰ লগত মোৰ সম্বন্ধ হোৱা হেতুকে তোমাৰ গোত্ৰৰ কথা কব নোৱাৰোঁ। গতিকে তুমি নিজৰ নাম সত্যকাম-জাবাল বুলি কবা।"'

গৌতমে কলে, 'তুমি সত্যচ্যুত নোহোৱা। অব্ৰাহ্মণৰ পক্ষে ই সম্ভৱ নহয়। গতিকে সমিধ আনা, মই তোমাৰ উপনয়ন কৰোঁ।'

এই বুলি কৈ ঋষিয়ে তেওঁৰ উপনয়ন কৰিলে।[৬]

## গুপ্তসকলৰ শাসন কালৰ পৰা জাতি-ভেদৰ বৃদ্ধি

উপনিষদৰ ঋষিসকলে জাতি-ভেদ মানিলেও, তেওঁলোকে জাতিতকৈ সত্যকহে অধিক সন্মান কৰিছিল; সত্যকামৰ কাহিনীৰ পৰাই সেই কথাৰ প্ৰমাণ পোৱা যায়। কিন্তু সেই উপনিষদৰে সমন্বয় কৰিবলৈ চেষ্টা কৰা বাদৰায়ণ ব্যাস আৰু ভাষ্যকাৰ শঙ্কৰাচাৰ্য্যই জাতি-ভেদৰ কিদৰে ঢোল কোবাইছে :

শ্ৰৱণাধ্যয়নাৰ্থ প্ৰতিষেধাৎস্মৃতেশ্চ।

ইতশ্চ ন শূদ্ৰস্যাধিকাৰঃ। যদস্য স্মৃতেঃ শ্ৰৱণাধ্যয়নাৰ্থ প্ৰতিষেধো ভৱতি। ৱেদ শ্ৰৱণ প্ৰতিষেধো ৱেদধ্যায়ন প্ৰতিষেধস্তদৰ্থ জ্ঞানানুষ্ঠানয়োশ্চ প্ৰতিষেধঃ শূদ্ৰস্য স্মৰ্যতে। শ্ৰৱণ প্ৰতিষেধস্তাৱৎ "অথাস্য ৱেদমুপশৃণ্বতস্ত্ৰপুজতুভ্যাং শ্ৰোত্ৰপ্ৰপূৰণম্" ইতি। "পদ্যুহ ৱা এতৎ শ্মশানং যচ্ছূদ্ৰস্তস্মাচ্ছূদ্ৰসমীপে নাধ্যেতৱ্যম্" ইতি চ। অতএৱাধ্যয়ন প্ৰতিষেধঃ। যস্য হি সমীপেঽপি নাধ্যতৱ্য ভৱতি, স কথমশ্ৰুতমধীয়ীত। ভৱতি চ ৱেদোচ্চাৰণে জিহ্বাচ্ছেদো ধাৰণে শৰীৰ ভেদ ইতি। অতএৱ চাৰ্থাদৰ্থজ্ঞানানুষ্ঠানয়ো প্ৰতিষেধো ভৱতি "ন শূদ্ৰায় মতিং দদ্যাৎ" ইতি।[৭]

অৰ্থাৎ 'আৰু এই কাৰণে শূদ্ৰৰ (ব্ৰহ্মজ্ঞানৰ) অধিকাৰ নাই যিহেতু স্মৃতিয়ে শূদ্ৰক বেদ শুনিবলৈ আৰু অধ্যয়ন কৰিবলৈ নিষেধ

---

(৬) 'ছান্দোগ্য উপনিষদ ৪।৪

(৭) 'ব্ৰহ্মসূত্ৰ শাঙ্কৰ ভাষ্য' অ, ১।৩।৩৮

কৰিছে। স্মৃতিয়ে শূদ্ৰৰ কাৰণে বেদৰ শ্ৰৱণ, বেদৰ অধ্যয়ন আৰু বেদৰ অৰ্থজ্ঞান আৰু অনুষ্ঠান নিষিদ্ধ কৰি দিছে। শ্ৰৱণৰ নিষেধ এই বুলি কৰা হৈছে যে সি বেদবাক্য শুনিলে কাণত লা বা সীহৰ ঠিলা মাৰি দিব লাগে। "শূদ্ৰ যেন পদযুক্ত শ্মশান, গতিকে শূদ্ৰৰ ওচৰত অধ্যয়ন কৰা উচিত নহয়।" আৰু ইয়াৰ দ্বাৰাই অধ্যয়ন-প্ৰতিষেধো হয়, কিয়নো যাৰ ওচৰে কাষৰে অধ্যয়ন কৰা উচিত নহয় সি নিজে শ্ৰুতিৰ অধ্যয়ন কিদৰে কৰিব? আৰু ইয়াকো কোৱা হৈছে যে যদি সি বেদৰ উচ্চাৰণ কৰে তেন্তে তাৰ জিভা কাটি দিব লাগে আৰু (বেদমন্ত্ৰৰ) ধাৰণ কৰিলে তাক মাৰি পেলাব (শৰীৰ ভেদ কৰিব) লাগে। গতিকে এয়ে সিদ্ধ হয় যে সি অৰ্থজ্ঞান আৰু অনুষ্ঠান কৰা উচিত নহয়। "শূদ্ৰক মতি দিব নালাগে।"

শঙ্কৰাচাৰ্য্যই শূদ্ৰসকলক শাসন কৰাৰ বাবে যি নীতিৰ পৰামৰ্শ দিছে —তাক গুপ্ত ৰজাসকলৰ দিনত ৰচিত 'গৌতম ধৰ্ম্মসূত্ৰ' আদি গ্ৰন্থৰ পৰা লোৱা হৈছে। অৰ্থাৎ সমুদ্ৰগুপ্তৰ দিনৰপৰা (খৃষ্টীয় চতুৰ্থ শতিকাৰপৰা) শঙ্কৰাচাৰ্য্যৰ দিনলৈকে (খৃষ্টীয় নৱম শতিকালৈকে) আমাৰ ব্ৰাহ্মণ পূৰ্ব্ব-পুৰুষসকলে শূদ্ৰসকলক দমন কৰি নিজৰ প্ৰতিষ্ঠা অটুট ৰাখিবলৈ অবিচ্ছিন্নভাৱে চেষ্টা কৰি অহা যেন অনুমান হয়। ধৰ্ম্মসূত্ৰকাৰ আৰু শঙ্কৰাচাৰ্য্যৰ মাজত পাৰ্থক্য এইখিনিয়ে যে সূত্ৰকাৰৰ দিনত মুছলমান সকল এই দেশত প্ৰৱেশ কৰা নাছিল কিন্তু শঙ্কৰাচাৰ্য্যৰ সময়ত হলে সিন্ধুদেশ মুছলমানসকলৰ হাতলৈ গৈছিল আৰু তাত অনবৰত মুছলমান ধৰ্ম্মৰ বিস্তাৰ হৈছিল। গতিকে আমাৰ আচাৰ্য্যজীয়ে অন্ততঃ সাম্যৰ শিক্ষা দিয়া উচিত আছিল। কিন্তু তাকে নকৰি আচাৰ্য্যদেৱে নিজৰ জাতিভেদৰ বেসুৰা ৰাগহে বজোৱাত লাগি গল। ইয়াৰ ফলত এই দুৰ্ভগীয়া দেশে কি দুষ্পৰিণাম ভুগিবলগীয়া হৈছিল বুৰঞ্জীয়ে তাৰ সাক্ষ্য দিব।

**সতী-সাধ্বীসকলৰ সংঘ**—তপস্বী ঋষি-মুনি অথবা বৈদিক ঋষি-সকলৰ মাজত তিৰোতাৰ সমাৱেশ নহৈছিল। গাৰ্গী ৱাচক্লৱী আদি তিৰোতাই ব্ৰহ্মজ্ঞানৰ চৰ্চ্চাত ভাগ লৈছিল।[৮] কিন্তু তেওঁলোকৰ কোনো স্বতন্ত্ৰ সংঘ নাছিল। বৌদ্ধকালৰ এক-দুই শতিকাৰ আগৰ পৰাহে তিৰোতাসকলৰ স্বতন্ত্ৰ সংঘৰ প্ৰতিষ্ঠা হৈছিল। ইয়াৰ ভিতৰত জৈন-সাধ্বীসকলৰ সংঘই আটাইতকৈ পুৰণি যেন লাগে। এই জৈন-সাধ্বী-সকল তৰ্কবাদত অতিশয় পাকৈত আছিল বুলি ভদ্ৰা কুন্তলকেশা আদি কথাৰ পৰা ভালদৰে জানিব পৰা যায়।[৯]

প্ৰাচীন ঋষি মুনিসকলে বনত বাস কৰিছিল আৰু গাৱঁলৈ কদা-কাচিৎহে গৈছিল। গতিকে তিৰোতাৰ সংঘ স্থাপন কৰাটো তেওঁলোকৰ পক্ষে সম্ভৱ নাছিল। কিন্তু শ্ৰমণসকল জনস্থানৰ ওচৰে কাষৰে থাকিছিল আৰু তেতিয়া সময় অনুকূল হোৱা হেতুকে তেওঁলোকে তিৰোতাৰ সংঘ স্থাপন কৰিব পাৰিছিল। বৌদ্ধ আৰু জৈন সাহিত্য পঢ়িলে এটা বিশেষ কথালৈ লক্ষ্য কৰা যায়; আৰু সেয়ে হ'ল তিৰোতা-সকলো পুৰুষৰ নিচিনাকৈয়ে ধৰ্ম্মসম্পৰ্কীয় কথাত প্ৰগতিশীল আছিল। ইয়াৰ কাৰণ হল,—গণসত্তাত্মক ৰাজ্যবোৰত তিৰোতাসকলৰো সম্পূৰ্ণ স্বতন্ত্ৰতা আছিল। বুদ্ধ ভগৱানে ৱজ্জীসকলৰ উন্নতিৰ যি সাতোটা কাৰণ ধাৰ্য্য কৰিছিল তাৰে পঞ্চমটো আছিল—'তিৰোতাসকলৰ মান ৰক্ষা কৰিব লাগে, বিবাহিতা বা অবিবাহিতা কোনো তিৰোতাৰে ওপৰত বলাৎকাৰ হোৱা উচিত নহয়।'—আৰু এই নিয়মমতে অন্ততঃ বুদ্ধৰ মৃত্যুলৈকে হলেও ৱজ্জীসকলে নিজৰ আচৰণ ঠিকেই ৰাখিছিল। আমি লগতে ধৰি লব পাৰোঁ যে ৱজ্জীসকলৰ নিচিনাকৈ মল্লসকলৰ ৰাজ্যতো তিৰোতাৰ মৰ্য্যাদা অক্ষুণ্ণ আছিল। অঙ্গ, কাশী, শাক্য, কোলিয় আদি

(৮) 'বৃহদাৰণ্যক উপনিষদ', ৩।৬।১ আদি।

(৯) চাওক, 'বৌদ্ধ সংস্কৃতিৰ পৰিচয়" পৃষ্ঠা ২১৪-২১৭।

গণাসত্তাত্মক ৰাজ্যৰ স্বতন্ত্ৰতা নষ্ট হলেও আভ্যন্তৰীণ ৰাজ্যতো স্ত্ৰী-স্বাধীনতাত বিশেষ আঘাত লগা নাছিল।

মগধ আৰু কৌশল দেশত একসত্ত্বাত্মক শাসন-প্ৰণালী সুদৃঢ় হৈ উঠিছিল, তথাপি সেই দেশৰ ৰজাই মূলীভূত গণসত্ত্বাত্মক শাসন-প্ৰণালীৰ মূল নাইকিয়া কৰি পেলাব পৰা নাছিল। বিম্বিসাৰ মহাৰজা বা পসেনদি মহাৰজাই কোনো তিৰোতাক বলেৰে নিজৰ অন্তঃপুৰলৈ নিয়াৰ প্ৰমাণ ক'তো পোৱা নাযায়।

**কিছুমান একসত্ত্বাত্মক ৰাজ্যত তিৰোতাৰ সন্মান**—ক্ৰমে ক্ৰমে মানুহে যিদৰে গণসত্ত্বাত্মক শাসন-প্ৰণালীৰ কথা পাহৰি গল আৰু একসত্ত্বাত্মক শাসন-প্ৰণালী দিনক দিনে প্ৰবল হৈ গল, সেইদৰে তিৰোতাসকলৰো স্বতন্ত্ৰতা লাহে লাহে কমি গল। তথাপি উন্মদন্তী (উন্মাদয়ন্তী)-ৰ কথাৰ পৰা জনা যায় যে কিছুমান ৰজাই তিৰোতাক সন্মান কৰিছিল।[১০]

বোধিসত্ত্বই শিৱি-ৰাজকুলত জন্ম লৈছিল। তেওঁক শিৱিকুমাৰ বোলা হৈছিল। শিৱিৰজাৰ সেনাপতিৰ পুতেক অভিপাৰক আৰু শিৱিকুমাৰ সমান বয়সৰ আছিল। বাপেক মৰাৰ পিচত শিৱিকুমাৰ ৰজা হল আৰু সেনাপতিৰ মৃত্যুৰ পিচত তেওঁ অভিপাৰকক সেনাপতি কৰিলে। অভিপাৰকে উন্মাদয়ন্তী নামৰ এজনী অতি ৰূপৱতী শ্ৰেষ্ঠী-কন্যাক বিয়া কৰালে। ৰজাই নগৰ প্ৰদক্ষিণ কৰিবলৈ যাওঁতে খিৰিকিৰ মুখত থিয় হৈ থকা উন্মাদয়ন্তীৰ লগত চাৰি চকুৰ মিলন হল। ৰজা মোহিত হৈ বলিয়া হৈ গল আৰু ৰাজভৱনলৈ গৈ শোৱাপাটি ললে। অভিপাৰকে কথাটোৰ গম পাই ৰজাৰ ওচৰলৈ গল আৰু তেওঁৰ পত্নীক গ্ৰহণ কৰি নিজৰ বলিয়ালি এৰি দিবলৈ প্ৰাৰ্থনা কৰিলে। তেতিয়া

(১০) 'উন্মদন্তী জাতক' সং ৫১৭।

ৰজাৰ চেতনা হ'ল। তেওঁ কলে 'ইতো শিৰিসকলৰ ধৰ্ম্ম নহয়। মই শিৰিসকলৰ নেতা, আৰু তেওঁলোকৰ ধৰ্ম্ম পালন কৰাই হল মোৰ কৰ্ত্তব্য। গতিকে চিত্তবিকাৰৰ বশৱৰ্ত্তী হোৱাটো মোৰ পক্ষে উচিত নহয়।'

এই কথা বৰ বিস্তৃত আৰু আকৰ্ষণীয় ধৰণৰ। এই কথা ৰচনাৰ সময়ত গণতন্ত্ৰাত্মক শাসন-প্ৰণালী সমূলি লোপ হৈছিল যেন অনুমান হয়। তথাপি শিৰিসকলৰ নিচিনা গণসত্তাত্মক ৰজাৰ তিৰোতাসকলৰ প্ৰতি নিজৰ দায়িত্ব কি সেই সম্বন্ধে ভালদৰে জনা আছিল। আৰু তেওঁলোকে এনে আচৰণ কৰাৰ কাৰণ হল যাতে সৰ্ব্বসত্ত্বাধাৰী ৰজাসকলেও এই কৰ্ত্তব্যৰ প্ৰতি ভালদৰে ধ্যান দিয়ে। শিৰিকুমাৰৰ ভাষণৰ অন্তত এইদৰে এটা গাথা দিয়া হৈছে :

নেতা পিতা উগ্‌গতো ৰট্‌ঠপালো
ধম্মং শিৰীনং অপচায়মানো
সো ধম্মমেৱানুৱিচিন্তয়ন্তো
তস্মা সকে চিত্তৱসে ন ৱত্তে ॥

অৰ্থাৎ 'মই শিৰীসকলৰ নেতা, পিতা আৰু ৰাষ্ট্ৰপালক মুখিয়াল। গতিকে শিৰীসকলৰ কৰ্ত্তব্যৰ সম্মান ৰাখি আৰু শিৰীসকলৰ ধৰ্ম্মৰ প্ৰতি ভালদৰে বিবেচনা কৰি চাই মই নিজক চিত্তবিকাৰৰ অধীন হবলৈ নিদিওঁ।'

**বাল্য-বিবাহৰ প্ৰথা**—এই কথাৰ দ্বাৰা বৌদ্ধ ৰজাসকলৰ ওপৰত ভাল প্ৰভাৱ পৰিছিল চাগৈ। কিন্তু তাৰ পৰা বোধহয় এটা বেয়া প্ৰথাৰ উদ্ভৱ হল। ব্ৰহ্মদেশৰ ৰজাই নিজৰ অন্তঃপুৰত কোনো বিবাহিতা তিৰোতা নাৰাখিছিল, কোনো পতিয়ে নিজৰ তিৰোতাক তালাক দি ৰজাক দিবলৈ সাজু হলেও তাক বৰ অধৰ্ম্মৰ কথা বুলি বিবেচনা কৰা হৈছিল। কিন্তু অবিবাহিতা তিৰোতাক হলে মাক-বাপেকৰ অনুমতি নোলোৱাকৈও অবাধে ৰজাৰ অন্তঃপুৰলৈ নিয়া হৈছিল। নিজৰ ছোৱালীক

কেতিয়াবা ৰজাই টানি লৈ যাব পাৰে বুলি ভয়তে মাক-বাপেকে লৰা-ছোৱালীক সৰুতে বিয়া দি দিছিল আৰু ছোৱালীৰ ডিঙিত বিয়াৰ চিন হিচাপে মঙ্গল-সূত্ৰ বান্ধি দিছিল। এই বিয়া সম্পূৰ্ণ মিছা আছিল। এই ছোৱালীবোৰ যে নিজৰ গিৰিয়েকৰ ঘৰলৈ নগৈছিল এনে নহয়, আগৰ গিৰিয়েকক এৰি যি কোনো পুৰুষৰে লগত বিয়া হবলৈকো তেওঁ-লোকৰ স্বাধীনতা আছিল। মাথোন ৰজাৰ অত্যাচাৰৰ পৰা ছোৱালী-ইঁতক ৰক্ষা কৰাৰ উপায় হিচাপেহে তাক অনুসৰণ কৰা হৈছিল। ভাৰতত ভালদৰে শিপাই উঠা বাল্য-বিবাহ প্ৰথাৰ এনে কিবা কাৰণ আছিল নে আন কিবা কাৰণ আছিল তাক অনুমান কৰাটো টান। কিন্তু বুদ্ধৰ সময়ত যে এই প্ৰথা সকলো ঠাইতে প্ৰচলিত নাছিল তাক নিঃ-সন্দেহে কব পাৰি। একসত্তাত্মক শাসন-প্ৰণালী সুদৃঢ় হৈ যোৱাৰ লগে লগে এই প্ৰথাও ধৰ্ম্মমূলক হৈ পৰিল। ভাৰতবৰ্ষত গণতন্ত্ৰাত্মক শাসন-প্ৰণালীৰ বিকাশ হৈ থকাহেঁতেন ইয়াত যে বাল্য-বিবাহ প্ৰথাৰ বাবে অলপো ঠাই নহলহেঁতেন, তাকো কোৱাৰ আৱশ্যকতা নাই।

## চাৰি প্ৰকাৰৰ শ্ৰমণ ব্ৰাহ্মণ

বুদ্ধৰ সময়লৈকে শ্ৰমণ ব্ৰাহ্মণৰ প্ৰকাৰ চাৰিটা হৈ গৈছিল। সেই সম্বন্ধে 'মজ্‌ঝিম নিকায়'ৰ নিৱাপসুত্তত এটা ৰূপক আৰু তাৰ ব্যাখ্যা পোৱা যায়। তাৰ সাৰাংশ হ'ল এই—বুদ্ধ ভগৱান শ্ৰাৱস্তীত অনাথ-পিণ্ডিকৰ আশ্ৰমত থকা কালত তেওঁ ভিক্ষুসকলক সম্বোধন কৰি কলে, 'হে ভিক্ষুকসকল, চৰণীয়া পথাৰৰ সৃষ্টি কৰা মানুহে হৰিণৰ কল্যাণৰ কাৰণে সেই পথাৰৰ সৃষ্টি নকৰে। তেনে মানুহৰ উদ্দেশ্য হল—তেওঁৰ চৰণীয়া পথাৰৰ ঘাঁহ খাই হৰিণ মতলীয়া হৈ যাওক আৰু সম্পূৰ্ণ ভাৱে তেওঁৰ হাতত পৰক।

(১) 'হে ভিক্ষুকসকল, এনেদৰে এখন চৰণীয়া পথাৰত হৰিণ

সোমালগৈ আৰু ইচ্ছামতে তাৰ ঘাঁহ খাই সেই পথাৰৰ সৃষ্টি কৰা মানুহৰ হাতত ধৰা পৰিল। (২) তাকে দেখা পাই আন কিছুমান হৰিণে ভাবিলে যে সেই পথাৰলৈ যোৱাত অতিশয় অনিষ্ট হ'ব। গতিকে সিহঁত তেনেই আওহতীয়া নিৰ্জ্জন বনলৈ গুচি গ'ল। জহ পৰিলত সিহঁতৰ তাত ঘাঁহ-পানী একো নোপোৱা হ'ল। গতিকে সিহঁতৰ গাত অকণো শকতি নোহোৱা হ'ল। পেটৰ জ্বালাত থাকিব নোৱাৰি সিহঁত সেই চৰণীয়া পথাৰখনত সোমাল আৰু বলিযাৰ নিচিনাকৈ ঘাঁহ-পানী খাবলৈ ধৰিলে, এইদৰে সিহঁতো সেই মানুহজনৰ হাতত পৰিল। (৩) তৃতীয় এটা দলৰ হৰিণে এই দুয়োটা উপায় বৰ্জ্জন কৰি ওচৰৰে বননিত থাকিবলৈ ললে আৰু অতিশয় সতৰ্কভাৱে পথাৰৰ ঘাঁহ খাবলৈ ললে। ভালেমান দিনলৈকে পথাৰৰ মালিকে সেই কথাৰ গম ধৰিব পৰা নাছিল। শেহত তেওঁ হৰিণহঁতৰ থকা ঠাই বিচাৰি উলিয়ালে আৰু জাল পাতি সেই হৰিণ কেইটাকো ধৰি পেলালে। (৪) কিন্তু চতুৰ্থ প্ৰকাৰৰ হৰিণ কেইটা আছিল অতি সাৱধান। সিহঁতে চৰণীয়া পথাৰৰ পৰা দূৰৈৰ বনত থকা ঠাই বাছি ললে আৰু অতিশয় সতৰ্কভাৱে ঘাঁহ-পানী খাই থাকিবলৈ ধৰিলে। পথাৰৰ মালিকে সিহঁতৰ থকা ঠাই বিচাৰি উলিয়াব নোৱাৰিলে।

'ভিক্ষুসকল, মই এইটো এটা ৰূপক ৰচনা কৰিছোঁ। চৰণীয়া পথাৰৰ মালিক মাৰৰ বাহিৰে আন কোনো নহয়। (১) বিষয়সুখকে আনন্দ বুলি অনুভৱ কৰা শ্ৰমণ ব্ৰাহ্মণ সকল হ'ল প্ৰথম বিধ হৰিণ। (২) যিসকলে বিষয়সুখৰ ভয়ত অৰণ্যত বাস কৰিবলৈ লৈছে আৰু গোটেই জগতৰ পৰা আঁতৰি গৈছে—তেওঁলোক হ'ল দ্বিতীয় বিধ হৰিণ। (৩) যিসকল শ্ৰমণ ব্ৰাহ্মণে অতিশয় সতৰ্কভাৱে বিষয়সুখ উপভোগ কৰি 'জগৎ শাশ্বত নে অশাশ্বত, আত্মা অমৰ নে নশ্বৰ' আদি প্ৰশ্ন লৈ বাদ-বিবাদ তোলে আৰু তাতে মিছাকৈয়ে নিজৰ সময় কটায়, তেওঁলোক হ'ল তৃতীয় বিধৰ হৰিণ। (৪) কিন্তু যিসকলে এনে বাদ-বিবাদত লিপ্ত

নহৈ নিজৰ অন্তঃকৰণ নিষ্কলঙ্ক কৰি ৰখাৰ বাবে অনবৰত সাৱধান হৈ থাকে তেওঁলোকেই হল চতুৰ্থ শ্ৰেণীৰ হৰিণ।'

এই সুত্তত উল্লেখ কৰা প্ৰথম শ্ৰেণীৰ শ্ৰমণ ব্ৰাহ্মণ সকল আছিল যাগ-যজ্ঞ আৰু সোমৰস পানকে ধৰ্ম্ম-সৰ্ব্বস্ব বুলি মানোতা বৈদিক ব্ৰাহ্মণসকল। বৈদিক হিংসা আৰু সোমৰস পানত অতিষ্ঠ হৈ যিসকল অৰণ্যলৈ গৈছিল আৰু তাত ফলমূলৰ ওপৰত নিৰ্ভৰ কৰি জীৱন নিৰ্ব্বাহ কৰিবলৈ লৈছিল সেই ঋষি-মুনি সকলক দ্বিতীয় বিধৰ শ্ৰমণ ব্ৰাহ্মণ বুলি ধৰি লব লাগিব। অৰণ্যত ফলমূল নোপোৱা হলে তেওঁলোকৰ লুনীয়া আৰু টেঙা বস্তু খোৱাৰ ইচ্ছা হৈছিল আৰু তেতিয়া তেওঁলোক গাৱঁলৈ গৈছিল। তাত গৈ গৃহস্থীৰ জালত সাঙোৰ খাই পৰিছিল। ইয়াৰ উদাহৰণ আগতে দি অহা হৈছে। ঋষি-মুনিসকলৰ ফলমুল খাই জীৱন নিৰ্ব্বাহৰ পথ বৰ্জ্জন কৰি যিসকলে বিভিন্ন শ্ৰমণ সম্প্ৰদায় স্থাপন কৰিছিল, তেওঁলোক আছিল তৃতীয় শ্ৰেণীৰ শ্ৰমণ ব্ৰাহ্মণ। এই পৰিব্ৰাজকসকল অটব্য বনলৈ নগৈ জনস্থানৰ আশ্ৰয়ত বাস কৰিছিল আৰু বৰ সাৱধানেৰে মানুহৰ পৰা পোৱা অন্ন-বস্ত্ৰ ভোগ কৰিছিল; কিন্তু 'আত্মা আছে নে নাই' আদি তৰ্ক-বাদত তেওঁলোক মগ্ন হৈ থাকিছিল। তাৰ ফলত তেওঁলোকৰ আত্মশুদ্ধি নহৈ তেওঁলোক মাৰৰ জালত বন্দী হৈ পৰিছিল। এইবোৰ নিৰৰ্থক বাদ বৰ্জ্জন কৰি বুদ্ধই আত্মশুদ্ধিৰ মাৰ্গ বিচাৰি উলিয়াইছিল। চতুৰ্থ বিধৰ শ্ৰমণ ব্ৰাহ্মণ হিচাপে তেওঁৰ ভিক্ষুসকলৰ গণনা কৰা হৈছে। আন আন শ্ৰমণ ব্ৰাহ্মণ আৰু বুদ্ধৰ অধ্যাত্মবাদৰ কি পাৰ্থক্য আছিল তাক সপ্তম অধ্যায়ত ব্যাখ্যা কৰা হব। ইয়াত মাথোন কবলগীয়া এইখিনিয়ে যে এই চাৰি প্ৰকাৰৰ শ্ৰমণ ব্ৰাহ্মণৰ ভিতৰত উপনিষদৰ ঋষিসকল একেবাৰে নাছিল। গতিকে উপনিষদৰ পৰা বৌদ্ধ ধৰ্ম্মৰ উদ্ভৱ হোৱা বুলি কৰা কল্পনাৰ তেনেই কোনো ভেটি নাই বুলিও ইয়াৰ দ্বাৰাই প্ৰমাণ পোৱা যায়।

## গৌতমৰ জন্ম-তিথি

গৌতমৰ জন্ম-তিথি সম্বন্ধে আধুনিক পণ্ডিতসকলৰ মাজত তালেমান মতভেদ দেখা যায়। দেৱান বাহাদুৰ স্বামীকন্নু পিল্লেৰ মতে বুদ্ধৰ পৰিনিৰ্ব্বাণ হৈছিল খৃষ্ট-পূৰ্ব্ব ৪৭৮ চনত। আন আন কেইজনমান পণ্ডিতৰ মতে হৈছিল খৃষ্ট-পূৰ্ব্ব ৪৮৬-৮৭ চনত। কিন্তু আজি-কালি নতুনকৈ চলোৱা অনুসন্ধান মতে 'মহাৱংস' আৰু 'দীপৱংস'ত দিয়া বুদ্ধৰ পৰিনিৰ্ব্বাণৰ তিথিয়ে ঠিক বুলি বিশ্বাস হয়।[১] এই পুথি দুখনৰ দ্বাৰা প্ৰমাণ হয় যে খৃষ্ট-পূৰ্ব্ব ৫৪৩ চনত বুদ্ধৰ পৰিনিৰ্ব্বাণ হৈছিল। যদি এই তিথি মানি লোৱা যায তেন্তে খৃষ্ট-পূৰ্ব্ব ৬২৩ চনত বুদ্ধৰ জন্ম হোৱা বুলি কব লাগিব।

**বোধিসত্ত্ব**—গৌতম বুদ্ধৰ জন্মৰ পৰা তেওঁৰ বুদ্ধত্ব প্ৰাপ্তিলৈকে তেওঁক বোধিসত্ত্ব বোলাৰ প্ৰথাটো অতি প্ৰাচীন। পালি সাহিত্যৰ আটাইতকৈ পুৰণি হল 'সুত্তনিপাত'। তাত এই বুলি কোৱা হৈছে :

সো বোধিসত্তো ৰতনৱৰো অতুল্যো।
মনুস্সলোকে হিতসুখায় জাতো।
সক্যানং গামে জনপদে লুম্বিনেয়্য।

অৰ্থাৎ, শ্ৰেষ্ঠ ৰত্নসদৃশ সেই বোধিসত্ত্বই লুম্বিনী জনপদৰ শাক্যসকলৰ গাওঁত মানুহৰ হিতৰ কাৰণে জন্ম গ্ৰহণ কৰিলে।

---

(১) *The Early History of India*, by V. A. Smith (Oxford, 1924) pp. 49-50

বোধিৰ অৰ্থ হল মানুহক উদ্ধাৰ কৰাৰ জ্ঞান আৰু তাৰ বাবে প্ৰয়াস কৰা প্ৰাণীয়ে ( সত্ত্ব ) হল বোধিসত্ত্ব। প্ৰথমতে বোধহয় গৌতমৰ জন্মৰপৰা তেওঁৰ সম্বোধি-জ্ঞান লাভৰ সময়লৈকে তেওঁৰ সম্বন্ধে এই বিশেষণৰ প্ৰয়োগ কৰা হৈছিল। পিচত সময়ত গৈ এই কল্পনাও প্ৰচলিত হল যে তেওঁ এই জন্মৰ আগতেও কেবা বাৰো জন্ম গ্ৰহণ কৰিছিল। আৰু এই পূৰ্ব্বজন্মৰ লগতো তেওঁৰ নামৰ লগত বোধিসত্ত্ব বিশেষণ প্ৰয়োগ কৰা হবলৈ ধৰিলে। 'জাতক'ত তেওঁৰ পূৰ্ব্বজন্মৰ কথাবোৰৰ সংগ্ৰহ দিয়া হৈছে। সেই কথাবোৰৰ মুখ্য পাত্ৰক বোধিসত্ত্ব বুলি কৈ তেওঁকেই পূৰ্ব্বজন্মৰ গৌতম বুলি ব্যাখ্যা কৰা হৈছে।[২] যি কথাত উচিত পাত্ৰ পাবলৈ নাই তাতো বোধিসত্ত্বৰ কথাৰ লগত বিশেষ সম্বন্ধ নথকা কোনো বনদেৱী বা আন কাৰোবাৰ ৰূপ দি কিবা প্ৰকাৰে তেওঁৰ লগত সম্পৰ্ক দেখুৱাবলৈ চেষ্টা কৰা হৈছে। সি যিয়েই নহওক ইয়াত গৌতমৰ জন্মৰ পৰা তেওঁৰ বুদ্ধত্ব প্ৰাপ্তিলৈকে তেওঁক বোধিসত্ত্ব নামেৰে উল্লেখ কৰা হব ; তেওঁৰ পূৰ্ব্বজন্মৰ লগত এই বিশেষণৰ সম্বন্ধ দেখুৱাটো ইয়াত অভিপ্ৰেত নহয়।

**বোধিসত্ত্বৰ কুল**—বোধিসত্ত্বৰ কুল আৰু বাল্যাৱস্থা সম্বন্ধে 'ত্ৰিপিটক'ত তেনেই কম উল্লেখ পোৱা যায়। প্ৰসঙ্গক্ৰমে উপদেশ দিয়া সুত্তবোৰতহে সেই সম্পৰ্কে বৰ্ণনা পোৱা যায়। সেই সম্বন্ধে অট্‌ঠ-কথাত দিয়া বৰ্ণনা আৰু ত্ৰিপিটকৰ বৰ্ণনাবোৰৰ মাজতো কেতিয়াবা কেতিয়াবা মিল দেখা নাযায়। গতিকে পৰস্পৰবিৰোধী বৰ্ণনাবোৰ বাছি উলিয়াই তাক ভালদৰে জুকিয়াই চাই তাৰপৰা সাৰমৰ্ম্ম বাহিৰ কৰিব লাগিব।

---

(২) চাওক, 'বৌদ্ধ সংস্কৃতি পৰিচয়', পৃষ্ঠা ১৫৪

'মঝ্ঝিম নিকায়'ৰ চুলদুকৃখকৃখন্ধ সুত্তৰ অট্‌ঠ কথাত গৌতমৰ পৰিয়াল সম্বন্ধে এই বুলি উল্লেখ কৰা হৈছে—

'শুদ্ধোদন, শুক্লোদন, শাক্যোদন, ধোতোদন আৰু অমিতোদন—এই পাঁচজন ভাই ককাই আছিল। অমিতা দেৱী আছিল তেওঁলোকৰ ভনীয়েক। তিষ্যস্থৱিৰ আছিল তেওঁৰ লৰা। তথাগত আৰু নন্দ শুদ্ধোদনৰ লৰা আছিল। মহানাম আৰু অনিৰুদ্ধ শুক্লোদনৰ আৰু আনন্দস্থৱিৰ অমিতোদনৰ পুতেক আছিল। তেওঁ ভগৱানতকৈ সৰু আৰু মহানামতকৈ ডাঙৰ আছিল।'

ইয়াত দিয়া অনুক্রম মতে অমিতোদনকে আটাই কেইজন ভাই ককাইৰ ভিতৰত সৰু যেন লাগে। গতিকে তেওঁৰ লৰা আনন্দ ভগৱানতকৈ বয়সত সৰু বুলি ঠিকেই কোৱা হৈছে। কিন্তু মনোৰথ-পূৰণী অট্‌ঠ কথাত অনিৰুদ্ধৰ বিষয়ে লিখাৰ সময়ত 'অমিতোদনসক্কস গেহে পটিসন্ধিং গণ্হি' ( অমিতোদনে শাক্যসকলৰ ঘৰত জন্ম ললে ) বুলি উল্লেখ কৰা হৈছে! একেজন বুদ্ধঘোষাচাৰ্য্যই লিখা এই দুয়োটা অট্‌ঠ কথাৰ ভিতৰত বৰ্ণনাৰ এনে প্ৰভেদ দেখা যায়। প্ৰথম অট্‌ঠ কথাত আনন্দক অমিতোদনৰ আৰু দ্বিতীয় অট্‌ঠ কথাত অনিৰুদ্ধক তেওঁৰ পুতেক বুলি বৰ্ণনা কৰা হৈছে। গতিকে শুক্লোদন আদি নাম কাল্পনিক বুলিহে সন্দেহ হয়।

**বোধিসত্ত্বৰ জন্ম-স্থান**—'সুত্তনিপাত'ৰ উল্লিখিত উদ্ধৃতিত কোৱা হৈছে যে লুম্বিনী জনপদত বুদ্ধৰ জন্ম হৈছিল। আজি-কালিও এই ঠাইক লুম্বিনী দেৱী বোলা হয় আৰু তাৰে মাটিতে পুটি থোৱা এটা অশোকৰ শিলাস্তম্ভও পোৱা গৈছে; এই স্তম্ভত 'লুংমিনিগামে উবালিকে কতে'—বুলি খোদিত কৰা আছে। ইয়াৰ পৰা স্পষ্টভাৱে প্ৰমাণ পোৱা যায় যে লুম্বিনী গাৱঁতে বোধিসত্ত্বৰ জন্ম হৈছিল।

আন আন ভালেমান সুত্ততো এই বুলি উল্লেখ কৰা হৈছে যে মহানাম শাক্য কপিলৱস্তুৰ নিবাসী আছিল। কিন্তু শুদ্ধোদনে কপিলৱস্তুত বাস কৰাৰ কথা অকল 'মহাবগ্‌গ'তহে উল্লেখ কৰা হৈছে। লুম্বিনী-গাওঁ আৰু কপিলৱস্তুৰ মাজত ১৪-১৫ মাইলৰ ব্যৱধান হব। গতিকে বোধহয় এই বুলি অনুমান কৰিব পৰা যায় যে শুদ্ধোদনে লুম্বিনী গাঁৱৰ নিজা জমিদাৰীতো কেতিয়াবা কেতিয়াবা বাস কৰিছিল আৰু তাতেই বোধিসত্ত্বৰ জন্ম হৈছিল। কিন্তু তলত দিয়া 'অঙ্গুত্তৰনিকায়'ৰ তিক-নিপাতত ১২৪ সুত্তৰ পৰা এই বিষয়েও যথেষ্ট সন্দেহৰ সৃষ্টি হয়।

**কালামৰ আশ্ৰম**—এবাৰ ভগৱান বুদ্ধই কোসল দেশত ভ্ৰমণ কৰোঁতে কৰোঁতে কপিলৱস্তুত উপস্থিত হলগৈ। তেওঁৰ আগমনৰ বতৰা পোৱাৰ লগে লগে মহানাম শাক্যই তেওঁৰ লগত দেখা কৰিলেগৈ। তেতিয়া তেওঁ মহানামক ৰাতিটো কটোৱাৰ বাবে এখন উপযুক্ত ঠাই বিচাৰি উলিয়াবলৈ অনুৰোধ কৰিলে। কিন্তু ভগৱান থকাৰ বাবে মহানামে ক'তো যোগ্য ঠাই বিচাৰি নাপালে। উভতি গৈ ভগৱানৰ আগত কলে, 'ভদন্ত আপোনাৰ কাৰণে যোগ্য ঠাই দেখোন কতো বিচাৰি নাপাওঁ। আপুনি আপোনাৰ সেই পুৰণি ব্ৰহ্মচাৰী ভৰণ্ডু কালামৰ আশ্ৰমতে এৰাতি অৱস্থান কৰক।' ভগৱানে মহানামক তাতেই আসন প্ৰস্তুত কৰিবলৈ কলে আৰু সেই নিশাটো সেই আশ্ৰমতে কটালে।

পিচদিনা পুৱা মহানামে ভগৱানৰ লগত সাক্ষাৎ কৰিবলৈ গলত ভগৱানে কলে, 'হে মহানাম, এই লোকত তিনি প্ৰকাৰৰ ধৰ্ম্মগুৰু আছে। প্ৰথম বিধে কামোপভোগৰ সমতিক্ৰমৰ ( ত্যাগৰ ) কথা কয়, কিন্তু ৰূপ আৰু বেদনাৰ সমতিক্ৰমৰ কথা হলে নকয়। দ্বিতীয় শ্ৰেণীৰ গুৰুৱে কামোপভোগ আৰু ৰূপ সমতিক্ৰমৰ কথা কয় কিন্তু বেদনাৰ সমতিক্ৰম নকয়। তৃতীয় শ্ৰেণীয়ে এই সকলোবোৰৰে সমতিক্ৰমৰ কথা কয়। এই সকলোবোৰ ধৰ্ম্মগুৰুৰ ধ্যেয় এক নে ভিন্ন?'

তেতিয়া ভৰণ্ডু কালামে কলে, 'হে মহানাম, তুমি কোৱা যে এই আটায়েৰে ধ্যেয় একেটাই।' কিন্তু ভগৱানে কলে, 'হে মহানাম, তুমি এই বুলি কোৱা যে এওঁলোকৰ ধ্যেয় ভিন ভিন ধৰণৰ।' দ্বিতীয় আৰু তৃতীয় বাৰৰ কাৰণেও ভৰণ্ডুৱে তেওঁলোকৰ ধ্যেয় একে বুলি কৰলৈ কলে কিন্তু ভগৱানে বাৰে বাৰে ভিন্ন বুলি কৰলৈ কলে। মহানামৰ নিচিনা প্ৰতিষ্ঠাৱান শাক্যৰ সমুখত শ্ৰৱণ গৌতমে ভৰণ্ডু কালামক অপমান কৰা বুলি ধৰি লৈ তেওঁ কপিলৱস্তুৰ পৰা গুচি গল আৰু তালৈ কোনোদিনে আৰু উভতি নগল।

**ভৰণ্ডু-কালাম সুত্তৰ তাৎপৰ্য্য**—ইয়াত এই সুত্তৰ সম্পূৰ্ণ ভাঙনি দিয়া হৈছে। ইয়াৰ পৰা দুই-তিনিটা কথা স্পষ্টভাৱে জানিব পৰা যায়। তাৰে প্ৰথমটো হল যে বুদ্ধ হোৱাৰ পিচত ডাঙৰ কোনো ভিক্ষু-সংঘৰ লগত ভগৱান গৌতম কপিলৱস্তুলৈ যোৱা নাছিল। তেওঁ অকলে গৈছিল আৰু তেওঁৰ কাৰণে উপযুক্ত ঠাই বিচাৰি উলিয়াত মহানামৰ বৰ আহুকাল হৈছিল। যদিহে শুদ্ধোদন ৰজাই বোধিসত্ত্বৰ কাৰণে তিনিটা প্ৰাসাদ সজাইছিল, তেন্তে গৌতমৰ কাৰণে তাৰে এটা মুকলি কৰি দিয়া নহল কিয়? ভালেমান ঠাইতে কপিলৱস্তুত শাক্য সকলৰ এটা সংস্থাগাৰ (অৰ্থাৎ নগৰ মন্দিৰ) থকাৰ উল্লেখ পোৱা যায়। বুদ্ধৰ বৃদ্ধাৱস্থাত শাক্যসকলে আকৌ এই সংস্থাগাৰ সাজি উলিয়াছিল আৰু তাতে পোন প্ৰথমতে এৰাতিৰ কাৰণে ভিক্ষু সংঘৰে সৈতে ভগৱান বুদ্ধক থাকিবলৈ অনুৰোধ কৰা হৈছিল। তাত তেওঁৰ হতুৱাই ধৰ্ম্মোপদেশো দিওৱা হৈছিল। কিন্তু ওপৰত উল্লেখ কৰি অহা উপলক্ষত সেই সংস্থাগাৰতো তেওঁৰ থকাৰ ঠাই নহল। তাৰ পৰা অনুমান হয় যে শাক্যসকলৰ মানত তেতিয়া বুদ্ধ এজন সাধাৰণ যুৱক আছিল আৰু তেওঁলোকৰ মাজত তেওঁৰ কোনো বিশেষ প্ৰভাৱ নাছিল।

(৩) চাওক, 'সলায়তন সংযুক্ত,' আসী বিসবগ্গ, সুত্ত ৬।

দ্বিতীয় কথা হল—গৌতমে গৃহত্যাগ কৰাৰ আগৰ পৰাই কপিল-ৱস্তুত এই কালামৰ আশ্ৰম আছিল। গতিকে কালামৰ ধৰ্ম্ম সম্বন্ধে জানিবলৈ তেওঁৰ মগধৰ ৰাজগৃহলৈ যাত্ৰা কৰাৰ কোনো আৱশ্যক নাছিল। এই সূত্তৰ পৰা বুজা যায় যে ভগৱান বুদ্ধই কপিলৱস্তুতে কালামৰ দৰ্শন সম্বন্ধে অধ্যয়ন কৰিছিল।

তৃতীয় কথা হল, মহানাম শাক্য যদি বুদ্ধৰ খুৰায়েকৰ পুতেক আছিল তেন্তে বুদ্ধক ৰখাৰ বাবে তেওঁ ভৰণ্ডু কালামৰ আশ্ৰমত ঠাইৰ দিহা নকৰি নিজৰ ঘৰৰ ওচৰতে কোনোবা ভাল ঠাইত কৰি দিব পাৰিলেহেঁতেন। শ্ৰমণ সকলে গৃহস্থৰ ঘৰত তিনি দিনৰ অধিক নাথাকিছিল। কিন্তু সেই দিনা মাথোন এৰাতিৰ বাবেহে থকাৰ দিহা কৰিব লগীয়া আছিল ; গতিকে মহানামে নিজৰ ঘৰত বা আলহি-ঘৰতে তাৰ ব্যৱস্থা কৰিব পাৰিলেহেঁতেন। গতিকে হয়তো মহানামৰ ঘৰ তেনেই সৰু আছিল, নহলে বোধহয় এৰাতিৰ বাবে তেওঁ বুদ্ধক নিজৰ ঘৰত থাকিবলৈ দিয়াটো উচিত বুলি বিবেচনা কৰা নাছিল।

এইবোৰ কথালৈ ভালদৰে বিবেচনা কৰি চালে মহানাম শাক্যৰ লগত ভগৱান বুদ্ধৰ বিশেষ ওচৰ সম্পৰ্ক থকা যেন অনুমান নহয়। তদুপৰি শুদ্ধোদন শাক্য কপিলৱস্তুৰ পৰা চৌদ্ধ মাইল দূৰৈতহে থাকিছিল। কপিলৱস্তুৰ লগত তেওঁৰ সম্পৰ্ক চাগৈ নিচেই কম আছিল। শাক্য সকলৰ সভা বহিলেহে বোধহয় তেওঁ কপিলৱস্তুলৈ গৈছিল।

**ভদ্দিয় ৰজাৰ কথা**—'মহাপদান সুত্ত'ত শুদ্ধোদনক ৰজা বুলি বৰ্ণনা কৰা হৈছে আৰু তেওঁৰ ৰাজধানী কপিলৱস্তু আছিল বুলিও উল্লেখ কৰা হৈছে। কিন্তু 'ৱিনয়পিটক'ৰ চুল্লবগ্গত ভদ্দিয় ৰজাৰ যি কথা দিয়া হৈছে তাৰ লগত ইয়াৰ সম্পূৰ্ণ অমিল দেখা যায়।

অনুৰুদ্ধৰ ককায়েক মহানামে বাপেকৰ মৃত্যুৰ পিচত সংসাৰৰ সম্পূৰ্ণ

ভাৰ লৈছিল। অনুৰুদ্ধই গৃহস্থালি সম্বন্ধে একোকে নাজানিছিল। চাৰিও পিনে বুদ্ধ ভগৱানৰ খ্যাতি বিয়পি পৰাত শাক্য বংশৰ ডাঙৰ ঘৰৰ তৰুণ সকলে ভিক্ষু ব্ৰত গ্ৰহণ কৰি তেওঁৰ সংঘত প্ৰৱেশ কৰিবলৈ ধৰিলে। তাকে দেখি মহানামে অনুৰুদ্ধক কলে, 'আমাৰ ঘৰৰতো এজনো ভিক্ষু নহল। হয়তো তুমিয়ে ভিক্ষু হোৱা, নহলে মই নিজেই ভিক্ষু ব্ৰত গ্ৰহণ কৰোঁ।' অনুৰুদ্ধই কলে, 'মোৰ দ্বাৰা নহব, আপুনিয়ে ভিক্ষু হওক!'

মহানাম তাত সম্মত হল আৰু তেওঁ ভায়েকক গৃহস্থালিৰ কাম শিকাবলৈ ধৰিলে। তেওঁ কলে, 'প্ৰথমতে খেতি-পথাৰত হাল বাব লাগে। তাৰ পিচত শইচ সিঁচি দিব লাগে। ইয়াৰ পিচত লোৰ কাটি পথাৰত পানী দিয়া উচিত। পানী উলিয়াই খেতি নিকাই বিধাই দিব লাগে। শস্য পকিলে দাই আনিব লাগে।'

অনুৰুদ্ধই কলে, 'এই কাম বৰ আহুকলীয়া যেন লাগিছে। আপুনিয়ে ঘৰৰ চোৱা-চিতা কৰক, মই ভিক্ষু হৈ যাওঁ।'

কিন্তু মাকে হলে তাৰ বাবে অনুমতি নিদিলে। অনুৰুদ্ধই ইফালে দৃঢ় সংকল্প কৰি ললে যে তেওঁ ভিক্ষু হবই। মাকে তেতিয়া কলে, "তোমাৰ লগতে যদি শাক্যসকলৰ ৰজা ভদ্দিয়ও ভিক্ষু হয় তেন্তে মই তোমাক ভিক্ষু হবলৈ আজ্ঞা দিম।"

ভদ্দিয় ৰজা অনিৰুদ্ধৰ বন্ধু আছিল, কিন্তু অনুৰুদ্ধৰ মাকে ভাবিছিল তেওঁ ৰাজ-পদ এৰি ভিক্ষু হবলৈ নাযায়, গতিকে তেওঁ সেই চৰ্ত বান্ধি দিছিল। অনুৰুদ্ধই তেওঁৰ বন্ধুৰ ওচৰলৈ গৈ তেওঁক ভিক্ষু হোৱাৰ কাৰণে বুজাবলৈ ধৰিলে। তেতিয়া ভদ্দিয় ৰজাই কলে, 'তুমি সাত বছৰ বাট চোৱা। তাৰ পিচত আমি ভিক্ষু হমহঁক।' কিন্তু অত বছৰ বাট চাবলৈ অনুৰুদ্ধ সম্মত হব নোৱাৰিলে। গতিকে তেওঁ ছ, পাঁচ, চাৰি, তিনি, দুই আৰু এ বছৰৰ পিচত সাতমাহ, তাৰ পিচত সাত

দিনলৈ সময় কমাই আনি ভদ্দিয়ক সাত দিনৰ মূৰত অনুৰুদ্ধৰ লগত ওলাই যাবলৈ সম্মত কৰালে। সাত দিনৰ পিচত ভদ্দিয়, অনুৰুদ্ধ, আনন্দ, ভগু, কিম্বিল আৰু দেৱদত্ত ছজন শাক্য-পুত্র আৰু উপালি নামৰ এজন নাপিত—এই সাতজনে চতুৰঙ্গিনী সেনা সজ্জিত কৰি লগত ললে আৰু কপিলৱস্তুৰ পৰা দূৰলৈ গুচি গল। তাৰ পিচত সেনাইঁতক ওভোতাই পঠাই দিলে আৰু তেওঁলোকেও শাক্যদেশৰ সীমা পাৰ হৈ গল। সেই সময়ত ভগৱান বুদ্ধ মল্লইঁতৰ অনুপ্রিয় নামৰ এখন গাৱঁত আছিল। তালৈ গৈ সাতোজন লোকে প্রব্রজ্যা গ্রহণ কৰিলে।

**ভদ্দিয়ৰ কথাৰ সাৰ মৰ্ম্ম**—বুদ্ধ ভগৱানৰ মহিমাৰ কথা শুনি ভালেমান শাক্যকুমাৰে ভিক্ষুব্রত গ্রহণ কৰিছিল আৰু সেই সময়ত শাক্যসকলৰ ৰজা আছিল ভদ্দিয়। তেন্তে শুদ্ধোদন কেতিয়া ৰজা হৈছিল? আটাইবোৰ শাক্য মিলি নিজৰ ৰজা বাছি লৈছিল নে কোসলৰ মহাৰজাই তেওঁলোকৰ ৰজাৰ নিয়োগ কৰি দিছিল তাক কব নোৱাৰি। যদিহে তেওঁলোকে নিজৰ ৰজা বাছি লৈছিল তেন্তে তেওঁ-লোকে মহানামৰ নিচিনা কোনো প্রতিপত্তি থকা শাক্যক সহজতে বাছি লব পাৰিলেহেঁতেন। তদুপৰি 'অঙ্গুত্তৰনিকায়'ৰ প্রথম নিপাতত এই বুলি এটা বুদ্ধ-বচন পোৱা যায়—'উচ্চ কুলত জন্ম লোৱা হেতুকে মোৰ ভিক্ষু শ্রমিক সকলৰ ভিতৰত কালিগোধাৰ পুত্র ভদ্দিয়ই হল শ্রেষ্ঠ।' অকল উচ্চ কুলত জন্ম লোৱাৰ বাবেই শাক্যৰ নিচিনা এখন গণৰাজ্যই ভদ্দিয়ক নিজৰ ৰজা হিচাপে নিৰ্ব্বাচন কৰাটো সম্ভৱ যেন নালাগে। গতিকে কোসল দেশৰ পসেনদি ৰজাই তেওঁক নিয়োগ কৰি দিয়াটো অধিক সম্ভৱপৰ যেন অনুমান হয়। সি যিয়েই নহওক, শুদ্ধোদন শাক্যসকলৰ কোনো দিনেই ৰজা হোৱা নাছিল বুলিয়ে আমি কব লাগিব।

**শাক্যসকলৰ মুখ্য জীৱিকা খেতি**—ত্রিপিটক সাহিত্যত পোৱা বর্ণনাৰ লগত অশোকৰ লুম্বিনী দেৱীৰ শিলালিপিৰ পাঠ মিলাই বিচাৰ কৰি চালে দেখা যায় যে শুদ্ধোদন শাক্যসকলৰ ভিতৰৰ এজন আছিল, তেওঁ লুম্বিনী গাৱঁত বাস কৰিছিল আৰু তাতেই বোধিসত্ত্বৰ জন্ম হৈছিল। ওপৰত দি অহা মহানাম আৰু অনুৰুদ্ধৰ সংবাদৰ পৰা এয়ে প্রতীত হয় যে শাক্যসকলৰ প্রধান জীৱিকা আছিল খেতি। মহানামৰ নিচিনা শাক্যই যিদৰে নিজে খেতি কৰিছিল তেনেকৈয়ে শুদ্ধোদনেও খেতি কৰি জীৱিকা নির্ব্বাহ কৰিছিল। জাতকৰ নিদান কথাত শুদ্ধোদনক মহাৰজা বুলি অভিহিত কৰি তেওঁৰ খেতি সম্বন্ধে এনেদৰে বর্ণনা কৰা হৈছে—

'এদিনাখন ৰজাৰ শইচ সিঁচাৰ সমাৰোহ (ৱপ্পমঙ্গলং) হৈছিল। সেই দিনা গোটেইখন নগৰকে দেৱতাসকলৰ বিমানৰ নিচিনাকৈ সজোৱা হৈছিল। আটাইবোৰ দাস আৰু বনুৱাই নতুন নতুন কাপোৰ পিন্ধি গন্ধ-মালা আদিৰে সাজি-কাছি ৰাজ-মহলত গোট খাইছিল আৰু ৰজাৰ খেতি পথাৰত এহেজাৰখন হাল বোৱা হৈছিল। সেই দিনা সাতশ নিৰানব্বৈ গছ হালৰ লেজু, বলধ আৰু বলধৰ নাকীজৰী ৰূপেৰে মেৰোৱা হৈছিল। ৰজাই সোণ খটুৱা নাঙলৰ আৰু অমাত্যসকলে সাতশ নিৰানব্বৈখন ৰূপখটুৱা নাঙলৰ মুঠিত ধৰিছিল, আৰু বাকী দুশখন নাঙলৰ মুঠিত আন আন মানুহে ধৰিছিল আৰু আটায়ে মিলি হাল জুৰি দিছিল। ৰজাই পোনে পোনে ইয়াৰ পৰা ইয়ালৈ হাল চলাইছিল।'

এই কথাত অৱশ্যে ঢৌটোকে ৰৌটো কৰা হৈছে সঁচা কিন্তু তথাপি বুজা যায় যে শুদ্ধোদনে নিজে খেতি কৰিছিল। আজি-কালি মহাৰাষ্ট্র আৰু গুজৰাতৰ জমিদাৰ পটেলসকলে নিজে খেতি কৰে আৰু বনুৱাৰ হতুৱায়ো কৰায়, ঠিক তেনেকৈয়ে শাক্যইঁতেও নিজে আৰু আনৰ হতুৱাই খেতি চলাইছিল। প্রভেদ মাথোন এইখিনিয়ে যে আজি-কালি পটেলইঁতৰ হাতত ৰাজকীয় অধিকাৰ তেনেই কম, কিন্তু শাক্যসকলৰ

হলে এই ক্ষমতা প্ৰচুৰ মাত্ৰাত আছিল। নিজৰ জমিদাৰীৰ খেতিয়ক আৰু বয়ৰাসকলৰ ন্যায়-বিচাৰো নিজেই কৰিছিল আৰু সংস্থাগাৰত গোটখাই নিজ দেশৰ আভ্যন্তৰীণ বিষয়বোৰৰ পৰিচালনাৰ ব্যৱস্থা কৰি লৈছিল। নিজৰ ভিতৰত কিবা দ্বন্দ্ব-খৰিয়াল লাগিলেও তাক নিজৰ ভিতৰতে মীমাংসা কৰি লৈছিল। কিন্তু কাকো দেশৰ পৰা উলিয়াই দিবলৈ হলে অথবা কাকো ফাঁচি দিবলৈ হলে তেওঁলোকে কোসল ৰজাৰ পৰা আজ্ঞা লব লাগিছিল। এই কথা 'চুল্লসচ্চক সুত্ত'ৰ তলত দিয়া সংবাদৰ পৰা জানিব পৰা যায়—

'ভগৱানে কয়, "হে অগ্নিৱেস্সন, পসেনদি কোসলৰ নিচিনা বা মগধৰ অজাতশত্ৰুৰ নিচিনা মুৰ্দ্ধাভিষিক্ত (মুৰ্ধাৱসিক্ত) ৰজাৰ নিজৰ প্ৰজাৰ ভিতৰৰ কোনো অপৰাধী লোকক মৃত্যু-দণ্ড বিহিবলৈ, জৰিমনা কৰিবলৈ বা নিৰ্ব্বাসিত কৰিবলৈ সম্পূৰ্ণ অধিকাৰ আছেনে নাই?"

'সচ্চকে কয়, "হে গোতম, ৱজ্জী আৰু মল্লৰ গণৰজা সকলৰো নিজৰ ৰাজ্যৰ অপৰাধীক ফাঁচী দিবলৈ, জৰিমনা বা নিৰ্ব্বাসিত কৰিবলৈ অধিকাৰ আছে, গতিকে কোসল ৰজা পসেনদি বা অজাতশত্ৰুৰ সেই অধিকাৰ থকা বুলি কোৱাৰ কোনো আৱশ্যকেই নাই।" '

এই কথোপকথনৰ পৰা আমি জানিব পাৰোঁহক যে অকল ৱজ্জী আৰু মল্লইঁতৰহে সম্পূৰ্ণ স্বাধীনতা আছিল আৰু শাক্য, কোলিয়, কাশী আদি গণৰজাসকলৰ অপৰাধীক মৃত্যুদণ্ড দিবলৈ, বৰ বেচি জৰিমনা কৰিবলৈ বা নিৰ্ব্বাসন দিবলৈ অধিকাৰ আৰু নাছিল। তাৰ বাবে শাক্য, কোলিয় আৰু কাশীৰগণৰজাইঁতে কোসলৰ ৰজাৰ আৰু অঙ্গ-গণৰাজইঁতে মগধৰ ৰজাৰ পৰা আজ্ঞা লব লাগিছিল।

**মায়াদেৱী সম্পৰ্কীয় তথ্য**—বোধিসত্ত্বৰ মাকৰ সম্বন্ধে তেনেই কমহে উল্লেখ পোৱা যায়। মায়াদেৱীয়ে যে তেওঁৰ মাতৃ আছিল, সেই

সম্বন্ধে কোনো সন্দেহ নাই, কিন্তু শুদ্ধোদনৰ বিয়া কিমান বয়সত হৈছিল আৰু মায়াদেৱীয়ে কিমান বয়সত বোধিসত্ত্বক জন্ম দিছিল আদি কথাৰ বিষয়ে হলে একো উল্লেখ পোৱা নাযায়। অপাদান গ্ৰন্থত মহাপ্ৰজাপতি গৌতমীৰ এটা অপাদান আছে। তাত তেওঁ কয়ঃ—

পচ্ছিমে চ ভৱে দানি জাতা দেৱদহে পুৰে।
পিতা অঞ্জনসক্কো মে মাতা মম সুলকৃখনা॥
ততো কপিলৱৎথুস্মিং সুদ্ধোদনঘৰং গতা।

অৰ্থাৎ 'আৰু এই অন্তিম জন্মত মই দেৱদহ নগৰত জন্ম ললোঁ। মোৰ পিতা আছিল অঞ্জনশাক্য আৰু আই আছিল সুলক্ষণা। পিচত ডাঙৰ হোৱাত মই কপিলৱস্তুৰ ৰজা শুদ্ধোদনৰ ঘৰলৈ গলোঁ।' (নাইবা শুদ্ধোদনৰ লগত মোৰ বিয়া হল)।

গৌতমীৰ এই কথা কিমান খিনি সঁচা তাক অনুমান কৰাটো কঠিন। 'কপিলৱস্তুৰ শুদ্ধোদনৰ ঘৰলৈ গলোঁ'—এই কথাৰ লগত আমি আগেয়ে আলোচনা কৰি অহা বৰ্ণনাৰ মিল নাই।[8] কিন্তু তেওঁ অঞ্জনশাক্য আৰু সুলক্ষণাৰ কন্যা হোৱাৰ বিপৰীতে কোনো উল্লেখ পোৱা নাযায়, গতিকে আমি ধৰি লব পাৰোঁহক যে তেওঁ আৰু তেওঁৰ বাইদেৱেক মায়াদেৱী অঞ্জন শাক্যৰে জীয়ৰী আছিল আৰু শুদ্ধোদনৰ লগতে দুয়োৰো বিয়া হৈছিল। কিন্তু তেওঁলোক দুয়ো গৰাকীৰে বিয়া একে লগে হৈছিল নে অগা-পিচাকৈ হৈছিল তাক জনাৰ কোনো উপায় নাই।

বৌদ্ধ সাহিত্যৰ এটা সকলোৰে সুবিদিত কথা হল যে বোধিসত্ত্বৰ জন্মৰ সাত দিনৰ দিনা মায়াদেৱীৰ পৰলোক প্ৰাপ্তি হয়। ইয়াৰ পিচত মাউৰা বোধিসত্ত্বৰ কষ্ট হব বুলি বিবেচনা কৰি শুদ্ধোদনে মায়াদেৱীৰ ভনীয়েককে বিয়া কৰোৱাটো বিশেষ সম্ভৱপৰ যেন অনুভৱ হয়। এইটো

---

(৪) কিয়নো ভৰগুৰ কথাৰ পৰা প্ৰমাণ পোৱা যায় যে শুদ্ধোদন কপিলৱস্তুত নাথাকিছিল।

হলে ঠিক যে গৌতমীয়ে নিজৰ পেটৰ লৰাৰ নিচিনাকৈয়ে গৌতমক অতিশয় আদৰেৰে লালন পালন কৰিছিল আৰু তেওঁ কোনো দিনেই গৌতমক নিজৰ আপোন মাকৰ অভাৱ অনুভৱ কৰিবলৈ দিয়া নাছিল।

**বোধিসত্ত্বৰ জন্ম**—জাতকৰ নিদান-কথাৰ সাৰাংশ হল—

'মায়াদেৱীৰ তেতিয়া দহ মাহৰ গৰ্ভাৱস্থা। তেওঁ বাপেকৰ ঘৰলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। ৰজা শুদ্ধোদনে তেওঁৰ ইচ্ছাৰ কথা জানিব পাৰি কপিলৱস্তুৰ পৰা দেৱদহলৈকে গোটেই ৰাজপথ পৰিষ্কাৰ কৰোৱাই ধ্বজ পতাকা আদিৰে সুসজ্জিত কৰালে আৰু সোণৰ দোলাত তুলি দল-বলৰে সৈতে মাকৰ ঘৰলৈ পঠাই দিলে। ইফালে যাওঁতে বাটত লুম্বিনী বনত এজোপা শালগছৰ তলত তেওঁৰ এটি লৰা উপজিল।' ৰজা শুদ্ধোদন এজন সামান্য জমিদাৰ হোৱা হেঁতেন অতখিনি ৰাজপথ সজাই পৰাই তোলাটো তেওঁৰ পক্ষে সম্ভৱপৰ নহল-হেঁতেন। দ্বিতীয় কথা হল—দহ মাহৰ গৰ্ভাৱস্থাৰ তিৰোতাক কোনেও মাকৰ ঘৰলৈ পঠাব নোৱাৰে। গতিকে এই কাহিনীত তেনেই কমহে নিৰ্ভৰযোগ্য বৰ্ণনা পোৱা যায়।

'মহাপদান সুত্ত'ত কোৱা হৈছে যে বোধিসত্ত্বই মাকৰ উদৰত প্ৰৱেশ কৰাৰ পৰা জন্ম হোৱাৰ সাতদিনলৈকে মুঠতে ষোলটা অলৌকিক ঘটনা হয়। ইয়াৰে নৱম ঘটনাত এই বুলি উল্লেখ কৰা হৈছে যে বোধিসত্ত্বৰ মাকে দহ মাহ পূৰ হোৱাৰ পিচত তেওঁৰ জন্ম দিয়ে। দশম ঘটনাত কোৱা হৈছে যে থিয় দিয়া অৱস্থাতে হেনো মাকে বোধিসত্ত্বৰ প্ৰসৱ কৰে আৰু অষ্টম ঘটনামতে বোধিসত্ত্বৰ জন্মৰ সাতদিনৰ পিচতে তেওঁৰ মাকৰ লোকান্তৰ হয়। এই অলৌকিক ঘটনা তিনিটাহে বুদ্ধৰ জীৱনৰ পৰা লোৱা হোৱা বুলি ধাৰণা হয়। বাকী আঠাইবোৰ কাল্পনিক আৰু লাহে লাহে সেইবোৰ বোধিসত্ত্বৰ জীৱন-চৰিত্ৰত সোমাবলৈ ধৰে।

মুঠতে আমি এইখিনিলৈকে মানি লব পাৰোঁ যে বোধিসত্ত্ব ভূমিষ্ঠ হোৱাৰ সময়ত তেওঁৰ মাক থিয় অৱস্থাতে আছিল আৰু তেওঁৰ জন্মৰ সাতদিনৰ পিচত মাকৰ মৃত্যু হয়। 'জাতক নিদান-কথা'ৰ মতে শালগছৰ তলত বোধিসত্ত্বৰ জন্ম হৈছিল আৰু 'ললিত-বিস্তৰ'ৰ মতে প্লক্ষ বৃক্ষৰ তলতহে গৌতম ভূমিষ্ঠ হৈছিল। শুদ্ধোদনৰ ঘৰৰ বাহিৰত লুম্বিনী গাৱঁৰ উদ্যানত ঘূৰি ফুৰোঁতে গৌতমৰ মাকে তেওঁক জন্ম দিয়ে—হয়তো শাল নহলে প্লক্ষ বৃক্ষৰ তলত তেওঁৰ জন্ম হৈছিল। এই বৰ্ণনাৰ এই খিনিকে সঁচা বুলি ধৰি লব লাগিব যে থিয় হোৱা অৱস্থাতে তেওঁ গৌতমৰ প্ৰসৱ কৰে।

**বোধিসত্ত্বৰ ভৱিষ্য**—'বোধিসত্ত্বৰ জন্ম হোৱাৰ পিচত মাকৰে সৈতে তেওঁক শুদ্ধোদনে ঘৰলৈ লৈ যায় আৰু ডাঙৰ ডাঙৰ পণ্ডিত ব্ৰাহ্মণৰ হতুৱাই তেওঁৰ ভৱিষ্য চোৱায়। পণ্ডিতসকলে তেওঁৰ বত্ৰিশটা লক্ষণ দেখি এই বুলি ভৱিষ্যৎ-বাণী কৰে যে হয়তো তেওঁ চক্ৰৱৰ্ত্তী ৰজা হব, নহলে সম্যক সম্বুদ্ধ হব।' 'জাতক'ৰ নিদান কথা, 'ললিত-বিস্তৰ' আৰু 'বুদ্ধ-চৰিত' কাব্যত এনেধৰণৰ বিতং বৰ্ণনা পোৱা যায়। সেই যুগত লক্ষণৰ ওপৰত যে মানুহৰ বৰ বিশ্বাস আছিল, সেই সম্পৰ্কে সন্দেহ নাই। ত্ৰিপিটক সাহিত্যৰ ভালেমান ঠাইতো তাৰ বিস্তৃত উল্লেখ পোৱা যায়। বুদ্ধৰ শৰীৰত সেই লক্ষণবোৰ স্পষ্টভাৱে দেখা যায়নে নাযায় তাকে চাবলৈ পোকৃখৰসাতি ব্ৰাহ্মণে তৰুণ অম্বষ্ঠক পঠাই দিছিল। কিন্তু তেওঁ সেই লক্ষণবোৰ দেখিবলৈ নাপালে। বুদ্ধই তেওঁক এই অদ্ভুত চমৎকাৰ দেখুৱালে।[৫] এইদৰে 'বুদ্ধ-চৰিত'ৰ লগত এইবোৰ লক্ষণৰ য'তে ত'তে সম্পৰ্ক দেখুৱা হৈছে। তদুপৰি বুদ্ধৰ শ্ৰেষ্ঠতা প্ৰমাণ কৰাৰ অভিপ্ৰায়েৰে ভক্তসকলে এইবোৰ চেষ্টা কৰিছে, গতিকে ইয়াত বিশেষ কিবা নিৰ্ভৰযোগ্য তথ্য আছে বুলি ধৰি লোৱাৰ আৱশ্যকতা নাই। তথাপি বোধিসত্ত্বৰ জন্মৰ পিচত অসিত ঋষিয়ে

(৫) দীঘ নিকায়, অম্বট্ঠ সুত্ত।

তেওঁৰ বিষয়ে ভৱিষ্যৎ-বাণী কৰাটো প্ৰাচীন কথা যেন লাগে। সেই বৰ্ণনা 'সুত্তনিপাত'ৰ নালক সুত্তৰ প্ৰস্তাৱনাত পাবলৈ আছে। আমি ইয়াতে তাৰ সাৰাংশ তুলি দিলোঁহক—

'ভাল ভাল কাপোৰ পিন্ধি আৰু ইন্দ্ৰৰ সৎকাৰ কৰি দেৱতাসকলে আকাশত নিজৰ উপবস্ত্ৰ পেলাই উৎসৱ কৰি আছিল। তেতিয়া অসিত ঋষিয়ে তেওঁলোকক দেখা পাই সুধিলে, "এই উৎসৱ কিহৰ?' দেৱতা-সকলে অসিতক কলে, "লুম্বিনী গাৱঁত শাক্যকুলত বোধিসত্ত্বৰ জন্ম হৈছে আৰু সেই কাৰণে আমি উৎসৱ কৰিছোঁ।" সেই কথা শুনি শ্ৰদ্ধানম্ৰ ভাৱে অসিত ঋষি শুদ্ধোদনৰ ঘৰলৈ গল আৰু কুমাৰক চোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। শাক্যই বোধিসত্ত্বক অসিতৰ সম্মুখলৈ আনিলত তেওঁক সৰ্ব্বলক্ষণ-সম্পন্ন দেখি অসিতৰ মুখৰ পৰা অচানকতে এই কথা-ফাকি ওলাল—"এওঁ মনুষ্যৰ ভিতৰতে সৰ্ব্বশ্ৰেষ্ঠ।" কিন্তু অসিত ঋষিৰ আৰু আয়ু বেচি দিনলৈ নাই সেই কথা মনত পৰি তেওঁৰ চকুৰে পানী ববলৈ ধৰিলে। তেওঁৰ চকুৰে পানী পৰিবলৈ ধৰা দেখি শাক্যসকলে সুধিলে, "কুমাৰৰ প্ৰাণ লৈ কিবা ভয় আছে নেকি?" তেতিয়া অসিত ঋষিয়ে তেওঁলোকক সান্ত্বনা দি কলে, "ভৱিষ্যতলৈ এই কুমাৰ সম্বুদ্ধ হব। কিন্তু মোৰ আৰু বেচি দিন আয়ু নাই, গতিকে তেওঁৰ ধৰ্ম্মৰ উপদেশ শুনিবলৈ মোৰ সুযোগ নহব। সেই হেতুকেই মোৰ দুখ লাগিছে।" এইদৰে শাক্যসকলক আনন্দিত কৰি অসিত ঋষি তাৰ পৰা গুচি গল।'

**বোধিসত্ত্বৰ নাম—**

স শাক্যসিংহঃ সৰ্বাৰ্থসিদ্ধঃ শৌদ্ধোদনিশ্চ সঃ।
গৌতমশ্চাৰ্কবন্ধুশ্চ মায়াদেৱীসুতশ্চ সঃ॥

'অমৰকোশ'ত বোধিসত্ত্বৰ এই ছটা নাম দিয়া হৈছে। ইয়াৰ ভিতৰত শাক্যসিংহ, শৌদ্ধোদনি আৰু মায়াদেৱী-সুত—এই তিনিটা

বিশেষণ আৰু অৰ্কবন্ধু তেওঁৰ গোত্ৰৰ নাম। এতিয়া প্ৰশ্ন হল—সৰ্ব্বাৰ্থসিদ্ধ আৰু গৌতম এই দুটাৰ ভিতৰত তেওঁৰ প্ৰকৃত নাম কোনটো? নে এই দুয়োটাই তেওঁৰ নাম আছিল?

ত্ৰিপিটক সাহিত্যৰ ক'তো বোধিসত্ত্বৰ নাম সৰ্ব্বাৰ্থসিদ্ধ বুলি উল্লেখ কৰা হোৱা নাই। অকল 'নিদান-কথা'ত সিদ্ধৎথ (সিদ্ধাৰ্থ) নাম পোৱা যায়। কিন্তু তাকো 'ললিত-বিস্তৰ'ৰ পৰা লোৱা হৈছিল চাগৈ। সেই পুথিত কোৱা হৈছে যে:

'অস্য হি জাতমাত্ৰেণ মম সৰ্বাৰ্থাঃ সংসিদ্ধাঃ যন্বহমস্য সৰ্বাৰ্থসিদ্ধ ইতি নাম কুৰ্যাম্। ততো ৰাজা বোধিসত্ত্বং মহতা সৎকাৰেণ সৎকৃত্য সৰ্বাৰ্থসিদ্ধোঽয়ং কুমাৰো নাম্না ভৱতু ইতি নামাস্যাকাৰ্ষীৎ।'

সৰ্ব্বাৰ্থসিদ্ধ নাম 'অমৰকোশ'তহে দিয়া হৈছে। কিন্তু 'ললিত বিস্তৰ'ত বোধিসত্ত্বক বাৰে বাৰে সিদ্ধাৰ্থকুমাৰ বুলিও উল্লেখ কৰা হৈছে। তাৰে পালি ৰূপান্তৰ হল সিদ্ধৎথ। সৰ্ব্বাৰ্থসিদ্ধৰ পালি ৰূপান্তৰ হল 'সব্বৎথ সিদ্ধ' আৰু তাক কেনেবা কেনেবা যেন লাগে। সেই বাবেই হয়তো জাতক অট্ঠ কথাকাৰে 'সিদ্ধৎথ' নামৰ প্ৰয়োগ কৰিছে। অৰ্থাৎ সৰ্ব্বাৰ্থসিদ্ধ বা সিদ্ধাৰ্থ এই দুয়োটা নামেই 'ললিত-বিস্তৰ'ৰ লেখক অথবা আন কোনো বুদ্ধ-ভক্ত কবিৰ কল্পনাৰ পৰা বাহিৰ হৈছে।

বোধিসত্ত্বৰ যে প্ৰকৃত নাম গৌতম আছিল তাত কোনো সন্দেহ নাই। 'থেৰী গাথা'ত থকা মহাপ্ৰজাপতি গৌতমৰ গাথাবোৰৰ এটা হল এই:

বহুনং ৱত অৎথায় মায়া জনয়ি গোতমং।
ব্যাধিমৰণতুন্নানং দুক্খক্খন্ধং ব্যপানুদি॥

অৰ্থাৎ 'বহুতৰ কল্যাণৰ হেতুকে মায়াই গৌতমক জন্ম দিলে। তেওঁ ব্যাধি আৰু মৰণেৰে পীড়িত জনৰ দুখ সমূহ নষ্ট কৰিলে।'

কিন্তু 'মহাপদান সুত্ত'ত বুদ্ধক 'গোতমো গোত্তেন' বুলি কোৱা হৈছে।

এনেদৰে অপাদান-গ্ৰন্থৰ ভালেমান ঠাইতে 'গোতমো নাম নামেন' আৰু 'গোতমো নাম গোত্তেন'—এই দুই প্ৰকাৰৰ উল্লেখ আছে। তাৰ পৰা এই বুলি সন্দেহ হয় যে বোধিসত্ত্বৰ নাম আৰু গোত্ৰ জানো একেটা আছিল? কিন্তু 'সুত্তনিপাত'ৰ তলত দিয়া গাথাবোৰৰ পৰা সেই সন্দেহ নাইকিয়া হয় যেন লাগে:

উজুং জানপদো ৰাজা হিমৱন্তস্স পস্সতো।
ধনিৱিৰিয়েন সম্পন্নো কোসলেসু নিকেতিনো॥
আদিচ্চা নাম গোত্তেন সাকিয়া নাম জাতিয়া।
তম্হা কুল পব্বজিতোঽম্হি ৰাজ ন কামে অভিপৎথয়ং॥[৬]

অৰ্থাৎ, (বোধিসত্ত্বই বিম্বিসাৰ ৰজাৰ আগত কয়) 'হে ৰজা, ইয়াৰ পৰা পোনে পোনে হিমালয়ৰ নামনিত ধন আৰু শৌৰ্য্য সম্পন্ন এখন দেশ আছে। সেই দেশ কোসল ৰাষ্ট্ৰৰ ভিতৰত। তাৰ লোকসকলৰ গোত্ৰ আদিত্য আৰু তেওঁলোকক শাক্য বোলা হয়। হে ৰজা, সেই কুলৰ পৰা মই যে পৰিব্ৰাজক হৈছোঁ, সি কামোপভোগৰ ইচ্ছাৰ দ্বাৰা নহয়।'

এই গাথাবোৰত শাক্যসকলৰ গোত্ৰ আদিত্য বুলি কোৱা হৈছে। একেলগে আদিত্য আৰু গৌতম এই দুটা গোত্ৰ হব নোৱাৰে। তদুপৰি 'সুত্তনিপাত' হল আটাইতকৈ পুৰণি গ্ৰন্থ, গতিকে শাক্যসকলৰ প্ৰকৃত গোত্ৰ আদিত্যই হব। 'অমৰকোশ'ত উপযুৰ্ক্ত শ্লোকত বুদ্ধৰ যি অৰ্কবন্ধু নাম দিয়া হৈছে তাক তেওঁৰ গোত্ৰ-নাম বুলি ধৰি লব লাগিব, কিয়নো 'আদিচ্চা নাম গোত্তেন' কথাফাকিৰ লগত সি ঠিক মিলি যায়। বোধিসত্ত্বৰ প্ৰকৃত নাম আছিল গৌতম আৰু বুদ্ধত্ব প্ৰাপ্তিৰ পিচত তেওঁ সেই নামেৰে প্ৰসিদ্ধ হয়। 'সমণো খলু ভো গোতমো সক্যকুলা পব্বজিতো' এনেদৰৰ উল্লেখো 'সুত্তনিপাত'ৰ কেবা ঠাইতো পোৱা যায়।

(৬) 'পব্বজ্জা সুত্ত', গাথা ১৮-১৯।

**বোধিসত্ত্বৰ সমাধি-প্ৰেম**—'জাতক' উপকথাৰ সাৰাংশ হল এই—'ওপৰত উল্লেখ কৰি অহা শুদ্ধোদন ৰজাৰ কৃষি-সমাৰোহৰ সময়ত কেছুৱা বোধিসত্ত্বকো তালৈ লৈ যোৱা হৈছিল আৰু তেওঁৰ ধাইয়ে তেওঁক এজোপা জম্বু বৃক্ষৰ তলত পাটি পাৰি শুৱাই থৈছিল। সিদ্ধাৰ্থকুমাৰ শুই পৰা দেখিবলৈ পাই ধাই কৃষি সমাৰোহ চাবলৈ গল। ইতিমধ্যে বোধিসত্ত্ব সাৰ পাই উঠি স্থিৰনেত্ৰে ধ্যানস্থ হৈ বহি আছে। কিছু সময়ৰ পিচত ধায়ে আহি দেখে যে আনবোৰ গছৰ ছাঁ দূৰলৈ বিয়পি গৈছে কিন্তু সেই জম্বু বৃক্ষৰ ছায়া হলে আগৰ নিচিনা হৈয়ে আছে। এই অলৌকিক কাণ্ড দেখি শুদ্ধোদনে বোধিসত্ত্বক নমস্কাৰ কৰিলে।' বোধিসত্ত্বৰ জীৱনৰ এই মহত্বপূৰ্ণ কথা এটা এনে আলৌকিক ৰূপেৰে দিয়াৰ কোনো অৰ্থ নাই। বোধ হয় প্ৰকৃত কথা হল—বোধিসত্ত্বই মাজে-সময়ে পিতাকৰ লগত খেতি পথাৰলৈ গৈ হাল বোৱা আদিৰ কাম কৰিছিল আৰু আজৰি পালেই জম্বু বৃক্ষৰ তলত ধ্যানস্থ হৈ বহি থাকিছিল।

'মঝ্ঝিম নিকায়'ৰ মহাসচ্চক সুত্তত বুদ্ধ ভগৱানে সচ্চকৰ আগত কয়—

'মোৰ মনত পৰিছে যে যেতিয়া মই পিতাৰ খেতি-পথাৰলৈ গৈছিলোঁ তেতিয়া মই জম্বু বৃক্ষৰ শীতল ছাঁত বহি কামোপভোগ আৰু অকুশল বিচাৰৰ পৰা বিমুক্ত হৈ সবিতৰ্ক, আৰু বিবেকৰ পৰা ওপজা আৰু প্ৰীতিসুখ থকা প্ৰথম ধ্যানৰ সম্পাদন কৰিছিলোঁ। এয়েতো বোধৰ প্ৰকৃত মাৰ্গ নহয়? মোৰ বিজ্ঞানে স্মৃতিৰ অনুকৰণ কৰিলে আৰু সেয়ে বোধৰ মাৰ্গ হব বুলি মোৰ অনুভৱ হল। হে অগগিয়েসন, মই নিজকে নিজে কৈ উঠিলোঁ, "যি সুখ কামোপভোগ আৰু অকুশল বিচাৰ সমূহৰ পৰা অলিপ্ত, মই সেই সুখক কিয় ভয় কৰোঁ?" তাৰ পিচত মই ভাবি চালোঁ যে সেই সুখক মই ভয় কৰা উচিত নহয়। কিন্তু সেই সুখ (দেহ

দণ্ডনৰ দ্বাৰা ) দুৰ্ব্বল হোৱা শৰীৰৰ দ্বাৰা লাভ কৰাটো সম্ভৱ নহয়, গতিকে আকৌ যথেষ্ট আহাৰ গ্ৰহণ কৰা উচিত হব।'

বোধিসত্ত্বই সাত বছৰ ধৰি দেহ দণ্ডন চলোৱাৰ পিচত হঠাৎ এদিন দেউতাকৰ খেতি-পথাৰৰ জম্বু গছৰ তলত বহি কৰা প্ৰথম ধ্যানৰ কথা মনত পৰি গল আৰু সেই পথেই তত্ত্ববোধৰ পথ হোৱা উচিত বুলি বিবেচনা কৰি তেওঁ দেহ দণ্ডন এৰি দিলে আৰু আহাৰ গ্ৰহণ কৰিবলৈ পুনৰ আৰম্ভ কৰি দিলে।

কিন্তু বোধিসত্ত্বৰ সৰু কালতেনো কাৰপৰা এই ধ্যান শিকিলে? তেওঁ জানো নিজে নিজেই তাক লাভ কৰিছিল? জাতক অট্‌ঠকথা-কাৰ, 'ললিত-বিস্তৰ'কাৰ আৰু বুদ্ধ-চৰিতৰ ৰচয়িতাৰ মতে তেনেই সৰু কালিতে হেনো বুদ্ধই এই ধ্যান লাভ কৰিছিল, গতিকে তেওঁ নিজে নিজেই তাক লাভ কৰা বুলি ধৰি লব লাগিব আৰু সি আছিল এটা অদ্ভুত কথা। কিন্তু ওপৰত উল্লেখ কৰি অহা 'ভৰণ্ডু কালাম সুত্ত' সম্বন্ধে বিবেচনা কৰি চালে এই অলৌকিক ঘটনা স্পষ্টভাৱে বুজিব পৰা যায়। কালামৰ আশ্ৰম আছিল কপিলৱস্তুত, গতিকে শাক্যসকলৰ বহুতেই তেওঁৰ সম্প্ৰদায়ক জানিছিল বুলি ধৰি লব পাৰি। আগৰপিনে কালাম সম্বন্ধে যি বিৱৰণ দিয়া হৈছে তাৰ পৰা দেখা যাব যে কালাম ধ্যানমাৰ্গী আছিল আৰু তেওঁ সমাধিৰ সাতোটা সোপান সম্বন্ধে শিক্ষা দিছিল। তাৰে পহিলা সোপান আছিল প্ৰথম ধ্যান, গতিকে বোধিসত্ত্বই নিজৰ ঘৰতে যদি সেই সম্বন্ধে শিক্ষা পাইছিল, তেন্তে তাত আচৰিত হবলগীয়া কি আছে? আৰু যদিহে কিবা অলৌকিক ঘটনা বুলি ধৰি লোৱা হয় তেন্তে সি ইমানেই আছিল যে সৰু কালত খেতি-পথাৰত কাম কৰোঁতে বোধিসত্ত্বৰ প্ৰবৃত্তি ধৰ্ম্মৰ পিনে গৈছিল আৰু তেওঁ সময়ে সময়ে ধ্যান সমাধিৰ অভ্যাস কৰিছিল।

**বোধিসত্ত্বৰ সমাধিৰ বিষয়**—বোধিসত্ত্বৰ ধ্যানৰ বিষয় কেনে

ধৰণৰ আছিল তাক কোৱাটো সহজ নহয়। প্ৰথম ধ্যান যিবোৰ বিষয় লৈ কৰা হয়, তাৰ মুঠ সংখ্যা হল ছাব্বিশ।[৭] ইয়াৰ ভিতৰত কি বিষয় লৈ বোধিসত্ত্বই ধ্যান কৰিছিল তাক থিৰাংকৈ কোৱা টান, তথাপি মৈত্ৰী, কৰুণা, মুদিতা আৰু উপেক্ষা এই চাৰিটা বিষয়ৰ কোনো এটা লৈ তেওঁ ধ্যান কৰিছিল বুলি ধৰি লোৱাটো অপ্ৰাসঙ্গিক নহব, কিয়নো এইবোৰ বিষয় তেওঁৰ প্ৰেমময় স্বভাৱৰ অনুৰূপ। তদুপৰি তাৰ কাৰণে অনুমানৰ আৰু এটা আধাৰ পোৱা যায়:

'বুদ্ধ ভগৱান কোলিয় দেশৰ হৰিদ্ৰৱসন নামৰ কোলিয়সকলৰ নগৰৰ ওচৰত থকাৰ সময়ত কিছুমান ভিক্ষু পুৱাৰ ভিক্ষাটন কৰাৰ আগতে আন পৰিব্ৰাজকসকলৰ উদ্যানলৈ গৈছিল। তেতিয়া পৰিব্ৰাজকসকলে তেওঁলোকৰ আগত কয়, "আমি আমাৰ শ্ৰাৱকসকলক এই বুলি উপদেশ দিওঁহক যে হে মিত্ৰসকল, চিত্তৰ উপক্লেশ আৰু চিত্ত দুৰ্ব্বল কৰা পাঁচ নীৱৰণৰ[৮] পৰিহাৰ কৰি আপোনালোকে মৈত্ৰী সহগতচিত্তেৰে এটা দিশ ভৰাই দিয়ক; দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ দিশো ভৰাই দিয়ক। এনেদৰে ওপৰ, তল আৰু চাৰিও পিনৰ গোটেই জগতখনকে বিপুল, শ্ৰেষ্ঠ, অসীম, অবৈৰ আৰু দ্বেষৰহিত মৈত্ৰীসহগত চিত্তৰে ভৰাই দিয়ক·····মুদিতা সহগত চিত্তেৰে······কৰুণা সহগত চিত্তেৰে······ উপেক্ষা সহগত চিত্তেৰে পৰিপূৰ্ণ কৰি দিয়ক। শ্ৰমণ গৌতমেও এনে ধৰণৰ উপদেশ দিয়ে। গতিকে তেওঁৰ আৰু আমাৰ উপদেশৰ মাজত পাৰ্থক্য আৰু কি?" '[৯]

---

(৭) বুদ্ধঘোষাচাৰ্য্য আৰু অভিধৰ্ম্মৰ মত অনুসৰি পঁচিশ বিষয়। কিন্তু উপেক্ষা সম্বন্ধে প্ৰথম ধ্যান সাধ্য বুলি ধৰি ললে মুঠ বিষয় ছাব্বিশটা হয়। চাওক, 'সমাধি মাৰ্গ,' পৃষ্ঠা ৬৮-৬৯।

(৮) চাওক 'সমাধি মাৰ্গ,' পৃষ্ঠা ৩১-৩৫।

(৯) 'বোজ্‌ঝঙ্গ' সংযুত্ত, বগ্‌গ ৬, সুত্ত ৪।

'জাতক অট্‌ঠ কথা' আৰু আন আন অট্‌ঠ কথাৰ ভালেমান ঠাইতে এই বুলি উল্লেখ কৰা হৈছে যে শাক্য আৰু কোলিয়সকল চুবুৰীয়া আছিল আৰু তেওঁলোকৰ মাজত ওচৰ সম্পৰ্ক আছিল। কেতিয়াবা কেতিয়াবা ৰোহিণী নৈৰ পানী লৈ হেনো তেওঁলোকৰ মাজত কাজিয়া-পেচালো লাগিছিল। সেই কোলিয়সকলৰ ৰাজ্যতে আন পন্থৰ পৰিব্ৰাজকে বৌদ্ধ-সংঘৰ ভিক্ষুক ওপৰত উল্লেখ কৰি অহা প্ৰশ্ন কৰিছিল। এই পৰিব্ৰাজকসকল তাত ভালেমান বছৰ ধৰি আছিল চাগৈ। তেওঁ-লোকৰ আশ্ৰম যে বুদ্ধই ধৰ্ম্মোপদেশ দিয়াৰ পিচত স্থাপিত হোৱা নাছিল, সেইটো নিশ্চিত কথা; তেওঁলোক আগৰে পৰা তাত আছিল আৰু এই পৰিব্ৰাজকসকলে মৈত্ৰী, করুণা, মুদিতা আৰু উপেক্ষা এই চাৰিটা ব্ৰহ্ম-বিহাৰৰ ধ্যানকৰাৰ উপদেশ দিছিল।[১০] গতিকে তেওঁলোক যে কালামৰ পন্থৰে লোক আছিল তাক ধৰি লবলৈকে বা আপত্তি কি! অন্ততঃ যুৱাৱস্থাতে বোধিসত্ত্বই ব্ৰহ্ম-বিহাৰৰ কথা জানিছিল আৰু তাকে ধ্যান কৰি প্ৰথম ধ্যানৰ যে সম্পাদন কৰিছিল সেই সম্বন্ধে কোন সন্দেহ উপস্থিত হব নোৱাৰে।

**বোধিসত্ত্বই গৃহত্যাগ কৰাৰ কাৰণ কি?** ইয়াৰ পিচত গুৰুত্বপূৰ্ণ প্ৰসঙ্গ হল বোধিসত্ত্বই নিজৰ প্ৰাসাদ ত্যাগ কৰি উদ্যান ভূমিৰ পিনে যোৱা। বোধিসত্ত্ব যোৱা বাটত যাতে কোন বুঢ়া, ব্যাধিগ্ৰস্ত আৰু মৃতব্যক্তি নাথাকে—শুদ্ধোদন মহাৰজাই তাৰ ব্যৱস্থা কৰি ৰাখিছিল। তথাপি দেৱতাই এটা নিৰ্ম্মিত বুঢ়াক তেওঁৰ দৃষ্টিপথৰ সম্মুখত আনি হাজিৰ কৰি দিয়ে আৰু বোধিসত্ত্ব বিৰাগী হৈ নিজৰ প্ৰাসাদলৈ উভতি যায়। তাৰ পিচত দেৱতাই দ্বিতীয়বাৰ ব্যাধিগ্ৰস্ত,

(১০) 'সমাধিমাৰ্গ'ৰ পঞ্চম অধ্যায়ত ব্ৰহ্ম-বিহাৰ সম্বন্ধে মুকলিকৈ আলোচনা কৰা হৈছে।

তৃতীয়বাৰ মৃত আৰু চতুৰ্থবাৰ এজন পৰিব্ৰাজকক তেওঁৰ সমুখত দেখুৱাই দিয়ে। তাৰ ফলত তেওঁৰ সম্পূৰ্ণভাৱে বিৰাগ জন্মে আৰু গৃহত্যাগ কৰে। তাৰ পিচত তত্ত্ববোধৰ মাৰ্গ বিচাৰি উলিয়াত প্ৰবৃত্ত হয়। 'ললিতৱিস্তৰ' আদি পুথিত এই সম্বন্ধে অতিশয় ৰসাল বৰ্ণনা পোৱা যায়। তথাপি কব লাগিব যে সেই বৰ্ণনাৰ সকলোখিনি সঁচা বুলি মানি লব নোৱাৰি। যদিহে বোধিসত্ত্বই বাপেকৰ লগত গৈ খেতি পথাৰত কাম কৰিছিল আৰু আলাৰ কালামৰ আশ্ৰমলৈ গৈ দৰ্শনৰ শিক্ষা লাভ কৰিছিল তেন্তে তেওঁ বুঢ়া, ব্যাধিগ্ৰস্ত অথবা মৃত ব্যক্তি নেদেখাটো কেনেকৈ সম্ভৱ হব পাৰে ?

সদৌ শেহৰ দিনা বোধিসত্ত্ব উদ্যানলৈ যোৱাত দেৱতাসকলে এজন উত্তম পৰিব্ৰাজক নিৰ্ম্মাণ কৰি তেওঁৰ সমুখত ৰাখিলে। তেতিয়া বোধিসত্ত্বই সাৰথিক সুধিলে, 'এওঁ কোন ?' যদিও সেই সময়ত বোধিসত্ত্ব বা সাৰথিৰ পৰিব্ৰাজক অথবা পৰিব্ৰাজকৰ গুণ সম্বন্ধে একো জ্ঞান নাছিল তথাপি তেওঁ দেৱতাসকলৰ প্ৰভাৱত পৰি কলে, 'এওঁ পৰিব্ৰাজক' আৰু তেওঁ পৰিব্ৰাজকৰ গুণ বৰ্ণনা কৰিলে! এই হল জাতক অট্‌ঠকথাকাৰৰ বক্তব্য। কিন্তু কপিলৱস্তু আৰু শাক্যসকলৰ ওচৰ-চুবুৰীয়া ৰাজ্যত যদি পৰিব্ৰাজকসকলৰ আশ্ৰম আছিল তেন্তে বোধিসত্ত্ব অথবা সাৰথিৰ পৰিব্ৰাজক সম্বন্ধে একেবাৰে কোনো জ্ঞান নথকাটো জানো আচৰিত কথা নহয় ?

'অঙ্গুত্তৰনিকায়'ৰ চতুষ্কনিপাতত[১১] ৱপ্প শাক্যৰ কাহিনী পোৱা যায়। তেওঁ আছিল নিৰ্গ্ৰন্থ (জৈন) শ্ৰাৱক। এদিনাখন মহামোগ্‌গল্লানৰ লগত তেওঁৰ আলোচনা চলি থকাৰ সময়ত বুদ্ধ ভগৱান তাত উপস্থিত হয় আৰু তাত তেওঁ ৱপ্পক ধৰ্ম্মোপদেশ দিয়ে। তেতিয়া ৱপ্পই কয়; 'নিৰ্গ্ৰন্থ (জৈন সাধু) সকলৰ উপাসনা কৰাৰ পৰা মোৰ একো লাভ

(১১) সুত্ত সংখ্যা ১৯৫।

নহল, এতিয়া মই ভগৱানৰে উপাসক হওঁ।' অট্ঠকথাকাৰৰ মতে ৱপ্প ভগৱানৰ খুৰায়েক আছিল, কিন্তু 'মহাদুকৃখকৃখন্ধ সুত্ত'ৰ অট্ঠকথাৰ লগত এই কথাৰ মিল নাই। সি যিকি নহওক, ৱপ্পনামৰ এজনা বয়োবৃদ্ধ শাক্য জৈন আছিল বুলি আমি নিঃসন্দেহ হব পাৰোঁহক। তাৰ অৰ্থ হল বোধিসত্ত্বৰ জন্মৰ আগতেই শাক্যসকলৰ দেশত জৈন ধৰ্ম্মৰ প্ৰসাৰ হৈছিল। গতিকে বোধিসত্ত্বই পৰিব্ৰাজক সম্বন্ধে একো নজনা কথাটো অসম্ভৱ যেন লাগে।

তেন্তে এই আটাইবোৰ অদ্ভুত কথা বোধিসত্ত্বৰ জীৱন-চৰিত্ৰত কিদৰে সোমাই পৰিল? এইবোৰ সোমাল 'মহাপদান সুত্ত'ৰ পৰা।[১২]

(১২) অপাদান (সংস্কৃত অৱদান) শব্দৰ অৰ্থ হল সজ চৰিত্ৰ। যি সুত্তত মহাপুৰুষ-সকলৰ সচ্চাৰিত্ৰৰ সংগ্ৰহ কৰা হৈছে, তাৰে নাম 'মহাপদান সুত্ত'। ইয়াত পূৰ্ব্বযুগৰ ছজনা আৰু বৰ্ত্তমান যুগৰ গৌতম বুদ্ধক লৈ সাতজনা বুদ্ধৰ জীৱন-চৰিত্ৰ আৰম্ভণিতে চমুকৈ দি ৱিপস্সী বুদ্ধৰ জীৱন-চৰিত্ৰ বিতংভাৱে বৰ্ণনা কৰা হৈছে। অট্ঠকথাকাৰৰ মতে ই এটা চানেকীহে, আৰু ইয়াৰ আধাৰতে বুদ্ধসকলৰ জীৱনী বৰ্ণনা কৰা উচিত। এই বৰ্ণনাৰ অধিকখিনি এই সুত্ত ৰচনা কৰাৰ আগতে বা পিচত গৌতমবুদ্ধৰ জীৱনীত সামৰি লোৱা হয় আৰু ইয়াক 'ত্ৰিপিটক'ৰ বিভিন্ন ঠাইতো পাবলৈ আছে। কিন্তু উদ্যান-দৰ্শনৰ অংশ হলে 'ত্ৰিপিটক'ত নাই। ইয়াক জাতক অট্ঠকথাকাৰে গ্ৰহণ কৰিছে। ইয়াৰ আগতে 'ললিতৱিস্তৰ' আৰু 'বুদ্ধ-চৰিত্ৰ' কাব্যতো এই কথাৰ সমাৱেশ কৰা হৈছিল।

গৌতমবুদ্ধৰ কাৰণে তিনিটা প্ৰাসাদ সজোৱাৰ কথাটো ঐতিহাসিক বুলি মই বিবেচনা কৰিছিলোঁ, কিন্তু সিও বোধহয় কাল্পনিক কাহিনী; কিয়নো শুদ্ধোদনৰ নিচিনা নজে শ্ৰম কৰা এজন সৰু জমিদাৰে নিজৰ লৰাৰ কাৰণে তিনিটা প্ৰাসাদ সজাই দিয়াটো সম্ভৱ যেন নালাগে।

'দীঘনিকায়'ৰ দ্বিতীয় ভাগৰ অনুবাদক হৈছে স্বৰ্গীয় চিন্তামন বৈজনাথ ৰাজৱাড়ে (প্ৰকাশক গ্ৰন্থ-সম্পাদক ৱ প্ৰকাশক মণ্ডলী নং ৩৮০ ঠাকুৰদ্বাৰ ৰোড, বোম্বাই নং ২) এই পুথিৰ আৰম্ভণিতে 'মহাপদান সুত্ত'ৰ মাৰাঠী ভাষান্তৰ দিয়া হৈছে। জিজ্ঞাসু পাঠকে তাক অৱশ্যে পঢ়া উচিত।

বুঢ়া মানুহজনক দেখি বোধিসত্ত্বই সাৰথিক কিদৰে প্ৰশ্ন কৰিলে, সেই সম্বন্ধে জাতক অট্‌ঠকথাকাৰে কয়, 'মহাপদানে আগতনয়েন পুচ্ছিত্বা' ( 'মহাপদান সুত্ত'ত দিয়া কথা অনুসৰি প্ৰশ্ন সুধি ) গতিকে 'মহাপদান সুত্ত'ৰ পৰাই এই আটাইবোৰ অদ্ভুত কথা লোৱা বুলি ধৰি লব লাগিব।

তেন্তে বোধিসত্ত্বই গৃহত্যাগ কৰাৰ কাৰণনো আছিল কি? ইয়াৰ উত্তৰ স্বয়ং বুদ্ধ ভগৱানে 'অত্তদণ্ডসুত্ত'ত এইদৰে দিছে :

অত্তদণ্ডা ভযং জাতং জনংপস্‌সথ মেধকং।
সংৱেগং কিত্তয়িস্‌সামি যথা সংৱিজিতং ময়া ॥ ১ ॥
ফন্দমানং পজং দিস্বা মচ্ছে অপ্পোদকে যথা।
অঞ্‌ঞমঞ্‌ঞেহি ব্যারুদ্ধে দিস্বা মং ভয়মাৱিসি ॥ ২ ॥
সমন্তমসৰো লোকো, দিসা সব্বা সমেৰিতা।
ইচ্ছং ভৱনমত্তনো নাদ্দসাসিং অনোসিতং।
ওসানে ত্বেৱ ব্যারুদ্ধে দিস্বা মেং অৰতী অহ্ ॥ ৩ ॥

অৰ্থাৎ ( ১ ) অস্ত্ৰ ধাৰণ ভয়াবহ লাগিল। ( তাৰ সৈতে ) মানুহে কেনেকৈ যুজ-বাগৰ কৰে চোৱা। মোৰ অন্তৰত সংৱেগ ( বৈৰাগ্য ) কি দৰে উপজিল, তাকো মই কওঁ। (২) অলপ পানীত মাছ যিদৰে ছটফটাই থাকে ঠিক তেনেদৰে পৰস্পৰৰ মাজত বিৰোধ কৰি ছটফটাই থকা প্ৰজাসকলক দেখি মোৰ অন্তৰত ভয়ৰ সৃষ্টি হল। (৩) চাৰিওপিনে জগৎখন অসাৰ যেন লাগিল, যেন চাৰিও দিশ কঁপিবলৈ ধৰিলে, এনে অনুভৱ হল আৰু তাত আশ্ৰয় থল বিচাৰি নিৰ্ভয় স্থান বাছি উলিয়াব নোৱাৰিলোঁ, কিয়নো আদিৰ পৰা অন্তলৈকে আটাইবোৰ লোককে পৰস্পৰ বিৰুদ্ধ হোৱা দেখি মোৰ মন টেঙাই গল।

ৰোহিণী নৈৰ পানীৰ বাবে শাক্য আৰু কোলিয় সকলে যুঁজ-বাগৰ কৰিছিল। এবাৰ উভয় পক্ষই নিজৰ নিজৰ সৈন্য-সামন্ত সুসজ্জিত কৰি ৰোহিনী নৈৰ ওচৰলৈ লৈ গৈছিল। তেতিয়া উভয় পক্ষৰ সেনাৰ

মাজলৈ গৈ বুদ্ধ ভগৱানে এই সুত্তৰ উপদেশ দিয়া বুলি জাতক অট্ঠ-কথাৰ ভালেমান ঠাইতে উল্লেখ কৰা হৈছে। কিন্তু সি সঠিক নহয় যেন লাগে। এনেয়ে, শাক্য আৰু কোলিয়সকলক ভগৱান বুদ্ধই উপদেশ দিছিল চাগৈ আৰু তেওঁলোকৰ মাজত দেখা দিয়া বিৰোধ তেওঁ নিষ্পত্তি কৰি দিয়াটোও সম্ভৱ ; কিন্তু ওপৰত উল্লেখ কৰি অহা উপলক্ষত তেওঁ এই সুত্তৰ উপদেশ দিয়াৰ কোনো কাৰণ দেখা নাযায়। এই সুত্তত ভগৱানে কৈছে যে তেওঁ কিদৰে বৈৰাগ্য লাভ কৰিলে আৰু কিয় গৃহ-ত্যাগ কৰি গল। ৰোহিণী নৈৰ পানী বা তেনে কোনো সৰু-সুৰা কাৰণ লৈ শাক্য আৰু কোলিয়সকলৰ মাজত হাই-কাঁজিয়া লাগিছিল। তেনে অৱস্থাত অস্ত্ৰ ব্যৱহাৰ কৰাটো উচিত হব নে নহয় সেই সম্বন্ধে হয়তো বোধিসত্ত্বৰ সমুখত প্ৰশ্ন উপস্থিত হৈছিল। কিন্তু অস্ত্ৰৰ দ্বাৰা এই কাঁজিয়াৰ নিষ্পত্তি কৰাটো সম্ভৱ নাছিল। বলপ্ৰয়োগৰ দ্বাৰা শাক্য আৰু কোলিয়ইঁতৰ কাঁজিয়াৰ নিষ্পত্তি হলেও, তাৰ অৱসান নহলহেঁতেন, কিয়নো তেনেদৰে কাঁজিয়া নিষ্পত্তি কৰোঁতাই আকৌ চুবুৰীয়া ৰজাৰ লগত যুদ্ধ কৰিব লাগিলহেঁতেন, তেওঁক হৰুৱাৰ পিচতো তেওঁৰ ওচৰত থকা আন ৰজাৰ লগত যুদ্ধ কৰিব লাগিলেহেঁতেন ; এনেদৰে অস্ত্ৰৰ আশ্ৰয় ললে সকলো ঠাইতে জয় লাভ কৰাটো অনিবাৰ্য্য হৈ উঠিলহেঁতেন। পিচে জয় লাভ কৰাৰ পিচতো শান্তি জানো পোৱা গলহেঁতেন ? পসেনদি কোসল আৰু বিম্বিসাৰৰ নিজৰ নিজৰ পুত্ৰই তেওঁলোকৰ শত্ৰু হৈ পৰিছিল। গতিকে এই অস্ত্ৰগ্ৰহণৰ পৰা কি লাভ ? আদিৰ পৰা অন্তলৈকে যুদ্ধ কৰি থকাই নহয় জানো ? এই সশস্ত্ৰ প্ৰবৃত্তিমাৰ্গত বোধিসত্ত্ব বিৰক্ত হৈ উঠিছিল, গতিকেই তেওঁ শস্ত্ৰ-নিবৃত্তি মাৰ্গ গ্ৰহণ কৰিছিল।

'সুত্তনিপাত'ৰ 'পব্বজ্জা সুত্ত'ৰ আৰম্ভণিতে তলত দিয়া গাথা কেইটি আছে :

পব্বজ্জং কিত্তয়িস্সামি যথা পব্বজি চক্খুমা।
যথা ৱীমংসমানো সো পব্বজ্জং সমৰোচয়ি ॥১॥
সংবাধোঽয়ং ঘৰৱাসো ৰজস্সায়তনং ইতি।
অব্ভোকাসো চ পব্বজ্জা ইতি দিস্বান পব্বজি ॥২॥

১। চক্ষুষ্মন্তই কিয় প্রব্রজ্যা গ্রহণ কৰিলে আৰু কি বিচাৰেৰে সি প্রিয় লাগিল তাক বুজাই দি মই সেই প্রব্রজ্যাৰ বর্ণনা কৰোঁ।

২। গৃহস্থাশ্রম বাধা-বিপত্তি আৰু আবর্জ্জনাৰ ঠাই আৰু প্রব্রজ্যা মুকলি বতাহ এই কথা জানি তেওঁ পৰিব্রাজক হৈ যায়।

এই কথাৰ আধাৰ 'মজ্ঝিম নিকায়'ৰ 'মহাসচ্চক সুত্ত'তো পোৱা যায়। তাত ভগৱানে কয়, 'হে অগ্গিৱেস্সন, সম্বোধিজ্ঞান হোৱাৰ আগতেই, বোধিসত্ত্বৰ অৱস্থাত থাকোঁতেও মোৰ অনুভৱ হৈছিল যে গৃহস্থাশ্রম বাধা-বিপত্তি আৰু আবর্জ্জনাৰ ঠাই আৰু প্রব্রজ্যা মুকলি বতাহ। গৃহস্থাশ্রমত থাকি অতিশয় পৰিপূর্ণ আৰু পৰিশুদ্ধ ব্রহ্মচর্য্যৰ আচৰণ কৰা সম্ভৱ নহয়। গতিকে মুণ্ডন কৰি আৰু কাষায় বস্ত্র ধাৰণ কৰি ঘৰৰ পৰা বাহিৰ ওলাই পৰিব্রাজক হোৱা উচিত।'

কিন্তু 'অৰিয় পৰিযেসন সুত্ত'ত ইয়াতকৈ অলপ ভিন কাৰণ দিয়া হৈছে। ভগৱানে কয়, 'হে ভিক্ষুসকল, সম্বোধি জ্ঞান হোৱাৰ আগতে যেতিয়া মই বোধিসত্ত্ব আছিলোঁ তেতিয়া মই নিজে জন্মধর্ম্মী হৈও জন্মৰ চক্রত সাঙোৰ খাই থকা বস্তুৰ ( পুত্র, দাৰা, দাস, দাসী আদিৰ ) প্রতি আসক্ত হৈ আছিলোঁ। ( অর্থাৎ এইবোৰ বস্তুৰ ওপৰতে মোৰ সুখ নির্ভৰ কৰে বুলি মোৰ ধাৰণা আছিল।) নিজে জৰাধর্ম্মী হোৱা সত্ত্বেও, ব্যাধিধর্ম্মী হোৱা সত্ত্বেও, মৰণধর্ম্মী হোৱা সত্ত্বেও, শোকধর্ম্মী হোৱা সত্ত্বেও জৰা, ব্যাধি, মৰণ আৰু শোকৰ চক্রত সাঙোৰ খাই থকা বস্তুৰ প্রতি আসক্ত হৈ আছিলোঁ। তাৰ পিচত মোৰ মনত এই চিন্তাৰ উদয় হল—মই নিজে জন্ম, জৰা, মৰণ, ব্যাধি আৰু শোকৰ

লগত সম্বন্ধ, অথচ তাৰে লগত সম্বন্ধ পুত্ৰ-দাৰাদিৰ প্ৰতি আসক্ত হৈ আছোঁ, এইটো উচিত নহয়। গতিকে এই জন্ম, জৰা আদিৰ পৰা হোৱা হানিলৈ লক্ষ্য কৰি অজান, অজৰা, অব্যাধি, অমগ আৰু অশোক—এই পৰম শ্ৰেষ্ঠ নিৰ্ব্বাণ-পদ মই লাভ কৰাটোৱে উচিত হব।'

এনেদৰে বোধিসত্ত্বৰ প্ৰব্ৰজ্যাৰ বাবে সাধাৰণতে তিনিটা কাৰণ দিয়া হয়—(১) নিজৰ ভিতৰত যুঁজ-বাগৰ কৰিবলৈ পৰস্পৰে অস্ত্ৰ ধাৰণ কৰা দেখি তেওঁৰ ভয় লাগে, (২) ঘৰ বাধা আৰু আবৰ্জ্জনাৰ ঠাই বুলি তেওঁৰ অনুভৱ হয়, আৰু (৩) নিজে জন্ম, জৰা, মৰণ, ব্যাধি আৰু শোকৰ অধীনত থাকি তেনে প্ৰকাৰৰে বস্তুৰ প্ৰতি আসক্ত হৈ থকাটো উচিত নহয়। এই তিনিওটা কাৰণৰ মাজতে সঙ্গতি বিচাৰি উলিয়াব পৰা যায়।

বোধিসত্ত্বৰ আপোন লোক শাক্য আৰু কোলিয়ইঁতৰ মাজত হাই-কাঁজিয়া লগাৰ সময়ত তেওঁ তাত যোগ দিব নে নিদিয়ে সেই সম্বন্ধে তেওঁৰ মনত অৱশ্যে প্ৰশ্নৰ উদয় হৈছিল। তেওঁ ভালদৰে জানিছিল যে মাৰ-ধৰ কৰি সেই হাই-কাঁজিয়াবোৰৰ অন্ত পেলাব নোৱাৰি। কিন্তু তেওঁ তাত যোগদান নকৰিলে মানুহে তেওঁক ভয়াতুৰ বুলি হাঁহিব আৰু তেওঁ গৃহস্থ-ধৰ্ম্ম পালন নকৰা বুলি বিবেচনা কৰা যাব। গতিকে তেওঁৰ কাৰণে গৃহস্থাশ্ৰম বাধা যেন লাগিল। বৰং তাতকৈ সন্ন্যাসী হৈ নিৰপেক্ষভাৱে হাবিয়ে বনে ঘুৰি ফুৰাটোৱে বা কি বেয়া? কিন্তু নিজৰ পত্নী আৰু পুত্ৰৰ প্ৰতি তেওঁৰ বৰ মৰম থকা হেতুকে তেওঁৰ পক্ষে গৃহ-ত্যাগ কৰাটোও বৰ কঠিন আছিল। গতিকে তেওঁ আৰু অধিক ভাৱনা-চিন্তাত পৰিল। তেওঁ অনুভৱ কৰিলে—'মই নিজেই জাতি-জৰা-ব্যাধি-মৰণধৰ্ম্মী, গতিকে তেনে স্বৰূপৰে পুত্ৰ-দাৰাদিৰ প্ৰতি আসক্ত হৈ বাধা-বিপত্তি আৰু আবৰ্জ্জনাপূৰ্ণ গৃহস্থাশ্ৰমত পৰি থকাটো উচিত নহয়।' সেই কাৰণে তেওঁ পৰিব্ৰাজক হৈ যায়। এই তিনিওটাৰে

মুখ্য কাৰণ আছিল শাক্য আৰু কোলিয়সকলৰ মাজত চলা যুঁজ-বাগৰ। এই কথাৰ প্ৰতি ভালদৰে লক্ষ্য কৰিলে পিচলৈ বোধিসত্ত্বই বুদ্ধ হৈ সন্ধান পোৱা মধ্যম মাৰ্গৰ অৰ্থ ভালদৰে বুজা যায়।

**ৰাহুল কুমাৰ**—যুৱাৱস্থাতে যে বোধিসত্ত্বৰ বিয়া হৈছিল আৰু গৃহ-ত্যাগ কৰাৰ আগতে যে তেওঁৰ ৰাহুল নামৰ এটি লৰা উপজিছিল সেই সম্বন্ধে 'ত্ৰিপিটক'ৰ ভালেমান ঠাইত উল্লেখ পোৱা যায়। জাতকৰ নিদান-কথাৰ মতে ৰাহুল কুমাৰৰ জন্ম হোৱাৰ দিনা ৰাতিয়ে বোধিসত্ত্বই গৃহ-ত্যাগ কৰে। কিন্তু আন আন অট্‌ঠকথাকাৰৰ মতে ৰাহুল কুমাৰৰ জন্ম হোৱাৰ সপ্তম দিনা বোধিসত্ত্বই গৃহ-ত্যাগ কৰে। কিন্তু প্ৰাচীন সাহিত্যত হলে ক'তো এই দুটা কথাৰ উল্লেখ পোৱা নাযায়। এইটো হলে নিশ্চিত যে বোধিসত্ত্বই গৃহ-ত্যাগ কৰাৰ আগতে ৰাহুল নামৰ তেওঁৰ এটি লৰা আছিল। গৌতম বোধিসত্ত্ব বুদ্ধ হৈ কপিলৱস্তুলৈ উভতি গৈছিল আৰু তেতিয়া তেওঁ ৰাহুলক দীক্ষা দিছিল—এনে বৰ্ণনা 'মহাৱগ্‌গ' আৰু আন আন পুথিত পোৱা যায়। অট্‌ঠকথাৰ ভালেমান ঠাইত কোৱা হৈছে যে সেই সময়ত ৰাহুলৰ বয়স সাত বছৰ হৈছিল। ভগৱানে ৰাহুলক শ্ৰামণেৰ কৰিছিলনে নাই আৰু সেই সময়ত তেওঁৰ বয়স কিমান হৈছিল আদি কথাৰ আলোচনা ষষ্ঠ অধ্যায়ত কৰা হব, কিয়নো ভিক্ষু সংঘৰ লগতহে শ্ৰামণেৰৰ সম্পৰ্ক।

**ৰাহুলমাতা দেৱী**—ৰাহুলৰ মাকক 'মহাৱগ্‌গ' আৰু 'জাতক অট্‌ঠকথা'ৰ সকলো ঠাইতে 'ৰাহুলমাতা দেৱী' বুলি উল্লেখ কৰা হৈছে। অকল অপদান-গ্ৰন্থতহে তেওঁৰ (যশোধৰা) নাম পোৱা যায়। 'জাতক'ৰ 'নিদান কথা'ত এই বুলি কোৱা হৈছে: 'যি সময়ত আমাৰ বোধিসত্ত্বই লুম্বিনী বনত জন্ম ললে সেই সময়তে ৰাহুলমাতা দেৱী,

ছন্ন অমাত্য, কালুদায়ি ( কালা উদায়ি ) অমাত্য, কন্থক অশ্বৰাজা, ( বুদ্ধগয়াৰ ) মহাবোধি বৃক্ষ আৰু চাৰিটা নিধিকুম্ভী ( ধনেৰে ভৰা কলহ ) উৎপন্ন হল।' ইয়াৰে বোধি বৃক্ষ আৰু ধনৰ কলহ সেই সময়ত উৎপন্ন হোৱাটো উপকথা বুলি ধৰি লব লাগিব। কিন্তু বোধিসত্ত্ব ৰাহুলমাতা, ছন্ন আৰু কালা উদায়িৰ যদি একে সময়তে জন্ম হৈছিল তেন্তে আমি তেওঁলোকক সমান বয়সৰ বুলি ধৰি লব পাৰোঁহঁক। ৰাহুলমাতাৰ পৰলোক প্ৰাপ্তি বোধহয় ৭৮ বছৰ বয়সত অথবা বুদ্ধৰ পৰিনিৰ্ব্বাণৰ দুবছৰৰ আগতে হৈছিল। অপদানত ( ৫৮৪ ) তেওঁ কয় :

অট্‌ঠসত্ততিৱস্‌সাহং পচ্ছিমো ৱত্তত্তি ভৱো।

*  *  *  *

পহায় ৱো গমিস্‌সামি কতম্মে সৰণমত্তনো॥

অৰ্থাৎ 'আজি মোৰ আঠসত্তৰ বছৰ বয়স হল। এয়ে মোৰ অন্তিম জন্ম। মই আপোনাক এৰি থৈ গুচি যাম। মই নিজৰ মুক্তি লাভ কৰিছোঁ।'

এই অন্তিম জন্মত তেওঁ নিজে শাক্য-কুলত জন্মলাভ কৰাৰ কথাও উল্লেখ কৰিছে, কিন্তু সেই কুলৰ বিষয়ে ক'তো উল্লেখ পোৱা নাযায়। অপদান-কাৰৰ মতে বোধহয় তেওঁ ভিক্ষুণী হৈ আছিল আৰু ৭৮ বছৰ বয়স হোৱাত তেওঁ বুদ্ধৰ ওচৰলৈ গৈ ওপৰত উল্লেখ কৰা উক্তি কৰিছিল। কিন্তু ভিক্ষুণী হোৱাৰ পিচত তেওঁ কিবা ধৰ্ম্মোপদেশ দিয়া বুলি নাইবা বৌদ্ধ-সংঘৰ লগত কোনো প্ৰকাৰৰ কিবা সম্পৰ্ক ৰখা বুলি কোনো প্ৰমাণ পোৱা নাযায়। গতিকে তেওঁ সঁচাকৈয়ে ভিক্ষুণী হৈছিল নে নাই তাক খাটাং ভাৱে কোৱা টান। অপদান গ্ৰন্থত তেওঁৰ নাম যশোধৰা আৰু 'ললিতৱিস্তৰ'ত গোপা দিয়া হৈছে। গতিকে তেওঁৰ প্ৰকৃত নাম কোনটো, নে দুয়োটাই তেওঁৰ নাম আছিল, তাকো বুজিব পৰা নাযায়।

## গৃহত্যাগৰ প্ৰসঙ্গ

বোধিসত্ত্বই গৃহ-ত্যাগৰ দিনা নিশা নিজৰ প্ৰাসাদত বহি আছিল। তেওঁৰ হাউলিৰ তিৰোতা সকলে বাদ্য-গীত আদিৰে তেওঁৰ মন প্ৰসন্ন কৰিবলৈ বহুতো চেষ্টা কৰিছিল। কিন্তু তাত হলে বোধিসত্ত্বৰ-মন নবহিল। শেহত তিৰোতাসকল ভাগৰি শুই পৰিল। টোপনিতে কোনেও হয়তো বলকিবলৈ ধৰিলে, কাৰো মুখৰ পৰা হয়তোবা লেলাৰতি ববলৈ ধৰিলে। এই দৃশ্য দেখি বোধিসত্ত্বৰ বৰ ঘৃণা উপজিল আৰু তেওঁ তলৰ মহলালৈ গৈ ছন্ন সাৰথিক জগালে। ছন্নই কন্থক নামৰ ঘোঁৰাটো সজাই পৰাই আনিলে। বোধিসত্ত্ব ঘোঁৰাৰ ওপৰত উঠিল আৰু ছন্নই ঘোঁৰাৰ নেজত ধৰিলে। দেৱতাসকলে দুয়োৰো বাবে নগৰৰ দুৱাৰ মেলি দিলে। তাৰে বাহিৰ ওলাই তেওঁলোক দুয়ো অনোমা নৈৰ পাৰত উপস্থিত হল। তাতে বোধিসত্ত্বই নিজৰ তৰোৱালেৰে নিজৰ চুলি কাটি পেলালে আৰু গাৰ অলঙ্কাৰ আদি ছন্নক শোধাই দি ৰাজগৃহৰ পিনে গুচি গল। বোধিসত্ত্বৰ বিয়োগত কন্থকে অনোমা নৈতে নিজৰ দেহা বিসৰ্জ্জন কৰিলে আৰু ছন্ন সাৰথিয়ে অলঙ্কাৰ আদি লৈ কপিলৱস্তুলৈ উভতি গল।

চমুকৈ এয়ে হল 'নিদান কথা'ৰ কাহিনী। 'নিদান কথা', 'ললিত-ৱিস্তৰ' আৰু 'বুদ্ধ চৰিত্ৰ'ত এই প্ৰসঙ্গৰ ৰসাল বৰ্ণনা পোৱা যায় আৰু বুদ্ধ চিত্ৰকলাৰ ওপৰতো ইয়াৰ সুন্দৰ প্ৰভাৱ পৰা দেখা যায়। কিন্তু এই কাহিনীত একেবাৰেই গ্ৰহণযোগ্য তথ্য নাই যেন লাগে আৰু থাকিলেও তেনেই সামান্য থাকিব পাৰে যেন অনুমান হয়, কিয়নো ইয়াতকৈ পুৰণি সুত্তবোৰত এই অসম্ভৱনীয় উপকথাৰ বাবে কোনোৰূপ আধাৰ পোৱা নাযায়।

'অৰিয় পৰিয়েসনসুত্ত'ত স্বয়ং ভগৱান বুদ্ধই নিজৰ গৃহত্যাগৰ সময়ৰ ঘটনা এইদৰে বৰ্ণনা কৰিছে :

সো খো অহং ভিৱখৱে অপৰেন সময়েন দহৰো ৱ সমানো সুসু কালকেসো ভদ্রেন যোব্বনেন সমন্নাগতো পঠমেন ৱয়সা অকামকানং মাতা পিতুন্নং অস্সুমুখানং ৰুদন্তানং কেসমস্সুং ওহাৰেত্বা কাসাৱানি ৱৎথানি অচ্ছাদেত্বা অগাৰস্মা অনগাৰিয়ং পব্বজিং।

অৰ্থাৎ 'হে ভিক্ষুসকল, এইদৰে বিবেচনা কৰি অলপ সময়ৰ পিচত, যদিও সেই সময়ত মই তৰুণ আছিলোঁ, মোৰ এদালো চুলি পকা নাছিল, মই ঠিক ডেকা অৱস্থাত আছিলোঁ আৰু মোৰ মা পিতাই মোক আজ্ঞা দিয়া নাছিল, ধাৰাষাৰে বৈ থকা চকুপানীৰে তেওঁলোকৰ মুখ তিতি গৈছিল, তেওঁলোকে অনবৰত কান্দি আছিল, তথাপিও মই (একোলৈকে ভ্ৰূক্ষেপ নকৰি) শিৰোমুণ্ডন কৰি কাষায় বস্ত্ৰেৰে গা ঢাকি লৈ ঘৰৰ পৰা বাহিৰ হৈ গলোঁ। ( অৰ্থাৎ মই সন্ন্যাসী হলোঁ )।'

'মহাসচ্চক সুত্ত'তো এই শব্দবিন্যাসেৰেই এই কাহিনীৰ বৰ্ণনা পোৱা যায়। গতিকে ঘৰৰ মানুহক নোকোৱাকৈ ছন্নৰ লগত কন্থকৰ ওপৰত উঠি বোধিসত্ত্ব পলাই যোৱা বুলি কোৱাটো সম্পূৰ্ণ ভুল যেন লাগে। গৌতমৰ জন্মৰ সাত দিনৰ পিচতে তেওঁৰ আপোন মাতৃ মায়াদেৱীৰ মৃত্যু হৈছিল, কিন্তু মহাপ্ৰজাপতি গৌতমীয়ে তেওঁক নিজৰ পুতেকৰ নিচিনাকৈ লালন পালন কৰিছিল। গতিকে ওপৰত দি অহা উদ্ধৃতিত বুদ্ধ ভগৱানে তেওঁকে মা বুলি কৈছে চাগৈ। এই উদ্ধৃতিৰ পৰা স্পষ্টভাৱে দেখা যায় যে বোধিসত্ত্বই পৰিব্ৰাজক হবলৈ স্থিৰ কৰি লৈছিল। সেই কথা শুদ্ধোদন আৰু গৌতমীয়েও ভালেমান দিনৰ আগৰে পৰাই জানিছিল। তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে আৰু তেওঁলোকৰ আগতে বোধিসত্ত্বই প্ৰব্ৰজ্যা গ্ৰহণ কৰিছিল।

## আলাৰ কালামৰ লগত সাক্ষাৎ

গৃহত্যাগ কৰি পোনে পোনে বোধিসত্ত্ব ৰাজগৃহলৈ গুচি যায়, তাত বিম্বিসাৰ ৰজাৰ লগত তেওঁৰ সাক্ষাৎ হয়। তাৰ পিচত তেওঁ আলাৰ কালামৰ ওচৰলৈ গৈ তেওঁৰ পৰা তত্ত্ব-জ্ঞান শিকে। জাতক 'নিদান কথা'ত এনেধৰণৰ বৰ্ণনা পোৱা যায়। অশ্বঘোষৰ দ্বাৰা ৰচিত 'বুদ্ধচৰিত' কাব্যতো নিদান কথাৰ ক্ৰমকে স্বীকাৰ কৰা হৈছে; 'ললিত-ৱিস্তৰ'ৰ মতে 'প্ৰথমতে বোধিসত্ত্ব বৈশালিলৈ যায় আৰু তাতে আলাৰ কালামৰ শিষ্য হয়।' এই সম্বন্ধে এই পুথিত বিস্তাৰিতভাৱে বৰ্ণনা কৰা আছে। 'তাৰ পিচত তেওঁ ৰাজগৃহলৈ যায়।' কিন্তু প্ৰাচীন সুত্তৰ বৰ্ণনাৰ লগত এই দুয়োটা বৰ্ণনাৰে মিল নাই। ওপৰত উল্লেখ কৰি অহা 'অৰিয় পৰিয়েসন সুত্ত'ৰ উদ্ধৃতিত কোৱা হৈছে যে বুদ্ধই ঘৰতে আৰু বাপেক মাকৰ আগতে প্ৰব্ৰজ্যা গ্ৰহণ কৰে। তাৰ ঠিক পিচতে এই বুলি উল্লেখ কৰা হৈছে:

সো এৱং পব্বজিতো সমানো কিংকুসলগৱেসী অনুত্তৰং সন্তিৱৰপদং পৰিয়েসমানো যেন আলাৰো কালামো তেনুপসংকমিং।

অৰ্থাৎ (ভগৱানে কয়) 'এনেদৰে প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ পিচত হিতকাৰী মাৰ্গ কোনটো তাক জনাৰ উদ্দেশ্যেৰে শ্ৰেষ্ঠ, লোকোত্তৰ, শান্ত তত্ত্বৰ অনুসন্ধান কৰি মই আলাৰ কালামৰ ওচৰলৈ গলোঁ।'

এই উদ্ধৃতিৰ পৰা অনুমান হয় যে বোধিসত্ত্ব প্ৰথমতে ৰাজগৃহলৈ নগৈ আলাৰ কালামৰ ওচৰলৈহে গৈছিল। আলাৰ কালাম কোশল দেশৰ নিবাসী আছিল। 'অঙ্গুত্তৰ নিকায় তিকনিপাত'ত (সুত্ত সং ৬৫)

কালাম ক্ষত্ৰিয়সকলৰ কেসপুত্ত নগৰৰ উল্লেখ পোৱা যায়। তাৰ পৰা আলাৰ কালাম তেওঁলোকৰ মাজৰে এজন আছিল বুলি জনা যায়। আমি আগতে কৈ আহিছোঁহক যে আলাৰ কালামৰ অন্যতম শিষ্য ভৰণ্ডু কালামৰ আশ্ৰম কপিলৱস্তুত আছিল। তেওঁৰ দ্বিতীয় এজন শিষ্য (হয়তো আৰু অধিকো হব পাৰে) উদ্দক কোলিয় দেশত ৰামপুত্তৰ শিষ্যৰ ওচৰত থাকিছিল আৰু শাক্য আৰু কোলিয় দেশত যে এই সম্প্ৰদায়ৰ বিশেষ প্ৰতিপত্তি আছিল সেই সম্বন্ধে কোনো সন্দেহ নাই। বোধিসত্ত্বই এই পৰিব্ৰাজক সকলৰ পৰাই প্ৰথম ধ্যানৰ পদ্ধতি শিকিছিল আৰু তেওঁলোকেই চাগৈ তেওঁক সন্ন্যাসৰ দীক্ষা দিছিল।

কিন্তু বোধিসত্ত্বই শাক্য অথবা কোলিয় দেশৰ কোনো আশ্ৰমতে সময় কটোৱাটো উচিত বুলি বিবেচনা নকৰিলে। হিতকাৰী মাৰ্গ আৰু শ্ৰেষ্ঠ, লোকোত্তৰ, শান্তি তত্ত্বৰ উপলব্ধি কৰি লোৱাৰ উদ্দেশ্যে তেওঁ স্বয়ং আলাৰ কালামৰ লগত সাক্ষাৎ কৰিলে। তেওঁ বোধিসত্ত্বক চাৰিটা ধ্যান আৰু তাৰ তিনিটা সোপান সম্বন্ধে শিক্ষা দিলে। কিন্তু অকল সমাধিৰ এই সাতোটা সোপান শিকি তেওঁ সন্তুষ্ট হব নোৱাৰিলে। অৱশ্যে ই মনোনিগ্ৰহৰ মাৰ্গ আছিল সঁচা, কিন্তু তাৰ দ্বাৰা সমগ্ৰ মানৱ জাতিৰ কি লাভ হব? গতিকে বোধিসত্ত্বই হিতকাৰী মাৰ্গৰ অন্বেষণত আৰু আগ বাঢ়িল।

**উদ্দক ৰামপুত্তৰ লগত সাক্ষাৎ**—আলাৰ কালাম আৰু উদ্দক ৰামপুত্ত দুয়োৱে একে ধৰণৰ সমাধি মাৰ্গৰ শিক্ষা দিছিল। তেওঁলোকৰ মাজত প্ৰভেদ ইমানেই আছিল যে আলাৰ কালামে সমাধিৰ সাতোটা সোপান সম্বন্ধে শিক্ষা দিছিল আৰু উদ্দক ৰামপুত্তই শিকাইছিল আঠোটা সোপানৰ কথা। বোধহয় এওঁলোক দুয়োৰে গুৰু একে জনাই আছিল আৰু পিচত উভয়ে নিজৰ নিজৰ দুটা পন্থ কৰিছিল। আলাৰ কালামক

এৰি বোধিসত্ত্ব উদ্দকৰ ওচৰলৈ গল ; কিন্তু তেওঁৰ মাৰ্গতো বোধিসত্ত্বই বিশেষ তথ্য দেখিবলৈ নাপালে। গতিকে তেওঁ ৰাজগৃহলৈ গৈ তাত প্ৰসিদ্ধ শ্ৰমণ পন্থৰ তত্ত্ব-জ্ঞান লাভ কৰিবলৈ থিৰ কৰিলে।

**বিম্বিসাৰ ৰজাৰ লগত সাক্ষাৎ**—এজন অজ্ঞাতনামা কবিয়ে 'সুত্তনিপাত'ৰ পব্বজ্জা সুত্তত বোধিসত্ত্বৰ ৰাজগৃহ-আগমন সম্বন্ধে বৰ্ণনা কৰিছে। তাৰ ভাঙনি তলত দিয়া হল—

(১) চক্ষুষ্মন্তই ( বোধিসত্ত্বই ) কিয় প্ৰব্ৰজ্যা ললে আৰু কিয় তেওঁৰ ইয়াত ৰুচি হল তাক উল্লেখ কৰি মই (তেওঁৰ) প্ৰব্ৰজ্যাৰ বৰ্ণনা কৰোঁ।

(২) গৃহস্থাশ্ৰম বাধাযুক্ত আৰু আৱৰ্জ্জনাৰে ভৰা কিন্তু প্ৰব্ৰজ্যা মুকলি বতাহ, তাকে গম পাই তেওঁ প্ৰব্ৰজ্যা গ্ৰহণ কৰে।

(৩) প্ৰব্ৰজ্যা গ্ৰহণ কৰি তেওঁ শাৰীৰিক পাপ-কৰ্ম্ম বৰ্জ্জন কৰে, বাচনিক দুৰ্ব্যৱহাৰ পৰিহাৰ কৰে আৰু শুদ্ধ পথেৰে নিজৰ জীৱিকা নিৰ্ব্বাহ কৰে।

(৪) বুদ্ধ মগধৰ গিৰিব্ৰজলৈ (ৰাজগৃহলৈ) আহে। সমগ্ৰ শৰীৰতে উত্তম লক্ষণযুক্ত সেই বুদ্ধই ভিক্ষাটনৰ বাবে ৰাজগৃহত প্ৰৱেশ কৰে।

(৫) নিজৰ প্ৰাসাদৰ ওপৰৰ পৰা বিম্বিসাৰে তেওঁক দেখা পায়। তেওঁৰ লক্ষণ-শ্ৰীবোৰ দেখি বিম্বিসাৰে কয়—

(৬) 'হেৰি, মোৰ কথা শুনক—এওঁ সুন্দৰ, ভৱ্য, শুদ্ধ আৰু আচাৰ-সম্পন্ন। তেওঁ নিজৰ ভৰিৰ তলৰ দুহাতৰ অন্তৰলৈ দৃষ্টি ৰাখি খোজ কাঢ়ে : ( যুগমত্তং চ পেকৃখতি )।

(৭) নিজৰ ভৰিৰ ওচৰলৈ দৃষ্টি ৰাখি চলোঁতা এই জাগ্ৰত ভিক্ষুজনক নীচ কুলৰ যেন নালাগে। তেওঁ কলৈনো যায়, ৰাজদূতক ততাতৈয়াকৈ পঠাই দি চাই আহিবলৈ দিয়ক।'

(৮) সেই ভিক্ষুজন ( বোধিসত্ত্ব ) কলৈ যায় আৰু ক'ত থাকে তাক

চোৱাৰ বাবে সেই ( বিম্বিসাৰ ৰজাই পঠোৱা ) দূতইঁত তেওঁৰ পিচে পিচে গল।

(৯) ইন্দ্রিয়সকলৰ ৰক্ষা কৰি ঘৰে ঘৰে ভিক্ষা খুজি বিৱেকী আৰু জাগ্রত বোধিসত্ত্বই তুৰন্তে নিজৰ ভিক্ষা-পাত্র ভৰাই ললে।

(১০) ভিক্ষাটন সমাপ্ত কৰি সেই মুনিজনা নগৰৰ বাহিৰ ওলাল আৰু থকাৰ ঠাই বিচাৰি পাণ্ডৱ পৰ্ব্বতলৈ গল।

(১১) তেওঁ তাতে থকা দেখি দূতইঁত তেওঁৰ ওচৰত বহিল আৰু তেওঁলোকৰ এজন ৰজাৰ ওচৰলৈ গৈ কলে—

(১২) 'মহাৰাজ, সেই ভিক্ষুজন পাণ্ডৱ পৰ্ব্বতৰ পুব পিনে ব্যাঘ্রৰ নিচিনাকৈ, ঋষভৰ নিচিনাকৈ অথবা পৰ্ব্বতৰ গুহানিবাসী সিংহৰ নিচিনাকৈ বহি আছে।'

(১৩) দূতৰ সেই কথা শুনি সেই ক্ষত্রিয় ( ৰজা ) উত্তম যানত বহিল আৰু ততালিকে পাণ্ডৱ পৰ্ব্বতৰ পিনে ৰাওনা হল।

(১৪) যান যাব পৰা ঠাইলৈ গৈ সেই ক্ষত্রিয়জন যানৰ পৰা নামিল আৰু খোজ কাঢ়িযে তেওঁ (বোধিসত্ত্বৰ ওচৰলৈ গৈ) ওচৰতে বহি পৰিল।

(১৫) তাত বহি ৰজাই তেওঁক কুশল-প্রশ্নাদি সুধিলে। কুশল-প্রশ্ন সোধাৰ পিচত তেওঁ এই বুলি কলে—

(১৬) 'তুমি যুৱক আৰু তৰুণ, তোমাৰ মানুহৰ প্রথম বয়স ( ডেকা কাল )। তোমাৰ কান্তি ভাল ঘৰৰ ক্ষত্রিয়ৰ নিচিনা অতিশয় আকর্ষণীয় যেন দেখা যায়।

(১৭) 'তুমি হাতী সমুদায় লগত লৈ মোৰ সেনাৰ শোভাবর্দ্ধন কৰা। মই তোমাক সা-সম্পত্তিও দিওঁ, তুমি তাক উপভোগ কৰা আৰু এতিয়া মোৰ আগত কোৱা—তোমাৰ জাতি কি?'

(১৮) 'হে ৰজা, ইয়াৰ পৰা পোনে পোনে হিমালয়ৰ নামনিত ধন আৰু বীর্য্যসম্পন্ন এখন দেশ আছে আৰু সি কোশল ৰাষ্ট্রৰ অন্তর্গত।

(১৯) 'তাৰ ( তাৰ মহাজনসকলৰ ) গোত্ৰ আদিত্য আৰু তাত বাস কৰা জাতিক শাক্য বুলি কোৱা হয়। হে ৰজা, সেই কুলৰ পৰাই মই পৰিব্ৰাজক হৈছোঁ, গতিকে ( মোৰ এই ব্ৰত ) কামোপভোগৰ বশৱৰ্ত্তী নহয়।

(২০) 'কামোপভোগত মই দোষ দেখিবলৈ পাওঁ আৰু একান্ত বাসেই মোৰ সুখপূৰ্ণ যেন লাগে। এতিয়া মই তপশ্চৰ্য্যাৰ বাবে ওলাইছোঁ। সেই মাৰ্গতে মোৰ মনে আনন্দ পায।'

এই সুত্তৰ তৃতীয় গাথাৰ বৰ্ণনা মতে বোধিসত্ত্বই হেনো কায়, বাক্য আৰু উপজীৱিকাৰ সংশোধন কৰে। ঘৰৰ পৰা বাহিৰ হৈ বাটে বাটে তেওঁ এই কাম সম্পাদন কৰিব পৰা যেন অনুমান নহয়। আলাৰ কালাম আৰু উদ্দক ৰামপুত্তৰ লগত থাকি তেওঁলোকৰ আচাৰ-বিচাৰ ঠিকভাৱে পালন কৰিয়ে চাগে বোধিসত্বই এই কামত সফল হৈছিল। কিন্তু তাৰ দ্বাৰা তেওঁৰ মনৰ সন্তোষ নহল আৰু প্ৰসিদ্ধ শ্ৰমণ-নায়কৰ পৰা তত্ত্ব-জ্ঞান লাভ কৰাৰ অভিপ্ৰায়েৰে তেওঁ ৰাজগৃহলৈ গল। তাত গৈ সকলো সম্প্ৰদায়ৰে মাজত কম বেচি পৰিমাণে তপশ্চৰ্য্যাৰ চলতি দেখি তেওঁৰো ধাৰণা হল যে তেৰোঁ সেইদৰে তপশ্চৰ্য্যা কৰা উচিত হব। আৰু সেই বাবেই এই সুত্তৰ শেষ গাথাত তেওঁ কয় 'এতিয়া মই তপশ্চৰ্য্যাৰ কাৰণে ওলালোঁ।' কামোপভোগৰ পৰা যে তেওঁৰ মন আগৰ পৰাই নিবৃত্ত হৈছিল, তাক কোৱাৰ সকাম নাই। সেই হেতুকে মগধৰ ৰজাই তেওঁক খিতাপ দিবলৈ ইচ্ছা কৰাত তাত তেওঁৰ মন নবহিল।

**উৰুবেলালৈ আগমন**—ৰাজগৃহৰ পৰা বোধিসত্ত্ব উৰুবেলালৈ গল আৰু তপশ্চৰ্য্যাৰ কাৰণে সেই ঠাইয়ে তেওঁৰ ভাল লাগিল। 'অৰিয় পৰিয়েসন সুত্ত'ত ইয়াৰ বৰ্ণনা পোৱা যায়।

ভগৱানে কয়, 'হে ভিক্ষুসকল, মঙ্গল নো কি তাক জনাৰ উদ্দেশ্যে লোকোত্তৰ শান্তিৰ শ্ৰেষ্ঠ ঠাই বিচাৰি বিচাৰি অৱশেষত উৰুৱেলাত সেনানিগম উপস্থিত হলোঁ। তাত মই মনোৰম ঠাইখিনি দেখিবলৈ পালোঁ। তাত সুশোভিত বন আছিল আৰু নৈ কুলু কুলু সুৰে ধীৰে ধীৰে বৈ আছিল। তাৰ দুয়ো পিনে বগা বালিৰ পথাৰ আছিল, তাত উঠা নমা কৰাটো বৰ সহজ আৰু মনোৰম আছিল। সেই বনৰ চাৰিওপিনে ভিক্ষাটন কৰিবলৈ গাওঁ দেখিবলৈ পোৱা গৈছিল। সেই ৰমণীয় ঠাইখিনি ভাল ঘৰৰ মানুহৰ বাবে তপশ্চৰ্য্যাৰ যোগ্য বুলি মোৰ ধাৰণা হল ; গতিকে মই তাতেই তপশ্চৰ্য্যা কৰিলোঁ।'

ভালেমান ঠাইতে উল্লেখ আছে যে ৰাজগৃহৰ চাৰিও পিনে থকা পাহাৰবোৰত নিগ্ৰ্ন্থ আদি শ্ৰমণ সকলে তপশ্চৰ্য্যা কৰিছিল। কিন্তু তপশ্চৰ্য্যাৰ কাৰণে ৰুক্ষ পৰ্ব্বত বোধিসত্ত্বৰ ভাল নালাগিল। তেওঁ উৰুৱেলা ৰম্য বনভূমি বাছি ললে। তাৰ দ্বাৰা প্ৰাকৃতিক সৌন্দৰ্য্য যে তেওঁ ভাল পাইছিল, তাৰে প্ৰমাণ পোৱা যায়।

**তিনিটা উপমা**—তপশ্চৰ্য্যা কৰাৰ আগতে বোধিসত্ত্বই তিনিটা উপমা ভাবি উলিযালে। 'মহাসচ্চক সুত্ত'ত তাৰ বৰ্ণনা কৰা হৈছে। ভগৱানে কয, 'হে অগ্‌গিৱেস্‌সন, ধৰি লোৱা এদাল তিতা কাঠ পানীত ওপণ্ডি আছে ; কোনো মানুহে যদি উত্তৰাৰণি ( জুইতোলাৰ বাবে ব্যৱহাৰ কৰা শুকান কাঠ ) লৈ তাত ঘঁহিবলৈ ধৰে তেন্তে তেওঁ জুই উৎপন্ন কৰিব পাৰিবনে ?'

**সচ্চক**—হে গৌতম, তেনে কাঠৰ পৰা জুই সম্ভৱ নহয়, কিয়নো সি তিতা। তেনে মানুহৰ পৰিশ্ৰম ব্যৰ্থ হব আৰু তেওঁ মিছাকৈয়ে কষ্ট কৰিব।

**ভগৱান**—সেইদৰে, হে অগ্‌গিৱেস্‌সন, যি শ্ৰমণ আৰু ব্ৰাহ্মণৰ

শৰীৰ আৰু মন কামোপভোগৰ পৰা অলিপ্ত নহয় আৰু যাৰ কাম-বিকাৰ শান্ত হোৱা নাই তেওঁলোকে লাগিলেই যিমানেই কষ্ট নকৰক, জ্ঞান-দৃষ্টি আৰু লোকোত্তৰ সম্বোধ লাভ কৰিব নোৱাৰে। হে অগ্‌গিৱেস্‌সন, মই দ্বিতীয় এটা উপমা ভাবি পাইছোঁ। ধৰি লোৱা এদাল তিতা কাঠ পানীৰ পৰা আঁতৰত পৰি আছে আৰু কোনো মানুহে যদি উত্তৰাৰণিতে তাত ঘঁহিবলৈ ধৰে তেন্তে তেওঁ জুই তুলিব পাৰিবনে?

সচ্চক—নোৱাৰে গৌতম, তেওঁৰ চেষ্টা ব্যৰ্থ হব আৰু তেওঁ খাথোন কষ্টহে পাব, কিয়নো সেই কাঠদাল তিতা।

ভগৱান—সেইদৰে, হে অগ্‌গিৱেস্‌সন, যি শ্ৰমণ আৰু ব্ৰাহ্মণে কামোপভোগ পৰিহাৰ কৰি শৰীৰ আৰু মনক তাৰ পৰা অলিপ্ত কৰি ৰাখে সঁচা, কিন্তু যাৰ মনৰ কাম-বিকাৰ শমিত নহয়, তেওঁলোকে লাগিলে যিমানেই কষ্ট নকৰক, জ্ঞান-দৃষ্টি আৰু লোকোত্তৰ সম্বোধ লাভ কৰিব নোৱাৰে। হে অগ্‌গিৱেস্‌সন, মই তৃতীয় এটা উপমা ভাবি পাইছোঁ। ধৰা, কোনো এদাল শুকান কাঠ পানীৰ পৰা দূৰৈত পৰি আছে। তাৰ ওপৰত এদাল উত্তৰাৰণি ঘঁহি ঘঁহি কোনোবাই জুই তুলিবলৈ চেষ্টা কৰিলে, জুই তুলিব পাৰিবনে নোৱাৰে?

সচ্চক—পাৰিব, গৌতম, কিয়নো সেই কাঠদাল তেনেই শুকান আৰু সি পানীত পৰি থকা নাই।

ভগৱান—সেইদৰে, হে অগ্‌গিৱেস্‌সন, যি শ্ৰমণ আৰু ব্ৰাহ্মণ কায়া আৰু মনেৰে কামোপভোগৰ পৰা আঁতৰি থাকে আৰু যাৰ মনৰ কাম-বিকাৰ সম্পূৰ্ণভাৱে নষ্ট হৈ গৈছে, তেনেলোকে নিজৰ শৰীৰক অতিশয় কষ্ট দিয়কেই বা নিদিয়কে, তেওঁৰ জ্ঞান-দৃষ্টি আৰু লোকোত্তৰ সম্বোধ লাভ হোৱাটো সম্ভৱ।

বোধিসত্ত্বই তপশ্চৰ্য্যা আৰম্ভ কৰাৰ সময়ত এই তিনিটা উপমা ভাবি উলিয়াইছিল, যি শ্ৰমণ আৰু ব্ৰাহ্মণে যাগ-যজ্ঞ কৰি সন্তুষ্ট থাকে আৰু

তাৰ ভিতৰেদিয়ে শৰীৰক কষ্ট দি তপশ্চৰ্য্যা কৰিলেও তেওঁলোকৰ তত্ত্ব-বোধ নহ'ব। আন কোনো শ্ৰমণ ব্ৰাহ্মণে যাগ-যজ্ঞৰ মাৰ্গ পৰিহাৰ কৰি যদি বনত থাকিবলৈ লয়গৈ, অথচ তেওঁলোকৰ অন্তৰৰ পৰা কাম-বিকাৰ নষ্ট নহয়, তেনেহলেও তেওঁলোকৰ তপশ্চৰ্য্যাৰ পৰা কোনো লাভ নহ'ব, তিতা কাঠত উত্তৰাৰণি ঘঁহি জুই তুলিবলৈ কৰা চেষ্টাৰ নিচিনাকৈয়ে তেওঁলোকৰ চেষ্টা বিফল হ'ব। কিন্তু কোনো মানুহে যদি কামোপ-ভোগৰ পৰা আঁতৰি থাকি মনৰ পৰা কাম-বিকাৰক সমূলি নাইকিয়া কৰি দিব পাৰে, তেন্তে তেওঁ শৰীৰক বিশেষ কষ্ট নিদিয়াকৈও তত্ত্ব-বোধ লাভ কৰিব পাৰে।

**হঠযোগ**—যদিওবা বোধিসত্ত্বৰ মনলৈ এই উপমা তিনিটা আহিছিল, তথাপি সেই সময়ৰ শ্ৰমণ সকলৰ আচৰণ-প্ৰথা অনুসৰি তেওঁ কঠোৰ তপশ্চৰ্য্যা কৰিবলৈ স্থিৰ কৰিলে। আৰম্ভণিতে তেওঁ হঠযোগৰ ওপৰত জোৰ দিলে। ভগৱানে সচ্চকৰ আগত কৈছে, 'হে অগ্‌গিৱেস্‌সন, যেতিয়া মই দাঁতৰ ওপৰত দাঁত ঘহি জিভা তালুত লগাই নিজৰ চিত্ত দমন কৰিছিলোঁ, তেতিয়া মোৰ কাষলতিৰ পৰা ঘামৰ জোল বৈছিল। যিদৰে কোনো বলী পুৰুষে দুৰ্ব্বল লোকৰ মূৰ বা ডিঙিত ধৰি পকাই দিয়ে সেইদৰে ময়ো মোৰ মনক দমন কৰিছিলোঁ। হে, অগ্‌গিৱেস্‌সন, তাৰ পিচত মই আশ্বাস-প্ৰশ্বাস দমন কৰি ধ্যান কৰিবলৈ ললোঁ। তেতিয়া মোৰ কাণেৰে শ্বাস ওলোৱাৰ শব্দ আহিবলৈ ধৰিছিল। কমাৰৰ ভাতি মৰাৰ নিচিনাকৈ মোৰ কাণৰ পৰাও শব্দ ওলাইছিল। তথাপিও, হে অগ্‌গিৱেস্‌সন, মই আশ্বাস-প্ৰশ্বাস আৰু কাণ দমন কৰি ধ্যান কৰিবলৈ লাগিলোঁ। তেতিয়া মোৰ এনে লাগিছিল যেনিবা কোনোবাই এখন চোকা তৰোৱালৰ জোঙেৰে মোৰ মূৰটো মথিবলৈ ধৰিছে। তথাপি মই সেই ধ্যান চলাই থাকিলোঁ। তাৰ ফলত মোৰ তলপেট বিষাবলৈ

ধৰিলে। কচায়ে অস্ত্ৰেৰে গৰুৰ পেট যিদৰে ৰুকি দিয়ে, মোৰ পেটো তেনেকৈ কোনোবাই ৰুকি দিয়া যেন অনুভৱ কৰিলোঁ। এই সকলো অৱস্থাতে মোৰ উৎসাহ অটুট আছিল, স্মৃতি স্থিৰ আছিল, কিন্তু শৰীৰত শক্তি কম হৈ গৈছিল। তথাপিও এই কষ্টপ্ৰদ বেদনাবোৰে মোৰ চিত্তৰ বাবে বাধাৰ সৃষ্টি কৰিব নোৱাৰিলে।'

তৃতীয় অধ্যায়ত আমি শ্ৰমণসকলৰ নানাবিধ তপশ্চৰ্য্যাৰ বৰ্ণনা কৰি আহিছোঁহক। তাত হঠযোগৰ উল্লেখ কৰা হোৱা নাই। তথাপি কব লাগিব যে সেই সময়ত এনেদৰৰ হঠযোগৰ অভ্যাস কৰা তপস্বী আছিল। নহলে বোধিসত্ত্বই তেনে যোগৰ অভ্যাস আৰম্ভ নকৰিলেহেঁতেন।

**উপৱাস**—এইদৰে হঠযোগ কৰাৰ পিচত বোধিসত্ত্বই বুজিব পাৰিলে যে তাত কোনো তথ্য নাই; তেতিয়া তেওঁ উপৱাস কৰিবলৈ ধৰিলে। কিন্তু সম্পূৰ্ণভাৱে অন্নজল ত্যাগ কৰাটো তেওঁ উচিত বুলি বিবেচনা নকৰিলে। গতিকে তেওঁ তেনেই কম পৰিমাণৰ আহাৰ গ্ৰহণ কৰিবলৈ ললে। ভগৱানে সচ্চকৰ আগতে কৈছে, 'হে অগ্গিবেস্সন, মই তেনেই কম পৰিমাণৰ আহাৰ কৰিবলৈ ললোঁ। মগুমাহৰ পানী, কুলথীৰ পানী, মটৰমাহ বা বুটমাহৰ পানী খাই থাকিবলৈ ললোঁ। সেই পানীৰ মাত্ৰা তেনেই কম হোৱা হেতুকে মোৰ শৰীৰ বৰ দুৰ্ব্বল হৈ পৰিল। আসিতকৱল্লী বা কালৱল্লীৰ গাঁথিৰ নিচিনা মোৰ শৰীৰৰ গাঁথিবোৰ ওলাই পৰিল। মোৰ তপিনা উটৰ ভৰিৰ নিচিনা হৈ গল। সূতাৰ টাকুৰীৰ মালৰ নিচিনা মোৰ বাজহাড় শুকাই গল। ভাগিছিগি যোৱা ঘৰৰ কৱা কামিবোৰৰ নিচিনাকৈ মোৰ হাড়বোৰো তলাওপৰা হৈ যোৱা যেন দেখা গল। অতি দ কুৱাত পৰা নক্ষত্ৰৰ প্ৰতিবিম্বৰ নিচিনা মোৰ চকু দুটাও বহি গল। কেঁচা লাও কাটি ৰ'দত দিলে যেনেকৈ শুকাই যায়, মোৰ গাৰ চালৰ অৱস্থাও তেনেকুৱা হৈ পৰিল। মোৰ

পেটত হাত দিলে পিঠিৰ হাড় চুকি পোৱা হল আৰু পিঠিত হাত দিলে পেটৰ চাল পোৱা গল। পিঠিৰ হাড়ৰ অৱস্থাও তেনেকুৱাই হল। মই শৌচ বা পেচাব কৰিবলৈ বহিলে তাতেই পৰি থকা হলোঁ। মই গাত হাত দিলেই মোৰ দুৰ্ব্বল চুলিবোৰ আপোনা-আপুনি সৰি পৰিছিল।’

## বিতৰ্কৰ ওপৰত অধিকাৰ

ভালেমান পুথিতে বোধিসত্বই সাত বছৰ ধৰি তপশ্চৰ্য্যা কৰা বুলি উল্লেখ কৰা হৈছে। এই সাত বছৰৰ ভিতৰত তেওঁ প্ৰধানকৈ দেহাক কষ্ট দিছিল, তথাপি তেওঁৰ মনত সেই সময়তো যে আন প্ৰকাৰৰ বিচাৰ-ধাৰা ভুমুকি মৰা নাছিল, তেনে নহয়। ওপৰত উল্লেখ কৰি অহা উপমা তিনিটাৰ পৰা দেখা যায় যে কাম-বিকাৰৰ সমূলি লোপ সাধন কৰিব নোৱাৰিলে নানাবিধ কায়-ক্লেশৰ পৰা কোনোৰূপ লাভ নহয় বুলি চাগৈ তেওঁৰ স্পষ্ট প্ৰতীতি হৈছিল। তদুপৰি সুত্তবোৰৰ পৰা দেখা যায় যে সেই সময়ত তেওঁৰ মনত আৰু কিছুমান সজ বিচাৰৰ উদয় হৈছিল। আমি ইয়াতে তাৰে কিছুমান চিন্তাধাৰাৰ চমুকৈ বৰ্ণনা কৰিব পাৰোঁহক।

‘মঝ্‌ঝিম নিকায়’ৰ ‘দ্বেধাৱিতক্ক সুত্ত’ত ভগৱানে কৈছে, ‘হে ভিক্ষু-সকল, সম্বোধ লাভ কৰাৰ আগতে মই যেতিয়া বোধিসত্ত্ব আছিলোঁ, তেতিয়া মোৰ মনত এই বিচাৰ উপস্থিত হল যে বিতৰ্কক দুভাগত ভগাব পাৰি। সেই মতে কাম-বিতৰ্ক ( বিষয়-বিতৰ্ক ), ব্যাপাদ-বিতৰ্ক ( দ্বেষ-বিতৰ্ক ) আৰু বিহিংসা বিতৰ্ক ( পৰক বা নিজক কষ্ট দিয়াৰ বিতৰ্ক )—এই তিনিটা বিতৰ্কক মই এভাগত সামৰি ললোঁ আৰু নৈষ্কৰ্ম্য ( একান্ত বাস ), অব্যাপাদ ( মৈত্ৰী ) আৰু অবিহিংসা ( কষ্ট নিদিয়াৰ বুদ্ধি )—এই তিনিটা বিতৰ্কক দ্বিতীয় ভাগত সামৰি ধৰিলোঁ। ইয়াৰ পিচত অতিশয় সাৱধান আৰু কৌশলেৰে সৈতে থকাৰ সময়তো মোৰ

মনত এই তিনিটাৰ কোনো এটা বিতৰ্কৰ সৃষ্টি হৈছিল। তেতিয়া মই ভাবিছিলোঁ যে এই বেয়া ধৰণৰ বিতৰ্ক মোৰ মনত সৃষ্টি হৈছে। ই মোৰ নিজৰ আৰু আনৰ দুখৰ কাৰণ হব, প্ৰজ্ঞা ৰুদ্ধ কৰিব আৰু নিৰ্ব্বাণ প্ৰাপ্তিত বাধা দিব। এনেদৰে চিন্তা কৰাৰ ফলত মোৰ মনৰ পৰা এই বিতৰ্ক আঁতৰি গৈছিল।

'হে ভিক্ষুসকল, শৰত কালত শস্য পকিলে গৰখীয়াইঁতে অতিশয় সাৱধান ভাৱে নিজৰ গৰু-মহ চৰায়, এচাৰিৰে কোবাই কোবাই গৰু-মহক খেতি-পথাৰৰ পৰা আঁতৰাই ৰাখে, কিয়নো তেওঁলোকে জানে যে তাকে নকৰিলে গৰু-মহ খেতি-পথাৰত সোমাব আৰু তেতিয়া তেওঁলোকে জৰিমনা ভৰিব লাগিব। এইদৰে ময়ো কাম, ব্যাপাদ, বিহিংসা আদি অকল্যাণকৰ মনোবৃত্তিবোৰ ভয়াবহ বুলি বুজিব পাৰিছিলোঁ।

'সেই সময়ত মই বৰ সাৱধানেৰে আৰু উৎসাহেৰে থাকিছিলোঁ। তেতিয়া নৈষ্কৰ্ম্য, অব্যাপাদ আৰু অবিহিংসা—এই তিনিটা বিতৰ্কৰ কোনোবা এটা মোৰ মনত উৎপন্ন হৈছিল। তেতিয়া মই ভাবিছিলোঁ যে মোৰ মনত এই কল্যাণকৰ বিতৰ্কৰ সৃষ্টি হৈছে, ই মোক, আনক বা উভয়কে দুখ দিয়া বিতৰ্ক নহয়, ইয়াৰ ফলত প্ৰজ্ঞাৰ অভিবৃদ্ধি হব আৰু ই নিৰ্ব্বাণ প্ৰাপ্তিৰ পিনলৈ আগবঢ়াই নিব। ওৰে দিনে, ওৰে ৰাতিয়ে ইয়াক ভাবি থাকিলেও ভয়ৰ কোনো কাৰণ নাই। তথাপি অধিক সময় ধৰি চিন্তা কৰি থাকিলে মোৰ দেহা ভাগৰি পৰিব আৰু মোৰ চিত্ত থিৰেৰে নাথাকিব আৰু অস্থিৰ চিত্তই সমাধি লাভ কৰিব কেনেকৈ? গতিকে (অলপ পিচত) মই নিজৰ ভিতৰতে নিজৰ চিত্তক স্থিৰ কৰি লৈছিলোঁ। জহকালিৰ শেহৰ পিনে মানুহে খেতি চপাই উঠাৰ পিচত গৰখীয়াই যিদৰে নিজৰ গৰু-মহক উদং খাবলৈ দিয়ে, সিহঁত গছৰ তলতেই থাকক বা পথাৰত খেলি ফুৰক—তালৈ মন নকৰি মাথোন সিহঁতৰ ওপৰত চকু ৰখাৰ বাহিৰে আন একো নকৰে, সেইদৰে নৈষ্কৰ্ম্যাদি

হিতকৰ বিতৰ্ক উৎপন্ন হোৱাৰ পিচত মই মাথোন এইখিনিকে মনত ৰাখিছিলোঁ যে সি কল্যাণ ধৰ্ম্ম। (তাৰ নিগ্ৰহ কৰাৰ চেষ্টা কৰা নাছিলোঁ।)'

**নিৰ্ভয়তা**—কল্যাণকৰ বিতৰ্কৰ সহায়েৰে অকল্যাণকৰ বিতৰ্কৰ ওপৰত বিজয় লাভ কৰিলেও ধাৰ্ম্মিক ব্যক্তিৰ মনত নিৰ্ভযতাৰ ভাৱ উদয় নোহোৱালৈকে তেওঁৰ তত্ত্ব-বোধ হোৱা অসম্ভৱ। ডকাইত বা সৈন্যিকে নিজৰ প্ৰতিপক্ষৰ ওপৰত সাহসেৰে জপিয়াই পৰে, কিন্তু তেওঁলোকৰ ভিতৰত নিৰ্ভয়তাৰ ভাৱ তেনেই কমহে থাকে। তেওঁলোক অস্ত্ৰশস্ত্ৰ ব্যৱহাৰত যিমানেই কুশলী নহওক লাগিলে, তথাপি তেওঁলোকৰ অন্তৰত অনবৰত ভয় থাকে। শত্ৰুৰ সম্ভাব্য আক্ৰমণৰ প্ৰতি তেওঁলোক সততে উদ্বিগ্ন হৈ থাকে। গতিকে তেওঁলোকৰ নিৰ্ভীকতা সঁচা নহয়। অধ্যাত্ম মাৰ্গেৰে লাভ কৰা নিৰ্ভীকতাহে প্ৰকৃত নিৰ্ভীকতা। বোধিসত্ত্বই কিদৰে এনে ধৰণৰ নিৰ্ভীকতা লাভ কৰিছিল, তাক তলত দিয়া উদাহৰণৰ পৰা বুজিব পৰা যাব।

বুদ্ধ ভগৱানে জানুশ্ৰেণী ব্ৰাহ্মণৰ আগত কয়, 'হে ব্ৰাহ্মণ, যেতিয়া মোৰ সম্বোধ লাভ হোৱা নাছিল আৰু মই কেৱল বোধিসত্ত্বহে আছিলোঁ, তেতিয়া মোৰ এনে লাগিছিল যে যি শ্ৰমণ বা ব্ৰাহ্মণে পৰিশুদ্ধ কায়-কৰ্ম্মৰ আচৰণ নকৰি অৰণ্যত বাস কৰে তেনে শ্ৰমণ বা ব্ৰাহ্মণে সেই দোষৰ কাৰণে ভয়-ভৈৰৱক নিমন্ত্ৰণ কৰি মাতি আনে। কিন্তু মোৰ কৰ্ম্ম পৰিশুদ্ধ, যেতিয়া মই দেখিলোঁ যে পৰিশুদ্ধ কায়-কৰ্ম্ম কৰা অৰণ্য-বাসী সজ্জন (আৰ্য্য) সকলৰ ভিতৰৰে ময়ো এজন, তেতিয়া অৰণ্যত বাস কৰি মই অতিশয় নিৰ্ভয়তা অনুভৱ কৰিলোঁ। আন কিছুমান শ্ৰমণ অথবা ব্ৰাহ্মণ অপবিশুদ্ধ বাচসিক কৰ্ম্মৰ আচৰণত লিপ্ত থাকি, অপবিশুদ্ধ কৰ্ম্মৰ আচৰণ কৰি, অপবিশুদ্ধভাৱে অজীৱ (জীৱিকা) নিৰ্ব্বাহ কৰি অৰণ্যত বাস কৰে। কিন্তু মোৰ বাচসিক আৰু মানসিক কৰ্ম্ম তথা

উপজীৱিকা পৰিশুদ্ধ। যেতিয়া মই দেখিলোঁ যে কৰ্ম্ম আৰু উপজীৱিকা পৰিশুদ্ধ সজ্জনসকলৰ ভিতৰৰে ময়ো এজন, তেতিয়া অৰণ্যবাস মোৰ বাবে অতিশয় নিৰ্ভয় যেন অনুভৱ হল।

'হে ব্ৰাহ্মণ, যি শ্ৰমণ বা ব্ৰাহ্মণ লোভী, প্ৰদুষ্ট চিত্ত, এলেহুৱা, ভ্ৰান্ত-চিত্ত অথবা সংশয়গ্ৰস্থ হৈ অৰণ্যত থাকে, তেওঁলোকে এই দোষৰ কাৰণে ভয়-ভৈৰৱক আমন্ত্ৰণ কৰি মাতি আনে। কিন্তু মোৰ চিত্ত কাম-বিকাৰৰ পৰা অলিপ্ত, দ্বেষৰ পৰা মুক্ত ( অৰ্থাৎ সকলো প্ৰাণীৰ প্ৰতিয়ে মোৰ মনত মৈত্ৰীভাৱ আছে), মোৰ মন উৎসাহপূৰ্ণ, স্থিৰ আৰু নিঃশঙ্ক। মই যেতিয়া দেখিলোঁ যে এইবোৰ গুণসম্পন্ন অৰণ্যবাসী সজ্জনসকলৰ ভিতৰৰে ময়ো এজন, তেতিয়া অৰণ্যত বাস কৰি মই অতিশয় নিৰ্ভয়তা অনুভৱ কৰিলোঁ।

'হে ব্ৰাহ্মণ, যি শ্ৰমণ বা ব্ৰাহ্মণে আত্মস্তুতি আৰু পৰনিন্দা কৰে, যি ভয়াতুৰ আৰু মান-মান্যতাৰ ইচ্ছা পোষণ কৰি অৰণ্যত বাস কৰে ·· অথবা যি জড়বুদ্ধি হয়, তেওঁলোকে এইবোৰ দোষৰ কাৰণে ভয়-ভৈৰৱক মাতি আনে। কিন্তু মোৰ ভিতৰত দুৰ্গুণ নাই, মই আত্মস্তুতি অথবা পৰনিন্দা নকৰোঁ, মই কাপুৰুষ নহওঁ, মোৰ মান-মান্যতাৰ লোভ নাই··· আৰু মই প্ৰজ্ঞাৱান। যেতিয়া মই দেখিলোঁ যে এইবোৰ গুণসম্পন্ন অৰণ্যবাসী সজ্জনসকলৰ ভিতৰৰে মযো এজন, তেতিয়া অৰণ্যত থাকি মই নিৰ্ভয়তা অনুভৱ কৰিলোঁ।

'হে ব্ৰাহ্মণ, চতুৰ্দ্দশী, পূৰ্ণিমা, অমাৱস্যা আৰু অষ্টমীৰ ৰাতি ( ভয়ৰ কাৰণে ) প্ৰসিদ্ধ। তেনে ৰাতি যি উদ্যান, অৰণ্য বা গছৰ তলত মানুহে দেৱতাৰ বাবে বলি দিয়ে অথবা যি ঠাই অতিশয় ভয়ঙ্কৰ বুলি ধৰা হয়, মই তেনে ঠাইতে ( অকলশৰে ) থাকিছিলোঁ কিয়নো ভয়-ভৈৰৱনো কেনেকুৱা তাক চাবলৈ মোৰ ইচ্ছা আছিল। তেনে ঠাইত কোনো হৰিণ এফালৰ পৰা আন ফাললৈ গলে, কোনো ময়ূৰে শুকান গছৰ দাল তললৈ পেলাই দিলে অথবা গছৰ পাত বতাহত লৰিবলৈ

ধৰিলে, মোৰ অনুভৱ হৈছিল যে সেয়ে ভয়-ভৈৰৱ। মই কৈছিলোঁ, "ভয়-ভৈৰৱৰ ইচ্ছা মনত ৰাখিয়ে মই ইয়ালৈ আহিছোঁ, এনে অৱস্থাত মই ইয়াৰ নাশ কৰা উচিত।" মই খোজ কাঢ়ি থাকোঁতে ভয়-ভৈৰৱ উপস্থিত হলে মই তেনে অৱস্থাতে তাৰ নাশ কৰিছিলোঁ। তাৰ নাশ নোহোৱালৈকে মই কতো জিৰণি লোৱা নাছিলোঁ, নবহিছিলোঁ অথবা শোৱাপাটিতো বাগৰ দিয়া নাছিলোঁ। মই থিয় হৈ থাকোঁতেই ভয়-ভৈৰৱ উপস্থিত হলে মই সেই থিয় হৈ থকা অৱস্থাতে তাৰ নাশ কৰিছিলোঁ। তাৰ নাশ নোহোৱালৈকে মই খোজ নাকাঢ়িছিলোঁ, নবহিছিলোঁ অথবা শোৱাপাটিত বাগৰ দিয়া নাছিলোঁ। যদিহে মই বহি থাকোঁতেই ভয়-ভৈৰৱ উপস্থিত হৈছিল, তেতিয়া মই থিয় নিদিছিলোঁ বা খোজ কঢ়া নাছিলোঁ; বহি থকা অৱস্থাতে মই তাৰ নাশ কৰি দিছিলোঁ। মই শুই থকা অৱস্থাত ভয়-ভৈৰৱ আহিলে, মই উঠি নবহিছিলোঁ বা থিয়ও নিদিছিলোঁ অথবা খোজো কঢ়া নাছিলোঁ; পাটিত শুই থাকিয়েই তাৰ নাশ কৰিছিলোঁ।'

**ৰাজযোগ**—বোধিসত্ত্বই যে অকল হঠযোগ আৰু তপশ্চৰ্য্যাতে তেওঁৰ গোটেই খিনি সময় নিয়াইছিল, এনে নহয়। তাক কৰাটো যি কোনো তপস্বীৰে পক্ষেই সম্ভৱপৰ নাছিল। তেওঁ মাজে সময়ে ভাল আহাৰ কৰিবলগীয়া হৈছিল। শৰীৰত অলপ বল পালেই তেওঁ আকৌ উপবাস আদি কৰি দেহাক কষ্ট দিছিল; সাত বছৰ ধৰি বোধিসত্ত্বই অধিকখিনি সময় কঠোৰ তপস্যা কৰিছিল। তথাপি মাজে সময়ে যে তেওঁ ভাল আহাৰ কৰিছিল আৰু শান্ত সমাধিও অনুভৱ কৰিছিল, তাতো কোনো সন্দেহ নাই। হঠযোগ এৰি ভগৱান বুদ্ধই আনাপান স্মৃতি সমাধিৰ চিন্তা কিদৰে কৰিছিল, তাক তেওঁ 'আনাপান সংযুত্ত'ৰ প্ৰথম বগগৰ অষ্টম সুত্তত বৰ্ণনা কৰিছে।

ভগৱানে কয়, 'হে ভিক্ষুসকল, আনাপান স্মৃতিৰ সমাধিৰ চিন্তা কৰিলে বৰ লাভ হয়। কিদৰেনো ইয়াৰ চিন্তা কৰিলে বৰ লাভ হয়? কোনো কোনো ভিক্ষুই অৰণ্যৰ গছৰ তলত বা আন কোনো নিৰ্জ্জন ঠাইত আসন পাতি বহে। যেতিয়া তেওঁ দীঘলকৈ আশ্বাস লয় তেতিয়া তেওঁ জানে "মই দীঘলকৈ আশ্বাস লৈছোঁ।" যেতিয়া তেওঁ দীঘলকৈ প্ৰশ্বাস এৰি দিয়ে, তেতিয়াও তেওঁ জানে "মই দীঘলকৈ প্ৰশ্বাস এৰি দিছোঁ।" যেতিয়া তেওঁ চুটি উশাহ লয়......ইত্যাদি।[১] এইদৰে আনাপান স্মৃতি সমাধিৰ চিন্তা কৰিলে বৰ লাভ হয়। হে ভিক্ষুসকল, ময়ো সমাধি-জ্ঞান লাভ কৰাৰ আগতে, বোধিসত্ত্ব অৱস্থাত থকাৰ সময় বহুবাৰ এই চিন্তা কৰিছিলোঁ। ইয়াৰ ফলত মোৰ শৰীৰ আৰু চকুত পীড়া নহৈছিল আৰু মোৰ চিত্ত পাপ-বিকাৰৰ পৰা মুক্ত থাকিছিল।'

ইয়াৰ পৰা স্পষ্টভাৱে দেখা যায় যে বোধিসত্ত্বই সদায় হঠযোগৰ আচৰণ নকৰিছিল। মাজে মাজে তেওঁ শান্ত ৰাজযোগৰো অভ্যাস কৰিছিল আৰু তাৰ পৰা তেওঁ শান্তিও লাভ কৰিছিল।

## ধ্যানমাৰ্গৰ অৱলম্বন

এইদৰে এবাৰ হয়তো উপবাস, আনবাৰ হয়তো হঠযোগ বা ৰাজ-যোগ কৰি অৱশেষত বোধিসত্ত্বৰ মনত হঠাৎ ধাৰণা হল যে তপশ্চৰ্য্যা সম্পূৰ্ণ নিৰৰ্থক, তাক নকৰাকৈও মুক্তি লাভ কৰিব পৰা যায়। গতিকে তপস্যা ত্যাগ কৰি তেওঁ সম্পূৰ্ণভাৱে কিদৰে ধ্যানমাৰ্গৰ অৱলম্বন কৰিলে, 'মহাসচ্চক সুত্ত'ত তাক চমুকৈ বৰ্ণনা কৰা হৈছে।

ভগৱানে সচ্চকৰ আগত কয়, 'হে অগ্‌গিৱেস্‌সন, যেতিয়া মোৰ

(১) এই বিষয়ে খৰচি মাৰি জানিবলৈ হলে 'সমাধিমাৰ্গ', পৃষ্ঠা [illegible] চাওক।

শাক্য পিতাৰ খেতি-পথাৰত কাম চলি আছিল তেতিয়া মই জম্বু-বৃক্ষৰ শীতল ছাঁত বহি প্ৰথম ধ্যান লাভ কৰিছিলোঁ। এই কথা মনত পৰাত মোৰ ধাৰণা হল যে বোধৰ মাৰ্গ এয়ে হোৱা উচিত। তাৰ পিচত মোৰ মনলৈ এই ভাৱো আছিল যে বিলাসৰ সামগ্ৰী উপভোগ নকৰাকৈও কল্যাণকৰ বিচাৰ ধাৰাৰ দ্বাৰা যি সুখ পোৱা যায়, সেই সুখক মই ভয় কৰোঁ কিয়? তেতিয়া মই স্থিৰ কৰিলোঁ যে মই সেই সুখক ভয় নকৰোঁ। কিন্তু অতিশয় দুৰ্ব্বল শৰীৰেৰে হলে সেই সুখ পোৱা নাযায়। গতিকে অলপ অচৰপ আহাৰ গ্ৰহণ কৰাটো উচিত বুলি ভাবিলোঁ আৰু সেইমতে আচৰণ কৰিবলৈ ললোঁ। সেই সময়ত পাঁচজন ভিক্ষুই মোৰ সেৱা কৰিছিল কাৰণ তেওঁলোকে অনুমান কৰিছিল যে মোৰ যি ধৰ্ম্ম হব, সেই সম্বন্ধে মই তেওঁলোকক শিক্ষা দিম। কিন্তু যেতিয়া মই আহাৰ গ্ৰহণ কৰিবলৈ ললোঁ ( তপস্যা এৰি দিলোঁ ) তেতিয়া তেওঁলোকে ভাবিলে, "এই গৌতম তপশ্চৰ্য্যাৰ পৰা ভ্ৰষ্ট হৈ খোৱা-বোৱাৰ পিনে ঢাল খালে।" আৰু মোৰ ওপৰত বিৰক্ত হৈ সেই পাঁচোজন ভিক্ষু আঁতৰি গুচি গল।'

তথাপি বোধিসত্ত্ব নিজৰ সিদ্ধান্তত অচল অটল হৈ ৰল। তপস্যাৰ মাৰ্গ এৰি পোনপটীয়া আৰু সৰল ধ্যানমাৰ্গেৰে তত্ত্ব-বোধ লাভ কৰা উচিত এই বিষয়ত তেওঁৰ সম্পূৰ্ণ বিশ্বাস হৈ গল।

**মাৰ যুদ্ধ**—এই সময়ত বোধিসত্ত্বই মাৰৰ লগত যুদ্ধ কৰা সম্বন্ধে 'বুদ্ধচৰিত' আদি গ্ৰন্থত কাব্যাত্মক বৰ্ণনা পোৱা যায়। 'সুত্ত-নিপাত'ৰ প্ৰধান সুত্তত ইয়াৰ উদ্‌গম দিয়া হৈছে। আমি ইয়াত সেই সুত্তৰ ভাষান্তৰ দিলোঁ—

(১) নৈৰঞ্জন নৈৰ পাৰত তপস্যা আৰম্ভ কৰি নিৰ্ব্বাণ প্ৰাপ্তিৰ বাবে অতি উৎসাহেৰে মই ধ্যান কৰি আছিলোঁ। তেতিয়া—

(২) করুণ মাত উলিয়াই মাৰ ওচৰলৈ আহিছিল। ( সি কৈছিল ) 'তুমি ক্ষীণ আৰু দুৰ্ব্বল। তোমাৰ ওচৰতে মৃত্যু বৈ আছে।

(৩) তুমি হেজাৰ অংশই মৰিছা। তোমাৰ জীৱনৰ মাথোন এটা অংশহে বাকী আছে। হেৰা ; ভাল মানুহজন ! তুমি জীয়াই থাকা ! জীয়াই থকাটো উত্তম, তুমি জীয়াই থাকিলে পুণ্য-কৰ্ম্ম কৰিবা।

(৪) তুমি ব্ৰহ্মচৰ্য্য পালন কৰি থাকিলে আৰু অগ্নিহোত্ৰৰ পূজা কৰিলে বিপুল পুণ্য সংগ্ৰহ কৰিব পাৰিবা। এই নিৰ্ব্বাণৰ আয়োজনৰ কি প্ৰয়োজন ?

(৫) নিৰ্ব্বাণৰ মাৰ্গ অতিশয় কঠিন আৰু দুৰ্গম।'—এই গাথাবোৰ কৈ মাৰ বুদ্ধৰ ওচৰত থিয় হৈ ৰল।

(৬) এনেকৈ কোৱা সেই মাৰক ভগৱানে কলে, 'অসাৱধান মানুহৰ মিত্ৰ, হে পাপী, তুমি ইয়ালৈ কিয় আহিছা ( তাক মই জানো )।

(৭) তেনে ধৰণৰ পুণ্যৰ মোৰ সমূলি দৰ্কাৰ নাই। যাক পুণ্য লাগে তাকে মাৰে সেই কথা শুনায়।

(৮) মোৰ অন্তৰত শ্ৰদ্ধা আছে, আছে বীৰ্য্য আৰু প্ৰজ্ঞা। এনেদৰে যেতিয়া মই নিজৰ ধ্যায়ৰ ওপৰত মন দিছোঁ, তেনে অৱস্থাত তুমি মোক জীয়াই থাকিবলৈ কিয় উপদেশ দিছা ?

(৯) এই বতাহে নৈৰ সোঁতো শুকাই দিব পাৰিব, কিন্তু মোৰ নিচিনা ধ্যায়ৰ ওপৰত মন দিওঁতাৰ ( প্ৰেৰিতাত্মাৰ ) তেজ সি শুকাব নোৱাৰে।

(১০) ( কিন্তু যদি মোৰ চেষ্টাৰ ফলতে ) তেজ শুকাই যায়, তেনেহলে তাৰ লগে লগে চিত্ত আৰু শ্লেষ্মা-বিকাৰো শুকাই যাব আৰু মোৰ মাংস ক্ষীণ হলে চিত্ত আগতকৈ অধিক প্ৰসন্ন হব। তেতিয়া মোৰ স্মৃতি, প্ৰজ্ঞা আৰু সমাধি দিনক দিনে বাঢ়ি যাব।

(১১) এনেভাৱে থকাৰ ফলত উত্তম সুখ লাভ কৰা যায়। তেতিয়া

মোৰ চিত্ত কামোপভোগৰ পিনে ঢাল নাখায়। এয়া মোৰ আত্ম-শুদ্ধিলৈ চোৱা।

(১২) (হে মাৰ) কামোপভোগ তোমাৰ প্ৰথম, অৰতি দ্বিতীয়, ভোক আৰু পিয়াহ তৃতীয় আৰু তৃষ্ণা তোমাৰ চতুৰ্থ সেনা।

(১৩) পঞ্চম আলস্য, ষষ্ঠ ভীতি, সপ্তম কুশঙ্কা, অষ্টম অভিমান (অথবা গৰ্ব্ব)।

(১৪) লাভ, সৎকাৰ, পূজা (এয়া নৱম) আৰু ভুল পথেৰে লাভ কৰা কীৰ্তি (হল দশম সেনা)—যাৰ কাৰণে মানুহে আত্ম-স্তুতি আৰু পৰনিন্দা কৰে।

(১৫) হে কলা নমুচি, (মানুহৰ ওপৰত) প্ৰহাৰ কৰিবলৈ এই-বোৰেই তোমাৰ সেনা। কাপুৰুষ লোকে সিহঁতৰ ওপৰত জয় লাভ কৰিব নোৱাৰে। যি সিহঁতক জয় কৰিব পাৰে সিয়ে সুখ পায়।

(১৬) এয়া মই মোৰ শিৰত মুঞ্জ ঘাঁহ[২] ধাৰণ কৰিছো। যদিহে মোৰ পৰাজয় হয়, তেন্তে মই জীয়াই থকাটো নিষ্ফল। হাৰি জীয়াই থকাতকৈ যুঁজত মৰি যোৱাই ভাল।

(১৭) কোনো কোনো শ্ৰমণ-ব্ৰাহ্মণ তোমাৰ সেনাৰ লগত মিলি গৈছে; গতিকে তেওঁলোকে চমক খাই মুঠে, আৰু যি পথেৰে সাধু পুৰুষসকল যায় সেই পথৰ কথাও তেওঁলোকে গম নাপায়।

(১৮) চাৰিওপিনে মাৰ-সেনা দেখিবলৈ পোৱা গৈছে আৰু নিজৰ বাহনবোৰেৰে সৈতে মাৰ সুসজ্জিত হৈ গৈছে। তেওঁৰ লগত যুদ্ধ কৰিবলৈ ময়ো আগবাঢ়োঁ। যাতে তেওঁ মোক স্থান-ভ্ৰষ্ট কৰিব নোৱাৰে।

(১৯) দেৱতা আৰু মানুহ তোমাৰ সেনাৰ আগত থিয় দিব নোৱাৰে। তোমাৰ সেই সেনাক মই মোৰ প্ৰজ্ঞাৰ বলেৰে হৰুৱাই

(২) যুদ্ধত হাৰি পিচে পলাই নাযায় সেই উদ্দেশ্যে মুঞ্জ নামৰ ঘাঁহ মূৰত বান্ধি প্ৰতিজ্ঞা কৰাৰ প্ৰথা চলতি আছিল।

দিওঁ, ঠিক যেনেকৈ শিলগুটিবে মাটিৰ বাচন ভাঙি পেলোৱা হয়।

(২০) সংকল্পক বশ কৰি আৰু স্মৃতি জাগ্রত ৰাখি অনেক শ্রাৱকক উপদেশ দি দি মই দেশ-বিদেশত ঘূৰি ফুৰিম।

(২১) তেওঁলোকে (শ্রাৱকসকলে) মোৰ উপদেশ অনুসৰি সাৱধানেৰে চলি আৰু আৰু নিজৰ ধ্যেয়ৰ ওপৰত চিত্ত স্থিৰ ৰাখি,তোমাৰ ইচ্ছাৰ বিপৰীত এনে পদত উপস্থিত হবগৈ য'ত আৰু শোক কৰিব লগীয়া নহয়।'

(২২) ( মাৰে কলে...... ) 'সাত বছৰ ধৰি মই ভগৱানৰ পিচে পিচে ঘূৰিলোঁ, কিন্তু স্মৃতিৱান বুদ্ধৰ কোনো বৰ্ম্মকে মই নাপালোঁ।

(২৩) ইয়াত কিবা কোমল বস্তু পোৱা যাব, কিবা হয়তো মিঠা বস্তু পোৱা যাব—এই আশাৰে কাউৰী মেদবৰ্ণ পাষাণৰ ওচৰলৈ গল।'

(২৪) কিন্তু তাত একো লাভ নেদেখি কাউৰীজনী সেই ঠাই এৰি গুচি গল। ময়ো সেই কাউৰীৰ দৰে গোতমৰপৰা আঁতৰি আহিলো।

(২৫) এইদৰে শোক কৰোঁতে মাৰৰ কাষলতিৰ পৰা বীণা তললৈ সৰি পৰিল আৰু সেই দুঃখিত মাৰ তাতেই অন্তৰ্ধ্যান হল।

'ললিতৱিস্তৰ'ৰ অষ্টাদশ অধ্যায়ত এই সুত্তৰ ভাষান্তৰ পোৱা যায়। তাৰ পৰাই ইয়াৰ প্রাচীনত্বৰ প্রমাণ পোৱা যায়। ওপৰত উল্লেখ কৰি অহা 'ভয়-ভৈৰৱ সুত্ত'ৰ অংশ পঢ়ি চালে এই সমগ্র ৰূপকৰে অৰ্থ সহজতে বুজিব পৰা যায়। মনুষ্যজাতিৰ কল্যাণৰ হকে কোনোবাই আগবাঢ়ি ওলালে তাত পোন পহিলতে বাধা দিওঁতা মাৰ-সেনা হল কামোপভোগৰ বাসনা। তাক দমন কৰি আগৰ পিনে খোজ বঢ়ালেই অসন্তোষৰ ( অৰতিৰ ) সৃষ্টি হয়। ইয়াৰ পিচত ভোক, পিয়াহ আদি এটাৰ পিচত আন এটা সেনা উপস্থিত হয়হি। এইবোৰ বাসনা আৰু বিকাৰৰ ওপৰত বিজয় লাভ কৰিব নোৱাৰিলে কল্যাণপ্রদ তত্ত্বৰ লগত কদাপিও সাক্ষাৎ হব নোৱাৰে। গতিকে বুদ্ধই মাৰক পৰাস্ত কৰি দিয়ে। ইয়াৰ অৰ্থ হল এয়ে যে তেওঁ মনোবিকাৰৰ ওপৰত বিজয় লাভ কৰে।

**সুজাতাই দিয়া ভিক্ষা**—বহাগী পূর্ণিমাৰ নিশা বোধিসত্ত্বৰ সংবোধি-জ্ঞান লাভ হয়। সেইদিনা ধুপৰীয়া সুজাতা নামৰ ভাল ঘৰৰ এগৰাকী যুৱতীয়ে তেওঁক উত্তম অন্নৰ ভিক্ষা দিছিল। 'সুত্তপিটক'ৰ কোনো কোনো ঠাইত ইয়াৰ উল্লেখ আছে।[৩] এই প্রসঙ্গৰ বাহিৰে আন ক'তো সুজাতাৰ নাম পোৱা নাযায়। তথাপি বৌদ্ধ চিত্রকলাত সুজাতাই উল্লেখযোগ্য ঠাই পাইছে আৰু বুদ্ধৰ দৃষ্টিকোণৰ পৰাও এই প্রসঙ্গ চিৰস্মৰণীয় হৈ আছে। চুন্দ কমাৰে দিয়া ভিক্ষা গ্রহণ কৰি ভগৱান নৰিয়াত পৰিছিল। সেই নৰিয়াতে যে তেওঁৰ পৰিনির্ব্বাণ হব সেই কথাও তেওঁ জানিব পাৰিছিল। আৰু তেওঁৰ মৃত্যুৰ পিচত যাতে মানুহে চুন্দক দোষ নিদিয়ে সেইবাবে ভগৱানে আনন্দৰ আগত কৈছিল, 'মই সম্বোধি-জ্ঞান লাভ কৰাৰ দিনা যি ভিক্ষা পাইছিলোঁ আৰু আজি যি ভিক্ষা পাইছোঁ সি দুয়ো সমান, এই কথা তুমি চুন্দক কবা আৰু তেওঁক সান্ত্বনা দিবা।'

**বোধিবৃক্ষৰ তলত আসন**—সুজাতাই দিয়া ভিক্ষা গ্রহণ কৰি বোধিসত্ত্বই নৈৰঞ্জনা নৈৰ পাৰত আহাৰ কৰে আৰু সেইদিনা নিশা তেওঁ এজোপা বট গছৰ তলত বহেগৈ। সেই গছজোপা এতিয়া আৰু নাই। জনশ্রুতিমতে শশাঙ্ক ৰজাই হেনো গছজোপা ধ্বংস কৰে। আজিকালি সেই ঠাইতে পিচত ৰোৱা বট গছ আৰু তাৰে ওচৰতে বুদ্ধগয়াৰ প্রসিদ্ধ মন্দিৰ আছে। সেই গছৰ তলত বুদ্ধ বহাৰ পিচতো আকৌ এবাৰ মাৰ-যুদ্ধ হোৱাৰ প্রসঙ্গ 'ললিতৱিস্তৰ'ত পোৱা যায়। 'সংযুত্তনিকায়'ৰ সংগাথাবগ্‌গত এই বুলি বর্ণনা কৰা হৈছে যে মাৰে হেনো বুদ্ধক ফান্দত পেলোৱাৰ উদ্দেশ্যে বোধিবৃক্ষৰ ( সেই বট গছৰ ) তললৈ তৃষ্ণা, অৰতি

---

(৩) 'অঙ্গুত্তৰনিকায়', এককনিপাত। 'বৌদ্ধ-সংঘাচা পৰিচয়', পৃষ্ঠা ২২৬।

আৰু ৰগা—নিজৰ এই তিনিজনী ছোৱালীক পঠাই দিছিল। জাতকৰ নিদান কথাতো ইয়াক আৰু বিতংভাৱে বৰ্ণোৱা হৈছে। সেই সময়ত হেনো মাৰৰ সেনাইঁতে বুদ্ধৰ ওপৰত চাৰিওপিনৰ পৰা আক্ৰমণ কৰিছিল আৰু মাৰৰ সেনাইঁতক দেখি ব্ৰহ্মা আদি দেৱতাসকল পলাই পত্ৰং দিছিল, মাথোন অকলে বোধিসত্ত্বহে তিষ্ঠি আছিল। আৰু পিছত বুদ্ধই মাৰৰ আগত কৈছিল, 'এই ঠাই মোৰ, তুমি ইয়াৰ পৰা গুচি যোৱা!' তেতিয়া সেই ঠাইৰ ওপৰত নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ মাৰে নিজৰ সেনাইঁতক সাক্ষী দিয়ে। আটাইবোৰ দেৱতা পলাই যায়। গতিকে সেই সময়ত ভগৱান বুদ্ধৰ পক্ষৰ পৰা সাক্ষী দিবলৈ কোনো নাইকিয়া হয়। তেতিয়া বুদ্ধই নিজৰ সোঁহাতখন তলৰ পিনে কৰি কয়, 'এই সৰ্ব্বসহা বসুন্ধৰাই সাক্ষী।' পৃথিবীদেৱীয়ে বিৰাট ৰূপ লৈ মাৰ সেনাইঁতক পৰাস্ত কৰে। জাতক অট্ঠকথাকাৰে এনেধৰণৰ পৌৰাণিক বৰ্ণনা কৰিছে।

চিত্ৰকৰসকলে বৌদ্ধ চিত্ৰকলাত এই প্ৰসঙ্গ অতি সুন্দৰভাৱে চিত্ৰিত কৰিছে। লোভ, দ্বেষ, মোহ, মদ, মাৎসৰ্য্য আদি দুষ্ট মনোবৃত্তি বোৰক মূৰ্ত্তিমান ৰূপ দিবলৈ কৰা এই চেষ্টা যথেষ্ট সফল হোৱা যেন লাগে। প্ৰথমতে কবিসকলে এই প্ৰসঙ্গ বৰ্ণনা কৰাৰ পিচত তাকে অনুকৰণ কৰি চিত্ৰকৰসকলে তাৰ মূৰ্ত্ত স্বৰূপ দিবলৈ চেষ্টা কৰিছিলনে, প্ৰথমতে চিত্ৰকৰসকলে ছবি আঁকাৰ পিচত তাকে অনুসৰণ কৰি কবিসকলে এই বৰ্ণনা কৰিছিল তাক হলে কব নোৱাৰি। সি যিকি নহওক ওপৰত উল্লেখ কৰা প্ৰসঙ্গৰ যে ইয়াত মূৰ্ত্তৰূপ দিবলৈ চেষ্টা কৰা হৈছিল সেইটো হলে তেনেই স্পষ্ট কথা।

**তত্ত্ববোধ**—সেই বহাগী পূৰ্ণিমাৰ নিশা বোধিসত্ত্বৰ তত্ত্ববোধ হয় আৰু তেতিয়াৰে পৰা তেওঁক বুদ্ধ বোলা হয়। অৰ্থাৎ সেইদিনাখৈকে

গৌতম বোধিসত্ত্ব আছিল আৰু তত্ত্ববোধ হোৱাৰ পিচৰে পৰা সেই গৌতম বুদ্ধ হয়। বুদ্ধৰ যি তত্ত্ববোধ হৈছিল সি হল চাৰিটা আৰ্য্যসত্য আৰু তাতে সামৰি থকা অষ্টাঙ্গিক মাৰ্গ। প্ৰথমতে তেওঁ তেওঁৰ লগত থকা পাঁচজন সঙ্গীক এই তত্ত্ব সম্বন্ধে উপদেশ দিয়ে।[৪]

**ৱিমুক্তি সুখৰ আস্বাদ**—তত্ত্ববোধ হোৱাৰ পিচত ভগৱান বুদ্ধই সেই বোধিবৃক্ষৰ তলত সাতদিন বহি থাকি ৱিমুক্তি সুখৰ আস্বাদ লৈ থাকে। সেই সময়ত ৰাতি তিনি যাম (প্ৰহৰ) হোৱাত তেওঁ তলত দিয়া প্ৰতীত্যসমুৎপাদ তলা-ওপৰাকৈ মনলৈ আনে। 'মহাৱগ্‌গ'ত এই কথাৰ উল্লেখ আছে। কিন্তু 'সংযুত্ত নিকায'ৰ দুটা সুত্তত কোৱা হৈছে যে বুদ্ধই বোধিসত্ত্ব অৱস্থাতে হেনো সেই প্ৰতীত্যসমুৎপাদৰ কথা জানি লৈছিল।[৫] এই সুত্তৰ লগত 'মহাবগ্‌গ'ৰ বৰ্ণনা নিমিলে। মহাবগ্‌গ ৰচনা কৰাৰ সমযত এই প্ৰতীত্যসমুৎপাদৰ গুৰুত্ব বৰ বেচি বাঢি যোৱা যেন অনুমান হয। মহাযান পন্থৰ নাগাৰ্জ্জুন আদি আচাৰ্য্যইতো এই প্ৰতীত্যসমুৎপাদক নিজৰ দৰ্শনৰে ভেটি কৰি লৈছিল।[৬]

**প্ৰতীত্যসমুৎপাত**—প্ৰতীত্যসমুৎপাদ সংক্ষেপতে হ্ল এই—

অবিদ্যাৰ পৰা সংস্কাৰ, সংস্কাৰৰ পৰা বিজ্ঞান, বিজ্ঞানৰ পৰা নামৰূপ, নামৰূপৰ পৰা ষড়াযতন, ষড়াযতনৰ পৰা স্পৰ্শ, স্পৰ্শৰ পৰা বেদনা, বেদনাৰ পৰা তৃষ্ণা, তৃষ্ণাৰ পৰা উপাদান, উপাদানৰ পৰা ভৱ, ভৱৰ পৰা জাতি (জন্ম), আৰু জাতিৰ পৰা, মৰণ, শোক, পৰিদেৱন, দুঃখ, দৌৰ্মনস্য, উপায়াস উৎপন্ন হয়।

পূৰ্ণবৈৰাগ্যেৰে অবিদ্যাৰ নিৰোধ কৰিলে সংস্কাৰৰ নিৰোধ হয়।

(৪) ইয়াৰ বৰ্ণনা পিচত দিযা হৈছে, গতিকে ইয়াত তাৰ বিৱৰণ দিয়া নহল

(৫) 'নিদান ৱগ্‌গ সংযুত্ত,' সুত্ত ১০ আৰু ৬৫ চাওক।

(৬) মাধ্যমক কাৰিকাৰ আৰম্ভণি চাওক।

বিজ্ঞানৰ নিৰোধ কৰিলে নামৰূপৰ নিৰোধ হয়। নামৰূপৰ নিৰোধ কৰিলে ষড়ায়তনৰ, ষড়ায়তনৰ নিৰোধৰ ফলত স্পৰ্শৰ, স্পৰ্শৰ নিৰোধৰ ফলত বেদনাৰ, বেদনাৰ নিৰোধ কৰিলে তৃষ্ণাৰ, তৃষ্ণাৰ নিৰোধ হলে উপাদানৰ, উপাদানৰ নিৰোধৰ ফলত ভৱৰ, ভৱৰ নিৰোধ কৰিলে জন্মৰ, জন্মৰ নিৰোধৰ দ্বাৰা জৰা, মৰণ, শোক, পৰিদেৱন, দুঃখ, দৌৰ্মনস্য আৰু উপায়াসৰ নিৰোধ হয়।

দুখৰ গুৰিত ইমান অধিক কাৰণ-পৰম্পৰা সাঙুৰি দিয়া হয় যে তাক সাধাৰণ ৰাইজে বুজি উঠাটো বৰ কঠিন হৈ পৰে। লাহে লাহে এই প্ৰতীত্যসমুৎপাদ লৈ গভীৰ দৰ্শনৰ সৃষ্টি হয় আৰু ইয়াকে কেন্দ্ৰ কৰি বাদ-বিবাদ হবলৈ ধৰে। নাগাৰ্জ্জুনাচাৰ্য্যই এই প্ৰতীত্যসমুৎপাদৰ আধাৰতে তেওঁৰ 'মাধ্যমকাৰিকা' ৰচনা কৰিছে আৰু বুদ্ধঘোষাচাৰ্য্যই 'বিশুদ্ধিমাৰ্গ'ৰ ষষ্ঠভাগ ( প্ৰায় চোৱা শ পৃষ্ঠা ) ইয়াৰ আলোচনাতে খৰচ কৰিছে। এই আটাইবোৰ আলোচনা পঢ়িলে বিদ্বান লোকো বিষুখি গড়ত পৰে, গতিকে সাধাৰণ ৰাইজে এই দৰ্শন কেনেকৈ বুজিব ? বুদ্ধ ভগৱানৰ ধৰ্ম্ম ব্ৰাহ্মণ, ক্ষত্ৰিয় আদি উচ্চ বৰ্ণৰ মানুহৰ মাজত যে বিশেষভাৱে বিয়পি পৰিছিল তাৰ কাৰণ এই গভীৰ দৰ্শন নাছিল। চাৰিটা আৰ্য্য-সত্যৰ দৰ্শন আছিল তেনেই সৰল আৰু পোনপটীয়া। এই দৰ্শন সকলো প্ৰকাৰৰ লোকেই যে হৃদয়ঙ্গম কৰিব পাৰিছিল, তাত আচৰিত হবলগীয়া কোনো কথা নাই। এই সম্বন্ধে পিচলৈ আলোচনা কৰা হব।

**ব্ৰহ্মদেৱৰ প্ৰাৰ্থনা**—আমি আগতেই কৈ আহিছোঁ যে তত্ত্ববোধ হোৱাৰ পিচত বুদ্ধ ভগৱানে এসপ্তাহ কাল বোধিবৃক্ষৰ ( বটগছ জোপাৰ ) তলত কটাইছিল। ইয়াৰ পিচত দ্বিতীয় সপ্তাহ আছিল অজপাল ন্যগ্ৰোধ বৃক্ষৰ তলত, তৃতীয় সপ্তাহ মুচলিন্দ বৃক্ষৰ তলত আৰু চতুৰ্থ সপ্তাহ ৰাজায়তন বৃক্ষৰ তলত কটাই ভগৱান আকৌ অজপাল বৃক্ষৰ তললৈ

গল। তাত তেওঁৰ মনত এটা ভাৱ খেলালে, 'এই ধৰ্ম্ম প্ৰচাৰ কৰোঁতে মই অতিশয় কষ্ট সহিব লাগিব, গতিকে মানুহক এই সম্বন্ধে উপদেশ দি আৰু অধিক কষ্ট সহ্য কৰাটো ভাল নহব।' ব্ৰহ্মদেৱে এই ভাৱৰ কথা গম পালে আৰু ধৰ্ম্মোপদেশ দিয়াৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে। এই কথা 'মহাৱগ্‌গ' আৰু 'মঝ্‌ঝিম নিকায়'ৰ অৰিয়পৰিয়েসন সুত্তত বিতং ভাৱে বৰ্ণনা কৰা হৈছে, কিন্তু গৌতম বুদ্ধৰ ক্ষেত্ৰত এই বৰ্ণনা প্ৰযোজ্য হব নোৱাৰে। কোনো পুৰাণকাৰে বিপস্‌সী বুদ্ধ সম্বন্ধে এই কথা ৰচনা কৰে আৰু তাকে পিচত হুবহু গৌতম বুদ্ধৰ জীৱনীত সাঙুৰি দিয়া হয়। মই মোৰ 'বুদ্ধ ধৰ্ম্ম আণি সংঘ' ( পৃষ্ঠা ১৮-১৯ ) পুথিত এই ৰূপকৰ অৰ্থ দিবলৈ চেষ্টা কৰিছোঁ। গতিকে ইয়াত আৰু তাৰ আলোচনা নকৰোঁ।

## পঞ্চবৰ্গীয় ভিক্ষুসকলক উপদেশ দিয়াৰ বিচাৰ

ভগৱান বুদ্ধৰ সমুখত এই বিচাৰ উপস্থিত হল যে তেওঁ যে এই চাৰিটা আৰ্য্যসত্যৰ জ্ঞান লাভ কৰিলে সেই সম্বন্ধে পোন পহিলতে কাক জনোৱা যায়। বোধিসত্ত্বৰ দুয়োজনা গুৰু--আলাৰ কালাম আৰু উদ্দক ৰামপুত্ত যদি জীয়াই থাকিলহেঁতেন তেন্তে তেওঁলোকে এই নতুন ধৰ্ম্ম-মাৰ্গ তুৰন্তে স্বীকাৰ কৰি ললেহেঁতেন। কিন্তু তেওঁলোকো জীয়াই নাছিল। গতিকে ভগৱানে ভাবিলে যে নিজৰ পাঁচজন লগৰীয়াকে ( পঞ্চবৰ্গীয় ভিক্ষুকেইজনকে ) এই সম্বন্ধে উপদেশ দিয়া যাওক। সেই সময়ত সেই ভিক্ষু পাঁচজন বাৰাণসীৰ ওচৰৰ ঋষিপত্তনত থাকিছিল। ভগৱান সেই ঠাইলৈকে যাবলৈ ওলাল। বাটতে উপক নামৰ এজন আজীৱক শ্ৰমণ তেওঁৰ লগ লাগিল। বুদ্ধই তেওঁৰ আগত কলে, 'মোৰ তত্ত্ববোধ হৈছে।' কিন্তু উপকৰ হলে সেই কথাত বিশ্বাস নহল। 'হব পাৰে' বুলি কৈ তেওঁ আন বাটেৰে যাবলৈ ললে। এই এটা প্ৰসঙ্গতে

চাগৈ ভগৱানে আন পন্থৰ শ্ৰমণক উপদেশ দিয়াটো নিৰৰ্থক বুলি বুজিব পাৰিছিল।

**পঞ্চবৰ্গীয় সকলৰ সমাধান**—আষাঢ় পূৰ্ণিমাৰ আগতে ভগৱান বাৰাণসীত উপস্থিত হল। তেওঁ ঋষিপত্তনলৈ গলত তেওঁক দূৰৈৰ পৰা দেখা পাই পঞ্চবৰ্গীয় শ্ৰমণ কেইজনে স্থিৰ কৰি ললে যে তেওঁলোকে তেওঁৰ কোনো প্ৰকাৰৰ আদৰ-সৎকাৰ নকৰে, কিন্তু ভগৱান তেওঁলোকৰ ক্ৰমে ওচৰ চাপি যোৱাত তেওঁলোকৰ সেই সিদ্ধান্তও শিথিল হৈ গল আৰু অৱশেষত তেওঁলোকে তেওঁৰ উচিত আদৰ-সৎকাৰ কৰিলে। কিন্তু তেওঁৰ পৰা হলে তেওঁৰ নতুন ধৰ্ম্ম-মাৰ্গৰ কথা শুনিবলৈ তেওঁলোক সাজু নাছিল। ভগৱানে তেওঁলোকৰ আগত কলে, 'মই এটা নতুন ধৰ্ম্ম-মাৰ্গ লাভ কৰিছোঁ।' তেতিয়া তেওঁলোকে কলে, 'আয়ুষ্মান গৌতম, তোমাৰ তেনে ধৰণৰ তপশ্চৰ্য্যাৰ ফলতো সদ-ধৰ্ম্মৰ মাৰ্গ সম্বন্ধে বোধ হোৱা নাছিল। এতিয়াতো তুমি তপোভ্ৰষ্ট হৈ আহাৰ কৰিবলৈ আৰম্ভ কৰি দিছা। এনে অৱস্থাত তোমাৰ সদ্ধৰ্ম্মৰ মাৰ্গ সম্বন্ধে কিদৰে বোধ হব পাৰে?'

ভগৱানে কলে, 'হে ভিক্ষুসকল, ইয়াৰ আগতে জানো মই কোনো দিনে ফিটাহি মৰা কথা কৈছোঁ? যদি কোৱা নাই, তেন্তে আপোনালোকে মোৰ কথা মন দি শুনক। মই অমৃত মাৰ্গৰ সন্ধান পাইছোঁ। এই মাৰ্গ অনুসৰণ কৰিলে আপোনালোকে সোনকালে বিমুক্তি লাভ কৰিব।'

এইদৰে পঞ্চবৰ্গীয় ভিক্ষুসকলক বঢ়াই বুজাই লৈ অলপ সময়ৰ পিচত তেওঁলোকক তেওঁৰ নতুন ধৰ্ম্মৰ কথা শুনিবলৈ সাজু কৰি তুলিলে। সেই সময়ত দিয়া উপদেশক 'ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন' কোৱা হয়। এই সুত্ত 'সচ্চসংযুত্ত'ৰ দ্বিতীয় ৱগ্গ আৰু ৱিনয়-গ্ৰন্থৰ 'মহাৱগ্গ'ত পোৱা যায়।

'ললিতৱিস্তৰ'ৰ ষষ্ঠবিংশ অধ্যায়ত ইয়াৰ সংস্কৃত অনুবাদ দিয়া হৈছে। আমি ইয়াত মূল পালি সুত্তৰ ৰূপান্তৰ কৰি দিলোঁইক—

**ধৰ্ম্মচক্ৰ প্ৰৱৰ্ত্তন**—এইটো মই শুনা কথা। এবাৰ ভগৱান বাৰাণসীৰ ঋষিপত্তনৰ মৃগবনত আছিল। তাত ভগৱানে পঞ্চবৰ্গীয় ভিক্ষুসকলৰ আগত কৈছিল, 'ভিক্ষুসকল, ধাৰ্ম্মিক মানুহে (পব্বজিতেন) এই দুটা অন্তলৈকে যোৱা উচিত নহয়। এই দুটা অন্তনো কি? প্ৰথমটো হল কামোপভোগক সুখ বুলি মনাটো। ই অন্তহীন, গ্ৰাম্য, সামান্য জনসেৱিত, অনাৰ্য্য আৰু অনৰ্থাৱহ। দ্বিতীয়টো হল দেহ-দণ্ডন কৰাটো। এই অন্ত দুঃখকাৰী, অনাৰ্য্য আৰু অনৰ্থাৱহ। এই দুটা অন্তলৈ নোযোৱাকৈয়ে জ্ঞান-চক্ষু উৎপন্ন কৰিব পৰা, উপশম, প্ৰজ্ঞা, সম্বোধ আৰু নিৰ্ব্বাণৰ কাৰণ হব পৰা মধ্যম মাৰ্গ তথাগতই বিচাৰি উলিয়াইছে। সিনো কি? সম্যক দৃষ্টি, সম্যক সংকল্প, সম্যক বাক্য, সম্যক কৰ্ম্মান্ত, সম্যক আজীৱ, সম্যক ব্যায়াম, সম্যক স্মৃতি, সম্যক সমাধিয়েই হল আৰ্য্য অষ্টাঙ্গিক মাৰ্গ।

'ভিক্ষুসকল, দুঃখ নামৰ প্ৰথম আৰ্য্য সত্য এনেধৰণৰ। জন্ম দুঃখকাৰক। ব্যাধি দুঃখকাৰক। মৰণ দুঃখকাৰক। অপ্ৰিয়ৰ সমাগম আৰু প্ৰিয়ৰ বিয়োগ দুঃখ কাৰক। ইচ্ছিত বস্তু নাপালেও দুখ হয়। সংক্ষেপতে পাঁচোটা উপাদান স্কন্ধ দুঃখকাৰক।[৭]

'ভিক্ষুসকল, বাৰে বাৰে উৎপন্ন হোৱা আৰু নানা বিষয়ত আনন্দ পোৱা তৃষ্ণাই (যাক কাম-তৃষ্ণা, ভৱ-তৃষ্ণা আৰু বিনাশ-তৃষ্ণা বোলা হয়) দুঃখ সমুদয় নামৰ দ্বিতীয় আৰ্য্যসত্য।

---

(৭) স্কন্ধ পাঁচোটা। বাসনাময় হলে সিইঁতক উপাদান স্কন্ধ বোলা হয়। চাওক, 'বুদ্ধ ধৰ্ম্ম আৰু সংঘ', পৃষ্ঠা ৯০-৯১।

'বৈৰাগ্যৰ দ্বাৰা সেই তৃষ্ণাৰ পূৰ্ণ বিৰোধ কৰা, ত্যাগ কৰা, তাৰপৰা মুক্তি পোৱা, এয়ে দুঃখ নিৰোধ নামৰ তৃতীয় আৰ্য্য সত্য।

'আৰু ( ওপৰত উল্লেখ কৰি অহা ) আৰ্য্য অষ্টাঙ্গিক মাৰ্গই দুঃখ-নিৰোধগামিনী প্ৰতিপদা নামৰ চতুৰ্থ আৰ্য্যসত্য।

'(ক) এয়ে দুঃখ—এই বুলি মোৰ মনত উপলব্ধি হলেই মোৰ ভিতৰত নতুন দৃষ্টিৰ সৃষ্টি হয়, জ্ঞান উৎপন্ন হয়। এই দুঃখ জনাৰ যোগ্য —এই বুলি মোৰ জ্ঞান হলেই মোৰ ভিতৰত নতুন দৃষ্টি আদি······এই দুখ সম্বন্ধে মই জানিলে তেতিয়া মোৰ ভিতৰত ······আদি।

'(খ) মই জানিছোঁ যে এই দুঃখ সমুদয় আৰ্য্যসত্য, মই জানিছোঁ যে সি ত্যাজ্য, মই জানিছোঁ যে মই তাক ত্যাগ কৰিছোঁ, তেতিয়া মোৰ অভিনৱ দৃষ্টি লাভ হয় ( আদি পূৰ্ব্বোক্ত )······

'(গ) মই জানিছোঁ যে সেই দুঃখনিৰোধ আৰ্য্যসত্য, মই জানিছোঁ যে তাৰ লগত সাক্ষাৎকাৰ হোৱা উচিত, মই জানিছোঁ যে তাৰ লগত মোৰ সাক্ষাৎকাৰ হৈছে, তেতিয়া মোৰ অভিনৱ দৃষ্টি লাভ হল······ ( আদি পূৰ্ব্বোক্ত )······

'(ঘ) মই জানিছোঁ যে সেই দুঃখ নিৰোধ-গামিনী প্ৰতিপদা নামৰ আৰ্য্যসত্য, মই জানিছোঁ যে তাৰ অভ্যাস কৰাটো উচিত, মই জানিছোঁ যে মই তাৰ অভ্যাস কৰিছোঁ, তেতিয়া মোৰ অভিনৱ দৃষ্টি লাভ হল, জ্ঞান প্ৰাপ্তি হল, বিদ্যাৰ সৃষ্টি হল আৰু আলোকৰ উৎপত্তি হল। যেতিয়ালৈকে এই চাৰিটা আৰ্য্যসত্যৰ প্ৰতিটোৰ বিষয়ে তিনি প্ৰকাৰকৈ মুঠ বাৰ প্ৰকাৰৰ জ্ঞান মোৰ হোৱা নাছিল তেতিয়ালৈকে মোৰ পূৰ্ণ সম্বোধি লাভ হোৱা নাছিল।'

বুদ্ধই দিয়া ভালেমান উপদেশ 'সুত্তপিটক'ত সংগ্ৰহ কৰা হৈছে। কিন্তু তেওঁৰ ধৰ্ম্মৰ মূল ভেটি স্বৰূপ উপদেশ হল এয়ে। অকল 'সচ্চ-সংযুত্ত'ত এই চাৰি আৰ্য্যসত্য সম্বন্ধে মুঠতে ১৩১টা সুত্ত আছে।

ইয়াৰ উপৰিও আন আন নিকায় বোৰতো ইয়াৰ বাবে বাবে উল্লেখ কৰা হৈছে। এই চাৰিটা আৰ্য্যসত্যৰ আধাৰতে বুদ্ধৰ আনবোৰ উপদেশ দিয়া হোৱা কাৰণে ইয়াৰ গুৰুত্ব বৰ বেচি।

ওপৰত দিয়া ৰূপান্তৰৰ (ক)ৰ পৰা (ঘ)-লৈকে দিয়া কথাবোৰ কেৱল 'সচ্চসংযুত্ত'ৰ এটা সুত্ত আৰু মহাৱগ্গত পোৱা যায়। ইয়াৰ উল্লেখ আন কতো পোৱা নাযায়। তাৰ পৰা ইয়াক পিচত লগাই দিয়া হৈছে বুলি গভীৰ সন্দেহ হয়। তথাপি চাৰিটা আৰ্য্যসত্যৰ ব্যাখ্যা কৰাত ই সাহায্য কৰিব পাৰে। সেই বাবে ইয়াত তাকো দিয়া হৈছে।

## চাৰিটা আৰ্য্যসত্যৰ ব্যাখ্যা

জগতত যে দুখ আছে তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে, কিন্তু প্ৰত্যেক ব্যক্তিয়ে অনবৰত চিন্তা কৰি থাকে যে তেওঁৰ দুখ কেনেকৈ নাইকিয়া হয়। তাৰে ফলত প্ৰায় লোকেই আনকি আনৰ নাশ কৰিও নিজে সুখী হবলৈ বিচাৰে। তাৰে ভিতৰত যি সকল হিংসুক আৰু বুদ্ধিমান হয়, তেওঁলোক নেতা হৈ পৰে আৰু আনবোৰ তেনে লোকৰ অধীনত থাকিব লগীয়া হয়। হিংসাত্মক বুদ্ধিৰ কাৰণে এই নেতাসকলৰ সংগঠনো তিষ্ঠি থাকিব নোৱাৰে আৰু তেওঁলোকেও আটাইতকৈ অধিক হিংসুক আৰু বুদ্ধিমান নেতাক নিজৰ ৰজা বুলি স্বীকাৰ কৰি লৈ তেওঁৰ ইচ্ছা মতে চলিব লগাত পৰে। ৰজাৰ অনবৰত ভয় থাকে যে আন কোনোবা ৰজাই তেওঁৰ ৰাজ্য কাঢ়ি লব আৰু সেই বাবে ৰাজ্য ভালদৰে ৰক্ষা কৰাৰ অভিপ্ৰায়েৰে তেওঁ যাগ-যজ্ঞ কৰি পশুৰ বলি দিয়ে। এনেদৰে মানুহ আৰু আন আন পশুৰ উপদ্ৰৱকাৰী সমাজ-ৰচনা নষ্ট কৰি তাৰ ঠাইত আন হিতসুখকাৰী সংগঠন স্থাপন কৰিবলৈ হলে প্ৰত্যেকৰে এই চিন্তা হোৱা উচিত যে তেওঁৰ নিজৰ

আৰু আনৰ দুখ একে। গতিকে বুদ্ধ ভগৱানে প্ৰথম আৰ্য্যসত্যত সৰ্ব্বসাধাৰণৰ দুখকো সামৰি লয়।

শ্ৰমণ সকলেও জন্ম-জৰা-মৰণাদি সৰ্ব্বসাধাৰণ দুখ স্বীকাৰ কৰিছিল। অকল সেয়ে নহয়, সেই দুখ নাশৰ বাবে তেওঁলোকে তপশ্চৰ্য্যাও কৰিছিল। কিন্তু দুখৰ কাৰণ লৈ তেওঁলোকৰ মাজত মতভেদ আছিল। কোনো কোনোৱে কৈছিল যে দুখ আত্মাই সৃষ্টি কৰে (সয়ংকতং দুক্খং), দ্বিতীয় শ্ৰেণীয়ে কৈছিল যে দুখ পৰেহে উৎপন্ন কৰে (পৰংকতং দুক্খং), তৃতীয় শ্ৰেণীৰ মতে আকৌ কিছু অংশলৈকে আত্মাই আৰু কিছু অংশ পৰে দুখৰ সৃষ্টি কৰে (সয়ংকতং চ পৰংকতং চ দুক্খং), আৰু চতুৰ্থ শ্ৰেণীৰ মতে হলে আত্মা অথবা পৰে দুখৰ সৃষ্টি নকৰে, সি হৈছে আকস্মিক। (অসযংকাৰং অপৰংকাৰং অধিচ্চসমুপ্পনং দুক্খং)[৮]

ইয়াৰে প্ৰথম শ্ৰেণীৰ শ্ৰমণ আছিল নিগ্ৰ্ন্থ (জৈন) আদি। তেওঁলোকৰ মতে পূৰ্ব্বজন্মত আত্মাই পাপ কৰা হেতুকে দুখৰ সৃষ্টি হয় আৰু তাকে নাইকিয়া কৰিবলৈ তেওঁলোকে দেহ-দণ্ডন কৰি আত্মাক কষ্ট দিছিল। দ্বিতীয় প্ৰকাৰৰ শ্ৰমণ আছিল সাংখ্যমতাৱলম্বী ধৰণৰ। তেওঁলোকৰ ধাৰণা আছিল যে জড় প্ৰকৃতিৰ কাৰণেই দুখৰ সৃষ্টি হয় আৰু নিজৰ আত্মাক প্ৰকৃতিৰ কবলৰ পৰা মুক্ত কৰিবলৈ তেওঁলোকে ঘোৰ তপস্যা কৰিছিল। তৃতীয় শ্ৰেণীৰ শ্ৰমণসকলৰ মতে আত্মা আৰু প্ৰকৃতি মিলি দুখৰ সৃষ্টি কৰে আৰু তাৰ পৰা আত্মাক মুক্ত কৰিবলৈ তেওঁলোকেও দেহ-দণ্ডন কৰিছিল। চতুৰ্থ শ্ৰেণীৰ শ্ৰমণসকলে দুখক আকস্মিক বুলি ভাবিছিল, গতিকে তেওঁলোকে অক্ৰিয়বাদৰ পিনে মন দিছিল। এনেদৰে শ্ৰমণসকলে হয়তো তপশ্চৰ্য্যা কৰিছিল, নহলে নিষ্ক্ৰিয় হৈ পৰিছিল। তেওঁলোকৰ দ্বাৰা সাধাৰণ সমাজৰ তেনেই কমহে লাভ হৈছিল।

(৮) 'নিদানবগ্‌গ সংযুক্ত', বৰ্গ ২, সূত্ত ৭ চাওক।

বুদ্ধ ভগৱানে প্ৰথমতে দেখুৱাই দিলে যে দুখৰ প্ৰকৃত কাৰণ আত্মা বা প্ৰকৃতি নহয়, বৰং মানুহৰ তৃষ্ণাহে। পূৰ্ব্বজন্ম আৰু এই জন্মৰ তৃষ্ণাৰ কাৰণে মানুহৰ সকলো দুখৰ সৃষ্টি হয়। তৃষ্ণা ক'ৰ পৰা আহে, সেই প্ৰশ্ন নিৰৰ্থক। যেতিয়ালৈকে তৃষ্ণা আছে তেতিয়ালৈকে দুখ উৎপন্ন হবই—ইয়ে হল দ্বিতীয় আৰ্য্যসত্য।

তৃতীয় আৰ্য্যসত্য হল এয়ে যে তৃষ্ণাৰ নাশ কৰিলেহে মানুহ দুখৰ পৰা মুক্ত হয়।

আৰু তৃষ্ণা-নাশৰ উপায় হল দুটা অন্তৰ মাজেৰে যোৱা আৰ্য্য অষ্টাঙ্গিক মাৰ্গ;—ইয়ে হল চতুৰ্থ আৰ্য্যসত্য।

**অষ্টাঙ্গিক মাৰ্গৰ ব্যাখ্যা**—এই আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ প্ৰথম সোপান হল সম্যক দৃষ্টি। সম্যক দৃষ্টি অৰ্থাৎ চাৰিটা আৰ্য্যসত্যৰ যথাৰ্থ জ্ঞান। জগত দুখেৰে ভৰা। মানুহ জাতিৰ তীব্ৰ তৃষ্ণা ক্ষয় কৰিব পাৰিলে সকলোৱে শান্তি পোৱাটো সম্ভৱ আৰু এজনে আন জনৰ লগত কায়-মন-বাক্যে সদাচাৰ, সত্য, প্ৰেম তথা আস্থাৰে সৈতে আদান প্ৰদান কৰাৰ এই আৰ্য্য অষ্টাঙ্গিক মাৰ্গই হল সেই শান্তিৰ মাৰ্গ। যদি এই সম্যক দৃষ্টি মানুহৰ মাজত উৎপন্ন নহয় তেন্তে অহঙ্কাৰ আৰু স্বাৰ্থৰ বাবে হোৱা হাই-কাঁজিয়াৰ ওৰ নপৰে আৰু বিশ্বয়ো শান্তি লাভ কৰিব নোৱাৰে।

যদিহে প্ৰত্যেক ব্যক্তিয়ে নিজৰ ঐশ্বৰ্য্য আৰু প্ৰভুত্ব বঢ়োৱাৰ সংকল্প কৰে তেন্তে তাৰ পৰা তেওঁৰ আৰু আনৰ সমানেই হানি হব। গতিকে কামোপভোগত আৱদ্ধ নহবলৈ, আনৰ লগত পৰিপূৰ্ণ মিত্ৰতা কৰিবলৈ আৰু আনৰ সুখ-সন্তোষ বৃদ্ধি কৰিবলৈ শুদ্ধ সংকল্প মনত ৰখা উচিত।

অসত্য ভাষণ, অ'ৰ কথা ত'ত লগোৱা, গালি দিয়া, অনৰ্থক বলকা আদি অসৎ বাণীৰ ফলত সমাজৰ সংগঠন থানবান হৈ যায়, আৰু হাই-

কাঁজিয়াৰ সূত্ৰপাত কৰি হিংসাৰ সৃষ্টি কৰে। গতিকে সত্য, পৰস্পৰৰ মাজত বন্ধুত্বৰ সৃষ্টি কৰা, প্ৰিয় আৰু মিত ভাষণ কৰা উচিত। ইয়াকে সম্যক বাক্য কোৱা হয়।

প্ৰাণী-হত্যা, চুৰি, ব্যভিচাৰ আদি কাম শৰীৰৰ দ্বাৰা অনুষ্ঠিত হলে সমাজৰ বৰ অনৰ্থ হব। গতিকে প্ৰাণী-হত্যা, চুৰি, ব্যভিচাৰ আদি কামৰ পৰা অলিপ্ত থাকি এনে কায়-কৰ্ম্মৰ আচৰণ কৰিব লাগে যাতে তাৰ ফলত মানুহৰ কল্যাণ হয়। ইয়াকে সম্যক কৰ্ম্মান্ত বোলা হয়।

সম্যক আজীৱৰ অৰ্থ হল—নিজৰ জীৱিকা এনেদৰে নিৰ্ব্বাহ কৰিব লাগে যাৰ ফলত সমাজৰ কোনো হানি নহয়। উদাহৰণ স্বৰূপে মদ-ফটিকাৰ বিক্ৰী, পশু-পক্ষীৰ লেনদেন আদিৰ ব্যৱসায় গৃহস্থই কৰা উচিত নহয়, কিয়নো তাৰ পৰা যে সমাজৰ কষ্ট হয় সেইটো ফটফটীয়া কথা। এনে ব্যৱসায় বৰ্জ্জন কৰি শুদ্ধ আৰু সৰলভাৱে নিজৰ জীৱিকা নিৰ্ব্বাহ কৰাই হল সম্যক আজীৱ।

যি কু-চিন্তা মনলৈ নাহে, তাক মনলৈ অহাৰ সুবিধা নিদিয়া, যি কু-চিন্তা মনত উপস্থিত হয়, তাক নাশ কৰা, যি সুবিচাৰ মনত উৎপন্ন হোৱা নাই, তাক উৎপন্ন হবলৈ সুবিধা দিয়া আৰু যি সুবিচাৰ মনত উৎপন্ন হৈছে তাক আৰু বাঢ়িবলৈ দি তাৰ পৰিপূৰ্ণ বিকাশ সাধন কৰিবলৈ চেষ্টা কৰা—এই চাৰিটা মানসিক প্ৰয়াসক সম্যক ব্যায়াম কোৱা হয়।[১]

শৰীৰ অপৱিত্ৰ পদাৰ্থৰ দ্বাৰা সৃষ্ট—এই বিবেক জাগৰিত ৰখা, শৰীৰৰ সুখ-দুখ আদি বেদনাক বাৰে বাৰে অৱলোকন কৰা, নিজৰ চিত্তৰ অৱলোকন কৰা আৰু ইন্দ্ৰিয় আৰু সেই বিষয়ত কোন ধৰণৰ বন্ধনৰ সৃষ্টি হৈছে, তাৰ লোপ কৰিবলৈ কি দিহা কৰা যায় আদি মনোধৰ্ম্মৰ ভাল বিচাৰ কৰাই হল সম্যক স্মৃতি।

নিজৰ শৰীৰৰ ওপৰত, মৃত শৰীৰৰ ওপৰত, মৈত্ৰী কৰুণা আদি

(১) শাৰীৰিক ব্যায়ামৰ লগত ইয়াৰ কোন সম্পৰ্ক নাই।

মনোবৃত্তিৰ ওপৰত অথবা পৃথিবী, অপ, তেজ আদি পদাৰ্থৰ ওপৰত চিত্ত একাগ্ৰ কৰি চাৰিটা ধ্যানৰ সম্পাদন কৰাই হল সম্যক সমাধি।[10]

দুয়োটা অন্তলৈ নগৈ এই মধ্যম মাৰ্গৰ অনুসৰণ কৰিব লাগে। প্ৰথম অন্ত হল কামোপভোগকে সুখ বুলি মনা। তাৰ লগত হীন, গ্ৰাম্য, সামান্যজন সেৱিত, অনাৰ্য্য আৰু অনৰ্থাৱহ (হীনো গম্মো, পোথুজ্জনিকো অনৰিয়ো অনৎথ সংহিতো) এই পাঁচোটা বিশেষণ লগ লগাই দিয়া হৈছে। যেতিয়া মনুষ্যজাতি দাৰিদ্ৰ্য আৰু অজ্ঞানত পৰি যায় তেতিয়া যদি আমি সুখ-স্বাচ্ছন্দ্যকে আনন্দ বুলি মানোহঁক, তেন্তে তাতকৈ আৰু হীন কাম কি হব পাৰে? সেই অন্ত হল গ্ৰাম্য অৰ্থাৎ তেনেই ইতৰ আৰু সাধাৰণ লোকৰ। সি আৰ্য্যৰ পক্ষে (ধীৰ বীৰৰ পক্ষে) শোভা নাপায়। সি অনৰ্থকাৰীও। দ্বিতীয় অন্ত হল দেহ-দণ্ডনৰ। তাৰ সৈতে হীন আৰু গ্ৰাম্য বিশেষণ লগোৱা হোৱা নাই। কিন্তু সি দুখদায়ক, ধীৰ-বীৰৰ পক্ষে শোভাদায়ক নহয় আৰু অনৰ্থাৱহ (দুক্‌খো অনৰিয়ো অনৎথ সংহিতো)। অষ্টাঙ্গিক মাৰ্গৰ সকলো অঙ্গই এই দুয়োটা অন্তকে বৰ্জ্জন কৰে।

উদাহৰণ স্বৰূপে খোৱা, পিয়া, স্ফূৰ্ত্তি কৰা বিলাসীলোকৰ দৃষ্টি আৰু উপবাস আদিৰে শৰীৰক কষ্ট দিয়া হল তপস্বীসকলৰ দৃষ্টি। এই দুয়োটাৰ মাজৰ দৃষ্টি হল চাৰিটা আৰ্য্যসত্যৰ জ্ঞান। এনেদৰে আন আন অঙ্গকো মধ্যৱৰ্ত্তী বুলি জানি লোৱা উচিত।[11]

(১০) এইবোৰ পদাৰ্থৰ ওপৰত কিদৰে ধ্যান সম্পাদন কৰিব লাগে তাৰ বিৱৰণ 'সমাধিমাৰ্গ'ত দিয়া হৈছে।

(১১) চাৰি আৰ্য্যসত্য সম্বন্ধে 'বুদ্ধ ধৰ্ম্ম আৰু সংঘ'ৰ তৃতীয় পৰিশিষ্টত (পৃষ্ঠা ৯৪–৯৯) তথ্যাদি দিয়া হৈছে, তাকো পঢ়ি চাব পাৰে।

## পঞ্চবৰ্গীয় ভিক্ষুসকল সম্পৰ্কীয় তথ্যাদি

যি কেইজনা পঞ্চবৰ্গীয় ভিক্ষুক বুদ্ধ ভগৱানে পোন পহিলাতে ধৰ্মোপদেশ দিছিল, তেওঁলোকৰ বিষয়ে 'সুত্তপিটক'ৰ পৰা তেনেই কমহে জানিব পৰা যায়। 'সংযুত্তনিকায়'ৰ ৱংগীস সংযুক্ত (সং. ৯) এই বুলি উল্লেখ কৰা হৈছে যে পোন প্ৰথমতে বৌদ্ধধৰ্ম্মৰ তত্ত্ব-বোধ হোৱা আজ্ঞাত কৌণ্ডিণ্য ভালেমান দিনৰ পিচত ৰাজগৃহলৈ গৈছিল আৰু তেওঁ বুদ্ধক সাষ্টাঙ্গে প্ৰণিপাত কৰিছিল। দ্বিতীয় পঞ্চবৰ্গীয় ভিক্ষু অস্‌সজি (অশ্বজিৎ) ৰাজগৃহত নৰিয়াত পৰি আছিল আৰু ভগৱানে তেওঁক উপদেশ দিছিল। 'খন্ধসংযুত্ত'ৰ ৮৮তম সুত্তৰ পৰা এই কথা জনা যায়। এই দুজনাৰ বাহিৰে বাকী তিনিজনাৰ উল্লেখ 'সুত্তপিটক'ত একেবাৰে পোৱা নাযায়।

জাতকৰ নিদান-কথা আৰু আন আন অট্ঠকথাত এই পঞ্চবৰ্গীয় ভিক্ষু কেইজনা সম্বন্ধে কম বেচি পৰিমাণে কিছু তথ্য পোৱা যায়। তাৰ সাৰাংশ হল এই :

ৰামো ধজো লক্‌খণো চাপি মন্তী
কোণ্ডঞ্ঞো চ ভোজো সুয়ামো সুদত্তো।
এতে তদা অট্ঠ অহেসুং ব্ৰাহ্মণা
ছলংগৱা মন্তং ব্যাকৰিংসু ॥

অৰ্থাৎ, 'ৰাম, ধ্বজ, লক্‌খণ (লক্ষ্মণ), মন্তী (মন্ত্ৰী), কোণ্ডঞ্ঞ (কৌণ্ডিণ্য), ভোজ, সুয়াম আৰু সুদত্ত এই আঠজনা ষড়ঙ্গ বেদজ্ঞ ব্ৰাহ্মণ আছিল। তেওঁলোকে বোধিসত্ত্বৰ ভৱিষ্যতৰ কথা কৈছিল।'

এওঁলোকৰ সাতজনে দুই ধৰণৰ ভৱিষ্যৎ-ৱাণী কৰে, যেনে, যদিহে

বোধিসত্ত্ব গৃহস্থাশ্রমত থাকে তেন্তে তেওঁ চক্রৱৰ্ত্তী হব আৰু যদিহে তেওঁ গৃহস্থাশ্রম ত্যাগ কৰি সন্ন্যাসী হয় তেন্তে তেওঁ সম্যক সম্বুদ্ধ হব। এই আঠজনাৰ ভিতৰত কৌণ্ডিণ্য আটাইতকৈ তৰুণ আছিল। তেওঁ একেটামাথোন ভৱিষ্যৎ-বাণী কৰিছিল, সেয়ে হল—বোধিসত্ত্ব নিঃসন্দেহে সম্যক সম্বুদ্ধ হব। দুই প্ৰকাৰৰ ভৱিষ্যৎ-বাণী কৰা সাতজনা ব্ৰাহ্মণ ঘৰলৈ গৈ নিজৰ নিজৰ লৰাইঁতৰ আগত কৈছিল, 'আমি এতিয়া বুঢ়া হলোঁহক। যদি সিদ্ধাৰ্থ ৰাজকোঁৱৰ বুদ্ধ হৈ যায় তেনেহলে তেওঁক চাবলৈ আমাৰ ভাগ্য নহব। তেওঁ বুদ্ধ হলে তোমালোকে তেওঁৰ সংঘত প্ৰৱেশ কৰিবাহঁক।'

বোধিসত্ত্বই গৃহত্যাগ কৰাৰ সময়ত অকল কৌণ্ডিণ্যহে জীয়াই আছিল। তেওঁ আন সাতজনা ব্ৰাহ্মণৰ লৰাইঁতৰ ওচৰলৈ গৈ ক'লে, 'সিদ্ধাৰ্থকুমাৰ পৰিব্ৰাজক হৈছে। তেওঁ নিশ্চয় বুদ্ধ হব, গতিকে বলাহঁক, আমিও পৰিব্ৰাজক হৈ তেওঁৰ পিচে পিচে যাওঁহক।' সেই যুৱক সকলৰ চাৰিজন কৌণ্ডিণ্যৰ কথাত মান্তি হল আৰু তেওঁলোকেও তেওঁৰ লগতে প্ৰব্ৰজ্যা গ্ৰহণ কৰি বোধিসত্ত্বৰ পিচে পিচে গল। পিচলৈ গৈ এই পাঁচজন লোক 'পঞ্চবৰ্গীয়' নামেৰে প্ৰসিদ্ধ হৈ পৰে। 'মহাৱগ্গ' আৰু 'ললিতৱিস্তৰ'ত তেওঁলোকৰ নাম পোৱা যায়। তেওঁলোকৰ নাম হল যথাক্ৰমে—কোণ্ডঞ্ঞ ( কৌণ্ডিণ্য ), ৱপ্প ( ৱাষ্প ), ভদ্দিয় ( ভদ্ৰিক ), মহানাম আৰু অস্সজি ( অশ্বজিৎ )।

কিন্তু পঞ্চবৰ্গীয় সকলৰ এই পৰিচয় উপকথা যেন লাগে। যদিহে কৌণ্ডিণ্যৰ বিশ্বাস আছিল যে গৌতম কুমাৰ বুদ্ধ হব, তেন্তে তেওঁক উৰুৱেলাত এৰি থৈ কৌণ্ডিণ্য কিয় বাৰাণসীলৈ গুচি গৈছিল ? বোধিসত্ত্বই যেতিয়া শৰীৰৰ কাৰণে আৱশ্যকীয় আহাৰ গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে তেতিয়া কৌণ্ডিণ্যৰ সম্পূৰ্ণ শ্ৰদ্ধা কিয় নাইকিয়া হৈছিল ? মোৰ বোধেৰে এই পঞ্চবৰ্গীয় ভিক্ষু কেইজনা প্ৰথমতে আলাৰ কালামৰ পন্থৰ

আছিল আৰু শাক্যইতৰ অথবা তাৰে ওচৰ-চুবুৰীয়া অঞ্চলত বাস কৰিছিল। তাতে বোধিসত্ত্বৰ লগত তেওঁলোকৰ মিত্ৰতা হৈ যায়। তেওঁলোক আটাই কেইজনাই যে ব্ৰাহ্মণ আছিল তাকো সঠিককৈ কব নোৱাৰি। আলাৰ কালাম আৰু উদ্দক ৰামপুত্তৰ সম্প্ৰদায়ত কোনো সাৰ তথ্য বিচাৰি নাপাই যেতিয়া বোধিসত্ত্বই আৰু কিবা নতুন মাৰ্গৰ সন্ধানত ৰাজগৃহলৈ যায় তেতিয়া চাগে এই পঞ্চবৰ্গীয় ভিক্ষু কেইজনাও তেওঁৰ লগত গৈছিল। তেওঁলোকে বোধহয় ভাবিছিল যে বোধিসত্ত্বই নতুন ধৰ্ম্মমাৰ্গ বিচাৰি পালে তেওঁলোকেও সেই মাৰ্গ অনুসৰণ কৰিব। কিন্তু যেতিয়া বোধিসত্ত্বই তপস্যা আৰু উপবাস এৰি দিলে তেতিয়া তেওঁলোকৰো তেওঁৰ ওপৰত বিশ্বাস নাইকিয়া হল আৰু তেওঁলোক বাৰাণসীলৈ গুচি গল।

**পঞ্চবৰ্গীয় ভিক্ষু-সংঘ**—বুদ্ধ হৈ গৌতম বোধিসত্ত্ব যেতিয়া বাৰাণসীৰ ঋষিপত্তনত উপস্থিত হৈছিল, তেতিয়া পঞ্চবৰ্গীয় ভিক্ষু কেই-জনে তেওঁক আদৰ-সৎকাৰ কৰিবলৈকো সাজু নাছিল। এইবোৰ কথা পঞ্চম অধ্যায়ত দিয়া হৈছে। অৱশেষত এই পঞ্চবৰ্গীয় কেইজনে বোধি-সত্ত্বৰ ধৰ্ম্মমাৰ্গৰ কথা শুনিলে। তাৰ পিচত অকল কৌণ্ডিণ্যইহে সেই মাৰ্গ সম্বন্ধে নিজৰ সম্মতি প্ৰকাশ কৰিলে। তেতিয়া বুদ্ধ ভগৱানে কলে, 'কৌণ্ডিণ্যই জানিব পাৰিছে। ( অঞ্ঞাসি ৱত ভো কোণ্ডঞ্ঞো )।' ইয়াৰ পৰাই কৌণ্ডিণ্যৰ নাম হ'ল, 'অঞ্ঞাসি কোণ্ডঞ্ঞ' ( আজ্ঞাত কৌণ্ডিণ্য )। অকল এই এষাৰি কথাৰ পৰাই কৌণ্ডিণ্য বৌদ্ধ সাহিত্যত বিখ্যাত হৈ পৰিল। ইয়াৰ পিচত তেওঁ কোনো গুৰুত্বপূৰ্ণ কাম কৰা সম্বন্ধে ক'তো একো উল্লেখ পোৱা নাযায়। তেওঁৰ মাথোন এয়ে পুৰুষাৰ্থ বুলি ধৰিব লাগিব যে প্ৰথমতে তেওঁেই অকলে বুদ্ধৰ নতুন ধৰ্ম্ম-মাৰ্গক অভিনন্দন কৰিছিল।

তাৰ পিচত বুদ্ধ ভগৱানে ৱপ্প ( ৱাপ্প ) আৰু ভদ্দিয় ( ভদ্রিক )-কো ধৰ্ম্ম সম্বন্ধে বুজালে আৰু কিছুদিনৰ পিচত তেওঁলোকৰো ধৰ্ম্ম-মাৰ্গৰ বোধ হল। তাৰে কিছুদিনৰ পিচত মহানাম আৰু অস্‌সজিৰো (অশ্বজিত )ৰো এই নতুন ধৰ্ম্ম-মাৰ্গৰ বোধ হয় আৰু এই পঞ্চবৰ্গীয় ভিক্ষু বুদ্ধৰ একনিষ্ঠ ভক্ত হৈ পৰে। এই কামত কিমান সময় লাগিছিল সেই বিষয়ে উল্লেখ কৰা হোৱা নাই। কিন্তু পঞ্চবৰ্গীয় ভিক্ষু প্ৰথমতে বুদ্ধৰ শিষ্য হয় আৰু তেওঁলোক পাঁচজনৰ ভিক্ষু সংঘ হয়, এই বিষয়ত 'সুত্তপিটক' আৰু 'বিনয়পিটক'ৰ মাজত এক মত দেখা যায়।

**যশ আৰু তেওঁৰ লগৰীয়া**—বুদ্ধ ভগৱানে যেতিয়া পঞ্চবৰ্গীয় ভিক্ষুকেইজনৰ লগত ঋষিপত্তনত বাস কৰিছিল তেতিয়া তেওঁ আৰু ৫৫ জন ভিক্ষুক কিদৰে লগ পাইছিল আৰু সেই চাতুৰ্মাসৰ পিচত ভগৱানে ৰাজগৃহলৈকে গৈ কিদৰে ভিক্ষু-সংঘৰ অতিশয় বিকাশ সাধন কৰিছিল, সেই সম্বন্ধে 'মহাৱগ্‌গ'ত বৰ্ণনা কৰা আছে। তাৰে সাৰাংশ তলত দিয়া হল—

বাৰাণসীত যশ নামৰ এজন সুসম্পন্ন তৰুণ আছিল। হঠাৎ গৃহস্থীৰ প্ৰতি তেওঁৰ মনত বিৰাগ জন্মিল আৰু তেওঁ শান্তিপূৰ্ণ ঠাই বিচাৰি বিচাৰি ঋষিপত্তনত উপস্থিত হলগৈ। বুদ্ধই তেওঁক ধৰ্ম্মোপদেশ দি নিজৰ সংঘত ভৰ্ত্তি কৰাই ললে। তেওঁক বিচাৰি বিচাৰি মাক-বাপেকো ঋষিপত্তনত উপস্থিত হল ; বুদ্ধই তেওঁলোককো উপদেশ দিলে। ফলত তেওঁলোকো বুদ্ধৰ উপাসক হৈ গল।

বাৰাণসী নগৰী নিবাসী যশৰ চাৰিজন মিত্ৰ বিমল, সুবাহু, পুণ্ণজি ( পূৰ্ণজিৎ ) আৰু গৱংপতিয়ে ( গৱাংপতি ) শুনিলে যে যশ ভিক্ষু হৈ বুদ্ধৰ সংঘত প্ৰৱেশ কৰিছে, তেতিয়া তেওঁলোকো ঋষিপত্তনলৈ গৈ বুদ্ধৰ সংঘত ভৰ্ত্তি হল। তেওঁলোক আটায়েবে পঞ্চাশজন মিত্ৰ আছিল।

তেওঁলোকেও ঋষিপত্তনলৈ গৈ বুদ্ধৰ উপদেশ শুনিলে আৰু নিজৰ মিত্ৰবৰ্গৰ নিচিনাকৈ সংঘত প্ৰৱেশ কৰিলে। এইদৰে ঋষিপত্তনত ষাঠিজন ভিক্ষুৰ সংঘ প্ৰতিষ্ঠা হল।

**বহুজন-হিতৰ কাৰণে ধৰ্ম্মৰ প্ৰচাৰ**—চাতুৰ্মাসৰ অন্তত বুদ্ধ ভগৱানে নিজৰ ভিক্ষু-সংঘক সম্বোধন কৰি কলে, 'মই গৃহস্থী আৰু স্বৰ্গীয় পাশৰ পৰা মুক্ত হৈ গৈছোঁ আৰু আপোনালোকো সেই পাশৰ পৰা মুক্ত হৈছে। গতিকে হে ভিক্ষুসকল, এতিয়া আপোনালোকে বহুজনৰ হিতৰ কাৰণে, সুখৰ কাৰণে, মানুহৰ ওপৰত অনুকম্পা কৰাৰ বাবে, দেৱ আৰু মনুষ্যৰ কল্যাণৰ হকে ধৰ্ম্মোপদেশ দিয়াত প্ৰবৃত্ত হৈ যাওক। একেটা পথেৰে দুজন নাযাব! আৰম্ভনিতে কল্যাণ-প্ৰদ, মধ্যত কল্যাণ-প্ৰদ আৰু অন্তত কল্যাণ-প্ৰদ এই ধৰ্ম্ম-মাৰ্গ সম্বন্ধে মানুহক উপদেশ দিয়ক।'

এইদৰে বুদ্ধ ভগৱানে তেওঁৰ ষাঠিজন ভিক্ষুক চাৰিওপিনে পঠিয়াই দিছিল। তেওঁলোকে আন আন যুৱকসকলক ভগৱানৰ ওচৰলৈ লৈ গৈছিল আৰু ভগৱানে তেওঁলোকক প্ৰব্ৰজ্যা দি নিজৰ ভিক্ষু-সংঘৰ অন্তৰ্ভুক্ত কৰি লৈছিল। কিন্তু এই পদ্ধতিৰে ষাঠিজন ভিক্ষু আৰু নতুনকৈ ভিক্ষু হব খোজা তৰুণ সকলৰ কষ্ট হবলৈ ধৰিলে, সেইবাবে ভগৱানে ভিক্ষুসকলক এই বুলি অনুজ্ঞা দিলে যে তেওঁলোকে নিজেই আন লোকক প্ৰব্ৰজ্যা দি সংঘত ভৰ্ত্তি কৰাই লব পাৰিব। তাৰ পিচত তেওঁ উৰুৱেলাৰ পিনে যাত্ৰা কৰিলে।

**ভদ্ৰৱৰ্গীয় ভিক্ষু**—বাটতে ভদ্দৱগ্গীয় নামৰ ত্ৰিশজন যুৱক লগত নিজ নিজ তিৰোতাক লৈ এখন উদ্যানত আনন্দ কৰিবলৈ আহিছিল। তাৰে এজনৰ নিজৰ তিৰোতা নাছিল। গতিকে তেওঁৰ কাৰণে এজনী বেশ্যা অনা হৈছিল। সেই ত্ৰিশ জন যুৱক আৰু ঊনত্ৰিশ গৰাকী

তিৰোতা আনন্দ-কেলিত মতলীয়া হৈ থাকোঁতে বেশ্যাজনীয়ে ভালেমান বস্ত্র-বস্তু লৈ পলাই গৈছিল। সেই সময়তে বুদ্ধ ভগৱানে সেই উপবনৰ এজোপা গছৰ তলত জিৰণি লবলৈ বহিছিল। সেই ত্রিশজন যুৱকে যেতিয়া শুনিবলৈ পালে যে বহুমূলীয়া বস্ত্র-বস্তু লৈ বেশ্যাজনী পলাই গৈছে তেতিয়া তেওঁলোকে তাইক বিচাৰি বিচাৰি বুদ্ধ ভগৱান বহি থকা ঠাইত গৈ উপস্থিত হল। তেওঁলোকে ভগৱানক সুধিলে, 'ভদন্ত, আপুনি এই পিনেৰে গাভৰু তিৰোতা এজনী যোৱা দেখিছেনে ?'

ভগৱানে কলে, 'হে তৰুণ গৃহস্থসকল, কোনো তৰুণী স্ত্রীক বিচাৰি ঘুৰি ফুৰা আৰু আত্মবোধ প্রাপ্তি কৰা—এই দুটাৰ ভিতৰত আপোনা-লোকৰ কোনটো ভাল লাগে ?'

বুদ্ধৰ কথা শুনি তেওঁলোক তেওঁৰ ওচৰত বহি গল আৰু ভালেখিনি সময় ধৰি তেওঁৰ উপদেশ শুনাৰ পিচত সেই যুৱক কেইজনে গৃহস্থাশ্রম ত্যাগ কৰি ভিক্ষু-সংঘত যোগদান কৰিলে।

**কাশ্যপ-বন্ধু**—সেই উপবনৰ পৰা গৈ ভগৱান উৰুবেলাত উপস্থিত হল। তাত উৰুবেল কাশ্যপ, নদী কাশ্যপ আৰু গয়া কাশ্যপ নামৰ তিনিজন জটাধাৰী বন্ধুৱে ক্রমে পাঁচশ, তিনিশ আৰু দুশ জটাধাৰী শিষ্যৰ লগত অগ্নিহোত্র কৰি তপস্যা কৰি আছিল। তাৰে ডাঙৰজনৰ আশ্রমতে বুদ্ধ ভগৱান ৰল আৰু তাতে অলৌকিক চমৎকাৰ দেখুৱাই উৰুবেল কাশ্যপ আৰু তেওঁৰ পাঁচ শ শিষ্যক ভিক্ষু-সংঘত ভর্ত্তি কৰালে। উৰুবেল কাশ্যপক দেখি তেওঁৰ লগৰীয়া দুজনেও নিজৰ নিজৰ শিষ্যৰে সৈতে বুদ্ধৰ অনুগামী হল।

**বিৰাট ভিক্ষু-সংঘৰ লগত ৰাজগৃহত প্রবেশ**—এই এহেজাৰ তিনি জন ভিক্ষুক লগত লৈ বুদ্ধ ভগৱান ৰাজগৃহলৈ গল। তাত অত

বিৰাট ভিক্ষু-সংঘ দেখিবলৈ পাই নাগৰিকসকলৰ মাজত বৰ হৈ-চৈ লাগি পৰিছিল। ৰজা বিম্বিসাৰ আৰু তেওঁৰ পাত্ৰ-মন্ত্ৰীসকল বুদ্ধক আদৰনি জনাবলৈ আহিল। বিম্বিসাৰে পিচদিনা বুদ্ধ আৰু তেওঁৰ ভিক্ষু-সংঘক ভিক্ষাৰ বাবে ৰাজমহললৈ আমন্ত্ৰণ কৰিলে আৰু তেওঁলোকৰ ভোজন শেষ হোৱাৰ পিচত ভিক্ষু-সংঘক বেণু-বন-উদ্যান দান কৰিলে।

**সাৰিপুত্ত আৰু মোগ্‌গল্লান**—সঞ্জয় নামৰ এজন প্ৰসিদ্ধ পৰিব্ৰাজক ৰাজগৃহৰ ওচৰত নিজৰ ভালেমান শিষ্য প্ৰশিষ্য লৈ বাস কৰিছিল। সঞ্জয়ৰ দুজন মুখ্য শিষ্য আছিল সাৰিপুত্ত আৰু মোগ্‌গল্লান। কিন্তু সেই সম্প্ৰদায়ত তেওঁলোকৰ মন বহা নাছিল। তেওঁলোকে নিজৰ ভিতৰতে এই বুলি থিৰ কৰি লৈছিল যে সদ্ধৰ্ম্মৰ পথ দেখুৱাই দিব পৰা আন কোনো ব্যক্তিক তেওঁলোকৰ দুজনৰ ভিতৰত এজনে লগ পালে আন জনক সেই কথা জনাব আৰু দুয়ো মিলি সেই ধৰ্ম্ম গ্ৰহণ কৰিব।

এদিনাখন অস্‌সজি ভিক্ষুই ৰাজগৃহত ভিক্ষাটন কৰি আছিল। তেওঁৰ শান্ত আৰু গম্ভীৰ মুখাৱয়ৱ দেখি সাৰিপুত্তৰ এই ধাৰণা হল যে তেওঁ নিশ্চয় কোনো নিৰ্ব্বাণ মাৰ্গ অনুসৰণ কৰা পৰিব্ৰাজক হব। অস্‌সজিৰ লগত কথা-বতৰা হৈ তেওঁ জানিব পাৰিলে যে অস্‌সজি বুদ্ধৰ শিষ্য, আৰু বুদ্ধৰ ধৰ্ম্ম-মাৰ্গই প্ৰকৃত পথ। সাৰিপুত্তই সেই কথা মোগ্‌গল্লানক জনালে আৰু তেওঁলোকে আন মাৰ্গৰ আঢ়ৈশ পৰিব্ৰাজকৰে সৈতে বুদ্ধৰ ওচৰলৈ গৈ ভিক্ষু-সংঘত যোগদান কৰিলে।

## ঐতিহাসিক তথ্যৰ বিচাৰ

যশ আৰু আন ৫৪ জন তৰুণ ভিক্ষু হোৱাৰেপৰা ইয়ালৈকে বৰ্ণনা কৰা আটাইখিনি 'মহাৱগ্‌গ'ৰ বৰ্ণনাৰ সাৰাংশ হিচাপে লোৱা হৈছে।[১]

(১) 'বুদ্ধ-লীলা সাৰ সংগ্ৰহ', পৃষ্ঠা ১৬০-১৬৫, আৰু 'বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ৭-৮।

এতিয়া এই বৰ্ণনা ঐতিহাসিক প্ৰমাণৰ ফালৰপৰা বিচাৰ কৰি চোৱাটো উচিত হব। বোধিসত্ত্বই উৰুৱেলাত তপস্যা কৰিছিল আৰু তাতে তেওঁৰ তত্ত্ববোধ হৈছিল। ইয়াৰপৰা দেখা যায় যে উৰুৱেলা অঞ্চল সম্বন্ধে বুদ্ধ ভগৱানে ভালদৰে জানিছিল। সেই অঞ্চলতে উৰুৱেলা কাশ্যপ আৰু তেওঁৰ লগৰীয়া দুজন এহেজাৰ জটাধাৰী শিষ্য লৈ বাস কৰিছিল। যদিহে ভগৱান বুদ্ধই তেওঁলোকক নিজৰ অলৌকিক চমৎকাৰ দেখুৱাই শিষ্য কৰিবলৈ ইচ্ছা কৰিছিল তেন্তে তেওঁ তেওঁলোকক তাত এৰি থৈ কাশীলৈকে যাবলগা হল কিয়? অকল পঞ্চবৰ্গীয় ভিক্ষু কেইজনৰ বাহিৰে আন কোনেও তেওঁৰ ধৰ্ম্ম বুজি নাপাব বুলিয়ে বা তেওঁৰ কিয় ধাৰণা হৈছিল? আমি জানো এইটোকে ধৰি লম যে সেই সময়ত তেওঁৰ অদ্ভুত চমৎকাৰ দেখুৱাৰ শক্তি নাছিল আৰু কাশীলৈ গৈ পঞ্চবৰ্গীয় কেইজনক উপদেশ দিয়াৰ পিচতহে তেওঁ সেই শক্তি লাভ কৰে?

ঋষিপত্তনত পঞ্চবৰ্গীয় সকলৰ বাহিৰে বুদ্ধই যি পঁচপন্নজন ভিক্ষু পাইছিল তাৰ ভিতৰত মাথোন পাঁচজনৰহে নাম 'মহাৱগ্‌গ'ত দিয়া হৈছে, আন পঞ্চাশ জনৰ এজনৰো নামৰ উল্লেখ পোৱা নাযায়। তাৰ পৰা ধাৰণা হয় যে ভিক্ষুসকলৰ সংখ্যা বঢ়াবলৈ পঞ্চাশৰ সংখ্যা যোগ কৰি দিয়া হৈছে।

বাটত যি ত্ৰিশজন পুৰুষক ভিৰোতাৰ লগত ক্ৰীড়াৰত হৈ থকা অৱস্থাতে ভগৱান বুদ্ধই লগ পাইছিল, তেওঁলোক কথাৰ কথাতে ভিক্ষু হৈ যোৱাটো সম্ভৱপৰ যেন নালাগে। যদি তেওঁৰ তেনেকুৱাই কৰাৰ কথা আছিল তেন্তে তেওঁ উৰুৱেলাৰ পৰা কাশীলৈ যোৱাৰ কষ্ট কৰিবলগীয়া হৈছিল কিয়? উৰুৱেলাৰ ওচৰত জানো আনন্দ-কেলিত মতলীয়া হোৱা যুৱক তেওঁ নাপালেহেঁতেন? এই যুৱক সকলৰ কাহিনীটো মাজতে কিয় ভৰাই দিয়া হৈছে তাক বুজা নাযায়।

বুদ্ধ ভগৱানে যেতিয়া এহেজাৰ তিনিজন জটাধাৰী পৰিব্রাজকক ভিক্ষু কৰি নিজৰ লগতে ৰাজগৃহলৈ লৈ গৈছিল, তেতিয়া গোটেইখন ৰাজগৃহতে হৈ চৈ লাগি পৰিছিল, অথচ সাৰিপুত্তই এই কথাও নাজানিছিল যে বুদ্ধ কোন—ই কেনেকৈ সম্ভৱ হব পাৰে? অস্‌সজি পঞ্চবর্গীয় ভিক্ষু সকলৰ অন্যতম আছিল। আন কেইজন পঞ্চবর্গীয় ভিক্ষুৰে সৈতে কাশীৰ ওচৰে কাষৰে ধর্মোপদেশ দিবলৈ পঠাই দি ভগৱান উৰুবেলা আৰু তাৰ পৰা ৰাজগৃহলৈ গৈছিল। তেনেহলে এই অস্‌সজি আকৌ হঠাতে ৰাজগৃহত উপস্থিত হল কেনেকৈ? মুঠতে কব লাগিব যে পঞ্চবর্গীয় কেইজনা, যশ আৰু তেওঁৰ চাৰিজন লগৰীয়াক ভিক্ষু সংঘত অন্তর্ভুক্ত কৰোৱাৰ পিচত ভগৱানৰ কাশীৰ পৰা ৰাজগৃহলৈ যাত্রা কৰাৰ যি বিৱৰণ 'মহাৱগ গ'ত দিয়া হৈছে, তাৰ অধিকখিনিয়ে উপকথা ধৰণৰ।

**'ললিতৱিস্তৰত' দিয়া সূচী**—যদিও প্রকৃত কথা কি আছিল তাক সঠিককৈ কব নোৱাৰি, তথাপি 'ললিতৱিস্তৰ'ৰ আৰম্ভনিতে ভিক্ষু সকলৰ যি সূচী দিয়া হৈছে তাৰ পৰা ভিক্ষু-সংঘ সম্বন্ধে অলপ অচৰপ প্রাথমিক জ্ঞান লাভ কৰিব পৰা যাব পাৰে। গতিকে আমি সেই সূচী ইয়াতে তুলি দিলোঁ—

(১) জ্ঞানকৌণ্ডিণ্য, (২) অশ্বজিৎ (অস্‌সজি) (৩) ৱাষ্প (ৱপ্প), (৪) মহানাম, (৫) ভদ্রিক (ভদ্দিয়), (৬) যশোদেৱ (যস), (৭) বিমল, (৮) সুবাহু, (৯) পূর্ণ (পুণ্ণজি), (১০) গৱাম্পতি (গৱম্পতি), (১১) উৰুবেলকাশ্যপ (উৰুবেল কস্‌সপ), (১২) নদীকাশ্যপ, (১৩) গয়াকাশ্যপ, (১৪) সাৰিপুত্র (সাৰিপুত্ত), (১৫) মহামৌদ্‌গল্যায়ন (মহামোগ্‌গল্লান), (১৬) মহাকাশ্যপ (মহাকস্‌সপ) (১৭) মহাকাত্যায়ন (মহাকচ্চান), (১৮) কফিল (?), (১৯) কৌণ্ডিণ্য (?),

(২০) চুনন্দ ( চুন্দ ), (২১) পূর্ণ মৈত্রায়নী পুত্র ( পুন্ন মন্তাণিপুত্ত ), (২২) অনিৰুদ্ধ ( অনুৰুদ্ধ ), (২৩) নন্দিক ( নন্দক ), (২৪) কস্কিল (কপ্পিন ), (২৫) সুভূতি, (২৬) ৰেৱত, (২৭) খদিৰবণিক, (২৮) অমোঘৰাজ ( মোঘৰাজ ), (২৯) মহাপাৰণিক (?), (৩০) ৱকুল ( বকুল ), (৩১) নন্দ, (৩২) ৰাহুল, (৩৩) স্বাগত ( সাগত ), (৩৪) আনন্দ।

যদি 'মহাৱগ্‌গ'ত দিয়া অনামিক ভিক্ষু সকলৰ সংখ্যা বাদ দিয়া হয়, তেন্তে এই এই সূচীৰ পোদ্ধৰ জন ভিক্ষুৰ পৰম্পৰা 'মহাৱগ্‌গ'ৰ বর্ণনাৰ লগত মিলি যায়; আৰু তাৰ পৰা অনুমান কৰিব পৰা যায় যে পঞ্চবৰ্গীয় ভিক্ষু সকলৰ পিচত ভগৱানে যশ আৰু তেওঁৰ লগৰীয়া চাৰিজনকো অনুগামী হিচাপে লাভ কৰিছিল।

এওঁলোক দহজনক লগত লৈ ভগৱান উৰুৱেলালৈ গৈছিল আৰু তাত তেওঁলোকৰ সংঘত তিনিওজন কাশ্যপ বন্ধুৱেও যোগদান কৰে। এই তেৰজন শিষ্য লগত লৈ ভগৱান ৰাজগৃহলৈ যায়। তাত সঞ্জয়ৰ শিষ্যসকলৰ ভিতৰৰ পৰা সাৰিপুত্ত আৰু মোগ্‌গল্লানে সঞ্জয়ৰ পন্থ এৰি ভগৱানৰ শিষ্যত্ব গ্ৰহণ কৰে। এই দুজনৰ আগমনৰ ফলত ভিক্ষু-সংঘৰ প্ৰতিপত্তি যথেষ্ট বৃদ্ধি পায়, কিয়নো ৰাজগৃহত এওঁলোকৰ বৰ খ্যাতি আছিল। এওঁলোক দুজনে বুদ্ধৰ দৰ্শনৰ কিদৰে বিকাশ সাধন কৰিছিল, সুত্ত আৰু 'ৱিনয়পিটকে' তাৰ সাক্ষ্য দিয়ে। 'অভিধম্মপিটক'ৰ প্ৰায় আটাইখিনি কথাই সাৰিপুত্তই ৰচনা কৰা বুলি বিশ্বাস কৰা হয়।

ইয়াৰ পিচত উল্লিখিত ২৯ জন ভিক্ষুৰ পৰম্পৰা ঐতিহাসিক যেন অনুমান নহয়। 'চুলৱগ্‌গ'ত ( ভাগ ৭ ) কোৱা হৈছে যে আনন্দ আৰু অনুৰুদ্ধ একে সময়তে ভিক্ষু হয়। কিন্তু ইয়াত অনুৰুদ্ধৰ ক্ৰমাঙ্ক হল ২২ শ আৰু আনন্দৰ ৩৪ শ। এওঁলোকৰ লগত উপালি নাপিতেও প্ৰব্ৰজ্যা গ্ৰহণ কৰিছিল আৰু পিচত তেওঁ বিনয়ধৰ হৈছিল। কিন্তু তেওঁৰ নাম হলে এই সূচীত পোৱা নাযায়। ইয়াত উল্লেখ কৰা প্ৰায়

আটাইবোৰ ভিক্ষুৰে জীৱনী 'বৌদ্ধ সংঘাচা পৰিচয়'[২] নামৰ পুথিৰ তৃতীয় ভাগত দিয়া হৈছে। জিজ্ঞাসু পাঠকে পঢ়ি চাব পাৰে।

**ভিক্ষুসকলৰ সংখ্যা**—এতিয়া আমি চমুকৈ এই কথাৰ আলোচনা কৰোঁহঁক যে ৰাজগৃহলৈ অহাৰ সময়লৈকে ভগৱানে যি কেইজন ভিক্ষু পাইছিল, তেওঁলোকৰ সংখ্যা এই পোন্ধৰজনতকৈ অধিক আছিল নে নাই। বুদ্ধই বাৰাণসীত ষাঠিজন ভিক্ষু পায়, উৰুৱেলালৈ যোৱাৰ সময়ত বাটত ত্ৰিশজন, আৰু উৰুৱেলাত এহেজাৰ—এইদৰে মুঠতে এহেজাৰ তিৰানব্বৈ জন ভিক্ষুৰ সংঘ লগত লৈ ভগৱানে ৰাজগৃহত প্ৰৱেশ কৰে। তাত সাৰিপুত্ত আৰু মোগ্‌গল্লানৰ লগত সঞ্জয় পৰিব্ৰাজকৰ আঢ়ৈ শ শিষ্যই বৌদ্ধ-সংঘত যোগদান কৰে। অৰ্থাৎ এই সময়ত ভিক্ষু-সংঘৰ সংখ্যা ১৩৪৫ হৈছিল। কিন্তু অত বিৰাট ভিক্ষু-সংঘ বুদ্ধৰ লগত থকা বুলি 'সুত্তপিটক'ৰ কোনো ঠাইতে উল্লেখ নাই। 'সামঞ্‌ঞফল সুত্ত'ত কোৱা হৈছে যে বুদ্ধ ভগৱানৰ পৰিনিৰ্ব্বাণৰ দুই কি এবছৰৰ আগতে তেওঁ ৰাজগৃহলৈ যোৱাৰ সময়ত তেওঁৰ লগত থকা ভিক্ষুৰ সংখ্যা আছিল ১২৫০, কিন্তু 'দীঘনিকায়'ৰ পিচৰ আঠ সুত্তত ভিক্ষুৰ সংখ্যা ৫০০ বুলি কোৱা হৈছে। ভগৱানৰ পৰিনিৰ্ব্বাণৰ পিচত ৰাজগৃহত ভিক্ষু সকলৰ যি প্ৰথম পৰিষদ হৈছিল তাত মাথোন ৫০০ হে ভিক্ষু আছিল। গতিকে ভগৱানৰ পৰিনিৰ্ব্বাণৰ সময়লৈকে ভিক্ষুৰ সংখ্যা ৫০০ৰ অধিক নাছিল বুলি অনুমান কৰিব পৰা যায়।

বুদ্ধ ভগৱানৰ পৰিনিৰ্ব্বানৰ পিচত হয়তো এই সংখ্যা বঢ়াই দেখুৱাটো আৰম্ভ হয়। 'ললিতবিস্তৰ'ৰ আৰম্ভনিতে কোৱা হৈছে যে শ্ৰাৱস্তীতে ভগৱানৰ লগত বাৰ হেজাৰ ভিক্ষু আৰু বত্ৰিশ হেজাৰ বোধিসত্ত্ব আছিল।

---

(২) মাৰাঠী ভাষাত ৰচিত পুথি।

এইদৰে নিজৰ সম্প্ৰদায়ৰ মহত্ত্ব বঢ়োৱাৰ উদ্দেশ্যে সেই সময়ত আগৰ ভিক্ষুৰ সংখ্যা বঢ়োৱাটো আৰম্ভ হয় আৰু মহাযান-পন্থৰ গ্ৰন্থকাৰ-সকলেতো নিজৰ ইচ্ছামতে বোধিসত্ত্বৰ সংখ্যা বঢ়াই দিছে। বৌদ্ধধৰ্ম্মৰ অৱনতিৰ ইও এটা প্ৰধান কাৰণ। নিজৰ ধৰ্ম্ম আৰু সংঘৰ মহত্ত্ব বঢ়োৱাৰ অভিপ্ৰায়েৰে বৌদ্ধ ভিক্ষুসকলে আগ-গুৰি নোহোৱা উপকথাৰ ৰচনা কৰিবলৈ আৰম্ভ কৰি দিয়ে আৰু ব্ৰাহ্মণসকলে তাতকৈও অধিক অদ্ভুত কথাৰ ৰচনা কৰি তেওঁলোকক সম্পূৰ্ণভাৱে হৰুৱাই দিয়ে।

**ছটা প্ৰসিদ্ধ শ্ৰমণ-সংঘ**—বুদ্ধৰ সময়ত বুদ্ধৰ সংঘতকৈও ডাঙৰ আৰু প্ৰসিদ্ধ ছটা শ্ৰমণ-সংঘ আছিল আৰু ছটা সংঘৰ নেতাসকল আছিল যথাক্ৰমে—পূৰণ কাস্‌সপ, মক্‌খলি গোসাল, অজিত কেসকম্বল, পকুধ কচ্চায়ন, সঞ্জয় বেলট্‌ঠপুত্ত আৰু নিগণ্ঠ নাথপুত্ত আৰু এওঁলোকৰ বৰ সন্মান আছিল। এই সম্বন্ধে 'মঝ্‌ঝিমনিকায়'ৰ চূলসাৰোপমসুত্তত তলত দিয়া উল্লেখ পোৱা যায়।

'যেমে ভো গৌতম সমণ ব্ৰাহ্মণা সংঘিনো গণিনো গণাচৰিয়া ঞাতা যসস্‌সিনো তিৎথকৰা সাধুসম্মতা বহুজনস্‌স, সেয্যথীদং পূৰণো কস্‌সপো, মক্‌খলি গোসালো, অজিতো কেসকম্বলো, পকুধো কচ্চায়নো, সঞ্জয়ো বেলট্‌ঠপুত্তো, নিগণ্ঠ নাথপুত্তো।'

অৰ্থাৎ (পিঙ্গল কোৎসই ভগৱানৰ আগত কয়), 'হে গৌতম, এই যে সংঘী, গণী, গণাচাৰ্য্য, প্ৰসিদ্ধ, যশস্বী, তীৰ্থঙ্কৰ আৰু বহুজন-মান্য (ছজনা লোক আছে) তেওঁলোক কোন? পূৰণ কস্‌সপ, মক্‌খলি গোসাল, অজিত কেসকম্বল, পকুধ কচ্চায়ন, সঞ্জয় বেলট্‌ঠপুত্ত আৰু নিগণ্ঠ নাথপুত্ত।'

**বৌদ্ধ-সংঘৰ কৰ্ত্তব্য-নিষ্ঠা**—এই ছজনা আচাৰ্য্য বয়সত বুদ্ধ ভগৱানতকৈ ডাঙৰ আছিল আৰু তেওঁলোকৰ ভিক্ষুৰ সংখ্যাও অনেক

আছিল। এই আচাৰ্য্য কেইজনৰ তুলনাত বুদ্ধ আটাইতকৈ সৰু আছিল আৰু তেওঁৰ ভিক্ষু-সংঘৰ সংখ্যাও তেনেই কম আছিল। তথাপি এই অকণমানি ভিক্ষু-সংঘই আটাইতকৈ অধিক উন্নতি কৰিছিল আৰু অকল ভাৰতবৰ্ষতে নহয়, সদৌ এচিয়া মহাদ্বীপতে নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। তাৰ কাৰণ কি?

ইয়াৰ উত্তৰ হল এয়ে যে যদিও উল্লিখিত ছটা শ্ৰমণ সংঘ সংখ্যাত ডাঙৰ আছিল, তথাপি তেওঁলোকে সাধাৰণ ৰাইজৰ কাৰণে বৰ বেচি চিন্তা নকৰিছিল। সেই শ্ৰমণসকলৰ অধিক ভাগৰে ধ্যেয় আছিল তপস্যাৰ মাৰ্গেৰে মোক্ষৰ সাধন কৰা। গাওঁ বা নগৰলৈ গৈ তেওঁলোকে গৃহস্থসকলৰ পৰা ভিক্ষা লৈছিল আৰু মাজে সময়ে ৰাইজক নিজ নিজ সম্প্ৰদায়ৰ তত্ত্ব জ্ঞান শিকাইছিল। তথাপি গৃহস্থ সকলৰ হিতৰ কাৰণে তেওঁলোকে বৰ বেচি চেষ্টা নকৰিছিল।

বৌদ্ধ-সংঘৰ কথা আছিল ইয়াৰ ঠিক ওলোটা। আমি আগতেই বুদ্ধৰ এটা উপদেশৰ কথা উল্লেখ কৰি আহিছোঁহক। সেয়ে হল, 'মানুহৰ হিত আৰু সুখৰ বাবে আপোনালোক চাৰিওপিনে যাওক, একেটা বাটেৰে দুজন নাযাব।' এই উপদেশ 'মহাৱগ্গ' আৰু 'মাৰ-সংযুত্ত'ত পোৱা যায় আৰু এনে ধৰণৰ উপদেশ 'সুত্তপিটক'ৰো ভালেমান ঠাইতে পোৱা যায়। বুদ্ধ ভগৱানৰ এই উপদেশ অনুসৰি আচৰণ কৰা হেতুকে তেওঁৰ ভিক্ষু-সংঘ বহুজন-সমাজৰ বাবে প্ৰিয় আৰু আদৰণীয় হৈ উঠিল আৰু ফলত সকলোৰে ওপৰত এই সংঘই প্ৰভাৱ বিস্তাৰ কৰিব পাৰিলে।

চতুৰ্থ অধ্যায়ত আমি কৈ আহিছোঁ যে মানুহে পৰস্পৰৰ মাজত খন্দ-খৰিয়াল কৰা দেখি বোধিসত্ত্বৰ মনত বৈৰাগ্য উৎপন্ন হৈছিল। এই কাঁজিয়াৰ ওৰ পেলোৱাটো ৰাজ-সত্তাৰ পক্ষে সম্ভৱপৰ নাছিল। যেতিয়া-লৈকে মানুহৰ মাজত হিংসাত্মক বুদ্ধি থাকিব, তেতিয়ালৈকে সমাজত

চলি থকা দ্বন্দ্ব-খৰিয়াল লোপ নাপাব। গতিকে ৰাজ-সত্তাৰ পৰা নিবৃত্ত হৈ মনুষ্য জাতিৰ মুক্তিৰ পথ বিচাৰি উলিয়াবলৈ বোধিসত্ত্ব প্ৰবৃত্ত হ'ল। সাত বছৰ তপস্যা কৰাৰ ফলত নানা প্ৰকাৰৰ অভিজ্ঞতা অৰ্জ্জন কৰাৰ পিচত তেওঁ ইয়াৰ আগৰ অধ্যায়ত বৰ্ণনা কৰা মধ্যম মাৰ্গৰ আৱিষ্কাৰ কৰিলে, আৰু আটায়েৰে মাজত ইয়াক প্ৰচাৰ কৰিবলৈ স্থিৰ কৰিলে। এই কামৰ বাবেই বুদ্ধ ভগৱানে সংঘৰ স্থাপন কৰিলে। গতিকে আন আন সংঘৰ শ্ৰমণতকৈ বৌদ্ধ শ্ৰমণ সকলে যে সাধাৰণ ৰাইজৰ হিত সুখৰ বাবে অধিক চিন্তা কৰিছিল, তাত আচৰিত হবলগীয়া কোনো কথা নাই।

**আধ্যাত্মিক খেতিৰ আৱশ্যকতা**—সমাজত খেতি, বেহা বেপাৰ আদি ব্যৱসায় চলে, কিন্তু ৰাইজৰ মাজত সংগঠন নাথাকিলে এই ব্যৱসায়বোৰৰ পৰা লাভ নহয়। এজনে কৰা খেতি আন কোনোবাই কাটি লৈ যাব আৰু বেপাৰীকো হয়তো কোনো চোৰে লুটি পুটি সকলো বয়-বস্তু লৈ যাব। এইদৰে যদি সমাজত বিশৃঙ্খলতাৰ সৃষ্টি হয় তেন্তে তেনে সমাজৰ ৰাইজৰ বৰ কষ্ট হয়। ইয়াৰ বাবে অস্ত্ৰবলেৰে একতাৰ সৃষ্টি কৰিব পৰা যায়, কিন্তু তেনে একতাৰ বান্ধন সৰহ দিন তিষ্ঠিব নোৱাৰে। পৰস্পৰৰ মাজত সৌজন্য আৰু ত্যাগৰ দ্বাৰা উৎপন্ন হোৱা একতাকহে প্ৰকৃত একতা বুলি কব পৰা যায়। 'সুত্তনিপাত'ৰ কাসি-ভাৰদ্বাজসুত্তৰ পৰা প্ৰমাণ পোৱা যায় যে সাধাৰণ ৰাইজৰ মাজত এনে ধৰণৰ একতাৰ সৃষ্টি কৰাই আছিল বুদ্ধৰ অভিপ্ৰায়। ইয়াৰ সাৰাংশ হল এই:

এদিনাখন বুদ্ধ ভগৱান ভিক্ষা খুজি খুজি ভৰদ্বাজ ব্ৰাহ্মণৰ খেতি-পথাৰত উপস্থিত হল। সেই সময়ত ভৰদ্বাজ ব্ৰাহ্মণে নিজৰ বনুৱা-সকলক খাবলৈ দি আছিল। ভগৱানক ভিক্ষাৰ কাৰণে থিয় হৈ

থকা দেখি তেওঁ কলে, 'তুমিও মোৰ নিচিনাকৈ পথাৰত হাল ধৰা, খেতি লগোৱা, খেতি চপোৱা আৰু খোৱা। তুমি কিয় ভিক্ষা মাগি ফুৰা ?'

ভগৱানে কলে, 'ময়ো খেতিয়ক। মই শ্ৰদ্ধাৰ বীজ সিঁচি দিওঁ। তাৰ ওপৰত তপশ্চৰ্য্যাৰ ( প্ৰযত্নৰ ) বৃষ্টি পৰে। প্ৰজ্ঞা মোৰ নাঙল। পাপ-লজ্জা হালৰ মুঠি, চিত্ত জৰী, স্মৃতি ( জাগৃতি ) হালৰ ফাল আৰু এচাৰি। শৰীৰ আৰু বাণীৰে মই সংযম ৰক্ষা কৰোঁ। আহাৰ বিষয়ত নিয়মিত থাকি সত্যৰ দ্বাৰাই মই ( মনৰ দোষ সমূহৰ ) বিচাৰ কৰোঁ। সন্তোষ মোৰ জিৰণি। উৎসাহ মোৰ বলধ। মোৰ বাহন এনে দিশলৈ যায় য'ত কোনো শোক কৰিব লগাত নপৰে।'

ভৰদ্বাজে ততালিকে এই কথাৰ তাৎপৰ্য্য বুজি পালে আৰু তেৱোঁ বুদ্ধৰ শিষ্য হৈ গল।

এই উপদেশত বুদ্ধই খেতি কৰাত নিষেধ কৰা নাই। তেওঁৰ উপদেশৰ সাৰমৰ্ম্ম ইমানেই যে সেই খেতিৰ গুৰিত নৈতিক আদৰ্শ নাথাকিলে তাৰ পৰা সমাজৰ সুখৰ সলনি দুখহে হব। এজনে কৰা খেতি আন এজনে কাটি লৈ গলে কোনেও আৰু খেতি কৰিবলৈ সাজু নাথাকিব। তেতিয়া সমাজৰ অৱস্থা ভয়ঙ্কৰ হৈ উঠিব। গতিকে প্ৰথমতে সকলোৰে হিত সম্বন্ধে অহিংসাত্মক হব লাগে। তেনে ধৰণৰ মানসিক খেতি নকৰিলে এই বাস্তৱ খেতিৰ পৰা কোনো উপকাৰ নহব জানি বুদ্ধই নিজৰ সংঘক সমাজত নৈতিক জাগৰণৰ সৃষ্টি কৰিবলৈ প্ৰবৃত্ত হোৱাৰ বাবে উপদেশ দিয়ে। এতেকে বৌদ্ধ-সংঘৰ সংখ্যা তাকৰীয়া হোৱা সত্ত্বেও বৌদ্ধ ভিক্ষুসকল অলপ দিনৰ ভিতৰতে ৰাইজৰ প্ৰিয় হৈ উঠে আৰু নিজৰ পুৰুষাৰ্থৰ বলত আন আন শ্ৰমণ-সংঘতকৈ আগ-বাঢ়ি যায়।

# সংঘৰ সংগঠন

বুদ্ধ ভগৱানে নিজৰ সংঘ সংগঠনত অতিশয় সতৰ্কতা অৱলম্বন কৰিছিল। তেওঁ সংঘৰ সংগঠন এনেভাৱে কৰিছিল যাতে তেওঁৰ পিচতো এই সংঘ স্বতন্ত্ৰীয়াভাৱে থাকে আৰু অব্যাহতভাৱে বাইজৰ সেৱা কৰি থাকিব পাৰে। ৱজ্জীসকলৰ গণৰাজ্যত নেতাসকল গোট খাই ভাৱৰ আদান-প্ৰদান কৰিছিল আৰু পৰস্পৰে পৰস্পৰৰ মঙ্গলৰ বাবে আৱশ্যকীয় উপায়ৰ সংকেত দিছিল। বুদ্ধ ভগৱানে এই পদ্ধতিৰ অলপ-অচৰপ সংশোধন কৰি তাক তেওঁৰ সংঘত প্ৰয়োগ কৰিছিল চাগৈ; কিয়নো 'মহাপৰিনিব্বানসুত্ত'ৰ আৰম্ভনিতে থকা বৰ্ণনাৰ পৰা এনে অনুমান কৰিব পৰা যায়।

ভগৱান বুদ্ধৰ ওচৰলৈ ৱস্‌সকাৰ ব্ৰাহ্মণ যায় আৰু তেওঁৰ প্ৰভু অজাতশত্ৰুই ৱজ্জীসকলৰ ওপৰত আক্ৰমণ চলাবলৈ সিদ্ধান্ত লোৱাৰ কথা ভগৱানক জানিবলৈ দিয়ে। তেতিয়া ভগৱানে ৱস্‌সকাৰ ব্ৰাহ্মণৰ আগত কয়, 'যেতিয়ালৈকে ৱজ্জীসকলে মই কোৱা সাতোটা নিয়ম মানি চলে, তেতিয়ালৈকে তেওঁলোকক কোনেও জয় কৰিব নোৱাৰে।' তাৰ পিচত ৱস্‌সকাৰ গুচি যোৱাৰ পিচত ভগৱানে ভিক্ষু-সংঘক সম্বোধন কৰি কয়, 'হে ভিক্ষুসকল, মই আপোনালোকৰ অভিবৃদ্ধিৰ (উন্নতিৰ) সাতোটা নিয়ম কওঁ, শুনক।—(১) যেতিয়ালৈকে ভিক্ষুসকল বাৰে বাৰে একত্ৰ হৈ থাকে, তেতিয়ালৈকে ভিক্ষুসকলৰ অভিবৃদ্ধিহে হব, পৰিহানি নহয়। (২) যেতিয়ালৈকে ভিক্ষুসকল একমত হৈ গোটখাব আৰু একে মতেৰে সংঘৰ কামৰ বিচাৰ কৰি উঠিব, তেতিয়ালৈকে ভিক্ষুসকলৰ অভিবৃদ্ধিহে হব, পৰিহানি নহয়। (৩) যেতিয়ালৈকে সংঘৰ দ্বাৰা ৰচিত নিয়ম সম্বন্ধে ভিক্ষুৱে নকয় যে এই নিয়ম সংঘৰ দ্বাৰা ৰচিত আৰু যেতিয়ালৈকে তেওঁলোকে সেই নিয়ম ভঙ্গ নকৰে, নিয়মৰ তাৎপৰ্য্য বুজি

সেই মতে চলে, তেতিয়ালৈকে ভিক্ষুসকলৰ অভিবৃদ্ধিহে হব, পৰিহানি নহয়। (৪) যেতিয়ালৈকে ভিক্ষুসকলে বুদ্ধ আৰু শীলৱান নেতাসকলক মানি চলে। (৫) যেতিয়ালৈকে ভিক্ষুসকল বাৰে বাৰে উৎপন্ন হোৱা তৃষ্ণাৰ ৱশীভূত নহয়। (৬) যেতিয়ালৈকে একান্তবাস ভিক্ষুসকলৰ ভাল লাগি থাকিব আৰু (৭) যেতিয়ালৈকে অনাগত সুজ্ঞ ব্ৰহ্মচাৰী আহে আৰু আগত সুজ্ঞ সুব্ৰহ্মচাৰী সুখত থাকে, ইয়াৰ বাবে ভিক্ষুসকল অনবৰত জাগ্ৰত থাকে, তেতিয়ালৈকে ভিক্ষুসকলৰ অভিবৃদ্ধিহে হব, পৰিহানি নহয়।'

ইয়াৰ পৰা বুজিব পৰা যায় যে সংঘ একেঠাইত গোটখোৱা, এক-মতেৰে সংঘৰ কাম কৰা, বুদ্ধ আৰু শীলৱান ভিক্ষুৰ সন্মান ৰক্ষা কৰা আদি 'ৱিনযপিটক'ত দিয়া নিযমবোৰ বুদ্ধ ভগৱানে ৱজ্জী আদি স্বতন্ত্ৰ গণৰাজ্যত প্ৰচলিত ব্যৱস্থাৰ পৰা গ্ৰহণ কৰিছিল।

**সংঘৰ কিছুমান নিয়ম সামাজিক ৰীতিৰ পৰাও লোৱা হৈছিল**—কিন্তু ৰাজ্যৰ অনুশাসনৰ আটাইবোৰ নিয়ম সংঘত প্ৰৱৰ্ত্তন কৰাটো সম্ভৱপৰ নাছিল। সংঘত কোনো ভিক্ষুৱে কিবা অপৰাধ কৰিলে তেওঁৰ দণ্ড হিচাপে ৰব বেচি তেওঁক সংঘৰ পৰা বাহিৰ কৰি দিয়া হৈছিল। ইয়াতকৈ অধিক আৰু কোনো কঠোৰ দণ্ড নাছিল, কিয়নো সংঘৰ আটাইবোৰ নিয়ম অহিংসাত্মক আছিল। তাৰে ভালেমান নিয়ম জনসাধাৰণৰ মাজত প্ৰচলিত ৰীতি-নীতিৰ পৰাও লোৱা হৈছিল। উদাহৰণৰ বাবে তলত দিয়া নিয়মলৈ লক্ষ্য কৰিব লগীযা :

বুদ্ধ ভগৱান আলৱীৰ অগ্গালয় চেতিয়ত আছিল। সেই সময়ত আলৱক ভিক্ষুই ভৱন-নিৰ্ম্মাণৰ কাম কৰাৰ বাবে মাটি খন্দাইছিল। তাকে দেখি মানুহে বু-বা কৰিবলৈ ধৰিলে। ভগৱানে সেই কথা জানিব পাৰি তেওঁক সেই কাম কৰিবলৈ নিষেধ কৰি ভিক্ষুসকলৰ

বাবে এই নিয়ম বান্ধি দিলে যি ভিক্ষুৱে মাটি খান্দে, খন্দুৱায়, তেওঁৰ পাচিত্তিয় হয়।[৩]

ভগৱানে হলে ভিক্ষুসকলক এই বুলি আজ্ঞা দিছিল যে তেওঁলোক থাকিবলৈ পজাঘৰ বা সাধাৰণ বিহাৰ সাজি লব পাৰে আৰু তাক সাজোঁতে ভিক্ষুসকলে নিজে বা আনৰ হতুৱাই মাটি খন্দাটো কোনো পাপৰ কাম নহয়। তথাপি সাধাৰণ ৰাইজৰ সন্তোষৰ কাৰণে এই নিয়ম বান্ধি দিবলগীয়া হৈছিল। প্ৰায় সকলো শ্ৰমণ এই বিষয়ত সাৱধান আছিল যাতে তেনেই অকণি অকণি কীটাণুৰো নাশ নহয়। তেওঁলোকে আনকি ৰাতি চাকিকে নজ্বলাইছিল; কাৰণ চাকি জ্বলালে চাকিৰ ওপৰত পোক-পতঙ্গ আহি পৰাৰ সম্ভাৱনা থাকে। সাধাৰণ ৰাইজো তেওঁলোকৰ এই আচাৰত অভ্যস্ত হৈ গৈছিল। গতিকে এনে অৱস্থাত কোনো শ্ৰমণে নিজে কোৰ লৈ মাটি খান্দিবলৈ ললে, সাধাৰণ ৰাইজৰ মনত অসন্তোষ হোৱাটো তেনেই স্বাভাৱিক আছিল। তেওঁলোকৰ লগত বাদ-বিবাদ কৰি তেওঁলোকৰ দৃষ্টিকোণৰ সলনি কৰাটো বুদ্ধ ভগৱানে আৱশ্যক বুলি বিবেচনা নকৰিলে। তেওঁ জানিছিল যে তপস্যাত অনাহকতে সময়ৰ অপব্যয় নকৰি ৰাইজক ধৰ্ম্মোপদেশ দিবলৈ আৰু ধ্যান সমাধিৰ দ্বাৰা নিজৰ চিত্ত দমন কৰিবলৈ ভিক্ষুসকলৰ অৱসৰ হলেই সংঘৰ কাম সুগম হব। গতিকে যি ৰীতি-নীতি নিৰুপদ্ৰৱী আছিল, তাক সংঘত সামৰি লোৱাত ভগৱানৰ কোনো আপত্তি নাছিল।

**ভিক্ষু-সংঘৰ সৰলতা**—আন আন সংঘত চলা তপস্যা ভগৱান বুদ্ধই সমূলি ভাল নাপাইছিল। তেওঁ সততে সতৰ্ক দৃষ্টি ৰাখিছিল যাতে তেওঁৰ সংঘৰ ভিক্ষুসকলে অতিশয় সৰল জীৱন যাপন কৰে। যদিহে ভিক্ষুসকল পৰিগ্ৰহী হৈ যায় তেন্তে সেই পৰিগ্ৰহেৰে সৈতে চাৰিওপিনে

(৩) চাওক, 'বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ৯৭।

গৈ কিদৰে প্ৰচাৰ-কাৰ্য্য চলাব ? 'সামঞ্ঞফলসুত্ত'ত ভগৱান বুদ্ধই অজাতশত্ৰু ৰজাৰ আগত কয়—

'সেয্যথাপি মহাৰাজ পকৃখী সকুডো যেন যেনেব ডেতি সপত্তভাৰো ৱ ডেতি। এৱমেৱ মহাৰাজ ভিক্‌খু সংতুট্‌ঠো হোতি, কায়পৰিহাৰিকেন চীৱৰেন, কুচ্ছি পৰিহাৰিকেন পিণ্ডপাতেন। সো যেন যেনেৱ পক্কমতি সমাদায়েৱ পক্কমতি।'

অৰ্থাৎ 'হে মহাৰাজ, যিদৰে কোনো চৰাই কোনো পিনলৈ উৰি গলে সেই সেই পিনলৈ লগত নিজৰ দেউকা লৈ উৰি যায়, তেনেদৰে মহাৰাজ, ভিক্ষুৱে শৰীৰৰ আৱশ্যকীয় চীৱৰ আৰু পেটৰ আৱশ্যকীয় অন্নৰে ( ভিক্ষাৰে ) সন্তুষ্ট থাকে। তেওঁ যি যি ঠাইলৈ যায় সেই সেই ঠাইলৈ নিজৰ আৱশ্যকীয় সামগ্ৰী লগত লৈয়েই যায়।'

এনে ধৰণৰ ভিক্ষুৰ লগত বৰ বেচি-তলত দিয়া গাথাত উল্লিখিত বস্তু থাকিছিল :

তিচীৱৰং চ পত্তো চ ৱাসি সূচি চ বন্ধনং।
পৰিস্‌সাৱনেন অট্‌ঠেতে যুত্তয়োগস্‌স ভিক্‌খুনো॥

অৰ্থাৎ 'তিনিখন চীৱৰ, পাত্ৰ, বাসি ( সৰু কুঠাৰ ), বেজী, ককালৰ টঙালি আৰু পানী চেকা কাপোৰ—এই আঠ বিধ বস্তু যোগী ভিক্ষুৰ বাবে যথেষ্ট।'

**আচাৰৰ নিয়ম**—বুদ্ধ ভগৱানৰ এই উপদেশ আছিল যে ভিক্ষু-সকলে অতিশয় সৰল ভাৱে থাকিব, তথাপি মানুহৰ স্বভাৱগত জোৰ অনুসৰি কিছুমান ভিক্ষুই এই সামগ্ৰী বোৰ স্বীকাৰৰ নিয়মো লঙ্ঘন কৰিছিল, অৰ্থাৎ তিনিখন চীৱৰত কৈ অধিক কাপোৰ লৈছিল, মাটি অথবা লোৰ পাত্ৰৰ সলনি তাম বা পিতলৰ পাত্ৰ লগত ৰাখিছিল আৰু চীৱৰৰ

আয়তন বৰ বেচি কৰি লৈছিল। ইয়াক বন্ধ কৰিবলৈ তালেখান নিয়মৰ ৰচনা কৰিবলগীয়া হয়। এনে ধৰণৰ নিয়মৰ সংখ্যা যথেষ্ট অধিক হব।

'বিনয়পিটক'ত ভিক্ষু-সংঘৰ বাবে মুঠতে ২২৭ টা নিষেধাত্মক নিয়ম দিয়া হৈছে। তাক 'পাতিমোক্‌খ' কোৱা হয়। তাৰে দুটাত অনিয়ত (অনিয়মিত) আৰু শেষৰ ৭৫টাত সেখিয় অথবা খোৱা-বোৱা, থকা-মেলা আৰু কথা-বতৰা আদিত সভ্যতাৰ নিয়ম দিয়া হৈছে। ইয়াক বাদ দি বাকী ১৫০টা নিযমকো অশোকৰ সময়ত 'পাতিমোক্‌খ'ই বোলা হৈছিল বুলি অনুমান হয়। তাৰ আগতে এই আটাইবোৰ নিয়মৰ ৰচনা কৰা হোৱা নাছিল, আৰু যি নিয়ম বান্ধি লোৱা হৈছিল, তাৰ ভিতৰত মূল মূল নিয়মৰ বাহিৰে বাকীবোৰৰ উপযুক্ত সংশোধন কৰি লবলৈ সংঘৰ সম্পূৰ্ণ অধিকাৰ আছিল। পৰিনিৰ্ব্বাণৰ আগতে ভগৱান বুদ্ধই আনন্দৰ আগত কৈছিল, 'হে আনন্দ, সংঘই ইচ্ছা কৰিলে মোৰ মৃত্যুৰ পিচত সাধাৰণ নিয়মবোৰ এৰি দিব পাৰে।'

ইয়াৰপৰা দেখা যায় যে সৰুসুৰা বা সামান্য নিয়মবোৰ পৰিহাৰ কৰিবলৈ বা দেশ-কাল-পাত্ৰ ভেদে সাধাৰণ নিয়মবোৰৰ সংশোধন কৰিবলৈ ভগৱানে সংঘক সম্পূৰ্ণ অনুমতি দিছিল।

**শৰীৰৰ উপযোগী পদাৰ্থৰ প্ৰয়োগত সতৰ্কতা**—ভিক্ষুৰ বাবে আৱশ্যকীয় বস্তুৰ ভিতৰত চীৱৰ, পিণ্ডপাত (অন্ন), শয়নাসন (থকা ঠাই) আৰু ঔষধ—এই চাৰিটাই প্ৰধান। ভগৱানৰ মতে 'পাতিমোক্‌খ'ৰ নিয়ম অনুসৰি এইবোৰ বস্তুৰ উপভোগ কৰাৰ সময়ত ভাৱি চিন্তি আচৰণ কৰা উচিত।

চীৱৰ ব্যৱহাৰ কৰাৰ সময়ত ভিক্ষুৱে কব লাগিছিল, 'মই ভালদৰে ভাৱি-চিন্তি এই চীৱৰ পিন্ধিছোঁ। ইয়াৰ উদ্দেশ্য মাথোন এয়ে যাতে

চেঁচা, জহ, মহ, মাখী, বতাহ, বদ আৰু সাপ আদিৰ পৰা কষ্ট পোৱা নাযায় আৰু গুহ্য ইন্দ্ৰিয়বোৰ আচ্ছাদন কৰিব পৰা যায়।'

পিণ্ডপাত সেৱন কৰাৰ সময়ত তেওঁ এই বুলি কব লাগিছিল, 'মই ভালদৰে ভাবি-চিন্তি এই পিণ্ডপাত সেৱন কৰিছোঁ। ইয়াৰ উদ্দেশ্য এয়ে নহয় যাতে এই শৰীৰ খেল-ধেমালি কৰিবলৈ সমৰ্থ হৈ যায়, মতলীয়া হৈ পৰে, মণ্ডিত আৰু বিভূষিত হৈ পৰে, বৰং ইয়াৰ উদ্দেশ্য হল এয়ে যাতে ইয়াৰ ফলত এই শৰীৰ ৰক্ষা পৰে, কষ্ট দূৰ হয় আৰু ব্ৰহ্মচৰ্য্যত সাহায্য হয়। এইদৰে মই (ভোকৰ) পুৰণি বেদনা নষ্ট কৰি দিম আৰু (অধিক খাই) নতুন বেদনাৰ সৃষ্টি নকৰোঁ। ইয়াৰ দ্বাৰা মোৰ শৰীৰ যাত্ৰা চলিব, লোকাপবাদ নাথাকিব আৰু জীৱন সুখকাৰী হব!'

শয়নাসনৰ প্ৰয়োগৰ সময়ত তেওঁ কব লাগিছিল, 'মই ভালদৰে ভাবি চিন্তি চাই এই শয়নাসনৰ প্ৰয়োগ কৰিছোঁ, ইয়াৰ উদ্দেশ্যে মাত্ৰখান এয়ে যাতে চেঁচা, জহ, মহ, মাখী, বতাহ, বদ আৰু সাপ আদিৰ পৰা কষ্ট পোৱা নাযায় আৰু একান্ত বাসত জিৰণি পাব পৰা যায়।'

ঔষধপত্ৰ ব্যৱহাৰ কৰাৰ সময়ত তেওঁ এই বুলি কব লাগিছিল, 'মই ভালদৰে ভাবি-চিন্তি চাই এই ঔষধ-পত্ৰৰ ব্যৱহাৰ কৰিছোঁ। উৎপন্ন হোৱা ৰোগৰ নাশৰ বাবেহে ইয়াক ব্যৱহাৰ কৰা হব আৰু আৰোগ্য (স্বাস্থ্য) লাভ নকৰালৈহে ইয়াৰ ব্যৱহাৰ চলিব।'[৪]

**দেৱদত্তৰ দ্বাৰা অনুষ্ঠিত সংঘ-ভেদ**—সংঘৰ সবলতা আৰু মৈত্ৰীভাৱ যাতে অটুট থাকে সেই উদ্দেশ্যে ভগৱান বুদ্ধই বৰ সতৰ্কতা অৱলম্বন কৰিছিল। কিন্তু মানুহৰ চৰিত্ৰই এনে বিচিত্ৰ ধৰণৰ যে

(৪) এইদৰে শৰীৰৰ উপযোগী চাৰিবিধ পদাৰ্থ সাৱধানেৰে প্ৰয়োগ কৰাৰ বিধিক 'পচ্চ ৱেক্খন' (প্ৰত্যৱেক্ষণ) বোলা হৈছিল আৰু এই প্ৰথাৰ এতিয়াও চলতি আছে।

তেওঁলোকৰ সমুদায়ৰ মাজত মতভেদ হৈ দলাদলিৰ সৃষ্টি হয়। ইয়াৰ গুৰিতে হল অভিমান আৰু তাৰ লগৰীয়া অজ্ঞান। মানুহ লাগিলে যিমানেই সৰল ভাৱে নাথাকক তথাপি যদি মনত নেতা হোৱাৰ বাসনা থাকে তেন্তে তেনে লোকে আনৰ গুণকো দোষ বুলি কৈ নিজৰ বৰ মতালি দেখুৱাবলৈ চেষ্টা নকৰাকৈ নাথাকে। তেনে জালত অজ্ঞানী লোক পৰিলে তেওঁ সহজতে কোনো নতুন সম্প্রদায় স্থাপন কৰিব পাৰে।

বৌদ্ধ-সংঘত এনে ধৰণৰ প্রথম ভিক্ষু আছিল দেৱদত্ত। তেওঁ শাক্য বংশৰ আছিল আৰু বুদ্ধৰ সম্পৰ্কীয় আছিল। তেওঁ ভগৱানৰ ওচৰত প্রাৰ্থনা কৰিছিল যাতে সংঘৰ নেতৃত্ব ভাৰ তেওঁৰ ওপৰতে ন্যস্ত কৰা হয়। কিন্তু ভগৱানে তেওঁৰ প্রাৰ্থনা মঞ্জুৰ নকৰিলে। গতিকে তেওঁ বুদ্ধক মাৰি পেলাবলৈ অজাতশত্রু ৰজাৰ হতুৱাই ঘাতক পঠোৱাইছিল। কিন্তু ঘাতকইঁতে বুদ্ধক মাৰক নালাগে তেওঁৰ শিষ্যহে হল। তেতিয়া দেৱদত্তই গৃধ্রকূট পৰ্ব্বতৰ পৰা এটা গধুৰ শিল তুলি লৈ ভগৱানৰ গালৈ মাৰি পঠালে। তাৰে এটা টুকুৰা বুদ্ধৰ ভৰিত পৰাত তেওঁ আঘাত পায়। সেই ঘা শুকাই যোৱাত ভগৱান ভিক্ষাটনৰ বাবে ৰাজগৃহলৈ যায়। তেতিয়া দেৱদত্তই নালগিৰি নামৰ মতলীয়া হাতী এটা ভগৱানৰ ওপৰত মেলি দিয়ে। হাতীটোৱে ভগৱানৰ পদধূলি নিজৰ মূৰত লয় আৰু নীৰৱে নিজৰ হাতীশাললৈ গুচি যায়। এনেদৰে সকলোবোৰ কূটচক্রান্ত ব্যৰ্থ হোৱাত দেৱদত্তই ভগৱানৰ ওচৰত প্রাৰ্থনা জনায় যাতে সংঘত তপস্যাৰ বাবে কঠোৰ নিয়ম বান্ধি দিয়া হয়; কিন্তু ভগৱানে তাক স্বীকাৰ নকৰে। তেতিয়া সংঘত ভেদাভেদৰ সৃষ্টি কৰি কেইজনমান ভিক্ষুক লগত লৈ দেৱদত্ত গয়াৰ পিনে গুচি যায়।

'চুলৱগ্গ'ত দেৱদত্তৰ এই কথা বিস্তাৰিত ভাৱে বৰ্ণনা কৰা হৈছে।[৫] কিন্তু তাত ঐতিহাসিক তথ্য হলে বৰ কম দেখা যায়, কিয়নো যদিহে

(৫) চাওক, 'বুদ্ধলীলাসাৰ সংগ্রহ', পৃষ্ঠা ১৭৯-১৮৮।

দেৱদত্তই দুষ্ট বুদ্ধি কৰি ভগৱানক হত্যা কৰাৰ ষড়যন্ত্র কৰিছিল, তেন্তে তেওঁৰ পক্ষে ভিক্ষু সংঘত ভেদ ভাৱৰ সৃষ্টি কৰাটো সম্ভৱপৰ নহলহেঁতেন আৰু কোনো ভিক্ষুও তেওঁৰ ভক্ত নহল হেঁতেন।

'লাভসৎকাৰসংযুক্ত'ৰ ৩৬শ সুত্তত এই বুলি দেখুৱা হৈছে যে অজাতশত্রু যুৱৰাজ থাকোঁতেই তেওঁৰ লগত দেৱদত্তৰ মিত্রতা হয় আৰু তেতিয়াৰ পৰাই দেৱদত্তই নেতৃত্ব লাভৰ বাবে চেষ্টা কৰে। এই সুত্তৰ সাৰাংশ হল এই :

'বুদ্ধ ভগৱান ৰাজগৃহৰ ৱেলুৱনত আছিল। সেই সময়ত ৰাজকোঁৱৰ অজাতশত্রুৱে ৫০০ ৰথ লগত লৈ পুৱা আৰু গধুলি দেৱদত্তৰ দৰ্শন কৰিবলৈ গৈছিল আৰু দেৱদত্তৰ ওচৰলৈ ৫০০ পাত্ৰৰ ( মানুহৰ ) বাবে ভোজন সামগ্ৰী পঠাই দিছিল। কিছুমান ভিক্ষুৱে ভগৱানক এই কথা জনায়। তেতিয়া ভগৱানে কয়, "হে ভিক্ষুসকল, আপোনালোকে দেৱদত্তৰ লাভ-সৎকাৰৰ প্ৰতি স্পৃহা নকৰিব। এই লাভৰ পৰা দেৱদত্তৰ হানিহে হব, বৃদ্ধি নহয়।"'

ইয়াৰ বাহিৰেও দেৱদত্ত সম্পৰ্কে তলত দিয়া গাথাৰ দুঠাইত ভগৱানৰ উক্তি পোৱা যায় ;

ফলং ৱে কদলিং হন্তি ফলং ৱেলুং ফলং নলং
সক্কাৰো কাপুৰিসং হন্তি গব্ভো অস্সতৰিং যথা ॥[৬]

অৰ্থাৎ 'ফলে কলগছক ধ্বংস কৰে, ফলৰ পৰা বাহ আৰু নল নষ্ট হয়। খচ্চৰীৰ গৰ্ভই খচ্চৰীৰ নাশ কৰে। সেইদৰে সৎকাৰে কাপুৰুষক নাশ কৰে।'

ইয়াৰ পৰা অনুমান কৰিব পাৰি যে অজাতশত্রুৰ সাহায্য লৈ দেৱদত্তই অধিকাৰ লাভৰ কাৰণে কিদৰে চেষ্টা কৰিছিল। অজাতশত্রুই নিজৰ

( ৬ ) 'সংযুত্তনিকায়' ( P. T. S. ) ভাগ ২, পৃষ্ঠা ২৪১ আৰু 'অঙ্গুত্তৰনিকায়' ( P. T. S. ) ভাগ ২, পৃষ্ঠা ৭৩।

বাপেকক হত্যা কৰি ৰাজ্য লাভ কৰিছিল। তথাপিও দেৱদত্তই তেওঁৰ লগত মিত্ৰতা এৰা নাছিল আৰু তেওঁৰ সাহায্য লৈ সংঘত ভেদাভেদৰ সৃষ্টি কৰি ভালেমান ভিক্ষুক নিজৰ ফলীয়া কৰি লৈছিল। সেই বুলি দেৱদত্তৰ দ্বাৰা অনুষ্ঠিত এই ভেদাভেদৰ দ্বাৰা সংঘৰ হানি নহল আৰু এই সংকটৰ ফলত সংঘ শকত হৈহে উঠিল।[৭]

**ভিক্ষু সংঘত আৰু এটা কাঁজিয়া**—কৌশাম্বীত ভিক্ষু-সংঘৰ মাজত আৰু এটা সাধাৰণ ধৰণৰ কাঁজিয়া লাগিছিল, 'মহাৱগ্‌গ'ত তাৰ বিতং বিৱৰণ পোৱা যায়। 'মহাৱগ্‌গ'ৰ লেখক বা লেখক সকলে এই কথা এনেদৰে ৰচনা কৰিছে যাতে এনে ধৰণৰ আন প্ৰসঙ্গতো ইয়াক প্ৰয়োগ কৰিব পৰা যায়। ইয়াৰ সাৰাংশ হল এই—দুজন ভিক্ষুৰ মাজত বিনয়ৰ এটা সাধাৰণ নিয়ম সম্পৰ্কে মতভেদ হোৱাৰ ফলত কাঁজিয়া লাগে। তেতিয়া ভগৱানে তেওঁলোকক দীৰ্ঘায়ুৰ কাহিনী শুনায়; তথাপিও তেওঁলোকে নামানে। তাৰে এজন ভিক্ষুৱে কলে, 'ভদন্ত, আপুনি শান্ত থাকক, এই কাঁজিয়াৰ পৰানো কি হয় আমি তাকে চাওঁহক।' আটায়েৰে মন দূষিত হোৱা দেখিবলৈ পাই ভগৱানে কৌশাম্বীৰ পৰা প্ৰাচীন ৱংসদায় উপবনলৈ গল। তাত অনুৰুদ্ধ, নন্দিয় আৰু কিম্বিল নামৰ তিনিজন ভিক্ষু বাস কৰিছিল। তেওঁলোকৰ সংগঠন দেখি ভগৱানে তেওঁলোকক অভিনন্দন জনালে আৰু তাৰ পৰা ভগৱান পাৰিলেয্যক বনলৈ গল। সেই সময়ত হাতীৰ দলৰ এটা আগৰণুৱা হাতী দলত মন নবহা হেতুকে অকলে সেই বনতে আছিল। হাতীটোৱে বুদ্ধক আদৰণি জনালে। তাত কিছু সময় থাকি ভগৱান শ্ৰাৱস্তীলৈ গুচি গল।

ইফালে আকৌ কৌশাম্বীৰ উপাসক সকলে সেই কাঁজিয়া কৰা ভিক্ষুসকলক এশিকণি দিয়াৰ উদ্দেশ্যে তেওঁলোকক কোনোৰূপ আদৰ

(৭) চাওক, 'বুদ্ধলীলা সাৰসংগ্ৰহ', পৃষ্ঠা ১৮৭-১৮৮।

সংকাৰ নকৰিবলৈ আৰু ভিক্ষা নিদিবলৈ স্থিৰ কৰিলে। তাৰ ফলত সেই ভিক্ষু সকলৰ মূৰ ঠিক হল আৰু তেওঁলোক শ্ৰাৱস্তীলৈ গল। তেতিয়া ভগৱানে কাঁজিয়া নিষ্পত্তি কৰাৰ কিছুমান নিয়ম বান্ধি দিলে আৰু উপাল আদি ভিক্ষুৰ হতুৱাই সেই কাঁজিয়াৰ মীমাংসা কৰালে।[৮]

'মঝ্‌ঝিমনিকায়'ৰ উপক্কিলেস সুত্তত (সং. ১২৮) 'মহাৱগ্‌গ'ৰ ভালেমান কথা সামৰি লোৱা হৈছে, কিন্তু তাত দীৰ্ঘায়ুৰ কাহিনী দিয়া হোৱা নাই আৰু এই কাহিনী প্ৰাচীন ৰংসদায় বনতে শেষ হৈছে। ভগৱান বুদ্ধ পাৰিলেয্যক বনলৈ যোৱাৰ কথা এই সুত্তত নাই, 'উদান-ৱগ্‌গত'হে ইয়াক পোৱা যায়।

'কোসম্বিয় সুত্ত'ত হলে ইযাতকৈ বেলেগ কথা পোৱা যায়। ইয়াৰ সাৰাংশ হল এই—

ভগৱান বুদ্ধ কৌশাম্বীৰ ঘোষিতাৰামত আছিল। সেই সময়ত কৌশাম্বীৰ ভিক্ষুসকলে নিজৰ ভিতৰতে হাই-কাঁজিয়া কৰিছিল। ভগৱানে সেই কথা জানিব পাৰি ভিক্ষুসকলক নিজৰ ওচৰলৈ মতাই নিয়ালে আৰু কলে, 'হে ভিক্ষুসকল, যেতিয়া আপোনালোকে নিজৰ ভিতৰতে কাঁজিয়া কৰে তেতিয়া জানো আপোনালোকৰ পাৰস্পৰিক কায়িক, বাচিক আৰু মানসিক কৰ্ম্ম মৈত্ৰীপূৰ্ণ হোৱাটো সম্ভৱ?'

'সম্ভৱ নহয়।' ভিক্ষুসকলে উত্তৰ দিলে।

তেতিয়া ভগৱানে কলে, 'যদি সেয়ে হয়, তেন্তে আপোনালোকে কিয় কাঁজিয়া কৰে, নিৰৰ্থক মানুহসকল, এই ধৰণৰ কাঁজিয়া আপোনা-লোকৰ কাৰণে সদায় হানিকাৰক আৰু দুঃখকাৰক হব।'

তাৰ পিচত ভগৱানে কলে, 'ভিক্ষুসকল, এই ছটা ভালদৰে মনত ৰাখিব লগীয়া কথা হাই-কাঁজিয়াৰ নিষ্পত্তি কৰি সংগঠন আৰু একতাৰ কাৰণ হয়। সেই কেইটানো কি? (১) মৈত্ৰীময় কায়িক কৰ্ম্ম, (২)

(৮) চাওক, 'বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ৩৭-৪৩।

মৈত্ৰীময় বাচিক কৰ্ম্ম, (৩) মৈত্ৰীময় মানসিক কৰ্ম্ম, (৪) উপাসকসকলৰ পৰা পোৱা দান-ধৰ্ম্মৰ সকলো সামগ্ৰী সংঘৰ লগত সমানে ভাগ কৰি উপভোগ কৰা, (৫) নিজৰ শীলত অলপমানো ত্ৰুটি হবলৈ নিদিয়া আৰু (৬) আৰ্য্য শ্ৰাৱকৰ পক্ষে শোভাকাৰক সম্যক দৃষ্টি ৰখা।'

ভগৱানে এই সম্যক দৃষ্টি সম্বন্ধে ভালেখিনি আলোচনা কৰিছে। তাক ইয়াত বহলাই বৰ্ণনা কৰাৰ আৱশ্যকতা নাই। এই উপদেশৰ পিচত ভিক্ষুসকলে ভগৱানৰ ভাষণৰ অভিনন্দন কৰে।

ইয়াৰ পৰা বুজা যায় যে ইমানতে সেই কাঁজিয়াৰ ওৰ পৰিছিল, নহলে ভিক্ষুসকলে ভগৱানৰ ভাষণৰ কিয় অভিনন্দন কৰিব! 'মহাৱগ্‌গ' আৰু 'উপক্কিলেস সুত্ত'ত সেই ভিক্ষুসকলে ভগৱানক অভিনন্দন কৰাৰ উল্লেখ নাই। তাত কোৱা হৈছে যে ভিক্ষুসকলে হাই-কাঁজিয়া কৰিয়ে থাকে আৰু তাত বিৰক্ত হৈ ভগৱান তাৰ পৰা প্ৰাচীন ৱংসদায় বনলৈ গুচি যায়। গতিকে এই পৰস্পৰ-বিৰোধী কথাৰ মাজত কিদৰে সংগতি অনা যায়?

'অঙ্গুত্তৰনিকায়'ৰ চতুষ্ক নিপাতৰ ২৪১ সুত্তত তলত দিয়া কথা পোৱা যায়:

এবাৰ ভগৱান কৌশাম্বীৰ ঘোষিতাৰামত আছিল। তেতিয়া আয়ুষ্মান আনন্দ তেওঁৰ ওচৰলৈ গৈ প্ৰণাম কৰি এফালে বহিল। ভগৱানে তেওঁক সুধিলে 'আনন্দ, সেই কাঁজিয়াৰ নিষ্পত্তি হলনে?'

আনন্দ—ভদন্ত, কাঁজিয়াৰ মীমাংসা হব কেনেকৈ? অনুৰুদ্ধৰ শিষ্য বাহিয়ই যেন সংঘ-ভেদ কৰিবলৈকে উঠি পৰি লাগিছে, আৰু অনুৰুদ্ধই তেওঁক একোকে নকয়।

ভগৱান—পিচে আনন্দ, অনুৰুদ্ধইনো সংঘত দেখা দিয়া হাই-কাঁজিয়াৰ মীমাংসা কৰাৰ কাম কেতিয়া কৰিছে? তুমি আৰু সাৰিপুত্ত-মোগগল্লানে জানো এই কাঁজিয়াবোৰৰ মিতমাত কৰি অহা নাই?

ইয়াৰ পৰা দেখা যায় যে বাহিৰৰ কাৰণে এই কাঁজিয়াৰ সৃষ্টি হৈ বাঢ়ি যায় আৰু তাৰ নিষ্পত্তি কৰাৰ বাবে ভগৱানে নিজে চেষ্টা কৰিব লগীয়া হয়। সেই ভিক্ষুসকলৰ সভাৰ পৰা ভগৱান কিছু সময়ৰ বাবে আঁতৰি গলেও, সেই কাঁজিয়া কৌশাম্বীতে শেষ হৈছিল।

এনেদৰে কাঁজিয়া কৰা ভিক্ষুসকলক এশিকণি দিবলৈ উপাসক-সকলে তেওঁলোকক বহিষ্কাৰ কৰা উচিত আৰু পিচত যেতিয়া তেওঁ-লোকৰ মনত চেতনাৰ উদয় হয় তেতিয়া কাঁজিয়া নিষ্পত্তি কৰিবলৈ চেষ্টা কৰিব লাগে, তাকে দেখুৱাৰ উদ্দেশ্যে মহাৱগ্‌গকাৰে এই কাহিনীৰ ৰচনা কৰা যেন অনুমান হয়। এনে সাধাৰণ কাঁজিয়াৰপৰা সংঘৰ ওপৰত বিপৰীত পৰিণাম পৰাৰ একেবাৰে সম্ভাৱনা নাছিল।

## ভিক্ষুণী-সংঘ স্থাপন

ভিক্ষুণী-সংঘ স্থাপন সম্বন্ধে ‘চুলৱগ্‌গ’ত উল্লেখ কৰা বৰ্ণনাৰ সাৰাংশ হল এই :

ভগৱান বুদ্ধ কপিলৱস্তুৰ নিগ্ৰোধাৰামত আছিল। তেতিয়া মহা-প্ৰজাপতি গৌতমী ভগৱানৰ ওচৰলৈ গৈ কলে, ‘ভদন্ত, আপুনি তিৰোতাসকলক আপোনাৰ সম্প্ৰদায়ত প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ আজ্ঞা দিয়ক।’ ভগৱানে এই প্ৰাৰ্থনা তিনিবাৰ অস্বীকাৰ কৰে আৰু তাৰপৰা তেওঁ বৈশালীলৈ গুচি যায়। মহাপ্ৰজাপতি গৌতমীয়ে নিজৰ মূৰ খুৰাই লগত ভালেমান শাক্য তিৰোতা লৈ ভগৱানৰ পিচে পিচে বৈশালীলৈ গল। খোজ কাঢ়োঁতে কাঢ়োঁতে তেওঁৰ ভৰি ফুলি যায়, শৰীৰ ধূলি-মাকতিৰে ভৰি যায় আৰু তেওঁৰ মুখ তেনেই শুকাই যায়। তেওঁৰ শুকান উদাস মুখ দেখি আনন্দই তেওঁক তাৰ কাৰণ সুধিলত তেওঁ কয়, ‘ভগৱানে তিৰোতাক বৌদ্ধ-সম্প্ৰদায়ত প্ৰব্ৰজ্যা লবলৈ আজ্ঞা নিদিয়ে, সেই কাৰণে মই উদাস হৈছোঁ।’ তেওঁক তাতে থাকিবলৈ

কৈ আনন্দই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায় যাতে তিৰোতাসকলকো প্ৰব্ৰজ্যা লবলৈ অনুমতি দিয়া হয়। ভগৱান সেই কথাত অমান্তি হয়। তেতিয়া আনন্দই কয়, 'ভদন্ত, তথাগতই দেখুৱাই দিয়া ধৰ্ম্ম-সম্প্ৰদায়ত জানো কোনো তিৰোতা ভিক্ষুণী হৈ স্ৰোত-আপত্তি ফল, সকৃদাগামি ফল, অনাগামি ফল আৰু অৰ্হৎ ফল[৯] লাভ কৰাটো সম্ভৱপৰ নহয়?' ভগৱানে কলে, 'সম্ভৱপৰ।' তেতিয়া আনন্দই কলে, 'যদিহে তেনেকুৱাই তেন্তে যি মাহীয়ে ভগৱানক মাতৃৰ অবিহনে স্তন পান কৰোৱাই ডাঙৰ দীঘল কৰিছিল, তেওঁৰ প্ৰাৰ্থনা অনুসৰি ভগৱানে তিৰোতাসকলক প্ৰব্ৰজ্যা দিয়ক।'

ভগৱানে কলে, 'যদিহে মহাপ্ৰজাপতি গৌতমীয়ে আঠোটা উত্তৰ দায়িত্বপূৰ্ণ নিয়ম (অষ্টঠ গুৰু ধম্মা) স্বীকাৰ কৰি লয়, তেন্তে মই তিৰোতাসকলকো প্ৰব্ৰজ্যা গ্ৰহণত অনুমতি দিব পাৰোঁ।—(১) ভিক্ষুণী লাগিলে সংঘত যিমান দিনেই নাথাকক তেওঁ সৰুবৰ সকলো ভিক্ষুকে প্ৰণাম কৰিব লাগিব। যি গাৱঁত ভিক্ষু নাথাকে, সেই গাৱঁতভিক্ষুণীও থাকিব নোৱাৰে। (৩) প্ৰতি পষেকতে উপবাস কোন দিনা কৰিব লাগে আৰু ধৰ্ম্মোপদেশ শুনিবলৈ কেতিয়া আহিব লাগে—এই দুটা কথা ভিক্ষুণীসকলে ভিক্ষু-সংঘক সুধি লব লাগে। (৪) চাতুৰ্মাস্যৰ পিচত ভিক্ষুণীয়ে ভিক্ষু-সংঘ আৰু ভিক্ষুণী-সংঘৰ আগতে প্ৰৱাৰণা[১০] কৰিব লাগে। (৫) যি ভিক্ষুণী সম্বন্ধে সংঘাদিশেষ আপত্তি উঠে তেওঁ দুয়োটা সংঘৰ পৰা পোন্ধৰ দিনৰ মানত্ত[১১] লব লাগে। (৬) যি শ্ৰামণেৰীয়ে

(৯) এই চাৰিবিধ ফলৰ ব্যাখ্যা এই অধ্যায়ৰ পিচত দিয়া হৈছে।

(১০) নিজৰ দোষ কবলৈ আটাইৰে ওচৰত প্ৰাৰ্থনা কৰা। চাওক, "বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ২৪-২৬।

(১১) সংঘৰ সন্তোষৰ বাবে বিহাৰৰ বাহিৰত নিশা কটোৱা। চাওক, 'বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ৪৭।

দুবছৰলৈকে অধ্যয়ন কৰিছে তেওঁ দুয়োটা সংঘকে উপসম্পদা দিব লাগে। (৭) কোনো কাৰণতে ভিক্ষুণীয়ে ভিক্ষুক গালি-গালাজ নিদিব আৰু ভিক্ষুয়ে ভিক্ষুণীক উপদেশ দিব।'

আনন্দই মহাপ্ৰজাপতি গৌতমীক এই আঠোটা নিয়মৰ কথা কলে আৰু তেওঁৰ এই নিয়ম কেইটা ভাল লাগিব। 'অঙ্গুত্তৰনিকায়'ৰ অটঠকনিপাতত এইখিনিলৈকে বৰ্ণনা পোৱা যায় আৰু তাৰ পিচত ভগৱানে আনন্দৰ আগত কয়, 'হে আনন্দ, যদিহে এই ধৰ্ম্মবিনয়ত তিৰোতাসকলে প্ৰব্ৰজ্যা নাপালেহেঁতেন তেন্তে এই ধৰ্ম্ম (ব্ৰহ্মচৰ্য্য) এহেজাৰ বছৰলৈকে তিষ্ঠি থাকিলহেঁতেন। কিন্তু এতিয়া তিৰোতা-সকলকো সন্ন্যাসৰ অধিকাৰ দিয়া হল, গতিকে এই সদ্ধৰ্ম্ম পাঁচ শ বছৰলৈহে তিষ্ঠি থাকিব।'

এইদৰে বিনয় আৰু 'অঙ্গুত্তৰনিকায়'ৰ মাজত বৰ্ণনাৰ মিল দেখা যায়। তথাপি কব লাগিব যে পিচতহে এই আঠ গুৰুধৰ্ম্ম ৰচনা কৰা হৈছে, কিয়নো বিনয়ৰ নিয়ম বান্ধি দিয়াৰ বাবে ভগৱান বুদ্ধৰ যি পদ্ধতি আছিল তাৰ লগত এই নিয়ম বোৰৰ স্পষ্ট বিৰোধ দেখা যায়।

বুদ্ধ ভগৱান বেৰঞ্জা গাৱঁৰ ওচৰত আছিল। সেই সময়ত বেৰঞ্জা গাৱঁৰ ওচৰে কাষৰে আকাল দেখা দিয়াত ভিক্ষুসকলৰ বৰ কষ্ট হবলৈ ধৰিলে। তেতিয়া সাৰিপুত্তই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে যাতে তেওঁ ভিক্ষুসকলৰ কাৰণে আচাৰ-বিচাৰৰ নিয়ম বান্ধি দিয়ে। ভগৱানে কলে, 'সাৰিপুত্ত, তুমি ধৈৰ্য্য ধৰা। নিয়ম বান্ধি দিয়াৰ সময় কি তাক তথাগতইহে জানে। যেতিয়ালৈকে সংঘত পাপাচাৰ প্ৰৱেশ নকৰে, তেতিয়ালৈকে তাৰ নিবাৰণৰ বাবে তথাগতই নিয়ম বান্ধি নিদিয়ে।'[১২]

বুদ্ধৰ এই বচন অনুসৰিয়ে আটাইবোৰ নিয়ম ধাৰ্য্য কৰা হৈছিল। প্ৰথমতে কোনো ভিক্ষুয়ে কোনো অপৰাধ বা ভুল কৰে। যেতিয়া এই

(১২) 'বৌদ্ধ-সংঘাচা পৰিচয়', পৃষ্ঠা ৫২ ৫৩ চাওক।

কথা ভগৱানৰ কাণত পৰে তেতিয়া তেওঁ ভিক্ষু-সংঘক মতাই নি কোনো নিয়মৰ কথা কৈ দিয়ে। যদিহে পিচত অনুভৱ কৰা হয় যে সেই নিয়মৰ অৰ্থ ঠিকভাৱে কৰা হোৱা নাই, তেন্তে পিচত তাক শুধৰাই দিয়ে।

কিন্তু মহাপ্ৰজাপতি গৌতমীৰ ক্ষেত্ৰত এই পদ্ধতি প্ৰয়োগ কৰা হোৱা নাছিল। এইটো কিছু অদ্ভুত যেন লাগে, কিয়নো ভিক্ষুণী-সংঘত কোনো দোষৰ সৃষ্টি নোহোৱালৈকে তেওঁলোকৰ ওপৰত এই আঠোটা নিয়ম জাপি দিয়া হয়। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে সমগ্ৰ সত্তা নিজৰ হাতত ৰখাৰ অভিপ্ৰায়েৰে ভিক্ষু-সংঘই পিচত এই নিয়মবোৰ বান্ধি লয় আৰু তাক বিনয় আৰু অঙ্গুত্তৰনিকায়তো সামৰি লয়।

'বিনয়পিটক'ৰ তুলনাত 'সুত্তপিটক' পুৰণি। তথাপি তাৰ কিছুমান সুত্ত পিচত যোগ দিয়া হৈছে আৰু বোধহয় সেই সুত্তবোৰৰ ভিতৰত এইবোৰো আছে। খৃষ্ট-পূৰ্ব্ব প্ৰথম বা দ্বিতীয় শতাব্দীত যেতিয়া বৰ বেগেৰে মহাযান-পন্থৰ প্ৰভাৱ বিস্তাৰ হবলৈ ধৰে তেতিয়া এই সুত্ত লিখা হয় চাগৈ। তাত সদ্ধৰ্ম্মৰ অৰ্থ হল স্থবিৰবাদী পন্থ। সুত্তকাৰৰ ভৱিষ্যৎ-বাণীৰ তাৎপৰ্য্য বোধহয় এয়ে যে ভিক্ষুণী-সংঘ স্থাপনৰ ফলত সি পাঁচ শ বছৰলৈহে তিষ্ঠি থাকিব আৰু তাৰ পিচত সকলো ঠাইতে মহাযান পন্থৰ প্ৰসাৰ হব। এই ভৱিষ্যৎ-বাণীৰ পৰা অনুমান হয় যে এই সুত্ত ভগৱান বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পাঁচ শ বছৰৰ পিচত লিখা হৈছিল।

বুদ্ধই যদি পোন পহিলতে ভাৰতবৰ্ষত ভিক্ষুণী সংঘৰ স্থাপন কৰিছিল তেন্তে এই আঠ গুৰুধৰ্ম্ম সামান্য পৰিমাণে হলেও ঐতিহাসিক বুলি ধৰিব পৰা গলহেঁতেন। কিন্তু প্ৰকৃততে সি তেনে ধৰণৰ নহয়। বৌদ্ধ সম্প্ৰদায়তকৈ দুই এক শতাব্দীৰ আগতে জৈন আৰু আন আন সম্প্ৰদায় স্থাপন কৰা হয় আৰু সেইবোৰ সম্প্ৰদায়ত ভিক্ষুণী সকলৰ ডাঙৰ ডাঙৰ সংঘ আছিল। তাৰে কিছুমান ভিক্ষুণী চতুৰা আৰু বিদুষী আছিল; পালি-সাহিত্যৰ কেবা ঠাইতো তাৰ পৰিচয় পোৱা যায়। সেই পদ্ধতি

অনুসৰিয়ে বুদ্ধৰ ভিক্ষুণী-সংঘও স্থাপন কৰা হৈছিল। গণসত্তাত্মক ৰাজ্যত আৰু একসত্তাত্মক শাসন-প্ৰণালীমূলক দেশতো তিৰোতাসকলক বৰ সন্মান কৰা হৈছিল। গতিকে ভিক্ষুণী-সংঘৰ ৰক্ষাৰ বাবে কিছুমান অদ্ভুত নিয়ম ৰচনা কৰাৰ আৱশ্যকতা নাছিল। অশোকৰ সময়ৰ পিচত এই পৰিস্থিতিৰ সলনি হৈ যায়। এই দেশৰ ওপৰত যৱন আৰু শকহঁতে আক্ৰমণ কৰিবলৈ আৰম্ভ কৰি দিয়ে, ফলত তিৰোতাৰ মৰ্য্যাদা ক্ৰমে কমি যায় আৰু সমাজত তিৰোতাৰ সন্মান নোহোৱা হৈ পৰে। সেই সময়ত যদি ভিক্ষুণীসকলৰ কাৰণে এই ধৰণৰ নিয়ম ৰচনা কৰা হয়, তেন্তে তাত আচৰিত হবলগীয়া কোনো কথা নাই।

## ৰাহুল শ্ৰামণেৰ

ভিক্ষু-সংঘ আৰু ভিক্ষুণী-সংঘ স্থাপিত হোৱাৰ পিচত তাত শ্ৰামণেৰ আৰু শ্ৰামণেৰীকো অন্তৰ্ভুক্ত কৰি লবলগীয়া হল। প্ৰথমতে বুদ্ধ-ভগৱানে ৰাহুলক শ্ৰামণেৰ কৰাৰ বিৱৰণ 'মহাৱগ্গ'ত আছে, সি হল এই :

ভগৱান কিছুদিন ৰাজগৃহত থাকি কপিলৱস্তুলৈ গৈছিল। তাত তেওঁ নিগ্ৰোধাৰামত অৱস্থান কৰিছিল। এদিনাখন তেওঁ শুদ্ধোদনৰ ঘৰৰ ওচৰত ভিক্ষাটন কৰি থাকোঁতে ৰাহুল-মাতাই তেওঁক দেখা পালে। তেওঁ ৰাহুলক কলে, 'বাচা, তেৱেঁই তোমাৰ দেউতাৰা। তেওঁৰ ওচৰলৈ গৈ তুমি তোমাৰ দায়ভাগ খুজি লোৱা।' মাকৰ কথা শুনি ৰাহুল ভগৱানৰ ওচৰলৈ গৈ থিয় হল আৰু কলে, 'হে শ্ৰমণ, আপনাৰ ছায়া সুখকাৰক।' ভগৱান তাৰপৰা গুচি গল। তেওঁৰ পিচে পিচে গৈ ৰাহুলে নিজৰ দায়ভাগ খুজিবলৈ ধৰিলে। বিহাৰলৈ গৈ নিজৰ দায়াদ্য ৰাহুলক দিয়াৰ উদ্দেশ্যেৰে সাৰিপুত্তৰ হতুৱাই তেওঁক শ্ৰামণেৰ কৰালে। এই কথা শুদ্ধোদনে ভাল নাপালে। তেওঁ ভগৱানক বুজাই

কলে যে সৰু লৰাক প্ৰব্ৰজ্যা দিলে তেওঁৰ অভিভাৱকৰ কি দুখ হয় আৰু তেওঁ ভগৱানৰ হতুৱাই কমবয়সীয়া লোকক প্ৰব্ৰজ্যা নিদিযাৰ নিয়ম কৰাই ললে।

কিন্তু ঐতিহাসিক তথ্যৰ দ্বাৰা বিবেচনা কৰি চালে এই কথাৰ সত্যতা প্ৰমাণিত নহয়। প্ৰথম কথা শুদ্ধোদন শাক্য কপিলৱস্তুত নাথাকিছিল। দ্বিতীয় কথা বুদ্ধৰ বুঢ়া বয়সতহে নিগ্ৰোধাৰাম সজোৱা হৈছিল, গতিকে তেতিয়া ৰাহুল কম বয়সৰ নাছিল। গতিকে ধৰি লব লাগিব যে এই কথা তাৰ কেবা শতিকাৰো পিচত ৰচনা কৰি 'মহাৱগ্‌গ'ৰ অন্তৰ্ভুক্ত কৰি দিয়া হৈছে।

'অম্বলট্‌ঠিক ৰাহুলোৱাদসুত্ত'ৰ অট্‌ঠকথাত কোৱা হৈছে যে বুদ্ধ ভগৱানে ৰাহুলক শ্ৰামণেৰ দীক্ষা দিয়াৰ সময়ত তেওঁৰ বয়স সাত বছৰ আছিল; আৰু এই ধাৰণা এতিয়াও বৌদ্ধসকলৰ মাজত চলি আছে। যদি ধৰি লোৱা যায় যে বোধিসত্ত্বই গৃহত্যাগ কৰাৰ দিনাই ৰাহুল কুমাৰৰ জন্ম হৈছিল, তথাপি শ্ৰামণেৰ দীক্ষা লোৱাৰ সময়ত তেওঁৰ বয়স সাত বছৰ হোৱাটো সম্ভৱ যেন নালাগে, কিয়নো গৃহত্যাগ কৰাৰ পিচত বোধিসত্ত্বই সাত বছৰ ধৰি তপস্যা কৰে আৰু তত্ত্ববোধ হোৱাৰ পিচত তেওঁ প্ৰথম চাতুৰ্মাস বাৰাণসীত কটায়। তাৰ পিচত সংঘ-স্থাপন কৰোঁতে অন্তত: কমপক্ষেও একবছৰ সময় লাগিছিল। গতিকে শ্ৰামণেৰ দীক্ষা লোৱাৰ সময়ত ৰাহুলৰ বয়স সাত বছৰ মাথোন হোৱাটো সম্ভৱ নহয়।

'সুত্তনিপাত'ৰ ৰাহুলসুত্তৰ পৰা তেওঁক কিদৰে শ্ৰামণেৰ কৰা হৈছিল, সেই সম্বন্ধে অনুমান কৰিব পৰা যায় গতিকে আমি ইয়াতে সেই সুত্তৰ অনুবাদ দিওঁহক—

ভগৱান—(১) সততে পৰিচয় থকাৰ কাৰণে তুমি পণ্ডিত সকলকতো অৱজ্ঞা নকৰা, নহয় জানো? মনুষ্যক জ্ঞান প্ৰদ্যোত দেখুৱা (সেই পণ্ডিত সকলৰ) তুমি উচিত সেৱা কৰাতো?

ৰাহুল—(২) মই সততে পৰিচয় থকা হেতুকে পণ্ডিত সকলক অৱজ্ঞা নকৰোঁ। মনুষ্যক জ্ঞান প্ৰদ্যোত দেখুৱাসকলক মই সদায় সেৱা কৰোঁ।

( ই হল প্ৰাস্তাৱিক গাথা )

ভগৱান—(৩) ভাল লগা মনোৰম ( পঞ্চেন্দ্ৰিয়ৰ ) পাঁচোটা কামোপভোগ ত্যাগ কৰি তুমি শ্ৰদ্ধাৰে সৈতে ঘৰৰপৰা বাহিৰ হোৱা আৰু দুখৰ অন্ত পেলাওঁতা হৈ পৰা।

(৪) কল্যাণ মিত্ৰসকলৰ লগত মৈত্ৰী কৰা। তোমাৰ থকা ঠাই এনে ধৰণৰ নিৰ্জ্জন হোৱা উচিত যত বৰ বেচি হাই-উৰুমি নহয়। তুমি মিতাহাৰী হোৱা।

(৫) চীৱৰ ( কাপোৰ ), পিণ্ডপাত ( অন্ন ), ঔষধপত্ৰ আৰু থকা ঠাইৰ বিষয়ে তৃষ্ণা নাৰাখিবা আৰু পুনৰ্জ্জন্ম লাভ নকৰিবা।

(৬) ৱিনয়ৰ নিয়মত পঞ্চেন্দ্ৰিয়ৰ সংযম ৰাখিবা, কায়গতা-স্মৃতি থাকিবলৈ দিয়া আৰু বৈৰাগ্যপূৰ্ণ হোৱা।

(৭) কাম-ৱিকাৰৰ লগত মিশ্ৰিত বিষয়ৰ শুভ নিমিত্ত এৰি দিয়া আৰু একাগ্ৰতা তথা সমাধি প্ৰাপ্তি কৰাই দিব পৰা অশুভ নিমিত্তৰ[১৩] চিন্তা কৰা।

(৮) আৰু অনিমিত্তৰ ( নিৰ্ব্বাণৰ ) চিন্তা কৰা আৰু অহঙ্কাৰ পৰিহাৰ কৰা। অহঙ্কাৰ নাশ কৰিলে তুমি শান্তিতে থাকিবা।

এইদৰে এই গাথাৰে ভগৱানে ৰাহুলক বাৰে বাৰে উপদেশ দিয়ে।

এই সুত্তত মুঠতে আঠোটা গাথা আছে। অট্ঠকথাকাৰৰ মতে ইয়াৰ দ্বিতীয় গাথাটো ৰাহুলৰ আৰু বাকী কেইটা ভগৱানৰ। অট্ঠ-কথাকাৰে লগতে এই বুলিও কয় যে প্ৰথম গাথাত ভগৱানে পণ্ডিত বুলি সাৰিপুত্তৰে উল্লেখ কৰা যেন অনুমান হয়। ৰাহুল সক থাকোঁতেই তেওঁৰ

(১৩) অশুভ চিন্তা সম্বন্ধে চাওক, সমাধি মাৰ্গ, পৃষ্ঠা ৪৯-৫৮।

শিক্ষাৰ কাৰণে ভগৱানে সাৰিপুত্তক পঠাই দিছিল। তাৰে এক কি দুবছৰৰ পিচত ৰাহুলৰ উপযুক্ত বয়স হোৱাত ভগৱানে তেওঁক উপদেশ দিছিল চাগৈ, কিয়নো এই সুত্তত উল্লেখ কৰা কথাবোৰ এনে নহয় যাক কম বয়সৰ লৰাই বুজিব পাৰে আৰু যদিহে ৰাহুল শ্ৰামণেৰ হৈছিল তেন্তে 'তুমি ঘৰৰ পৰা বাহিৰ হৈ দুখৰ অন্ত পেলাওঁতা হৈ পৰা' বুলি তেওঁক উপদেশ দিয়াৰ আৱশ্যকতা নাছিল।

ব্ৰাহ্মণ-যুৱক সকলে গুৰুগৃহলৈ গৈ ব্ৰহ্মচৰ্য্য পালন কৰি বেদৰ অধ্যয়ন কৰিছিল আৰু তাৰ পিচত নিজৰ অভিৰুচিমতে গৃহস্থাশ্ৰম বা তপশ্চৰ্য্যা স্বীকাৰ কৰি লৈছিল। ৰাহুলৰ ক্ষেত্ৰতো চাগৈ সেয়ে হৈছিল। তেওঁ যাতে সৰ্ব্বসাধাৰণ জ্ঞান পাব পাৰে, সেই উদ্দেশ্যে ভগৱানে তেওঁক সাৰিপুত্তৰ অধীনত ৰাখিছিল আৰু সাৰিপুত্তৰ অধীনত থকা হেতুকে তেওঁ ব্ৰহ্মচৰ্য্য পালন কৰাটো আৱশ্যক হৈ পৰিছিল। বয়স হোৱাত যাতে তেওঁ আৰু গৃহস্থাশ্ৰমত প্ৰৱেশ নকৰে, সেই উদ্দেশ্যেই ভগৱানে তেওঁক এই উপদেশ দিছিল। ৰাহুলৰ এই কাহিনীৰ আধাৰত মহাৱগ্‌গকাৰে শ্ৰামণেৰৰ বিস্তৃত কাহিনীৰ ৰচনা কৰিছে।

**আন আন শ্ৰামণেৰ**—ভগৱান বুদ্ধৰ জীৱন-কালত কম বয়সত সংঘত প্ৰৱেশ কৰা শ্ৰামণেৰৰ সংখ্যা তেনেই অলপীয়া আছিল। কিন্তু আন কোনো সম্প্ৰদায়ৰ পৰা সংঘলৈ নতুন কোনো পৰিব্ৰাজক আহিলে তেওঁ চাৰি মাহলৈকে শিক্ষানবিছ হৈ থাকিব লাগিছিল। এনে ধৰণৰ শ্ৰামণেৰৰ সংখ্যাই অধিক আছিল বুলি অনুমান হয়। 'দীঘনিকায়'ৰ মহাসীহনাদসুত্তৰ অন্তত দিয়া হৈছে যে যেতিয়া কাশ্যপ পৰিব্ৰাজকে সংঘত প্ৰৱেশ কৰিবলৈ বিচাৰিছিল তেতিয়া ভগৱানে তেওঁৰ আগত কৈছিল, 'হে কাশ্যপ, এই সম্প্ৰদায়ত কোনোৱে প্ৰব্ৰজ্যা গ্ৰহণ কৰি সংঘত প্ৰৱেশ কৰিবলৈ বিচাৰিলে তেওঁ চাৰি মাহলৈকে শিক্ষা-নবিছী

কৰিব লাগে। চাৰি মাহৰ পিচত তেওঁৰ ওপৰত ভিক্ষুসকলৰ বিশ্বাস হলে তেওঁক প্ৰব্ৰজ্যা দি ভিক্ষু-সংঘৰ অন্তৰ্ভুক্ত কৰি লয়।'

এই মতে কাশ্যপ চাৰি মাহলৈ শিক্ষানবিছ হৈ থাকে আৰু তাৰ পিচত তেওঁৰ ওপৰত ভিক্ষুসকলৰ বিশ্বাস হোৱাত তেওঁক সংঘৰ অন্তৰ্ভুক্ত কৰি লোৱা হয়।

**শ্ৰামণেৰৰ সংখ্যা বৃদ্ধি**—ভগৱানৰ পৰিনিৰ্ব্বাণৰ পিচত শ্ৰামণেৰৰ সংখ্যা বাঢ়ি যায়। আনকি কম বয়সতে শ্ৰামণেৰ হৈ ভিক্ষু হোৱা লোকৰ সংখ্যাহে আটাইতকৈ অধিক হয়। ইয়াৰ ফলত সংঘত ভালেমান দোষ সোমায়। স্বয়ং ভগৱান আৰু তেওঁৰ ভিক্ষু-সংঘৰ গৃহস্থী জীৱন সম্বন্ধে ভাল ধৰণৰ অভিজ্ঞতা আছিল আৰু তেওঁলোকৰ মন আকৌ গৃহস্থীৰ পিনে যোৱাৰ সম্ভাৱনা নাছিল। কিন্তু যিসকলক সৰুতে গাৰ্হস্থ্য জীৱনৰ পৰা আঁতৰাই নিয়া হৈছে, তেওঁলোকৰ গাৰ্হস্থ্য জীৱনৰ প্ৰতি আকৰ্ষণ হোৱাটো স্বাভাৱিক আছিল। কিন্তু নিয়মে তেওঁলোকক বাধা দিছিল, ফলত তেওঁলোকৰ মাজত ভালেমান মানসিক দোষ উৎপন্ন হবলৈ ধৰিলে। সংঘ ধ্বংস হোৱাৰ কাৰণবোৰৰ ভিতৰত ইও এটা বুলি ধৰি লব লাগিব।

শ্ৰামণেৰ সকলৰ পদ্ধতিতেই শ্ৰামণেৰী সংস্থা কৰা হৈছিল। তেওঁলোকৰ মাজত পাৰ্থক্য ইমানেই আছিল যে শ্ৰামণেৰ সকল থাকিছিল ভিক্ষুসকলৰ আশ্ৰমত আৰু শ্ৰামণেৰী সকল থাকিছিল ভিক্ষুণীসকলৰ আশ্ৰমত।

## শ্ৰাৱক-সংঘৰ চাৰিটা বিভাগ

কিন্তু সংঘৰ চাৰিটা বিভাগত শ্ৰামণেৰ আৰু শ্ৰামণেৰী সকলৰ লেখ লোৱা নহৈছিল। ইয়াৰ পৰা অনুমান হয় যে ভগৱানৰ জীৱন কালত

তেওঁলোকৰ প্ৰতি অলপো গুৰুত্ব আৰোপ কৰা নহৈছিল। অকল ভিক্ষু, ভিক্ষুণী, উপাসক আৰু উপাসিকাহে বুদ্ধ শ্ৰাৱক-সংঘৰ বিভিন্ন বিভাগ আছিল।

ভিক্ষু-সংঘৰ কাম যে বৰ ব্যাপক ধৰণৰ আছিল সেই বিষয়ে সন্দেহ নাই। তথাপি ত্ৰিপিটক সাহিত্যৰ কেইটামান উদাহৰণৰ পৰা জনা যায় যে ভিক্ষুণী, উপাসক আৰু উপাসিকাসকলেও সংঘৰ উন্নতিত যথেষ্ট সাহায্য কৰিছিল।

**তিৰোতাৰ স্থান**—মাৰৰ লগত সোভা ভিক্ষুণীৰ যি বাদ-বিতণ্ডা হৈছিল, তাক তলত দিয়া হৈছে। তাৰপৰা স্পষ্টভাৱে দেখা যায় যে বুদ্ধৰ ধৰ্ম্ম-মাৰ্গত তিৰোতাসকলৰ মৰ্য্যাদা পুৰুষৰ সমান আছিল—

দুপৰীয়া সোভা ভিক্ষুণী শ্ৰাৱস্তীৰ ওচৰৰ অন্ধবনত ধ্যানত বহিছিল। তেতিয়া মাৰ তেওঁৰ ওচৰলৈ গৈ কলে :

যন্তং ইসীহি পত্তব্বং ঠানং দুৰভিসম্ভৱং
ন তং দ্বংগুলপঞ্‌ঞায় সক্কা পপ্পো তুমিৎথিয়া॥

অৰ্থাৎ যি ( নিৰ্ব্বাণ ) স্থান ঋষিসকলৰ পক্ষেও অসম্ভৱ, যাৰ প্ৰজ্ঞা দুটা আঙুলিতে সীমাবদ্ধ ( অৰ্থাৎ চাউল সিজিলে তাক দুটা আঙুলিৰে পিটিকি চোৱাটোৱে যাৰ একমাত্ৰ বুধিৰ চিনাকি )।

সোভা ভিক্ষুণীয়ে কলে :

ইৎথিভাৱো কিং কয়িৰা চিতম্হি সুসমাহিতে।
ঞাণম্হি বত্তমানম্হি সম্মা ধম্মং ৱিপস্সতো।
যস্স নূন সিয়া এৱং ইৎথাহং পুৰিসো তিৱা।
কিঞ্চি ৱা পন অস্মীতি তং মাৰো ৱত্তু্ মৰহতি॥[১৪]

(১৪) 'ভিক্‌খুণীসংযুত্ত, সুত্ত ২।

অৰ্থাৎ, 'যাৰ চিত্ত ভালদৰে সন্তুষ্ট হৈছে আৰু যাৰ জ্ঞান লাভ হৈছে। তেনে সম্যকৰূপে ধৰ্ম্মজনা ব্যক্তিৰ পক্ষে ( নিৰ্ব্বাণ মাৰ্গত ) স্ত্ৰীত্ব কিদৰে বাধক হব পাৰে। মাৰ, এই কথা তাৰে আগত কোৱাগৈ যাৰ মই তিৰোতা, মই পুৰুষ অথবা মই কোনোবা বুলি অহঙ্কাৰ[১৫] হৈছে।'।

মাৰে জানিব পাৰিলে যে সোমা ভিক্ষুণীয়ে তেওঁক চিনি পেলাইছে, গতিকে তেওঁ তাৰ পৰা দুখেৰে অন্তৰ্ধান হল।

এই তৰ্ক-বাদ কাব্যময়, তথাপি ইয়াৰ পৰা বৌদ্ধ-সংঘত তিৰোতাৰ মৰ্য্যাদা কি আছিল তাক স্পষ্টভাৱে জানিব পৰা যায়।

**নিৰ্ব্বাণ মাৰ্গত শ্ৰাৱকৰ চাৰিটা শ্ৰেণী**—নিৰ্ব্বাণ মাৰ্গত শ্ৰাৱক সকলৰ এই চাৰিটা শ্ৰেণী আছিল—সোতাপন্ন, সকদাগামী, অনাগামী আৰু অৰহা। সক্কায় দিট্‌ঠি ( আত্মাক ভিন্ন বস্তু বুলি ধৰি লৈ তাক নিত্য বুলি মনা দৃষ্টি ), ৱিচিকিচ্ছা ( বুদ্ধ, ধৰ্ম্ম আৰু সঙ্ঘৰ প্ৰতি শঙ্কা বা অবিশ্বাস ), সীলব্বত পৰামাস ( স্নানাদি ব্ৰত আৰু উপবাসৰ দ্বাৰা মুক্তি প্ৰাপ্তিৰ বিশ্বাস ) এই তিনিটা সংযোজন ( বন্ধন ) নাশ কৰিলে শ্ৰাৱক সোতাপন্ন হয় আৰু যেতিয়া তেওঁ এই মাৰ্গত স্থিৰ হয় তেতিয়া তেওঁক সোতাপত্তিফলট্‌ঠো[১৬] বোলা হয়। ইয়াৰ পিচত কাম-ৰাগ ( কাম-বাসনা ) আৰু পটিঘ ( ক্ৰোধ ) এই দুটা সংযোজন শিথিল হলে অজ্ঞান কমে। তেতিয়া তেওঁ সকদাগামী হয় আৰু তেওঁৰ এই মাৰ্গত স্থিৰতা প্ৰাপ্তি হলে তেওঁক সকদাগামিফলট্‌ঠো কোৱা হয়। ইয়াৰ পিচত ৰূপ-ৰাগ ( ব্ৰহ্মলোক আদি প্ৰাপ্তিৰ ইচ্ছা ), অৰূপ-ৰাগ (অৰূপ দেৱলোক প্ৰাপ্তিৰ ইচ্ছা ), মান ( অহঙ্কাৰ ), উদ্ধচ্চ ( ভ্ৰান্তচিত্ততা ) আৰু অৱিজ্জা

---

(১৫) অহঙ্কাৰ তিনি প্ৰকাৰৰ :—(১) মই শ্ৰেষ্ঠ, এই ধাৰণা, (২) মই সদৃশ, এই ধাৰণা ; আৰু (৩) মই হীন, এই ধাৰণা।—ৱিভঙ্গ ( P. T. S ), পৃষ্ঠা ৩৪৬ আৰু ৩৫৩।

(১৬) ফলট্‌ঠো—ফলস্থঃ।

( অৱিদ্যা ) এই পাঁচোটা সংযোজন ক্ষয় কৰি তেওঁ অৰহা ( অৰ্হন্ ) হয় আৰু এই মাৰ্গত স্থিৰ হলে তেওঁক অৰহপ্ফলট্‌ঠো ( অৰ্হৎফলস্থ ) বোলা হয়। এইদৰে শ্ৰাৱকসকলৰ চাৰিটা বা আঠোটা ভাগ কৰা হয়। চিত্ৰ আৰু ৱিশাখ দুয়ো গৃহস্থ হৈও অনাগামী আছিল আৰু আনন্দ ভিক্ষু হোৱা সত্ত্বেও ভগৱানৰ জীৱন কালত মাথোন সোতাপন্নহে আছিল। ক্ষেমা, উৎপলৱৰ্ণা আদি ভিক্ষুণীসকল অৰ্হৎপদত উপস্থিত হৈছিলগৈ। আন কথাত কবলৈ গলে নিৰ্ব্বাণ মাৰ্গত প্ৰগতি কৰোঁতে স্ত্ৰীত্ব বা গৃহস্থত্ব একেবাৰে বাধক হোৱা নাছিল।

## সংঘৰ প্ৰতিষ্ঠা

বুদ্ধং সৰণং গচ্ছামি।
ধম্মং সৰণং গচ্ছামি।
সংঘং সৰণং গচ্ছামি।

ইয়াকে শৰণ-গমন কোৱা হয়। আজি-কালিও বৌদ্ধ ৰাইজে এই ত্ৰিশৰণ উচ্চাৰণ কৰি থাকে। এই প্ৰথা যথেষ্ট পৰিমাণে বুদ্ধৰ জীৱন-কালতে আৰম্ভ হৈছিল। এটা কথা মনত ৰাখিব লগীয়া যে বুদ্ধ ভগৱানে ধৰ্ম্মৰ সমানেই সংঘৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছিল। আন কোনো ধৰ্ম্মতে এই কথা পোৱা নাযায়। যীশু খৃষ্টই কয়, 'হে দুখী আৰু ভাৰাক্ৰান্ত লোকসকল, তোমালোক আটায়ে মোৰ ওচৰলৈ আহাহঁক, মই তোমালোকক জিৰণি দিম।'[১৭] আৰু ভগৱান কৃষ্ণই কয় :

সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥[১৮]

(১৭) Matthew, 11, 28.

(১৮) 'ভগৱদ্গীতা', অধ্যায় ১৮, শ্লোক ৬৬।

অৰ্থাৎ 'সকলো ধৰ্ম্ম ত্যাগ কৰি তুমি অকল মোৰ শৰণ লোৱা। মই তোমাক সকলো পাপৰপৰা মুক্ত কৰি দিম। তুমি শোক নকৰিবা।'

কিন্তু ভগৱান বুদ্ধই কয়, 'তুমি বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ আশ্ৰয় লৈ নিজৰ পৰিশ্ৰমৰ দ্বাৰা নিজৰ আৰু আনৰ দুখ নাশ কৰা, জগতৰ দুখ কম কৰা।'

যদি আমি সংসাৰৰ জ্ঞানী আৰু শীলৱান মুনিহ-তিৰোতাৰ সংঘ স্থাপন কৰি তেওঁৰ শৰণলৈ নিওঁহক তেন্তে দুখ বিনাশৰ মাৰ্গ জানো সুগম নহব ?

**সংঘই আটায়েৰে নেতা**—বুদ্ধ ভগৱানে নিজৰ পিচত কাকো সংঘৰ নেতা কৰা নাছিল। তেওঁ বৰং এই নিয়ম বান্ধি দিছিল যে সমগ্ৰ সংঘ মিলি সংঘৰ কাম কৰিব লাগে। একসত্তাত্মক শাসন প্ৰণালীত ডাঙৰ দীঘল হোৱা মানুহৰ পক্ষে বুদ্ধৰ এই ব্যৱস্থা যে অদ্ভুত যেন লাগিছিল, তাত আচৰিত হবলগীয়া নাই।

তেতিয়া ভগৱানৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তিৰ বৰ বেচি দিন হোৱা নাছিল। সেই সময়ত আনন্দ ৰাজগৃহত আছিল। প্ৰদ্যোতৰ ভয়ত অজাতশত্ৰু ৰজাই ৰাজগৃহৰ মেৰামতি আৰম্ভ কৰাইছিল আৰু সেই কামৰ ভাৰ দিছিল গোপক মোগ্‌গল্লান নামৰ এজনৰ ব্ৰাহ্মণৰ ওপৰত। ভিক্ষাৰ বাবে আয়ুষ্মান আনন্দ ৰাজগৃহৰ পথত বাহিৰ হল। কিন্তু ভিক্ষাটনৰ বাবে তেতিয়াও পলম আছিল, গতিকে তেওঁ গোপক মোগ্‌গল্লানৰ ওচৰলৈ গল। ব্ৰাহ্মণে তেওঁক আসন দিলে আৰু নিজে তল খাপৰ আসনত বহি প্ৰশ্ন কৰিলে, 'ভগৱানৰ নিচিনা গুণৱান ভিক্ষু আৰু কোনোবা আছেনে ?' আনন্দই উত্তৰ দিলে, 'কোনো নাই !'

এই কথা-বতৰা চলি থাকোঁতে মগধদেশৰ প্ৰধান মন্ত্ৰী ৱস্‌সকাৰ ব্ৰাহ্মণ তাত উপস্থিত হল আৰু তেওঁ আনন্দৰ কথা শুনি সুধিলে, 'সেই

ভগৱানে জানো এনে কোনো ভিক্ষুক নিযুক্ত কৰিছে যাতে ভগৱানৰ অভাৱত সংঘই সেই ভিক্ষুজনৰ শৰণ লব পাৰে ?'

আনন্দই উত্তৰ দিলে, 'ডাঙৰীয়া, কৰা নাই।'

ৱস্সকাৰ ব্ৰাহ্মণে সুধিলে, 'তেনেহলে এনে কোনো ভিক্ষু আছেনে যাক ভগৱানৰ ঠাইত সংঘই বাছি লৈছে ?'

আনন্দই কলে, 'নাই, ডাঙৰীয়া !'

—'তাৰ অৰ্থ হল এই ভিক্ষু-সংঘৰ কোনো নেতা নাই। তেনেহলে এই সংঘৰ সংগঠন কেনেকৈ থাকে ?'—ৱস্সকাৰে সুধিলে।

আনন্দই উত্তৰ দিলে, 'আমাৰ কোনো নেতা নাই বুলি ধৰি লোৱাটো ঠিক নহব। ভগৱানে ৱিনয়ৰ নিয়ম বান্ধি দিছে। একোখন গাঁৱত আমি যিমান ভিক্ষু থাকোঁহক, আমি আটায়ে মিলি সেই নিয়ম-বোৰৰ পুনৰ আলোচনা কৰোঁহক। কাৰোবাৰ কিবা দোষ হলে, তেওঁ নিজৰ দোষ স্বীকাৰ কৰে আৰু তাৰ প্ৰায়শ্চিত্ত কৰে।...কোনো ভিক্ষু শীল আদি গুণেৰে সম্পন্ন হলে আমি তেওঁৰ সন্মান কৰোঁহক আৰু তেওঁৰ দিহা পৰামৰ্শ লওঁহক।'[১৯]

ৱস্সকাৰ ব্ৰাহ্মণ অজাতশত্ৰুৰ প্ৰধান মন্ত্ৰী আছিল। বোধহয় তেওঁৰ এয়ে ধাৰণা আছিল যে কোনো সৰ্ব্বাধিকাৰী ব্যক্তি নহলে ৰাজ্যৰ শাসন ব্যৱস্থা ভালদৰে চলাটো অসম্ভৱ। তেওঁৰ বক্তব্য এয়ে আছিল যে বুদ্ধই যদি কোনো লোকক নিজৰ স্থানত নিযুক্ত কৰা নাই তেন্তে অন্ততঃ সংঘই সেই পদৰ বাবে কোনো ভিক্ষুক বাছি লোৱা উচিত। কিন্তু এনে কোনো সৰ্ব্বাধিকাৰী নোহোৱাকৈও বুদ্ধৰ পিচতো সংঘৰ কাম সুচাৰুভাৱে চলি আছিল। তাৰ দ্বাৰা কব লাগিব যে বুদ্ধই কৰি যোৱা সংঘ সংগঠনৰ পদ্ধতি উপযুক্তই আছিল।

---

(১৯) 'মঝ্‌ঝিম্‌নিকায়', গোপক মোগ্‌গল্লানসুত্ত (সং ১০৮) চাওক।

## আত্মবাদী শ্ৰমণ

'নিৱাপসুত্ত'ত বুদ্ধৰ সমসাময়িক শ্ৰমণ ব্ৰাহ্মণক, থূলমূল ভাৱে চাৰিটা শ্ৰেণীত ভগোৱা হৈছে। তাৰে প্ৰথম শ্ৰেণীৰ ব্ৰাহ্মণসকল হল যাগযজ্ঞ কৰি সোমপান কৰা ব্ৰাহ্মণসকল। তেওঁলোকৰ মতে এনেধৰণৰ বিলাসৰ ফলতে মোক্ষ লাভ কৰা যায়। যাগ-যজ্ঞত বিৰক্ত হৈ অৰণ্যলৈ গৈ ঘোৰ তপস্যা কৰা ঋষি-মুনি সকলক দ্বিতীয় শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছে। তেওঁলোক চিৰদিনলৈ অৰণ্যত তিষ্ঠি থাকিব নোৱাৰে। তেওঁলোক আকৌ গৃহস্থ-ধৰ্ম্মলৈ উভতি আহে আৰু বিলাসকে সুখ বুলি মানিবলৈ ধৰে। এই শ্ৰেণীৰ উদাহৰণ হিচাপে পৰাশৰ, ঋষ্যশৃঙ্গ আদি ঋষিৰ উল্লেখ কৰিব পৰা যায়। তৃতীয় শ্ৰেণীৰ লোক হল শ্ৰমণ ব্ৰাহ্মণসকল। তেওঁলোকে মানুহ বসতি কৰা অঞ্চলৰ ওচৰত থাকি মিতাহাৰ কৰিছিল; কিন্তু তেওঁলোক আত্মবাদী হৈ পৰিছিল। তেওঁলোকৰ কিছুমানে হয়তো আত্মাক শাশ্বত বুলি, কিছুমানে আকৌ হয়তো আত্মাক অশাশ্বত বুলি বিশ্বাস কৰিছিল। এইদৰে বাদৰ মেৰপাকত পৰাত তেওঁলোক মাৰৰ জালত সাঙোৰ খাই পৰিছিল। বুদ্ধ ভগৱানে এই আত্মবাদ পৰিহাৰ কৰিছিল আৰু নিজৰ দৰ্শন সত্যৰ ভেটিত থিয় কৰাইছিল। গতিকে তেওঁৰ ভিক্ষুসকল মাৰৰ জালত পৰা নাছিল; সেই কাৰণে তেওঁলোকক চতুৰ্থ শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছে।[১]

বুদ্ধ ভগৱানে এই আত্মবাদ কিয় পৰিহাৰ কৰিছিল, তাৰ আলোচনা কৰাৰ আগতে সেই সময়ত ব্ৰাহ্মণসকলৰ আত্মবাদ কেনে ধৰণৰ আছিল সেই সম্বন্ধে বিবেচনা কৰাটো উচিত হব। আমি তৃতীয় অধ্যায়ত

(১) চাওক, পৃষ্ঠা ৭৪-৭৬

উল্লেখ কৰি আহিছোঁহক যে সেই সময়ত মুঠতে ৬২ টা শ্ৰমণ-পন্থ আছিল।[২] সেইবোৰৰ কোনোটোৱে আত্মবাদৰ পৰা মুক্ত নাছিল। কিন্তু এতিয়া আৰু সেই আটাইবোৰৰে দৰ্শন সম্বন্ধে জানিব পৰা নাযায়। তাৰে ছটা ডাঙৰ ডাঙৰ সংঘৰ দৰ্শনৰ ভালেখিনি অংশ সম্বন্ধে পালি-সাহিত্যৰ পৰা জানিব পৰা যায়; আৰু তাৰ পৰা আন আন শ্ৰমণ ব্ৰাহ্মণসকলৰ আত্মবাদ সম্বন্ধে অনুমান কৰিব পাৰি। গতিকে প্ৰথমে তেওঁলোকৰ দৰ্শন সম্বন্ধে আলোচনা কৰাটো উচিত হব।

**অক্ৰিয়বাদ**—এই ছটা সংঘৰ প্ৰথমটোৰ নেতা পূৰণ কস্সপ অক্ৰিয়বাদৰ সমৰ্থক আছিল। তেওঁ কৈছিল—'যদিহে কোনোবাই কিবা কৰে বা কৰায়, কাটে বা কটায়, কষ্ট দিয়ে বা দিয়ায়, শোক কৰে বা কৰায়, কাৰোবাৰ কিবা দুখ হয় বা কোনোবাই দুখ দিয়ে, ভয় লাগে বা ভয় খুৱায়, প্ৰাণী হত্যা কৰে, চুৰি কৰে, ঘৰত সিন্ধি দিয়ে, ডকাইতি কৰে, একেটা ঘৰৰ ওপৰত আক্ৰমণ কৰে, লোটপাট কৰে, পৰদাৰ-গমন কৰে বা অসত্য কথা কয়, তেনেহলেও তেওঁৰ পাপ নহয়। অতি চোকা চক্ৰেৰে যদি কোনোবাই এই সংসাৰৰ পশুবোৰৰ মঙহৰ দম কৰে তথাপিও তাত অলপো পাপ নহয়। তাত কোনো দোষ নাই। গঙ্গা নৈৰ দক্ষিণ পাৰলৈ গৈ যদি কোনোবাই মাৰপিট কৰে, কাটে বা কটায়, কষ্ট দিয়ে বা দিয়ায়, তথাপিও তাত অলপো পাপ নহয়। গঙ্গা নৈৰ উত্তৰ পাৰলৈ গৈ যদি কোনোবাই ভালেমান দান কৰে বা কৰায়, যজ্ঞ কৰে বা কৰায়, তথাপিও তাৰ পৰা তেওঁৰ কোনো পুণ্য নহয়। দান, ধৰ্ম্ম, সংযম আৰু সত্য ভাষণৰ পৰা পুণ্য লাভ নহয়।'

**নিয়তিবাদ**—মক্খলি গোসাল সংসাৰ-শুদ্ধিবাদী বা নিয়তিবাদী আছিল। তেওঁ কৈছিল, 'প্ৰাণীৰ অপৱিত্ৰতাৰ কাৰণে কোনো হেতু

(২) চাওক, পৃষ্ঠা ৬৭-৬৮

নাই, কোনো কাৰণ নাই। হেতু নোহোৱাকৈ, কাৰণ নোহোৱাকৈয়ে প্ৰাণী অপৱিত্ৰ হয়। প্ৰাণীৰ শুদ্ধিৰ বাবে কোনো হেতু নাই, কোনো কাৰণ নাই। হেতু নোহোৱাকৈ, কাৰণ নোহোৱাকৈ প্ৰাণী শুদ্ধ হয়। নিজৰ সামৰ্থ্যৰে একো নহয়। আনৰ সামৰ্থ্যৰেও একো নহয়। পুৰুষৰ সামৰ্থ্যেদ্বৰ একো নহয়। (একোতে) বল নাই, বীৰ্য্য নাই, পুৰুষ-শক্তি নাই, পুৰুষ-পৰাক্ৰম নাই। সৰ্ব্বসত্ত্ব, সৰ্ব্বপ্ৰাণী, সৰ্ব্বভূত, সৰ্ব্বজীৱতো অৱশ, দুৰ্ব্বল আৰু নিবীৰ্য্য। সিহঁত (ভাগ্য), সঙ্গতি আৰু স্বভাৱৰ কাৰণে পৰিণত হয় আৰু ছটাৰ ভিতৰত কোনোবা এটা জাতিত (শ্ৰেণীত) থাকি সুখ-দুখ উপভোগ কৰে। বুদ্ধিমান আৰু মূৰ্খসকলে চৌৰাশী লাখ মহাকল্পৰ চক্ৰত ঘূৰি যাব লাগে। তেতিয়াহে তেওঁলোকৰ দুখৰ নাশ হয়। যদিহে কোনোবাই কয় যে এই শীলৰ দ্বাৰা, এই ব্ৰতৰ দ্বাৰা, এই তপৰ দ্বাৰা অথবা ব্ৰহ্মচৰ্য্যৰ দ্বাৰা অপৰিপক্ক কৰ্ম্মক পৰিপক্ক কৰিম নাইবা পৰিপক্ক কৰ্ম্মৰ ফল উপভোগ কৰি তাক নষ্ট কৰি দিম, তেন্তে তাৰ দ্বাৰা সি হৈ নুঠিব। এই সংসাৰত সুখ-দুখ ইমান নিশ্চিত যে তাক পৰিমিত দ্ৰোণৰ (দোণ বা ওজনৰ) দ্বাৰা জুখিব পৰা যায়। তাক কম বা বেচি কৰিব পৰা নাযায়। যেনেকৈ কোনো সূতাৰ মহুৰা পেলাই দিলে সি সম্পূৰ্ণ ভাৱে ওলাই নোযোৱালৈকে মহুৰাটো আগলৈ গৈ থাকে তেনেদৰে বুদ্ধিমান আৰু মূৰ্খৰ দুখ তেতিয়াহে নাশ হব যেতিয়া তেওঁলোকে (সংসাৰৰ) সমগ্ৰ চক্ৰ সম্পূৰ্ণভাৱে ঘূৰি আহিব পাৰে।'

**উচ্ছেদবাদ**—অজিত কেসকম্বল উচ্ছেদবাদী আছিল। তেওঁ কৈছিল, 'দান, যজ্ঞ আৰু হোমত কোনো সাৰমৰ্ম্ম নাই, ভাল আৰু বেয়া কৰ্ম্মৰ ফল আৰু পৰিণাম নহয়, ইহলোক, পৰলোক, আই-বোপাই অথবা ঔপপাতিক (দেৱতা বা নৰকবাসী) প্ৰাণী নাই, ইহলোক আৰু

পৰলোকৰ আনক ভাল জ্ঞান লাভ কৰাই দিব পৰা দাৰ্শনিক আৰু উচিত মাৰ্গেৰে চলা শ্ৰমণ ব্ৰাহ্মণ এই সংসাৰত নাই। মনুষ্য চাৰি ভূতেৰে সৃষ্ট। যেতিয়া তেওঁ মৰে তেতিয়া তেওঁৰ ভিতৰৰ পৃথ্বীধাতু পৃথ্বীত, আপো-ধাতু পানীত, তেজো-ধাতু তেজত, আৰু বায়ুধাতু গৈ বায়ুত মিলে আৰু ইন্দ্ৰিয়বোৰ আকাশলৈ গুচি যায়। মৰা মানুহক/চাঙীত তুলি চাৰিজন মানুহে শ্মশানলৈ লৈ যায়। তেওঁৰ গুণ-অৱগুণৰ আলোচনা কৰা হয়, কিন্তু তেওঁৰ অস্থিবোৰ বগা হৈ আহুতিবোৰে ভস্ম ৰূপ ধাৰণ কৰে। মূৰ্খলোকহঁতেই দানৰ আহুকালৰ সৃষ্টি কৰিছে। যিসকলে আস্তিকবাদৰ কথা কয়, তেওঁলোকৰ সেই কথা তেনেই মিছা আৰু বৃথা তৰ্ক। শৰীৰ ভেদ হোৱাৰ পিচত বিদ্বান আৰু মূৰ্খসকলৰ উচ্ছেদ হয়, তেওঁলোক নষ্ট হয়। মৃত্যুৰ পিচত তেওঁলোকৰ একো অৱশেষ নাথাকে।'

**অন্যোন্যবাদ**—পকুধ কচ্চায়ন অন্যোন্যবাদী আছিল। তেওঁ কৈছিল, 'সাতোটা পদাৰ্থ কোনোবাই কৰা, কৰোৱা, তৈয়াৰ কৰা বা তৈয়াৰ কৰোৱা নহয়, সিহঁত বন্ধ্য, কূটস্থ আৰু নগৰ দ্বাৰৰ স্তম্ভৰ নিচিনা অচল।[৩] সিহঁত অলৰ-অচৰ, অপৰিবৰ্ত্তনীয়, সিহঁতে এটাই আনটোক নোজোকায়, সিহঁতৰ এটাই আনটোৰ সুখ-দুখ উৎপন্ন কৰিবলৈকো অক্ষম। সিহঁতনো কি? সি হল পৃথ্বী, অপ, তেজ, বায়ু, সুখ, দুখ আৰু জীৱ। ইয়াক মাৰোতা, মৰাওতা, শুনোতা, শুনাওতা, জানোতা বা জনাওতা কোনো নাই। কোনোবাই তীক্ষ্ণ অস্ত্ৰেৰে কাৰোবাৰ মূৰ কাটি দিলে, তেওঁ তেওঁৰ প্ৰাণ লব নোৱাৰে। মাথোন এই খিনিকে

(৩) যুদ্ধত যাতে শত্ৰুৰ হাতীয়ে নগৰ দ্বাৰৰ ওপৰত পোনে পোনে আক্ৰমণ কৰিব নোৱাৰে, সেই উদ্দেশ্যে সমুখত এটা সুদৃঢ় খুটা পুতি দিয়া হৈছিল, তাক পালি ভাষাত 'এসিকা' বা 'ইন্দখিল' বোলা হয়।

বুজিব লাগিব যে সাতোটা পদার্থৰ মাজৰ মুকলি ঠাইখিনিত মাথোন সেই অস্ত্র সোমাই গৈছে।'

**ৱিক্ষেপৱাদ**—সঞ্জয় বেলট্‌ঠপুত্ত ৱিক্ষেপৱাদী আছিল। তেওঁ কৈছিল, 'যদি মোক কোনোবাই সোধে যে যে পৰলোক কি আৰু যদিহে মোৰ এনেলগে যে পৰলোক আছে, তেন্তে মই কম, হয়, আছে। কিন্তু মোৰ তেনে নালাগে। মোৰ এনেও নালাগে যে পৰলোক আছে। ঔপপাতিক প্ৰাণী আছে নে নাই, ভাল বেয়া কামৰ ফল হয় নে নহয়, তথাগত মৃত্যুৰ পিচত থাকেনে নাথাকে, ইয়াৰ কোনো কথা সম্বন্ধে মোৰ কোনো নিশ্চিত ধাৰণা নাই।'[৪]

**চাতুৰ্যামসংৱৰবাদ**—নিগণ্ঠ নাথপুত্ত চাতুৰ্যামসংৱৰবাদী আছিল। এই চাৰিটা যাম সম্বন্ধে 'সামঞ্‌ঞফলসুত্ত'ত দিয়া বৰ্ণনা সম্পূৰ্ণ নহয়। জৈন গ্ৰন্থৰ পৰা অনুমান কৰিব পৰা যায় যে অহিংসা, সত্য, অস্তেয় আৰু অপৰিগ্ৰহ এই চাৰিটা যাম সম্বন্ধে পাৰ্শ্বমুনিয়ে উপদেশ দিছিল। তাৰ লগত মহাবীৰ স্বামীয়ে ব্ৰহ্মচৰ্য্য লগ লগাই দিযে। তথাপি বুদ্ধৰ সমসাময়িক নিগ্ৰন্থ (জৈন) সকলৰ মাজত ওপৰত দিয়া চাৰিটা যামৰহে গুৰুত্ব আছিল। জৈন ধৰ্ম্মৰ মূল কথা আছিল যে চাৰিটা যাম আৰু তপস্যাৰে পূৰ্ব্বজন্মৰ পাপৰ লোপ কৰি কৈৱল্য (মোক্ষ) লাভ কৰিব পৰা যায়।

**অক্ৰিয়ৱাদ আৰু সাংখ্যমত**—পূৰণ কাশ্যপৰ অক্ৰিয়ৱাদ সাংখ্য দৰ্শনৰ নিচিনা লাগে। সাংখ্যবাদী লোকসকলৰ মতে আত্মা প্ৰকৃতিতকৈ

---

(৪) 'সামঞ্‌ঞফলসুত্ত'ত নিগণ্ঠ নাথপুত্তৰ চাতুৰ্যামসংৱৰৱাদক ৱিক্ষেপৱাদৰ আগতে দিয়া হৈছে। কিন্তু 'মজ্‌ঝিমনিকায়'ৰ চূলসাৰোপমসুত্তত আৰু আন ভালেমান সুত্তত নাথপুত্তৰ নাম তেনেই শেহতন্তে দিয়া হৈছে।

পৃথক আৰু মৰা, মৰোৱা আদি কথাৰ পৰিণাম তাৰ ওপৰত হব নোৱাৰে। ইয়াৰ প্ৰতিধ্বনি 'ভগৱদ্‌গীতা'ৰ ভিন ভিন ঠাইত শুনিবলৈ পোৱা যায়। যেনে:

প্ৰকৃতেঃ ক্ৰিয়মাণানি, গুণৈঃ কৰ্ম্মাণি সৰ্বশঃ।
অহঙ্কাৰ বিমূঢ়াত্মা কৰ্তাঽহমিতি মন্যতে ॥[৫]

অৰ্থাৎ 'সম্পূৰ্ণ কৰ্ম্ম প্ৰকৃতিৰ গুণৰ দ্বাৰা কৰা হৈছে, তথাপি অহঙ্কাৰৰ দ্বাৰা মোহিত আত্মাই "মই কৰ্ত্তা" বুলি ভাবে।'

য এনং ৱেত্তি হন্তাৰং, যশ্চৈনং মন্যতে হতম্।
উভৌ তৌ ন ৱিজানীতো, নায়ং হন্তি ন হন্যতে ॥[৬]

অৰ্থাৎ 'যি এই আত্মাক মাৰোতা বুলি ভাবে আৰু যি ইয়াক মৰি যোৱা বুলি ভাবে, তেনে দুয়োজনেই সঁচা কথা নাজানে কিযনো এই আত্মাৰ মৰণ নাই আৰু কোনেও ইয়াক মাৰিব নোৱাৰে।'

যস্য নাহংকৃতো ভাৱো, বুদ্ধিৰ্যস্য ন লিপ্যতে।
হত্বাঽপি স ইমাঁল্লোকান্ ন হন্তি ন নিবধ্যতে ॥[৭]

অৰ্থাৎ 'যাৰ অহংভাৱ নাই, যাৰ বুদ্ধি (তাৰপৰা) অলিপ্ত থাকে, তেওঁ মানুহক মাৰিও নামাৰে, তাৰ দ্বাৰা বধ কৰা নহয়।'

**অক্ৰিয়ৱাদ আৰু সংসাৰ-শুদ্ধিৱাদ**—এই অক্ৰিয়ৱাদ আৰু মকৃখলি গোসালৰ সংসাৰ-শুদ্ধিৱাদৰ মাজত বৰ বেচি ব্যৱধান নাছিল। তেওঁৰ বক্তব্য এয়ে আছিল যে আত্মা প্ৰকৃতিৰ পৰা অলিপ্ত হৈ থাকিলেও আত্মাই নিশ্চিতভাৱে জন্ম লবলগীয়া হয় আৰু তাৰ পিচত আপোনা আপুনি মুক্তি হৈ যায়। আজি-কালিও হিন্দু-সমাজত এই কল্পনা চলি

(৫) অধ্যায় ৩, শ্লোক ২৭।
(৬) অধ্যায় ২, শ্লোক ২১।
(৭) অধ্যায় ১৮, শ্লোক ১৭।

আহিছে যে চৌৰাশী লাখ জন্ম লৈ প্ৰাণীৰ উন্নত অৱস্থা প্ৰাপ্তি হয়। মক্‌খলি গোসালৰ সময়ত এই ধাৰণা বৰ ব্যাপকভাৱে প্ৰচলিত আছিল যেন অনুমান হয়।

'অঙ্গুত্তৰনিকায়'ৰ ছক্কনিপাতৰ এটা সুত্তৰ ( সং ৫৭ ) পৰা দেখা যায় যে পিচলৈ গৈ পূৰণ কাশ্যপৰ সম্প্ৰদায় মক্‌খলি গোসালৰ আজীৱক পন্থৰ লগত চামিল হৈ যায়। উক্ত সুত্তত আনন্দই ভগৱানৰ আগত কয়, 'ভদন্ত, পূৰণ কস্‌সপে কৃষ্ণ, নীল, লোহিত, হৰিদ্ৰ, শুক্ল আৰু পৰমশুক্ল এই ছয় প্ৰকাৰৰ অভিজাতিৰ কথা বৰ্ণনা কৰিছে। বধিক, ব্যাধ আদি লোকক কৃষ্ণাভিজাতিৰ বুলি ধৰা হয়। ভিক্ষু আদি কৰ্ম্মবাদী লোকক নীল জাতিৰ, একেখন বস্ত্ৰ পিন্ধা নিৰ্গ্ৰন্থসকলক লোহিতাভিজাতিৰ, শুভ বস্ত্ৰ পিন্ধা অচেলক শ্ৰাৱকক ( আজীৱকক ) হৰিদ্ৰাভিজাতিৰ, আজীৱক আৰু আজীৱক ভিক্ষুনীকে শুক্লাভিজাতিৰ আৰু নন্দবচ্ছ, কিস্‌সংকিচ্চ আৰু মক্‌খলি গোসালক পৰম শুক্লাভিজাতিৰ অন্তৰ্ভুক্ত কৰা হৈছে। ইযাৰ পৰা স্পষ্টভাৱে দেখা যায যে পূৰণ কস্‌সপ আৰু আজীৱকৰ সম্প্ৰদায় একেটা হৈ পৰিছিল। নন্দ, ৱচ্চ আদি তিনিজন আচাৰ্য্য আজীৱক পৰম্পৰাৰ নেতা আছিল।' ইয়াৰ পৰা এইটোও প্ৰমাণ হয় যে কস্‌সপ আৰু তেওঁলোকৰ আত্মবাদৰ মাজত কোনো ব্যৱধান নাছিল আৰু কস্‌সপেও তেওঁলোকৰ দেহ-দণ্ডনৰ মাৰ্গ সমৰ্থন কৰিছিল।

**অজিত কেসকম্বলৰ নাস্তিকৱাদ**—অজিত কেসকম্বলৰ উচ্ছেদ-ৱাদলৈ লক্ষ্য কৰিলেই দেখা যায় যে তেওঁ সম্পূৰ্ণ নাস্তিক আছিল। তেওঁ 'সৰ্ব-দৰ্শন-সংগ্ৰহ'ত পোৱা চাৰ্ব্বাক মতৰ সংস্থাপক নাছিল, কিন্তু তাৰ হলে অৱশ্যে তেওঁ অন্যতম সমৰ্থক আছিল। যি দৰে তেওঁ ব্ৰাহ্মণ-সকলৰ যাগ-যজ্ঞ ভাল নাপাইছিল, তেনেদৰেই তেওঁ আজীৱক আদি

শ্ৰমণসকলৰ তপশ্চৰ্য্যাও সমৰ্থন নকৰিছিল। 'সৰ্ব-দৰ্শন-সংগ্ৰহ'ত এই বুলি—কোৱা হৈছে :

অগ্নিহোত্ৰং ত্ৰয়ো ৱেদাস্ত্ৰিদণ্ডং ভস্মগুণ্ঠনম্।
বুদ্ধিপৌৰুষহীনানাং জীৱিকা ধাতৃনিৰ্মিতা॥

অৰ্থাৎ 'অগ্নিহোত্ৰ, তিনি বেদ, ত্ৰিদণ্ডধাৰণ আৰু ভস্ম সনাই হ'ল ব্ৰহ্মাই বুদ্ধিহীন আৰু পৌৰুষহীন লোকৰ বাবে স্মৃষ্টি কৰি দিয়া জীৱিকা।'

তথাপি অজিতক শ্ৰমণ বুলি গণ্য কৰা হৈছিল। ইয়াৰ কাৰণ হ'ল বৈদিক হিংসা তেওঁ সমূলি ভাল নাপাইছিল, আৰু তেওঁ তপস্যা নকৰিলেও শ্ৰমণসকলৰ আচাৰ-বিচাৰ মানি চলিছিল। শ্ৰমণসকলৰ আত্মবাদৰ পৰাও তেওঁ অলিপ্ত নাছিল। আত্মা সম্বন্ধে তেওঁৰ কল্পনা আছিল যে চাৰিটা মহাভূতৰ পৰা আত্মাৰ সৃষ্টি আৰু মৰাৰ পিচত সি আকৌ চাৰিটা মহাভূততে মিলেগৈ। গতিকে তেওঁৰ এই মত হোৱাটো স্বাভাৱিক আছিল :

যাৱজ্জীৱং সুখং জীৱেন্নাস্তি মৃত্যোৰগোচৰঃ।
ভস্মীভূতস্য দেহস্য পুনৰাগমং কুতঃ॥

অৰ্থাৎ 'যেতিযালৈকে জীয়াই থাকা, সুখেৰে থাকা, কিয়নো মৃত্যুৰ হাতত নপৰা প্ৰাণী কোনো নাই আৰু দেহা ছাই হৈ গলে সি আৰু ক'ৰপৰা উভতি আহিব ?'

কেসকম্বলৰ এই দৰ্শনৰ আধাৰতে লোকায়ত অৰ্থশাস্ত্ৰ ৰচিত হয় আৰু কৌটিল্যৰ নিচিনা আচাৰ্য্যসকলে তাৰ বিকাশ সাধন কৰে।

**অন্যোন্যৱাদ আৰু ৱৈশেষিক দৰ্শন**—পকুধ কচ্চায়নৰ অন্যোন্যবাদ ৱৈশেষিক দৰ্শনৰ নিচিনাই আছিল। কিন্তু তেওঁৰ সাত পদাৰ্থ আৰু ৱৈশেষিকসকলৰ সাত পদাৰ্থৰ মাজত বৰ কমহে সাম্য আছে। কচ্চায়নৰ শ্ৰমণসংঘ বৰ ডাঙৰ আছিল, তথাপি তেওঁৰ পৰম্পৰা

বেচি দিনলৈ নাথাকিল। আধুনিক বৈশেষিক দৰ্শনৰ চাগৈ তেওঁৰ তত্ত্বজ্ঞানৰ পৰাই উদ্ভৱ হৈছে, কিন্তু তেনে ধৰণৰ তত্ত্ব-জ্ঞান মানোতা শ্ৰমণ-সম্প্ৰদায় বুদ্ধ-কালৰ পিচত আৰু নথকা যেন অনুমান হয়।

**বিক্ষেপবাদ আৰু স্যাদ্‌বাদ**—সঞ্জয় বেলট্‌ঠিপুত্তৰ বিক্ষেপবাদ জৈনসকলৰ স্যাদ্‌বাদৰ নিচিনা লাগে আৰু পিচলৈ গৈ জৈনসকলে তেওঁৰ মতবাদ নিজৰ দৰ্শনত সামৰি লয়। 'এনে হব, এনে নহব' (স্যাদস্তি স্যান্নাস্তি—বোধহয হয়, বোধ হয় নহয়) আদিয়ে হল স্যাদ্‌বাদ আৰু ওপৰত উল্লেখ কৰা বেলট্‌ঠিপুত্তৰ বিক্ষেপবাদৰ লগত তাৰ বিশেষ অন্তৰ নাই। গতিকে জৈন-সম্প্ৰদায়ে যে বিক্ষেপবাদকে নিজৰ প্ৰধান দৰ্শন কৰি লৈছিল সেই বুলি কোৱাত আপত্তি উঠিব নোৱাৰে।

**নিগ্ৰ্ন্থ আৰু আজীৱক**—জৈন-গ্ৰন্থ সমূহৰ পৰা জানিব পৰা যায় যে বুদ্ধৰ সমসাময়িক জৈনসকলৰ চতুৰ্ব্বিংশ তীৰ্থঙ্কৰ মহাবীৰ স্বামী (যাক নিগণ্ঠ নাথপুত্ত বোলা হয়) আৰু মক্‌খলি গোসালে একেলগে ছ বছৰ কাল ধৰি তপস্যা কৰিছিল। গতিকে বোধহয় তেওঁলোকে এই চেষ্টাও কৰিছিল যাতে আজীৱক আৰু নিগ্ৰন্থসকলৰ একেটা সম্প্ৰদায় সংগঠন কৰিব পৰা যায়। পাৰ্শ্বমুনিৰ সন্ন্যাসীয়ে নিজৰ লগত এখন বা তিনিখন কাপোৰ ৰাখিছিল। কিন্তু মহাবীৰ স্বামীয়ে মক্‌খলি গোসালৰ দিগম্বৰ ব্ৰত মানি লৈছিল আৰু তেতিয়াৰে পৰা নিগ্ৰ্ন্থসকল নিৰ্বস্ত্ৰ হৈ যায় কিন্তু নিগ্ৰ্ন্থ আৰু আজীৱকসকলৰ দৰ্শনৰ হলে মিলন হব নোৱাৰিলে। যদি মহাবীৰ স্বামীয়ে চৌৰাশী লাখৰ দৰ্শন স্বীকাৰ কৰি ললেহেঁতেন তেন্তে নিগ্ৰ্ন্থসকলৰ পৰম্পৰাত প্ৰচলিত চাতুৰ্যামৰ কোনো মহত্ব নাথাকিলহেঁতেন। যদিহে এইটো মানি লোৱা যায় যে নিয়তি (ভাগ্য), সংগতি (পৰিস্থিতি) আৰু স্বভাৱৰ হেতুকে প্ৰাণী পৰিণত হয় তেন্তে অহিংসা, সত্য, অস্তেয়

আৰু অপৰিগ্ৰহ—এই চাৰিটা যামৰ আৱশ্যকতা কি? আন কথাত কবলৈ গলে এই দুজনা আচাৰ্য্যৰ মতৰ মিল হব নোৱাৰিলে।

আজীৱকসকলৰ চৌৰাশী-লাখৰ দৰ্শনৰ তুলনাত নিগ্ৰন্থসকলৰ চাতুৰ্যাম সংৱৰবাদ যদি ৰাইজৰ অধিক ভাল লাগিছিল, তেন্তে তাতো আচৰিত হবলগীয়া কোনো কথা নাছিল, কিয়নো তাৰ দ্বাৰা আৰু তপস্যাৰ দ্বাৰা পূৰ্ব্বজন্মত কৰা পাপৰ লোপ কৰিব পৰা গৈছিল আৰু একেটা জন্মতে মোক্ষ প্ৰাপ্তি হব পাৰিছিল।

**নিগ্ৰন্থসকলৰ সম্পৰ্কীয় তথ্যাদি**—'সুত্তপিটক'ৰ পৰা নিগ্ৰন্থ-সকলৰ মত সম্বন্ধে ভালেখিনি কথা জানিব পৰা যায়। 'মঝ্‌জিম-নিকায়'ৰ চুলদুক্‌খক্‌খন্ধ সুত্তত বুদ্ধ আৰু নিগ্ৰন্থৰ মাজত হোৱা সংবাদ পোৱা যায়। তাৰ সাৰাংশ হল এই—

ৰাজগৃহত কিছুমান নিগ্ৰন্থই থিয় হৈয়েই তপস্যা কৰি আছিল। ভগৱান বুদ্ধ তেওঁলোকৰ ওচৰলৈ গৈ কলে, 'বন্ধুসকল, আপোনালোকে শৰীৰক এনেভাৱে কিয় কষ্ট দিছে?'

তেওঁলোকে কলে, 'নিগ্ৰন্থ নাথপুত্ৰ সৰ্ব্বজ্ঞ। তেওঁ কয় যে গৈ থাকোঁতে, থিয় হৈ থাকোঁতে, শুই থাকোঁতে, অথবা সাৰে থাকোঁতে সকলো অৱস্থাতে মোৰ জ্ঞান দৃষ্টি জাগৰিত থাকে। মই উপদেশ দিওঁ, "হে নিগ্ৰন্থসকল, তোমালোকে পূৰ্ব্বজন্মত যি পাপ কৰিছা, তাক এই-দৰে দেহ-দণ্ডন কৰি জীৰ্ণ কৰাইক ( নিজ্জৰেথ ), আৰু এই জন্মত মন, বচন আৰু শৰীৰেৰে কোনো পাপকে নকৰিবা। এই ধৰণৰ তপস্যাৰে আগৰ জন্মৰ পাপৰ নাশ হব আৰু নতুন পাপ নকৰা হেতুকে ভৱিষ্যতৰ জন্মত কৰ্ম্ম-ক্ষয় হব। ইয়াৰ ফলত সকলো দুখ নষ্ট হব।" তেওঁৰ এই কথা আমাৰ ভাল লাগে।'

ভগৱানে কলে, 'হে নিগ্ৰ্ৰ্স্থসকল, আপোনালোক পূৰ্ব্বজন্মত আছিল নে নাই, তাক আপোনালোকে জানে নে?'

নিগ্ৰ্স্থ—আমি নাজানোহক।

ভগৱান—বাৰু, পূৰ্ব্বজন্মত আপোনালোকে পাপ কৰিছিল নে নাই তাক জানো জানে?

নিগ্ৰ্স্থ—তাকো আমি নাজানোহক।

ভগৱান—আপোনালোকৰ কিমানখিনি দুখৰ নাশ হল আৰু কিমানখিনি বাকী আছে তাক জানো আপোনালোকে কব পাৰে?

নিগ্ৰ্স্থ—তাকো আমি কব নোৱাৰোঁহক।

ভগৱান—যদি এই কথা আপোনালোকে নাজানে তেন্তে তাৰ অৰ্থ জানো এয়ে নহয় যে আপোনালোক আগৰ জন্মত ব্যাধৰ নিচিনা নিষ্ঠুৰ আছিল আৰু এতিয়া সেই জন্মৰ পাপ নাশ কৰিবলৈ এনেদৰে তপস্যা কৰিছে?

নিগ্ৰ্স্থ—আয়ুষ্মন্ গৌতম, সুখৰ দ্বাৰা সুখ পোৱা নাযায়, দুখেৰেহে সুখ পোৱা যায়। সুখেৰে সুখ পোৱাহেঁতেন আয়ুষ্মন্ গৌতমৰ তুলনাত বিম্বিসাৰ ৰজাই অধিক সুখ পালেহেঁতেন।

ভগৱান—হে নিগ্ৰ্স্থসকল, আপোনালোকে নভবা নিচিন্তাকৈ এই কথা কৈছে। মই আপোনালোকক এই কথাটোকে সোধোঁচোন—বিম্বিসাৰ ৰজাই সাত দিন ধৰি পোন হৈ বহি মুখেৰে এটাও শব্দ বাহিৰ নকৰাকৈ একান্ত সুখৰ অনুভৱ কৰিব পাৰেনে? বাৰু, সাত দিনৰ কথা এৰি দিয়ক, তেওঁ এদিনৰ বাবেও তেনেকুৱা সুখ অনুভৱ কৰিব পাৰেনে?

নিগ্ৰ্স্থ—আয়ুষ্মন্, তেওঁৰ পক্ষে সেইটো সম্ভৱ নহয়।

ভগৱান—মইতো এদিন নহয়, সাত দিনলৈকে তেনে সুখৰ অনুভৱ কৰিব পাৰোঁ। মই আপোনালোকক সোধো যে বিম্বিসাৰ ৰজা (নিজৰ বৈৰভৱ দ্বাৰা) অধিক সুখীনে মই?

নিগ্ৰ্ন্থ—যদি তেনেকুৱাই হয় তেন্তে বিম্বিসাৰ ৰজাৰ তুলনাত আয়ুষ্মন্ গৌতমেই অধিক সুখী।'

বৌদ্ধমতৰ বিশেষত্ব দেখুৱাবলৈ এই সংবাদ ৰচনা কৰা হৈছে, তথাপি ইয়াত জৈন মতৰ বিপৰ্য্যাস কৰা হোৱা নাই। তেওঁলোকৰ বক্তব্য হল যে তপস্যা আৰু চাতুৰ্যামৰ দ্বাৰা পূৰ্ব্বজন্মৰ কৰ্ম্ম ক্ষয় কৰিব পৰা যায়, আৰু এই পৰম্পৰা এতিয়াও চলি আছে।

**আত্মা সম্বন্ধে কল্পনা**—এই আচাৰ্য্য আৰু তেওঁলোকৰ সমসাময়িক শ্ৰমণসকলৰ মনত আত্মা সম্বন্ধে এনে কিছুমান অদ্ভুত কল্পনা আছিল যে তাৰ সামান্য নমুনা উপনিষদ বোৰতো পোৱা যায়। উদাহৰণৰ কাৰণে এই কল্পনাটোলৈ লক্ষ্য কৰক; ইয়াত কোৱা হৈছে যে আত্মা চাউল আৰু যৱতকৈও সৰু আৰু সি হৃদযত থাকে:

এষ মে আত্মান্তৰ্হৃদয়েঽণীয়ান্ব্ৰীহের্বা যৱাদ্বা সৰ্ষপাদ্বা শ্যামাকাদ্বা শ্যামাক-তণ্ডুলাদ্বা।[৮]

অৰ্থাৎ 'এই মোৰ আত্মা অন্তৰ্হৃদয়ত (থাকে)। সি চাউলতকৈও, যৱতকৈও, সৰিয়হতকৈও শ্যামাক নামৰ ধান বা তাৰ চাউলতকৈও সৰু।'

আৰু সি তিমানেই ডাঙৰো—

মনোময়োয়ং পুৰুষোভাঃ সত্যস্তস্মিন্নন্তৰ্হৃদয়ে যথা ব্ৰীহিৰ্বা যৱো বা।[৯]

অৰ্থাৎ 'এই পুৰুষৰূপী আত্মা মনোময় ভাস্বান আৰু সত্যৰূপী আৰু ই অন্তৰ্হৃদয়ত এনেকৈ থাকে ঠিক যেনিবা চাউল বা যৱৰ দানাহে।'

পিচত এই কল্পনা প্ৰচলিত হল যে আত্মা বুঢ়া আঙুলিৰ সমান ডাঙৰ:

---

(৮) ছান্দোগ্য উপনিষদ, ৩।১৪।৩।

(৯) বৃহদাৰণ্যক উপনিষদ, ৫।৩।১।

অঙ্গুষ্ঠমাত্রঃ পুৰুষো মধ্য আত্মনি তিষ্ঠতি ।[১০]

অৰ্থাৎ 'বুঢ়া আঙুলিৰ সমান সেই পুৰুষ আত্মাৰ মাজত থাকে।'

আৰু মানুহ টোপনি গলে আত্মা তেওঁৰ শৰীৰৰ পৰা ওলাই বাহিৰত ফুৰিবলৈ যায় :

স যথা শকুনিঃ সূত্রেণ প্রবদ্ধো দিশং দিশং পতিত্বান্যত্রায়তনমলব্ধ্বা বন্ধনমেৱোপশ্রযত এৱমেৱ খলু সোম্য তন্মনো দিশং দিশং পতিত্বান্যত্রায়তনমলব্ধ্বা প্রাণমেৱোপশ্রযতে প্রাণবন্ধনং হি সোম্য মন ইতি ।[১১]

অৰ্থাৎ 'এই আত্মা এনেকুৱা ঠিক যিদৰে জৰীৰে সাঙুৰি ৰখা চৰাই চাৰিওপিনে উৰি ফুৰে আৰু তাত থাকিব নোৱৰা হেতুকে বন্ধনলৈকে উভতি আহে, ঠিক তেনেকৈয়ে হে সৌম্য, মনৰ কাৰণে আত্মা চাৰিওপিনে উৰি ফুৰে আৰু তাত ঠাই নোপোৱা হেতুকে প্ৰাণৰ আশ্ৰয় গ্ৰহণ কৰে, কিয়নো প্ৰাণ হৈছে মনৰ বন্ধন।'

**শাশ্বতৱাদ আৰু উচ্ছেদৱাদ**—বুদ্ধৰ সমসাময়িক শ্ৰমণ ব্ৰাহ্মণসকলৰ মাজত আত্মা সম্বন্ধে এনেকুৱা নানাপ্ৰকাৰ উদ্ভট কল্পনাবোৰৰ চলতি আছিল। তেওঁলোকক দুটা শ্ৰেণীত ভগাব পৰা যায়। তাৰে এটা শ্ৰেণীয়ে কৈছিল :

সস্‌সতো অত্তা চ লোকো চ ৱংঝো কূটট্ঠো এসিকট্ঠায়ী ঠিতো।

অৰ্থাৎ 'আত্মা আৰু জগৎ শাশ্বত। সি ( আত্মা ) বন্ধ্য, কূটস্থ আৰু নগৰ-দ্বাৰত থিয় হৈ থকা স্তম্ভৰ নিচিনা স্থিৰ।[১২]

এই মতবাদত পূৰণ কস্‌সপ, মক্‌খলি গোসাল, পকুধ কচ্চায়ন আৰু নিগণ্ঠ নাথপুত্তৰ মত সামৰি লব পৰা যায়।

---

(১০) কঠোপনিষদ্‌, ২।৪।১২।

(১১) ছান্দোগ্য উপনিষদ্‌, ৬।৮।২।

(১২) এয়া আৰু আন ভালেমান আত্মবাদৰ কথা 'দীঘনিকায়'ৰ ব্ৰহ্মজালসুত্তত দিয়া হৈছে। আন আন নিকায়তো ভিন ভিন আত্মবাদৰ উল্লেখ পোৱা যায়।

দ্বিতীয় শ্ৰেণীৰ শ্ৰমণ-ব্ৰাহ্মণে উচ্ছেদৱাদৰ প্ৰতিপাদন কৰিছিল। তেওঁলোকৰ মতে :

অয়ং অত্তাৰূপী চাতুম্মাহাভূতিকো মাতাপেত্তিসম্ভৱো কায়স্স ভেদা উচ্ছিজ্জতি ৱিনস্সতি ন হোতি পৰং মৰণা ॥

অৰ্থাৎ 'এই আত্মা জড়, চাৰিটা মহাভূতেৰে সৃষ্ট, আই-বোপাইৰ পৰা উৎপন্ন। সি শৰীৰ-ভেদৰ পিচত ছিন্ন হৈ যায়, তাৰ বিনাশ হয়, সি মৃত্যুৰ পিচত আৰু নাথাকে।'

এই মত প্ৰতিপাদন কৰা শ্ৰমণসকলৰ ভিতৰত অজিত কেসকম্বল মুখ্য আছিল। এই মতবাদৰ মাজত আকৌ এনে এচাম শ্ৰমণ ব্ৰাহ্মণো আছিল যি কৈছিল আত্মাৰ কিছু অংশ শাশ্বত আৰু কিছু অংশ অশ্বাশ্বত। সঞ্জয় বেলট্‌ঠপুত্তৰ মত এনে ধৰণৰ যেন লাগে। পিচলৈ জৈনসকলেও এই মত স্বীকাৰ কৰি লয়।

**আত্মবাদৰ পৰিণাম**—এই আত্মবাদবোৰৰ পৰিণাম অধিক খিনি দুই ধৰণৰ হয়। এটা হল—বিলাসকে সুখ বুলি ভবা আৰু আনটো হল তপস্যা কৰি শৰীৰক কষ্ট দিয়া।

পূৰণ কস্সপৰ মতে যদিহে আত্মাই কাকো নামাৰে তেন্তে নিজৰ সুখভোগৰ কাৰণে আনক হত্যা কৰাত কি আপত্তি হব পাৰে? জৈন-সকলৰ মতে আকৌ আত্মা পূৰ্ব্বজন্মৰ কৰ্ম্মেৰে বদ্ধ হয়। গতিকে ইয়াৰ পৰিণাম হিচাপে সেই কৰ্ম্মদোষ খণ্ডন কৰিবলৈ কঠোৰ তপস্যা কৰাটো স্বাভাৱিক কথা। যদিহে এই কথা মানি লোৱা হয় যে আত্মা অশাশ্বত, মৃত্যুৰ পিচত সি নাথাকে, তেন্তে তাৰ ফলত দুই প্ৰকাৰৰ মতৰ উদ্ভৱ হব পাৰে; যেনে, যেতিয়ালৈকে আমি জীয়াই থাকোঁহক তেতিয়ালৈকে বিলাসত মগ্ন হৈ থাকিব পাৰোঁহক অথবা এই ভোগক অশাশ্বত বুলি ধৰি লৈ তপস্যাও কৰিব পৰা যায়।

# আত্মবাদ ত্যাগ

ভগৱান বুদ্ধই সুখ উপভোগ আৰু তপস্যা এই দুয়োটা মাৰ্গই বৰ্জ্জনীয় বুলি অনুভৱ কৰিলে, কিয়নো তাৰ পৰা মনুষ্য জাতিৰ দুখৰ মাত্ৰা কম নহয়। এই দুটা অন্তৰ দ্বাৰা নিজৰ ভিতৰতে হাইকাঁজিয়া কৰা জন-সাধাৰণে শান্তি পাব নোৱাৰে। এই অন্ত দুটাৰ কাৰণ আত্মবাদ বুলিয়ে বোধিসত্ত্বৰ বিশ্বাস হল, গতিকে তাৰ পৰা আঁতৰত থাকি তেওঁ এটা নতুন মাৰ্গ বিচাৰি উলিয়ালে। আত্মা শাশ্বতই হওক বা অশাশ্বতই হওক, এই সংসাৰততো দুখ আছেই। মনুষ্য জাতিৰ তৃষ্ণাৰ ফলতে এই দুখ উৎপন্ন হয়। আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ দ্বাৰা সেই তৃষ্ণা ক্ষয় কৰিব পাৰিলেহে মানুহে আৰু মানুহ জাতিয়ে শান্তি-সন্তোষ পাব। আত্মবাদ ত্যাগ নকৰিলে এই নতুন মাৰ্গ সম্বন্ধে ধাৰণা নহব। গতিকে 'খন্ধ সংযুত্ত'ত এই কথাৰ উল্লেখ পোৱা যায় যে বুদ্ধ ভগৱানে পঞ্চবৰ্গীয় ভিক্ষু কেইজনাক চাৰিটা আৰ্য্য সত্যৰ পিচতে আত্মবাদ সম্বন্ধে উপদেশ দিয়ে।[১৩]

ভগৱান বুদ্ধ বাৰাণসীৰ ঋষিপত্তনৰ মৃগদাৱত অৱস্থান কৰিছিল। তাত তেওঁ পঞ্চবৰ্গীয় ভিক্ষু কেইজনাক সম্বোধন কৰি কলে, 'হে ভিক্ষু-সকল, জড় শৰীৰ অনাত্মা। শৰীৰ আত্মা হোৱা হেঁতেন সি উপদ্ৰৱকাৰী নহলহেঁতেন আৰু এই বুলি কব পৰা গলহেঁতেন যে মোৰ শৰীৰ এনে হবলৈ দিয়া, বা তেনে হবলৈ নিদিবা। কিন্তু যি হেতু শৰীৰ অনাত্মা, গতিকে সি উপদ্ৰৱকাৰী আৰু এই বুলি কব নোৱাৰি যে সি এনেকুৱা বা তেনেকুৱা হওক।

'হে ভিক্ষুসকল, বেদনা অনাত্মা। ই আত্মা হোৱা হেঁতেন উপদ্ৰৱ-কাৰী নহলহেঁতেন আৰু তেতিয়া কব পৰা গলহেঁতেন যে মোৰ বেদনা

(১৩) এই সুত্ত 'মহাৱগ্‌গ'তো আছে।

এনেকুৱা বা তেনেকুৱা হোৱা উচিত। কিন্তু যিহেতু বেদনা অনাত্মা, গতিকে সি উপদ্ৰৱকাৰী আৰু এই বুলি কব পৰা নাযায় যে সি এনেকুৱা হওক বা তেনে নহওক। এইদৰে সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান অনাত্মা। যদি বিজ্ঞান আত্মা হলহেঁতেন, সি উপদ্ৰৱকাৰী নহলহেঁতেন আৰু তেতিয়া আমি কব পাৰিলোঁহেঁতেন যে মোৰ বিজ্ঞান এনে হওক বা তেনে নহওক। কিন্তু বিজ্ঞান যিহেতু অনাত্মা, গতিকে সি উপদ্ৰৱকাৰী আৰু আমি কব নোৱাৰোঁ যে আমাৰ বিজ্ঞান এনে হওক বা তেনে নহওক।

'হে ভিক্ষুসকল, জড় শৰীৰ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান নিত্য নে অনিত্য?'

ভিক্ষু—ভদন্ত, সিহঁত অনিত্য।

ভদন্ত—যি অনিত্য সি সুখকাৰক নে দুখকাৰক?

ভিক্ষু—ভদন্ত, সি দুখকাৰক।

ভদন্ত—আৰু যি দুখকাৰক, বিপৰীতগামী তাৰ বিষয়ে জানো এনেকৈ ভবাটো উচিত হব যে সি মোৰ, সিয়েই মই, ইয়ে মোৰ আত্মা!

ভিক্ষু—নহব, ভদন্ত!

ভদন্ত—গতিকে ভিক্ষুসকল, যথাৰ্থ আৰু সম্যক জ্ঞানেৰে এইটো জানি লোৱা উচিত যে যি কোনো জড় পদাৰ্থ অতীত, অনাগত, প্ৰত্যুৎপন্ন, নিজৰ শৰীৰৰ ভিতৰৰ বা বাহিৰৰ, স্থূল, সূক্ষ্ম, হীন, উৎকৃষ্ট, দূৰৈৰ বা ওচৰৰ—সেই আটাইবোৰে মোৰ নহয়, সি মই নহওঁ, সি মোৰ আত্মা নহয়। এইদৰে প্ৰকৃত সম্যক জ্ঞানেৰে এইটো জানি লোৱা উচিত যে যি কোনো বেদনা, যি কোনো সংজ্ঞা, যি কোনো সংস্কাৰ, যি কোনো বিজ্ঞান, অতীত, অনাগত, প্ৰত্যুৎপন্ন, আমাৰ শৰীৰৰ ভিতৰৰ বা বাহিৰৰ, স্থূল, সূক্ষ্ম, হীন, উৎকৃষ্ট, দূৰৈৰ বা ওচৰৰ—সেই আটাইবোৰে মোৰ নহয়, সি মই নহওঁ, সি মোৰ আত্মা নহয়। হে ভিক্ষুসকল, এইদৰে জনা

বিদ্বান আৰ্য্য শ্ৰাবক জড় পদাৰ্থ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান বিষযত বিৰক্ত হয় আৰু বিৰাগৰ কাৰণে বিমুক্ত হয়।

**আত্মাৰ পাঁচ বিভাগ**—আত্মা শাশ্বত নে অশাশ্বত, এই প্ৰশ্নৰ পোনপটীয়া উত্তৰ দিয়াত আহুকাল হোৱাৰ সম্ভাৱনা আছিল। গতিকে ভগৱান বুদ্ধই আত্মা সম্বন্ধে ভালদৰে বুজাই দিয়াৰ অভিপ্ৰায়েৰে তাক পাঁচোটা স্কন্ধত বিভক্ত কৰিছে। যেনে, জড় পদাৰ্থ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান। এই বিভাগ কৰাৰ পৰা স্পষ্টভাৱে দেখা যাব যে আত্মা শাশ্বত বা অশাশ্বত নহয়, কিয়নো পাঁচোটা স্কন্ধই সততে পৰিবৰ্ত্তনশীল অৰ্থাৎ অনিত্য আৰু দুখকাৰক আৰু সেইবাবে এই বুলি ভবা উচিত নহব যে সিহঁত মোৰ বা সি মোৰ আত্মা। এয়ে বুদ্ধৰ অনাত্মবাদ। ই শাশ্বতবাদ বা অশাশ্বতবাদৰ কাষলৈকো নাযায়। ভগৱান বুদ্ধই কাত্যায়ন গোত্ৰৰ ভিক্ষুৰ আগত কৈছিল, 'হে কাত্যায়ন, সৰ্ব্বসাধাৰণ ৰাইজ প্ৰায়ে অস্তিতা বা নাস্তিতা এই দুটাৰ সীমালৈ গুচি যায়। কিন্তু তথাগতই এই দুয়োটা অন্তকে এৰি মধ্যম মাৰ্গৰ পৰা ধৰ্ম্মৰ সম্বন্ধে উপদেশ দিয়ে।'[১৪]

**অনাৱশ্যকবাদ**—ইমানখিনি ব্যাখ্যা কৰাৰ পিচতো কোনোবাই আঁকোৰ-গজালি ভাৱে যদি প্ৰশ্ন কৰে—'কওকচোন শৰীৰ আৰু আত্মা এক নে ভিন্ন'—তেতিয়া ভগৱানে কব, 'মই তৰ্ক বিতৰ্ক কৰিবলৈ নাযাওঁ, কিয়নো তাৰ পৰা মনুষ্যজাতিৰ কল্যাণ নহব।' ইয়াৰে কিছু উদাহৰণ 'চুলমালুংক্যপুত্তসুত্ত'ৰ[১৫] শেহত পোৱা যায়। এই সুত্তৰ সাৰাংশ হল এই :

(১৪) 'নিদান সংযুত্ত', ৱগ্‌গ, ২, সুত্ত ৫।

(১৫) মজ্ঝিমনিকায়, স. ৬৩।

বুদ্ধ ভগৱান তেতিয়া শ্রাৱস্তীৰ অনাথপিণ্ডিকৰ আশ্রমত আছিল। এদিনাখন মালুংক্যপুত্ত নামৰ এজন ভিক্ষু তেওঁৰ ওচৰলৈ গল আৰু নমস্কাৰ কৰি এফালে বহিল। তাৰ পিচত ভগৱানক সম্বোধন কৰি কলে, 'ভদন্ত, অকলশৰে বহি বহি মোৰ মনত এই বিচাৰ উপস্থিত হৈছে যে ভগৱানে এইবোৰ প্রশ্নৰ ভালদৰে ব্যাখ্যা কৰা নাই—জগৎ শাশ্বত নে অশাশ্বত? শৰীৰ আৰু আত্মা এক নে ভিন্ন? তথাগতৰ বাবে মৃত্যুৰ পিচত জন্ম আছে নে নাই? আদি। গতিকে মই ভগৱানকে এই প্রশ্নবোৰ সুধিবলৈ বিচাৰোঁ আৰু যদিহে ভগৱানে এই প্রশ্নবোৰৰ আউল ভাঙি দিব পাৰে তেন্তে মই ভগৱানৰ শিষ্য-শাখাত থাকিম। আৰু যদিহে ভগৱানে এই প্রশ্নবোৰৰ মীমাংসা কৰি দিব নোৱাৰে তেন্তে তেওঁ সেই কথা স্পষ্টভাৱে জনাই দিব লাগে।'

ভদন্ত—হে মালুংক্যপুত্ত, মই জানো কোনো দিনে তোমাক কৈছোঁ যে তুমি মোৰ শিষ্য হলে মই এই প্রশ্নবোৰৰ ব্যাখ্যা কৰি দিম?

মালুংক্যপুত্ত—নাই কোৱা, ভদন্ত।

ভদন্ত—বাৰু, তুমিযে জানো কেতিযাবা মোক কৈছা যে এই প্রশ্ন-বোৰৰ মীমাংসা কৰি দিলে মই ভগৱানৰ ভিক্ষু-সংঘত প্রৱেশ কৰিম?

মালুংক্যপুত্ত—নাই কোৱা, ভদন্ত।

ভদন্ত—তেন্তে এতিয়া এই প্রশ্নবোৰৰ ব্যাখ্যা নহলে মই ভগৱানৰ শিষ্য নহওঁ বুলি কবলগীয়া নো কিয় হল?

'হে মালুংক্যপুত্ত, যদি কোনো মানুহৰ শৰীৰত বাণৰ বিহলগা শল্য সোমাই যোৱাৰ ফলত ছটফটাবলৈ ধৰে তেতিয়া তেওঁৰ বন্ধু-বান্ধৱসকলে শল্য-ক্রিয়া কৰা বৈদ্যক মতাই নিয়ে। কিন্তু যদি সেই ৰোগীজনে কয়, "এই তীৰ কোনে মাৰিলে সেই প্রশ্নৰ উত্তৰ নোপোৱালৈকে মই শল্যত হাতকে লগাবলৈ নিদিওঁ। মাৰোঁতাজন ব্রাহ্মণ নে ক্ষত্রিয়? বৈশ্য নে শূদ্র? কলা আছিল নে বগা আছিল? তেওঁৰ ধেনুখন কেনে ধৰণৰ

আছিল ? ধেনুখনৰ জৰীগছ কিহেৰে প্ৰস্তুত আছিল ?”—তেনেহলে হে মালুংক্যপুত্ত, তেতিয়া সেই অৱস্থাত এইবোৰ কথা নজনাকৈয়ে মানুহজন মৰি যাব। এইদৰে কোনোবাই যদি খামোচ মাৰি ধৰে যে জগৎ শাশ্বত নে অশাশ্বত আদি কথা নজনালৈকে তেওঁ ব্ৰহ্মচৰ্য্যৰ আচৰণ নকৰে তেন্তে তেৰোঁ এইবোৰ কথা নজনাকৈয়ে মৰি যাব।

‘হে মালুংক্যপুত্ত, জগৎ শাশ্বত বা অশাশ্বত এনে দৃষ্টি আৰু বিশ্বাস হলেও তাৰ পৰা যে ধাৰ্ম্মিক আচৰণত সাহায্য হব, এনে নহয়। যদি এনে বিশ্বাস হয় যে জগৎ শাশ্বত, তেতিয়াও জৰা, মৰণ, শোক, পৰিদেৱনা আদিৰ পৰা মুক্তি পোৱা নাযায়। তেনেদৰে জগৎ শাশ্বত নহয়, শৰীৰ আৰু আত্মা এক নে ভিন্ন, মৰণৰ পিচত তথাগতৰ পুনৰ জন্ম হয় নে নহয় আদিৰ বিষযে আমি বিশ্বাস কৰোঁ বা নকৰোঁ, জন্ম, জৰা, মৰণ, পৰিদেৱনা আদিতো থাকিবই। গতিকে মালুংক্যপুত্ত, মই এইবোৰ কথাৰ আলোচনাৰ মেৰত সোমোৱা নাই, কিয়নো এইবোৰ বাদ-বিবাদৰ দ্বাৰা ব্ৰহ্মচৰ্য্যত কোনো প্ৰকাৰৰ স্থিৰতা আহিব নোৱাৰে। সেই তৰ্কবাদৰ পৰা বৈৰাগ্য উৎপন্ন নহয়, পাপৰ নিৰোধ নহয়, শান্তি, প্ৰজ্ঞা, সম্বোধ আৰু নিৰ্ব্বাণ প্ৰাপ্তিও নহয়।

‘কিন্তু হে মালুংক্যপুত্ত, মই স্পষ্টভাৱে দেখিছোঁ যে এয়ে দুখ, এয়ে দুখৰ সমুদায়, এয়ে দুখৰ নিৰোধ আৰু ইয়েই দুখ নিৰোধৰ মাৰ্গ, কিয়নো চাৰিটা আৰ্য্য সত্যই ব্ৰহ্মচৰ্য্যত স্থিৰতা আনি দিয়ে, তাৰ পৰা বৈৰাগ্য আহে, পাপৰ নিৰোধ হয়, শান্তি, প্ৰজ্ঞা, সম্বোধ আৰু নিৰ্ব্বাণ প্ৰাপ্তি হয়। গতিকে হে মালুংক্যপুত্ত, মই যিবোৰ কথাৰ চৰ্চ্চা কৰা নাই, তোমালোকেও তাৰ চৰ্চ্চা নকৰিবা, মই যিবোৰ কথাৰ ব্যাখ্যা কৰিছোঁ তোমালোকেও সেইবোৰেই ব্যাখ্যাৰ যোগ্য বুলি ধৰি লবাহঁক।’

ইয়াৰ অৰ্থ হল এয়ে যে আত্মা পঞ্চ স্কন্ধেৰে সৃষ্ট হলেও তাৰ আকাৰ-প্ৰকাৰ কেনে, সি সেই ৰূপেৰে পৰলোকলৈ যায় নে নাযায় আদি

কথাৰ চৰ্চ্চা কৰিলে জটিলতাৰহে সৃষ্টি হয়। জগতত অপাৰ দুখ আৰু মনুষ্য জাতিৰ তৃষ্ণাৰ বাবে সি উৎপন্ন হয় কাৰণে অষ্টাঙ্গিক মাৰ্গৰ দ্বাৰা তৃষ্ণা নিৰোধ কৰি সংসাৰত সুখ-শান্তি স্থাপন কৰাটো প্ৰতিজন লোকৰে কৰ্ত্তব্য। এয়ে পোনপটীয়া মাৰ্গ আৰু ইয়েই ভগৱান বুদ্ধৰ দৰ্শন।

## ঈশ্বৰবাদ

ভগৱান বুদ্ধই ঈশ্বৰ নামানিছিল বুলি কিছুমান লোকে ধাৰণা কৰে। কিন্তু বৌদ্ধ-সাহিত্য আৰু প্ৰাচীন উপনিষদ পঢ়িলে দেখা যায় যে এইৰূপ ধাৰণাত কোনো তথ্য নাই। তথাপি মানুহৰ মনত থকা এই ভুল ধাৰণা দূৰ কৰাৰ বাবে বুদ্ধৰ সমসাময়িক ঈশ্বৰবাদ সম্বন্ধে আলোচনা কৰাটো উচিত হব।

'অঙ্গুত্তৰনিকায়'ৰ তিক-নিপাত ( সুত্ত সং ৬১ ) আৰু 'মঝ্‌ঝিম-নিকায়'ৰ দেৱদহত (সুত্ত সং ১০১) 'ঈশ্বৰ' শব্দটোৰে উল্লেখ পোৱা যায়। তাৰে প্ৰথম সুত্তটোত ঈশ্বৰ সম্বন্ধে তলত দিয়া বৰ্ণনা পোৱা যায়—

ভগৱানে কয়, 'হে ভিক্ষুসকল, যি মানুহে এই বুলি কয় আৰু বিশ্বাস কৰে যে মনুষ্য প্ৰাণীয়ে যিবোৰ সুখ, দুখ আৰু উপেক্ষা ভোগ কৰে সেই সকলোবোৰেই ঈশ্বৰৰ সৃষ্টি ( ইস্‌সৰ নিম্মান হেতু ) তেনে মানুহক মই সোধোঁ যে সেয়ে জানো তেওঁৰ মত ? আৰু যেতিয়া "হয়" বুলি কয় তেতিয়া মোৰ প্ৰশ্ন হল যে তুমি যদি ঈশ্বৰৰ দ্বাৰা সৃষ্ট হৈও প্ৰাণঘাতী, চোৰ, অব্ৰহ্মচাৰী, অসত্যবাদী, টুটকীয়া, গালি-গালাজ কৰোঁতা, মিথ্যা বলকা, আনৰ ধনৰ প্ৰতি লোভী, হিংসাকুৰীয়া আৰু মিথ্যাদৃষ্টিক হৈ পৰিলা ? হে ভিক্ষুসকল, এই সকলোবোৰ ঈশ্বৰে কৰাটোকে সত্য বুলি মানি ললে সৎকৰ্ম্মৰ প্ৰতি অনুৰাগ আৰু উৎসাহ নাথাকিব, এইটোও বুজিব পৰা নাযাব যে অমুকটো কৰা উচিত বা তমুকটো কৰা অনুচিত।'

এই ঈশ্বৰৰ সৃষ্টি সম্বন্ধে 'দেৱদহ সুত্ত'তো উল্লেখ কৰা হৈছে। কিন্তু এই কথাবোৰ প্ৰক্ষিপ্ত বুলি মনত ঘোৰ সন্দেহ হয়, কিয়নো আন কোনো সুত্ততে এই কল্পনা পোৱা নাযায়। বুদ্ধৰ সময়ত মুখ্য দেৱতা আছিল ব্ৰহ্মা। কিন্তু তেওঁ বেলেগ ধৰণৰ কৰ্ত্তা আছিল, বাইবেলৰ দেৱতাৰ নিচিনা নহয়। বিশ্ব সৃষ্টি হোৱাৰ পিচত তেওঁ অৱতীৰ্ণ হয় আৰু তাৰ পিচত আন আন প্ৰাণী উৎপন্ন হয়। এই কাৰণে তেওঁক ভূত-ভব্যৰ কৰ্ত্তা বুলি বৰ্ণনা কৰিবলৈ লোৱা হ'ল। 'ব্ৰহ্মজালসুত্ত'ত উল্লিখিত তেওঁৰ বৰ্ণনাৰ সাৰাংশ হল এই—

'বহু সময়ৰ পিচত এই সংসাৰৰ সংৱৰ্ত ( নাশ ) হয় আৰু তাৰ বেচি ভাগ প্ৰাণী জ্যোতিৰ্ম্ময় দেৱলোকলৈ যায়। তাৰ পিচত ভালেমান সময়ৰ পিচত এই সংসাৰৰ ৱিৱৰ্ত ( বিকাশ ) হবলৈ ধৰে। তেতিয়া প্ৰথমতে ৰিক্ত ব্ৰহ্মবিমান উৎপন্ন হয়। তাৰ পিচত জ্যোতিৰ্ম্ময় দেৱলোকৰ এটা প্ৰাণী তাৰ পৰা চ্যুত হৈ এই বিমানত জন্ম লয়। সি মনোময়, প্ৰীতিভক্ষ্য, স্বয়ংপ্ৰভ, অন্তৰিক্ষচৰ, শুভস্থায়ী আৰু দীৰ্ঘজীৱী হয়। ইয়াৰ পিচত আন কিছুমান প্ৰাণী জ্যোতিৰ্ম্ময় দেৱলোকৰ পৰা চ্যুত হৈ সেই বিমানত জন্ম লয়। তেওঁলোকক এনে যেন লাগে যে সেয়ে ভগৱান ব্ৰহ্মা, মহা ব্ৰহ্মা, অভিভূ, সৰ্ব্বদৰ্শী, ৱশৱৰ্ত্তী, ঈশ্বৰ, কৰ্ত্তা, নিৰ্ম্মাতা, শ্ৰেষ্ঠ, সৰ্জিতা, ৱশী আৰু ভূত-ভব্যৰ পিতৃ।'

ব্ৰহ্মা দেৱানাং প্ৰথমঃ সংবভূৱ বিশ্বস্য কৰ্ত্তা ভুৱনস্য গোপ্তা।[১৬]

এই বাক্যত সংক্ষেপতে ব্ৰহ্মাৰ উল্লিখিত কল্পনা দিয়া হৈছে। তাৰ দ্বাৰা ব্ৰহ্মাক জগতৰ কৰ্ত্তা কৰি তুলিবলৈ ব্ৰাহ্মণ সকলৰ চেষ্টা স্পষ্ট ভাৱে দেখা যায়। কিন্তু সেই সময়ৰ শ্ৰমণ সংস্কৃতিৰ আগত এই প্ৰয়াস সফল নহল। ব্ৰাহ্মণ সকলে নিজেই সেই চেষ্টা এৰি দি 'ব্ৰহ্ম'ৰ নিচিনা নপুংসক

---

( ১৬ ) 'মুণ্ডকোপনিষদ', ১।১

লিঙ্গৰ শব্দ এটা স্বীকাৰ কৰি লব লগীয়াত পৰিল আৰু প্ৰায় আটাইবোৰ উপনিষদতে এই ব্ৰহ্মশব্দকেই বিশেষ মহত্ব দিয়া হৈছে।

ব্ৰহ্মৰ পৰা বা আত্মাৰ পৰা সংসাৰ উৎপত্তি কিদৰে হল সেই সম্বন্ধে 'বৃহদাৰণ্যক উপনিষদ'ত এটা কল্পনা পোৱা যায়। এই কল্পনা হল এই ধৰণৰ :

আত্মৈৱেদমগ্ৰ আসীৎ পুৰুষবিধঃ······স বৈ নৈৱ ৰেমে তস্মাদেকাকী ন ৰমতে। স দ্বিতীয়মৈচ্ছৎ। স হৈতাৱানাস যথা স্ত্ৰী পুমাংসৌ সংপৰিষ্বক্তৌ। স ইমমেৱাত্মানং দ্বেধা পাতয়ত্ততঃ পতিশ্চ পত্নী চাভৱতাং তস্মাদিদমৰ্ধবৃগলমিৱ স্ব ইতি।

অৰ্থাৎ 'পোন পহিলতে মাথোন পুৰুষৰূপী আত্মাহে আছিল।····· তেওঁৰ মন নবহিল। গতিকে মানুহে অকলে আনন্দ নকৰে। তেওঁ আন এজনক বিচাৰিবলৈ ধৰিলে আৰু যিদৰে মুনিহ-তিৰোতাই এজনে আনজনক আঁকোৱালি ধৰে, তেৱোঁ তেনেকৈ থাকিল। তেওঁ নিজকে দ্বিধা কৰিলে। ইয়াৰ ফলত পতি আৰু পত্নীৰ স্থষ্টি হল। ইয়াৰ ফলত শৰীৰ ( দ্বিদল ধান্যৰ ) দলৰ নিচিনা হল।'[১৭]

এতিয়া বাইবেলৰ[১৮] দ্বিতীয় অধ্যায়ত দিয়া উৎপত্তিৰ কথালৈ লক্ষ্য কৰক।

'তেতিয়া পৰমেশ্বৰদেৱে ভূমিৰ মাটিৰে মানুহ গঢ়িলে—তেতিয়া দেৱে আদমৰ ( সেই মানুহজনৰ ) ওপৰত গভীৰ নিদ্ৰা পেলাই দিলে আৰু তেওঁৰ কামিহাড উলিযাই তাৰ পৰা তিৰোতাৰ স্থষ্টি কৰিলে ····· ইয়াৰ ফলত পুৰুষে নিজৰ বাপেক-মাকক এৰি নিজৰ তিৰোতাৰ লগত সাঙোৰ খাই থাকিব, তেওঁলোকৰ দেহ একেটা হব।'

এই দুটা উৎপত্তিৰ বিৱৰণত কিমান প্ৰভেদ! ইয়াত দেৱতাই

(১৭) বৃহদাৰণ্যক উপনিষদ্, ১।৪।১-৩

(১৮) Genesis, Ch. 2

সমগ্র পৃথিবী নিৰ্ম্মাণ কৰি তাৰ পিচত মানুহক আৰু মানুহৰ কামি-হাড়েৰে তিৰোতাৰ সৃষ্টি কৰে। দেৱতা জগতৰ পৰা সম্পূৰ্ণ পৃথক। আনটোৰ মতে আকৌ পুৰুষৰূপী আত্মা স্বয়ং দ্বিধা হৈ তিৰোতা আৰু পুৰুষৰ সৃষ্টি কৰে।

**প্ৰজাপতিৰ উৎপত্তি**—প্ৰজাপতি অৰ্থাৎ জগৎকৰ্ত্তা ব্ৰহ্মাৰ সম্বন্ধে 'বৃহদাৰণ্যক উপনিষদ'ত[১৯] এই বুলি উল্লেখ কৰা হৈছে :

আপ এৱেদমগ্ৰ আসুস্তা আপঃ সত্যমসৃজন্ত, সত্যং ব্ৰহ্ম, ব্ৰহ্ম প্ৰজাপতিং, প্ৰজাপতিৰ্দেৱাংস্তে দেৱাঃ সত্যমেৱোপাসতে ॥

অৰ্থাৎ 'পোন পহিলতে মাথোন পানী আছিল। সেই পানীয়ে সত্যক, সত্যই ব্ৰহ্মক, ব্ৰহ্মাই প্ৰজাপতিক আৰু প্ৰজাপতিয়ে দেৱসকলক সৃষ্টি কৰিলে, এই দেৱসকলে সত্যৰেই উপাসনা কৰে।'

'বাইবেল'ৰ সপ্তম অধ্যায়ত জলপ্ৰলয়ৰ পিচত আকৌ সৃষ্টি নিৰ্ম্মাণৰ কথা পোৱা যায়, কিন্তু তেতিয়া ভগৱানে আগতেই নোৱাৰ পৰিয়াল আৰু পশুপক্ষীৰ জোৰ ( মতা-মাইকী ) নাৱত ভৰাই ৰখাৰ দিহা কৰিছিল আৰু তাৰ পিচত জলপ্ৰলয় কৰিছিল।[২০] উপনিষদত হলে জলপ্ৰলয়ৰ আগতে কি আছিল তাক কোৱা হোৱা নাই, আনকি সত্যক ব্ৰহ্মদেৱ আৰু ব্ৰহ্মত্বতকৈও ওখ আসনত ৰখা হৈছে। 'ব্ৰহ্মজালসুত্ত'ত দিয়া ব্ৰহ্মোৎপত্তিৰ কথা এই কথাৰ ভালেখিনি ওচৰ চাপে।

ঈশ্বৰ জগতৰ পৰা পৃথক আৰু তেৱেঁই সৃষ্টিৰ নিৰ্ম্মাণ কৰে—এই কল্পনা বোধহয় শকসকলে ভাৰতবৰ্ষলৈ আমদানী কৰিছিল, কিয়নো ইয়াৰ আগৰ সাহিত্যত এই কল্পনা এই ৰূপেৰে পোৱা নাযায়। গৌতমে বুদ্ধই ঈশ্বৰ নামানিছিল আৰু তেওঁ নাস্তিক আছিল বুলি মন্তব্য কৰাটো

(১৯) বৃহদাৰণ্যক উপনিষদ্, ৫।৫।১

(২০) Genesis, Ch. 7

যুক্তিসঙ্গত নহব। ব্রাহ্মণ সকলে তেওঁৰ ওপৰত এই বুলি দোষ দিছিল যে তেওঁ বেদৰ নিন্দা কৰিছিল, গতিকে তেওঁ নাস্তিক আছিল। কিন্তু বুদ্ধই বেদৰ নিন্দা কৰাৰ কথাও ক'তো পোৱা নাযায। আৰু ব্রাহ্মণসকলৰ পক্ষে মান্য 'সাংখ্যকাৰিকা' আদি গ্রন্থতো জানো বেদৰ কম নিন্দা কৰা হৈছে?

দৃষ্টৱদান শ্রৱিকঃ

স হ্যৱিশুদ্ধিক্ষযাতিশয়যুক্তঃ।

অর্থাৎ 'দৃষ্ট উপাযৰ নিচিনাকৈযে বৈদিক উপায়ো (নিৰুপযোগী), কিয়নো সি অবিশুদ্ধি, নাশ আৰু অতিশয়যুক্ত।'

আৰু জানো 'ত্রৈগুণ্য ৱিষয়া ৱেদাঃ' আদি বেদৰ নিন্দা 'ভগৱদ-গীতা'ত পোৱা নাযায়! কিন্তু সাংখ্যত ব্রাহ্মণসকলৰ জাতিভেদৰ ওপৰত কোনোৰূপ আঘাত কৰা হোৱা নাই আৰু ভগৱদগীতাইতো খোলাখুলিকৈয়ে জাতিভেদ সমর্থন কৰিছে। গতিকে এইবোৰ গ্রন্থত কৰা বেদ নিন্দা সহ্য কৰা হয। আন হাতে আকৌ বুদ্ধই বেদ-নিন্দা কৰা নাছিল, কিন্তু জাতিভেদৰ ওপৰত তেওঁ বিষম আঘাত কৰিছিল, এতেকে তেওঁক বেদনিন্দুক বুলি সাব্যস্ত কৰা হয়। বেদেই জাতি-ভেদ আৰু জাতি-ভেদেই বেদ। এইখিনিত দুয়োৰো মাজত সামঞ্জস্য আছে। জাতি-ভেদ নহলে বেদ কেনেকৈ থাকিব? আৰু জাতি-ভেদ অক্ষুন্ন থাকিলে বেদৰ লাগিলে এটা অক্ষৰো জ্ঞান নাথাকক তথাপি বেদ-প্রামাণ্য-বুদ্ধি অক্ষুণ্ণ থকা হেতুকে বেদো অক্ষুণ্ণ থকা বুলি ধৰি লব লাগিব।

ওপৰত কৰি অহা আলোচনাৰ পৰা স্পষ্টভাৱে দেখা যায় যে বুদ্ধৰ সমসাময়িক শ্রমণ ব্রাহ্মণ সকলে ঈশ্বৰবাদত অলপো গুৰুত্ব আৰোপ নকৰিছিল। তাৰে কিছুমানে ঈশ্বৰৰ ঠাইত কর্ম্ম মানিছিল আৰু কেতিয়াবা কেতিয়াবা বুদ্ধ কর্ম্মবাদী নহয়, গতিকে তেওঁ নাস্তিক—এনে ধৰণে বুদ্ধৰ ওপৰত দোষাৰোপ কৰা হৈছিল। এই সম্পর্কীয় ভুল ধাৰণা সম্বন্ধে ইয়াৰ পিচৰ অধ্যায়ত আলোচনা কৰা হব।

## বুদ্ধঃ নাস্তিক নে আস্তিক?

এবাৰ বুদ্ধ ভগৱান বৈশালীৰ ওচৰৰ মহাবনত আছিল। সেই সময়ত কেইজনমান প্ৰখ্যাত লিচ্ছৱী ৰজা তেওঁলোকৰ সংস্থাগাৰত গোট খাই-ছিল। তাত বুদ্ধৰ বিষয়ে আলোচনা হল। আলোচনাৰ সময়ত প্ৰায় আটায়ে বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ স্তুতি কৰিবলৈ ধৰিলে। তাকে শুনি সিংহ সেনাপতিৰ বুদ্ধ দৰ্শনৰ ইচ্ছা হল। তেওঁ নিগ্ৰন্থৰ উপাসক আছিল হেতুকে নিজৰ মুখ্য গুৰু নাথপুত্তৰ লগত সাক্ষাৎ কৰিলে আৰু কলে, 'ভদন্ত, মই শ্ৰমণ গৌতমৰ লগত সাক্ষাৎ কৰিবলৈ ইচ্ছা কৰোঁ।'

নাথপুত্তই কলে, 'হে সিংহ, তুমি ক্ৰিয়াবাদী, এতেকে তুমি অক্ৰিয়-বাদী গৌতমৰ লগত কিয় সাক্ষাৎ কৰিবলৈ বিচাৰিছা?'

গুৰুৰ এই কথা শুনি সিংহ সেনাপতিয়ে বুদ্ধক দৰ্শন কৰিবলৈ যোৱাৰ ইচ্ছা এৰি দিলে। পিচত আকৌ তেওঁ দুবাৰ এবাৰ লিচ্ছৱীইঁতৰ সংস্থা-গাৰত বুদ্ধ ধৰ্ম্ম আৰু সংঘৰ স্তুতি শুনিলে। তথাপি নাথপুত্তৰ কথামতে তেওঁ বুদ্ধ-দৰ্শনৰ বাবে যোৱাৰ ইচ্ছা আকৌ স্থগিত ৰাখিব লগীয়া হল। শেহত নাথপুত্তক নোসোধাকৈয়ে সিংহই বুদ্ধৰ লগত সাক্ষাৎ কৰিবলৈ স্থিৰ কৰিলে আৰু নিজৰ দলবল লগত লৈ মহাবনলৈ গৈ তেওঁ ভগৱানক নমস্কাৰ কৰি এফালে বহি পৰিল আৰু ভগৱানক এই বুলি প্ৰশ্ন কৰিলে, 'ভদন্ত, এইটো সঁচানে যে আপুনি অক্ৰিয়বাদী আৰু শ্ৰাৱকসকলক আপুনি অক্ৰিয়বাদৰ কথা শিকায়?'

ভগৱানে কলে, 'এটা পৰ্য্যায়ৰ পৰা চালে অৱশ্যে সত্যবাদী মানুহে এই বুলি কব পাৰে যে শ্ৰমণ গৌতম অক্ৰিয়বাদী। সেই পৰ্য্যায়নো কি?

হে সিংহ, মই কায়দুশ্চৰিত, বাগ্‌দুশ্চৰিত আৰু মনোদুশ্চৰিতৰ অক্রিয়াৰ উপদেশ দিওঁ।

'হে সিংহ, আন এটাও পৰ্য্যায় আছে যাৰ পৰা সত্যবাদী মানুহে কব পাৰে যে শ্ৰমণ গৌতম ক্রিয়াবাদী। সেই পৰ্য্যায়নো কি? মই কায়সুচৰিত, বাক্‌সুচৰিত, আৰু মনঃসুচৰিতৰ ক্রিযাৰ উপদেশ দিওঁ।

'আৰু এটা পৰ্য্যায আছে যাৰ দ্বাৰা সত্যবাদী মানুহে মোক উচ্ছেদ-বাদী বুলিব পাৰে। সেই পৰ্য্যায়নো কি? হে সিংহ, মই লোভ, দ্বেষ, মোহ আদি সকলো পাপকাৰক মনোবৃত্তিৰ উচ্ছেদৰ বাবে উপদেশ দিওঁ।

'আৰু এটা পৰ্য্যায় এনে যাৰ পৰা সত্যবাদী মানুহে মোক জুগুপ্সী বুলিব পাৰে। এই পৰ্য্যায়নো কি? মই কাযদুশ্চৰিত, বাগ্‌দুশ্চৰিত আৰু মনোদুশ্চৰিতক জুগুপ্সা (ঘৃণা) কৰোঁ। পাপকাৰক কামত মই অতিষ্ঠ হৈ পৰোঁ।

'আৰু এটা এনে পৰ্য্যায়ো আছে যাৰ দ্বাৰা সত্যবাদী মানুহে মোক বিনাশক বুলিব পাৰে। সেইটোনো কি? মই লোভ, দ্বেষ আৰু মোহৰ বিনাশ কৰাৰ বাবে উপদেশ দিওঁ।

'আৰু সিংহ, এনে আৰু এটা পৰ্য্যায় আছে যাৰপৰা সত্যবাদী মানুহে মোক তপস্বী বুলি কব পাৰে। সেই পৰ্য্যায়নো কি? হে সিংহ, মই কওঁ যে পাপকাৰক অকুশল ধৰ্ম্মক তপতাই দিব লাগে যাতে পাপ-কাৰক অকুশল ধৰ্ম্ম গলি যায়, নষ্ট হৈ যায়, আকৌ তাৰ উৎপন্ন নহয়, তাকে মই তপস্বী বোলো।'[১]

**নাস্তিকতাৰ আৰোপ**—এই সুত্তত বুদ্ধক প্ৰধানতে অক্রিয়বাদী বুলি আৰোপ কৰা হৈছে। স্বয়ং মহাবীৰ স্বামীয়ে এই দোষাৰোপ

---

(১) চাওক, 'বুদ্ধলীলাসাৰ-সংগ্ৰহ', পৃষ্ঠা ২৭৯-২৮১।

কৰিছিল নে নাই সেই কথা কব নোৱাৰিলেও এই বিষয়ত হলে সন্দেহ নাই যে সেই সময়ত বুদ্ধৰ ওপৰত এনে ধৰণৰ দোষাৰোপ কৰা হৈছিল।

গৌতমে ক্ষত্ৰিয়-কুলত জন্মগ্ৰহণ কৰিছিল। শাক্য ক্ষত্ৰিয়সকলৰ প্ৰতিবেশী আৰু সম্বন্ধীয় আছিল কোলিয় ক্ষত্ৰিয়সকল। আমি আগেয়ে কৈ আহিছোঁ যে এই দুয়োটা পক্ষৰ মাজত ৰোহিণী নৈৰ পানী লৈ সদায় মৰামৰি হৈছিল। যদি কোনো খেলৰ মানুহে আন কোনো খেলৰ মানুহৰ কোনো ক্ষতি কৰে, বা খেলৰ মানুহক হত্যা কৰে, তেন্তে প্ৰথম খেলৰ মানুহে দ্বিতীয় খেলৰ মানুহৰ ক্ষতি কৰি বা সেই খেলৰ মানুহক হত্যা কৰি প্ৰতিশোধ লোৱাৰ প্ৰথা আজিকালিও সীমান্তৰ পাঠানসকলৰ মাজত প্ৰচলিত আছে। যদিহে পুৰণি কালত এনে প্ৰথা ভাৰতৰ ক্ষত্ৰিয়সকৰ মাজতো আছিল, তেন্তে আচৰিত হবলগীয়া কোনো কথা নাই। কিন্তু বাস্তৱতে আচৰিত হবলগীয়া কথা হল এয়ে—ক্ষত্ৰিয় কুলত জন্মলাভ কৰিও গৌতম নিজৰ চুবুৰীয়া আৰু সম্পৰ্কীয় লোকৰ ওপৰত প্ৰতিশোধ লবলৈ একেবাৰে অমান্তি হল আৰু তেওঁ নিজে একে বেলিয়েই তপস্বী সমাজভুক্ত হৈ পৰিল।

গৃহস্থাশ্ৰমত মন বিৰক্ত হলে সেই সময়ত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকলে গৃহ-ত্যাগ কৰি পৰিব্ৰাজক হৈছিল আৰু ঘোৰ তপস্যা কৰিছিল। গতিকে গৌতম তপস্বী হৈ যোৱাত কোনো আচৰিত হোৱা নাছিল চাগৈ। মানুহে হয়তো বৰ বেচি ইমানকে কৈছিল যে এই তৰুণ গৃহস্থ-জনে নিজৰ আশ্ৰমৰ বাবে অনুপযোগী বুলি পৰিচয় দিলে। কিন্তু সাত বছৰ তপস্যা কৰি গৌতম বোধিসত্ত্ব বুদ্ধ হৈ গল আৰু গৃহস্থাশ্ৰমৰ সুখ উপভোগ আৰু সন্ন্যাসাশ্ৰমৰ তপস্যা দুয়োটাকে সমানভাৱে নিষেধ কৰিবলৈ ধৰিলত চাগৈ টিকা-টিপ্পনী হবলৈ ধৰিলে।

ব্ৰাহ্মণসকলে বিচাৰিছিল যাতে প্ৰচলিত সমাজ-প্ৰণালী অটুট থাকে। তেওঁলোকৰ কৰ্ম্মযোগ এয়ে আছিল যে ব্ৰাহ্মণে যাগ-যজ্ঞ কৰিব লাগে,

ক্ষত্ৰিয়ই যুদ্ধ, বৈশ্যই বেহা-বেপাৰ আৰু শূদ্ৰই সেৱা কৰিব লাগে। যাৰ এই কৰ্ম্মযোগ ভাল নালাগে তেওঁ অৰণ্যলৈ গৈ তপস্যা কৰি আত্মবোধ লাভ কৰিব পাৰে, নহলে মৃত্যুবৰণ কৰিব পাৰে, কিন্তু তেওঁ এনে কোনো কাম কৰিব নালাগে যাৰ দ্বাৰা সমাজৰ ব্যৱস্থা থানবান হৈ যাব পাৰে। বেলেগ বেলেগ শ্ৰমণ-সংঘই ভিন ভিন দৰ্শনৰ প্ৰতিপাদন কৰিছিল, তথাপি তপস্যা বিষয়ত প্ৰায আটায়েৰে একমত আছিল। তাৰ ভিতৰত নিগ্ৰৰ্ন্থ সকলে কৰ্ম্মক বিশেষ মহত্ত্ব দিছিল। তেওঁলোকৰ নেতাই কৈছিল যে এই জন্ম দুখকাৰক আৰু পূৰ্ব্বজন্মৰ পাপ-কৰ্ম্মেৰে লিপ্ত হোৱা হেতুকে সেই পাপ নষ্ট কৰিবলৈ ঘোৰ তপস্যা কৰা উচিত। কিন্তু বুদ্ধ ভগৱানে তপস্যাৰ নিষেধ কৰিছিল। গতিকে নিগ্ৰৰ্ন্থসকলে তেওঁক অক্ৰিয়বাদী ( অকৰ্ম্মবাদী ) বুলি কৈছিল যদি, সি তেনেই স্বাভাৱিক আছিল। বুদ্ধই অস্ত্ৰ-ত্যাগ কৰিছিল, গতিকে ব্ৰাহ্মণসকলৰ দৃষ্টিত তেওঁ অক্ৰিয়বাদী হৈ পৰিছিল আৰু তপশ্চৰ্য্যা ত্যাগ কৰা হেতুকে তপস্বী-সকলৰ দৃষ্টিতো তেওঁ অক্ৰিয়বাদী আছিল।

## বৈপ্লৱিক দৰ্শন

ইয়াতে এটা কথা মনত ৰখা উচিত হব যে অকল আত্মবোধৰ দ্বাৰা মোক্ষ প্ৰাপ্তিৰ উদ্দেশ্যে গৌতমে গৃহত্যাগ কৰা নাছিল। তেওঁ নিজৰ প্ৰতিবেশীসকলৰ ওপৰত অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰাটো ভাল নাপালে ; আৰু তেওঁৰ মনত সততে এই প্ৰশ্নটো আহিবলৈ ধৰিলে যে অস্ত্ৰ নোহোৱাকৈ, পৰস্পৰৰ মিত্ৰতাৰ ভেটিত জানো কোনো সমাজ গঢ়ি তুলিব পৰা নাযায়? তেওঁৰ ধাৰণা হল যে তপস্যাৰ দ্বাৰা আৰু তপস্বী সকলৰ তত্ত্বজ্ঞানৰ দ্বাৰা মানুহ জাতিৰ কাৰণে এনে কোনো সৰল মাৰ্গ পোৱা যাব আৰু সেই কাৰণেই তেওঁ ঘৰবাৰী ত্যাগ কৰি তপস্যা আৰম্ভ

কৰিলে। পিচত যেতিয়া দেখিলে যে তাৰ পৰা একো লাভ নাই, তেতিয়া তেওঁ তাকো ত্যাগ কৰি এটা অভিনৱ মধ্যম মাৰ্গ বিচাৰি উলিয়ালে।

আজিকালিও এইদৰে ৰাজনীতিজ্ঞ আৰু ধাৰ্ম্মিক লোকসকলে বিপ্লৱ-পন্থী লোকৰ বেলিকা বিনাশক ( nihilist ) আদি বিশেষণ প্ৰয়োগ কৰে আৰু সমাজৰ আগত তেওঁলোকৰ অজ্ঞতা বোৰ দাঙি ধৰে, ঠিক তেনেকৈয়ে আমি ধৰি লব পাৰোঁ যে বুদ্ধৰ সমসাময়িক টীকাকাৰ সকলে তেওঁক অক্ৰিয়বাদী বুলি কৈছিল আৰু ৰাইজৰ আগত তেওঁৰ নতুন দৰ্শন নিৰৰ্থক বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল।

**দুশ্চৰিত আৰু সুচৰিত**—ইয়াত উল্লেখ কৰা দুশ্চৰিত আৰু সুচৰিত সম্বন্ধে চমুকৈ আলোচনা কৰাটো উচিত হব। সালেয়্যক ব্ৰাহ্মণৰ আগত ভগৱানে কৈছিল, 'হে গৃহস্থী, কায়াৰ দ্বাৰা হব পৰা তিনি প্ৰকাৰৰ অধৰ্ম্মাচৰণনো কি? কোনো লোকে প্ৰাণ-ঘাত কৰে, ৰুদ্ৰ, দাৰুণ লোহিতাপাণি আৰু মাৰধৰ কৰি থাকে, অথবা চুৰি কৰে, কোনো লোকে লাগিলে তেওঁ গাৱঁতেই থাকক বা অৰণ্যতে থাকক যি বস্তু তেওঁৰ নহয়, তাক গৰাকীক নোসোধাকৈয়ে লৈ যায়, নাইবা ব্যভিচাৰ কৰে, মাক, বাপেক, ভনীয়েক বা নিজৰ আপোন মানুহৰ দ্বাৰা ৰক্ষিত তিৰোতাৰ লগত ব্যভিচাৰ কৰে, এই দৰে কায়াৰ দ্বাৰা নানা ধৰণৰ অধৰ্ম্মাচৰণ হয়।

'আৰু, হে গৃহস্থী, বাক্যেৰে হব পৰা চাৰি প্ৰকাৰৰ অধৰ্ম্মাচৰণনো কি কি? কোনো কোনো মানুহে মিছা কয়। সভা, পৰিষদ, আপ্ত-মণ্ডল বা ৰাজদৰবাৰলৈ গলে মানুহে সাক্ষী লৈ যায় আৰু কয় যে তুমি যি জানা তাকে কোৱা। তেতিয়া তেওঁ যি নাজানে তাকো তেওঁ জনা বুলি কয়। আৰু তেওঁ যি দেখা নাই, সেই সম্বন্ধেও তেওঁ কয় যে তেওঁ তাক দেখিছে। এইদৰে নিজৰ কাৰণে, পৰৰ কাৰণে বা অলপ

অচৰপ লাভৰ কাৰণে তেওঁ জানি শুনিয়ে মিছা কথা কয়। অথবা তেওঁ অ'ৰ কথা ত'ত লগাই ফুৰে। ইয়াৰ কথা শুনি তাৰ লগত কাঁজিয়া লগোৱাৰ উদ্দেশ্যে সেই কথা তাৰ আগত কৈ দিয়ে। এইদৰে একতাৰে বাস কৰা মানুহৰ মাজত ভেদৰ সৃষ্টি কৰে বা কাঁজিয়া লাগি থকা মানুহৰ মাজত কাঁজিযা আৰু বঢ়াই দিয়ে। কাঁজিয়া বঢাই তেওঁ আনন্দ পায় আৰু কাঁজিযা বাঢিব পৰা কথাকে তেওঁ কৈ ফুৰে, নহলে হয়তো গালি শপনি দিয়ে। তেওঁ দুষ্টতাপূৰ্ণ, কঠোৰ, কটু, অন্তৰত দুখ দিয়া, খঙাল আৰু সন্তোষ নষ্ট কৰা বাক্য উচ্চাৰণ কৰে ; নহলে হয়তো অনাহকতে বলকি ফুৰে। অনুচিত সময়ত কথা কয়, নোহোৱা কথা সাজি কয়, তেওঁ অধাৰ্ম্মিক, শিষ্টাচাৰ-বিৰুদ্ধ, ধ্যান দিব নলগীয়া, প্ৰসঙ্গত শোভা নোপোৱা, মিছাকৈয়ে বহলোৱা আৰু অনৰ্থকাৰী কথা বলকে। এইদৰে বাক্যেৰে চাৰি বিধ অধৰ্ম্মাচৰণ হয়।

'আৰু, হে গৃহস্থী, তিনি প্ৰকাৰৰ অধৰ্ম্মাচৰণনো কি কি ? কোনো কোনো লোকে আনৰ ধন সম্বন্ধে চিন্তা কৰে। মনত হাবিযাস ৰাখে যাতে আনৰ সা-সম্পত্তি পাব পাৰে। অথবা কোনো কোনো মানুহে মনত দ্বেষ পোষণ কৰে। তেওঁ ভাবে যে এই প্ৰাণীক মৰা যাওক, সি নষ্ট হৈ যাওক। অথবা কোনো কোনোৱে মিথ্যা দৃষ্টি ৰাখে। তেওঁ এনে ধৰণৰ নাস্তিক বিচাৰ পোষণ কৰে যে দান নাই, ধৰ্ম্ম নাই, সুকৃত-দুষ্কৃত কৰ্ম্মৰ ফল নাই, ইহলোক নাই, পৰলোক নাই, ইত্যাদি। এনে-দৰে মনৰ দ্বাৰা নানা প্ৰকাৰৰ অধৰ্ম্মাচৰণ হয়।

'হে সজ্জনসকল, কায়াৰে হব পৰা তিনি প্ৰকাৰৰ ধৰ্ম্মাচৰণনো কি কি ? যি লোকে প্ৰাণঘাত নকৰে, আনৰ ওপৰত অস্ত্ৰ-শস্ত্ৰ নোতোলে, আনক হত্যা কৰিবলৈ তেওঁৰ লজ্জা হয়, সকলো প্ৰাণীৰে প্ৰতি তেওঁৰ আচৰণ দয়াময় হয় ; তেওঁ চুৰি নকৰে, গাওঁ বা অৰণ্যত আনে নিদিয়া-লৈকে আনৰ বস্তু গ্ৰহণ নকৰে ; তেওঁ ব্যভিচাৰ নকৰে ; মাক-বাপেক,

ভাই-ভনী, পতি, মহাপুৰুষ আদিয়ে ৰখা তিৰোতাৰ লগত সম্বন্ধ নাৰাখে। এইদৰে কায়াৰে বিবিধ ধৰ্ম্মাচৰণ হয়।

'আৰু সজ্জনসকল, বাণীৰে হব পৰা চাৰি প্ৰকাৰৰ ধৰ্ম্মাচৰণনো কি কি? যি লোকে মিছা কোৱাটো সম্পূৰ্ণভাৱে এৰি দিয়ে; সভা, পৰিষদ অথবা ৰাজ-দৰবাৰত যদি তেওঁৰ সাক্ষী লোৱা হয় তেন্তে তেওঁ যি কথা নাজানে তাক তেওঁ নাজানে বুলি কয় আৰু যি তেওঁ দেখা নাই তাক তেওঁ দেখা নাই বুলি কয়। এইদৰে নিজৰ বাবে, আনৰ বাবে বা অলপ অচৰপ লাভৰ বাবে তেওঁ মিছা কথা নকয়, অ'ৰ কথা ত'ত লগোৱাটো পৰিহাৰ কৰে। তাৰ আৰু ইয়াৰ মাজত বিৰোধ সৃষ্টি কৰাৰ অভিপ্ৰায়েৰে ইয়াৰ কথা শুনি তাৰ আগত নলগায়গৈ আৰু তাৰ কথাও ইয়াৰ আগত নকয়হি। বৰং যি সকলৰ মাজত একতা আছে তেওঁলোকক আৰু উৎসাহহে দিয়ে। একতা থকা দেখিলে তেওঁ আনন্দ পায় আৰু যাৰ দ্বাৰা একতা স্থাপিত হব পাৰে তেওঁ তেনে কথাহে কয়। তেওঁ গালি-শপনি নিদিয়ে। তেওঁ সৰল, পোনপটীয়া, শ্ৰুতিমধুৰ, হৃদয়ঙ্গম, নাগৰিকৰ পক্ষে শোভনীয় আৰু বহুজনপ্ৰিয় ভাষণ দিয়ে। তেওঁ অনৰ্থক নবলকে। তেওঁ প্ৰসঙ্গ অনুসৰি তথ্যপূৰ্ণ, অৰ্থযুক্ত, ধাৰ্ম্মিক, শিষ্টাচাৰসম্মত আৰু ধ্যান দিবলগীয়া, সময়োচিত, সকাৰণ, সপ্ৰমাণ আৰু অৰ্থপূৰ্ণ ভাষণ কৰে। এইদৰে বাক্যৰ দ্বাৰা চাৰিবিধ ধৰ্ম্মৰ আচৰণ হয়।

'আৰু, সজ্জনসকল, তিনি প্ৰকাৰৰ মানসিক ধৰ্ম্মাচৰণনো কি কি? যি মানুহে পৰৰ বস্তুৰ প্ৰতি লোভ নাৰাখে, পৰৰ সম্পত্তি মই ব্যৱহাৰ কৰোঁ বুলি মনত কল্পনাকো ঠাই নিদিয়ে, তেওঁৰ চিত্ত দ্বেষমুক্ত হয়, তেওঁৰ এই শুদ্ধ সংকল্প হয় যে এই সকলোবোৰ প্ৰাণী বৈৰীহীন, বাধাহীন, দুঃখৰহিত আৰু সুখী হওক। তেওঁৰ সম্যক দৃষ্টি হয়। দান ধৰ্ম্ম হয়, সুকৃত-দুষ্কৃত কৰ্ম্মৰ ফল হয়। ইহলোক-পৰলোক আদি

কথাৰ ওপৰত তেওঁৰ বিশ্বাস হয়। এইদৰে মনৰ দ্বাৰা বিবিধ ধৰ্ম্মৰ আচৰণ হয়।'[২]

সংক্ষেপত আমি কব পাৰোঁহক যে প্ৰাণঘাত, অদত্তাদান (চুৰি) আৰু কাম মিথ্যাচাৰ (ব্যভিচাৰ) এই তিনিটা কায়িক পাপ কৰ্ম্ম; অসত্য, অ'ৰ কথা ত'ত লগোৱা, গালি-শপনি দিয়া, অনৰ্থক বলকা—এই চাৰিটা বাচসিক পাপ-কৰ্ম্ম আৰু পৰদ্ৰব্য লোভ, আনক ধ্বংসৰ ইচ্ছা আৰু নাস্তিক দৃষ্টি—এই তিনিটা মানসিক পাপ-কৰ্ম্ম। এই দহোটাক অকুশল কৰ্ম্মপথ কোৱা হয়। তাৰপৰা নিবৃত্ত হোৱাটো কুশল কৰ্ম্মপথ। এই দহোটাৰো বৰ্ণনা ওপৰত দিয়া হৈছে। ত্ৰিপিটক সাহিত্যৰ ভালেমান ঠাইতে দহোটা অকুশল আৰু দহোটা কুশল কৰ্ম্মপথৰ বৰ্ণনা পোৱা যায়। উপৰ্য্যুক্ত উদ্ধৃতিত অকুশল কৰ্ম্মপথক অধৰ্ম্মাচৰণ আৰু কুশল কৰ্ম্মপথক ধৰ্ম্মাচৰণ বুলি কোৱা হৈছে।

**কুশল কৰ্ম্ম আৰু অষ্টাঙ্গিক মাৰ্গ**—এই কুশল কৰ্ম্মপথক আৰ্য্য অষ্টাঙ্গিক মাৰ্গত সামৰি লোৱা হৈছে। তিনি প্ৰকাৰৰ কুশল কায়কৰ্ম্মই সম্যক কৰ্ম্ম, চাৰি প্ৰকাৰৰ কুশল বাচসিক কৰ্ম্মই সম্যক বাচা, আৰু তিনি প্ৰকাৰৰ মানসিক কুশল কৰ্ম্মই হল সম্যক দৃষ্টি আৰু সম্যক সংকল্প। আৰ্য্য অষ্টাঙ্গিক মাৰ্গৰ বাকী চাৰিটা অঙ্গ কুশল কৰ্ম্মপথৰ বাবে সহায়ক স্বৰূপ। সম্যক আজীৱ, সম্যক ব্যায়াম, সমৃক স্মৃতি আৰু সম্যক সমাধি, এই চাৰিটা অঙ্গৰ যথাতথ্য চিন্তা নকৰিলে কুশল কৰ্ম্মপথৰ অভিবৃদ্ধি আৰু পূৰ্ণতা হব নোৱাৰে।

**অনাসক্তিযোগ**—আমি যদি কুশল কৰ্ম্ম কৰি যাওঁ আৰু তাত

(২) চাওক, 'মঝ্ঝিমনিকায়', সং ৪১, সালেয়্যক সুত্ত।

আসক্ত হৈ পৰোঁহক তেন্তে তাৰ ফলত অকুশল উৎপন্ন হোৱাৰ সম্ভাৱনা আছে!

কুসলো ধম্মো অকুসলস্‌স ধম্মস্‌স আৰম্মণপচ্চয়েন পচ্চয়ো। দানং দত্বা সীলং সমাদিয়িত্বা উপোসথকম্মং কত্বা তং অস্‌সাদেতি অভিনন্দতি। তং আৰব্ভ ৰাগো উপ্পজ্জতি দিট্‌ঠি ৱিচিকিচ্ছা উপ্পজ্জতি উদ্ধচ্চং উপ্পজ্জতি দোমনস্‌সং উপ্পজ্জতি।'

অর্থাৎ 'কুশল মনোবিচাৰ অকুশলৰ বাবে আলম্বন প্ৰত্যয়ৰ দ্বাৰা প্ৰত্যক্ষ হয়। (কোনোলোকে) দান দিযে, শীলৰ আচৰণ কৰে, উপবাস কৰে আৰু তাৰ আস্বাদ লয়, তাৰ অভিনন্দন কৰে। তাৰ্পিৰা লোভ উৎপন্ন হয়, দৃষ্টি উৎপন্ন হয়, শঙ্কা উৎপন্ন হয়, ভ্ৰান্তি উৎপন্ন হয় আৰু দৌর্মনস্য উৎপন্ন হয।'

এইদৰে কুশল মনোবৃত্তি অকুশলৰ কাৰণ হয, গতিকে কুশল বিচাৰত আসক্তি ৰাখিব নালাগে, নিৰপেক্ষভাৱে কুশল কৰ্ম্ম কৰিব লাগে। 'ধম্ম-পদ'ৰ তলত দিয়া গাথাত ইয়াকে চমুকৈ বর্ণনা কৰা হৈছে:

সব্বপাপস্‌স অকৰণং কুশলস্‌স উপসম্পদা।
সচিত্তপৰিয়োদপনং এতং বুদ্ধান সাসনং॥

অর্থাৎ, 'সকলো পাপৰ অকৰণ, সকলো কুশলৰ সম্পাদন আৰু নিজৰ চিত্তৰ সংশোধনেই হল বুদ্ধৰ শাসন।'

আন কথাত কবলৈ গলে অকুশল কৰ্ম্মপথক সম্পূর্ণৰূপে বৰ্জ্জন কৰিব লাগে আৰু কুশল কৰ্ম্মপথ সদায় আচৰণ কৰিব লাগে আৰু তাত নিজৰ মন আসক্ত হবলৈ দিব নালাগে। অষ্টাঙ্গিক মার্গৰ অভ্যাসৰ দ্বাৰাই এইবোৰ হয়।

**কুশল কাৰ্য্যৰ প্ৰতি আগ্ৰহ আৰু উৎসাহ**—কুশল কাৰ্য্যৰ

(৩) তিক পট্‌ঠান।

প্ৰতি অতিশয় আগ্ৰহ আৰু উৎসাহ ৰাখিব লাগে বুলি ত্ৰিপিটক সাহিত্যৰ ভালেমান ঠাইতে উপদেশ পোৱা যায়। ইয়াত সেই আটাইবোৰকে দিয়া হোৱা নাই। তথাপি উদাহৰণ হিচাপে আমি তাৰে এটা চমু উপদেশ ইয়াতে তুলি দিওঁহক—

বুদ্ধ ভগৱানে কয়, 'ভিক্ষু, মুনিহ, তিৰোতা, গৃহস্থ বা প্ৰব্ৰজিতই এই পাঁচোটা কথা সম্বন্ধে সততে চিন্তা কৰা উচিত (১)—তেওঁ বাৰেবাৰে এই কথা মনত ৰখা উচিত যে তেওঁ জৰা-ধৰ্ম্মী, কিয়নো যি তাৰুণ্য-মদৰ কাৰণে প্ৰাণীয়ে কায-বাক্য-মনেৰে দুৰাচৰণ কৰে—সি এনেদৰে চিন্তা কৰাৰ ফলত নষ্ট হয়, অন্ততঃ কমি যায়। (২) তেওঁ বাৰে বাৰে এই কথা মনত ৰখা উচিত যে তেওঁ ব্যাধি-ধৰ্ম্মী, কিয়নো যি আৰোগ্য মদৰ দ্বাৰা প্ৰাণীয়ে কায়-বাক্য-মনেৰে দুৰাচৰণ কৰে, সেই মদ এনে ধৰণৰ চিন্তাৰ ফলত লোপ পায়, নহলে অন্ততঃ কমি যায়। (৩) তেওঁ বাৰে বাৰে এই কথা মনত ৰাখিব লাগে যে তেওঁ মৰণধৰ্ম্মী, কিয়নো যি জীৱিত মদৰ কাৰণে প্ৰাণীয়ে কায়-বাক্য-মনেৰে দুৰাচৰণ কৰে, সেই মদ এনেদৰে চিন্তা কৰিলে নাইকিয়া হয়, অন্ততঃ কমি যায়। (৪) তেওঁ বাৰে বাৰে এই কথা মনত ৰাখিব লাগে যে প্ৰিয় আৰু ভাল লগা (প্ৰাণী বা পদাৰ্থৰ) বিয়োগ তেওঁ সহ্য কৰিব লাগিব, কিয়নো যি প্ৰিয়সকলৰ স্নেহৰ কাৰণে প্ৰাণীয়ে কায়-বাক্য-মনেৰে দুৰাচৰণ কৰে, সেই স্নেহ এনেদৰে ভবাৰ ফলত নষ্ট হয়, অন্ততঃ কমি যায়। (৫) তেওঁ বাৰে বাৰে এই কথা মনত ৰাখিব লাগে যে তেওঁ কৰ্ম্ম-স্বকীয়, কৰ্ম্ম-দায়াদ, কৰ্ম্ম-যোনি, কৰ্ম্ম-বন্ধু আৰু কৰ্ম্ম-প্ৰতিশৰণ আৰু তেওঁ যি কল্যাণকাৰক বা পাপকাৰক কৰ্ম্ম কৰে তেওঁ তাৰ দায়াদো হব লাগিব, কিয়নো এনেদৰে চিন্তা কৰিলে কায়িক, বাচসিক আৰু মানসিক দুৰাচৰণ নাইকিয়া হয়, নহলে অন্ততঃ হ্ৰাস পায়।

'মই অকলে নহয়, বৰঞ্চ সকলো প্ৰাণী জৰাধৰ্ম্মী, ব্যাধিধৰ্ম্মী, মৰণ-ধৰ্ম্মী, সেই সকলোৰে প্ৰিয়জনৰ বিয়োগ হয়, তেওঁলোকো কৰ্ম্মদায়াদ—

এইদৰে আৰ্য্য শ্ৰাৱকে বিচাৰ কৰে আৰু তেতিয়া তেওঁ মাৰ্গ বিচাৰি পায়। সেই মাৰ্গৰ অভ্যাসৰ ফলত তেওঁৰ সংযোজন নষ্ট হয়।'[8]

এই উদ্ধৃতিত কোৱা হৈছে যে মই কৰ্ম্ম-স্বকীয় অৰ্থাৎ কৰ্ম্মই মোৰ স্বকীয় বা একান্ত সঙ্গী, আনবোৰ বস্তু কেতিয়া মোৰ পৰা আঁতৰি যায়, তাৰ কোনো ঠিকনা নাই ; মই কৰ্ম্ম-দায়াদ, অৰ্থাৎ ভাল কাম কৰিলে মই সুখ পাম আৰু বেয়া কাম কৰিলে মই দুখ ভুঞ্জিব লাগিব ; মই কৰ্ম্ম-যোনি, অৰ্থাৎ কৰ্ম্মৰ পৰাই মোৰ জন্ম হৈছে ; মই কৰ্ম্ম-বন্ধু, অৰ্থাৎ সংকটৰ সময়ত কৰ্ম্মই মোৰ বন্ধু ; মই কৰ্ম্ম-প্ৰতিশৰণ, অৰ্থাৎ কৰ্ম্মইহে মোক ৰক্ষা কৰিব পাৰিব। ইয়াৰ পৰা বুজা যায় যে ভগৱান বুদ্ধই কৰ্ম্মৰ ওপৰত কিমান গুৰুত্ব দিছিল। এনে গুৰুক জানো নাস্তিক বুলি কোৱাটো উচিত হব ?

উৎসাহিত মনেৰে সৎকৰ্ম্ম কৰিব লাগে—এই সম্বন্ধে ধৰ্ম্মপদৰ পৰা তলত তুলি দিয়া গাথা সম্পৰ্কেও আলোচনা কৰি চোৱাটো উচিত হব :

অভিৎথৰেথ কল্যাণে পাপ চিত্তং নিৱাৰয়ে।
দন্ধংহি কৰোতো পুঞ্ঞং পাপস্মিং ৰমতো মনো॥

অৰ্থাৎ 'কল্যাণ কৰ্ম্ম কৰাত তৎপৰতা কৰিব লাগে আৰু পাপৰ পৰা চিত্তক নিৱাৰণ কৰিব লাগে। কিয়নো আলস্যৰ ফলত পুণ্যকৰ্ম্ম কৰোঁতাৰ মন পাপত মজে।'

**ব্ৰাহ্মণসকলৰ কৰ্ম্মযোগ**—বুদ্ধৰ কৰ্ম্মযোগ সম্বন্ধে আলোচনা ইমানতে সামৰি এতিয়া সেই সময়ৰ ব্ৰাহ্মণ সকলৰ মাজত কি ধৰণৰ কৰ্ম্মযোগৰ চলতি আছিল সেই সম্পৰ্কে চমুকৈ আলোচনা কৰা যাওক। ব্ৰাহ্মণ সকলৰ উপজীৱিকাৰ সাধন আছিল যাগ-যজ্ঞ আৰু তাৰে বিধিমতে অনুষ্ঠান কৰাকে ব্ৰাহ্মণ সকলে নিজৰ কৰ্ম্মযোগ বুলি মানিছিল। লগতে

(৪) 'অঙ্গুত্তৰনিকায়', পঞ্চক নিপাত, সুত্ত ৫৭।

তেওঁলোকে এই বুলিও যুক্তি দেখুৱাইছিল যে ক্ষত্রিয়সকলৰ যুদ্ধ, বৈশ্য-সকলৰ বেহাবেপাৰ আৰু শূদ্রসকলৰ সেৱাই হল তেওঁলোকৰ নিজৰ নিজৰ কৰ্ম্মযোগ। তাত যদি কাৰোবাৰ মন নবহে তেন্তে তেওঁ সকলোৰে সংসাৰ ত্যাগ কৰি অৰণ্যলৈ যাব আৰু তপস্যা কৰিব ;—ইয়াকে সন্ন্যাস কোৱা হৈছিল। ইযাতে তেওঁলোকৰ কৰ্ম্মযোগ অন্ত হৈছিল। কোনো যোগ কোনো ব্ৰাহ্মণে সন্ন্যাস গ্ৰহণ কৰিও অগ্নিহোত্ৰ আদি কৰ্ম্মযোগৰ আচৰণ কৰিছিল আৰু তাকে শ্ৰেষ্ঠ বুলি মানিছিল। এই সম্পৰ্কে 'ভগৱদগীতা'ৰ তৃতীয় অধ্যায়ত এই বুলি কোৱা হৈছে :

যজ্ঞাৰ্থাৎকৰ্ম্মণোঽন্যত্ৰ লোকঽযং কৰ্ম্মবন্ধনঃ।
তদৰ্থং কৰ্ম্মং কৌন্তেয় মুক্তসঙ্গঃ সমাচাৰঃ॥

অৰ্থাৎ, 'যজ্ঞৰ বাবে কৰা কৰ্ম্মৰ বাহিৰে আন কাম মানুহৰ বাবে বন্ধন মূলক হয়। সেই বাবে হে অৰ্জ্জুন, তুমি সঙ্গ এৰি যজ্ঞৰ কাৰণে কৰ্ম্ম কৰা।'

সহযজ্ঞাঃ প্ৰজাঃ সৃষ্ট্বা পুৰোৱাচ প্ৰজাপতিঃ।
অনেন প্ৰসৱিষ্যধ্বমেষ ৱোঽস্ত্বিষ্ট কামধুক॥

অৰ্থাৎ 'সৃষ্টিৰ আদিতে যজ্ঞৰ সৈতে প্ৰজাৰ সৃষ্টি কৰি ব্ৰহ্মাই কলে যে এই যজ্ঞৰ দ্বাৰা তোমালোকৰ বৃদ্ধি প্ৰাপ্তি হব, এয়ে তোমাৰ ইষ্ট কামধেনু হওক।' গতিকে :

এৱং প্ৰৱৰ্তিতং চক্ৰং নানুৱৰ্ত্তয়তীহ যঃ।
অধায়ুৰিন্দ্ৰিয়াৰামো মোঘং পাৰ্থ স জীৱতি॥

অৰ্থাৎ 'এই সংসাৰত এনেদৰে চলি থকা যাগ-যজ্ঞৰ চক্ৰক যি নচলায়, তাৰ আয়ু পাপৰূপ আৰু তেনে ইন্দ্ৰিয়-লম্পট মিছাকৈয়ে জীয়াই থাকে।'[৫]

---

(৫) শ্ৰীভগবদ্গীতা, অ. ৩৷৯,১০,১৬

**ব্ৰাহ্মণসকলৰ লোক-সংগ্ৰহ**—কিন্তু কাৰোবাৰ মনত যদি প্ৰজাপতিয়ে চলোৱা এই চক্ৰ উচিত নহয় বুলি ভাব আছে, তাৰ মূলতে হিংসা আছে, তেন্তে তেনে ভাব মনত ঠাই দিয়াটো অযুগুত, কিয়নো তাৰদ্বাৰা অজ্ঞলোকৰ বুদ্ধি ভেদ হয়।

ন বুদ্ধিভেদং জনয়েদজ্ঞানাং কৰ্ম্মসংগিনাম্।
জোষয়েৎ সৰ্ব্বকৰ্ম্মাণি বিদ্বান্যুক্তঃ সমাচৰণ ॥

অৰ্থাৎ 'জ্ঞানী পুৰুষৰ লক্ষ্য থকা উচিত যাতে কৰ্ম্মত আসক্তি থকা অজ্ঞান সকলৰ বুদ্ধিভ্ৰম সৃষ্টি নকৰে ; বৰং নিজে যুক্ত হৈ অৰ্থাৎ সকলো কৰ্ম্মকে ভালদৰে সম্পাদন কৰি আনৰ হতুৱায়ো তাক কৰাব লাগে।'[৬]

'ভগবদগীতা' কোন শতিকাত ৰচিত হৈছিল, তাক আলোচনা কৰাৰ বাবে ইয়াত ঠাই নাই, কিন্তু কোনো সমালোচকেই বুদ্ধৰ সমসাময়িক বুলি মন্তব্য কৰা নাই। পছিমীয়া পণ্ডিতসকলৰ ভিন ভিন অনুমান মতে গীতা ভগৱান বুদ্ধৰ পাঁচশৰ পৰা এহেজাৰ বছৰৰ পিচত ৰচিত বুলি ধৰিব পাৰি। গীতা যে বুদ্ধৰ তুলনাত যথেষ্ট আধুনিক সেই বিষয়ে কোনো সন্দেহ নাই। তথাপি ইয়াত উল্লেখ কৰা বিচাৰ ধাৰা বুদ্ধৰ সমসাময়িক ব্ৰাহ্মণসকলৰ মাজত প্ৰচলিত আছিল। লোহিত্য নামৰ কোসল দেশবাসী প্ৰসিদ্ধ ব্ৰাহ্মণ এজনাই কৈছিল যে কুশল তত্ত্বজ্ঞান হলেও তাক সাধাৰণ ৰাইজৰ আগত প্ৰকাশ কৰিব নালাগে।[৭] চমুকৈ তেওঁৰ কাহিনী হল এই—ভগৱান বুদ্ধ কোসল দেশলৈ যাওঁতে শালৱতিকা নামৰ ঠাইত উপস্থিত হল। সেই গাওঁখন কোসল ৰজা পসেনদিয়ে লোহিত্য ব্ৰাহ্মণক দান কৰিছিল। লোহিত্যই এই ধৰণৰ পাপকাৰক মতৰ প্ৰতিপাদন কৰিছিল যে 'যদি কোনো শ্ৰমণ বা ব্ৰাহ্মণৰ

(৬) 'শ্ৰীমদ্ভগবদগীতা', অধ্যায় ৩, শ্লোক ২৬। গীতাৰ সমগ্ৰ তৃতীয় অধ্যায়টোৱেই এই বিষয়ত বিবেচনাৰ যোগ্য।

(৭) চাওক, 'দীঘনিকায়', ভাগ ১, লোহিচ্চ সুত্ত।

কুশল তত্ত্বৰ বোধ হয় তেন্তে তেওঁ তাক আনৰ আগত কব নালাগে, এজন মানুহে আন এজন মানুহৰ বাবে কি কৰিব পাৰে? তেওঁ আন জনৰ আগৰ পুৰণি বন্ধন কাটি এই নতুন বন্ধনৰ সৃষ্টি কৰিব, গতিকে মোৰ মতে ই লোভী আচৰণ।'

যেতিয়া লোহিত্য ব্ৰাহ্মণে শুনিলে যে ভগৱান বুদ্ধ তেওঁৰ গাৱঁৰ ওচৰলৈ আহিছে, তেতিয়া তেওঁ ৰোসিকা নামৰ নাপিত এজনক পঠাই ভগৱানক আমন্ত্ৰণ জনালে আৰু পিচ দিন ভোজন প্ৰস্তুত কৰি সেই নাপিতৰ হতুৱায়ে ভোজন প্ৰস্তুত হোৱাৰ বাতৰি ভগৱান্ আৰু ভিক্ষু সংঘক দিয়ালে। নিজৰ পাত্ৰ আৰু চীৱৰ লৈ ভগৱানে লোহিত্য ব্ৰাহ্মণৰ ঘৰলৈ যাত্ৰা কৰিলে। বাটত ৰোসিকা নাপিতে ভগৱানৰ আগত লোহিত্য ব্ৰাহ্মণৰ মতৰ কথা কলে আৰু লগতে এই বুলিও কলে, 'ভদন্ত, এই পাপকাৰক মতৰ পৰা আপুনি লোহিত্যক মুক্ত কৰক।'

লোহিত্যই ভগৱান আৰু ভিক্ষু-সংঘক আদৰ সৎকাৰ কৰি ভোজন কৰালে। ভোজনৰ পিচত ভগৱানে তেওঁক সুধিলে, 'হে লোহিত্য, তুমি জানো এই বুলি কোৱা যে কাৰোবাৰ কুশল তত্ত্বৰ বোধ হলে তেওঁ সেই কথা আনৰ আগত কব নালাগে?'

লোহিত্য—হয়, গৌতম! কওঁ।

ভগৱান—হে লোহিত্য, তুমি এই শালৱতিকা গাৱঁত থাকা। এতিয়া যদি কোনোবাই কয় যে এই শালৱতিকা গাৱঁৰ সকলোখিনি আয় অকল লোহিত্যইহে পাব লাগে, আন কাকো একো দিব নালাগে, তেন্তে তেনেকৈ কোৱা জনৰ দ্বাৰা জানো তোমাৰ ওপৰত নিৰ্ভৰ কৰি চলা (এই গাৱঁৰ) ৰাইজৰ অকল্যাণ নহব?

লোহিত্য,—হয়, হব।

ভগৱান—যি আনৰ বাবে অন্তৰায়ৰ সৃষ্টি কৰে তেওঁ তেওঁলোকৰ হিতানুকম্পা নে অহিতানুকম্পী?

লোহিত্য—অহিতানুকম্পী, হে গৌতম !

ভগৱান—এনে মানুহৰ মন মৈত্ৰীপূৰ্ণ নে বৈৰময় ?

লোহিত্য—বৈৰময়, হে গৌতম !

ভগৱান—বৈৰচিত্ত মানুহ মিথ্যাদৃষ্টিৰ নে সম্যক দৃষ্টিৰ ?

লোহিত্য—মিথ্যা দৃষ্টিৰ, হে গৌতম !

**কুশল কৰ্ম্মেৰে অকুশলক জয় কৰা উচিত**—ইয়াত আৰু আন ভালেমান ঠাইত বুদ্ধ ভগৱানে কৈ গৈছে যে প্ৰচলিত অকুশল কুসংস্কাৰৰ বিৰুদ্ধ যদি কোনোবাই কুশল বিচাৰ ভাবি উলিয়াব পাৰে তেন্তে তাক ৰাইজৰ আগত প্ৰচাৰ কৰা প্ৰতিজন সজ্জন লোকৰে শ্ৰেষ্ঠ কৰ্ত্তব্য, বেয়া কৰ্ম্ম কৰোঁতাৰ কোনো প্ৰতিকাৰ নকৰাটো নাইবা তেনে লোকৰ নিচিনাকৈয়ে আচৰণ কৰি তেনে বেয়া কাম কৰিবলৈ দিয়া সজ্জনৰ কৰ্ত্তব্য নহয়।

ব্ৰাহ্মণসকলৰ মতে যাগ-যজ্ঞ আৰু বৰ্ণ-ব্যৱস্থা প্ৰজাপতিয়েই সৃষ্টি কৰিছে, গতিকে সেই অনুসৰি অনুষ্ঠিত কৰ্ম্ম পবিত্ৰ হয়। কিন্তু ভগৱানৰ মতে তৃষ্ণাৰ পৰা উৎপন্ন হিংসাদি কৰ্ম্ম কেতিয়াও শুদ্ধ হব নোৱাৰে। তাৰ বাবেই মানুহ বিষম মাৰ্গত আৱদ্ধ হৈ থাকে আৰু তেনে কৰ্ম্মৰ বিপৰীতে কুশল কৰ্ম্ম কৰিলেহে এই বিষম মাৰ্গৰ পৰা মানুহে মুক্তি পাব।

'মঝ্‌ঝিমনিকায়'ৰ সল্লেখসুত্তত ( সং ৮ ) ভগৱানে কয়, 'হে চুন্দ, য'ত আনলোকে হিংসাবৃত্তি আচৰণ কৰে, তাত আমি অহিংসক হওঁহক—এই স্বচ্ছতা[৮] কৰিব লাগে। আনে প্ৰাণঘাত কৰে, আমি প্ৰাণঘাতৰপৰা নিবৃত্ত হওঁচোন—এনে স্বচ্ছতা কৰিব লাগে। আনে

(৮) শস্য আদি বস্তুক ঘহি ঘহি পৰিষ্কাৰ কৰা হয়, তাকে সল্লেখ বোলা হয়। ইয়াত আত্মশুদ্ধিৰ অৰ্থত 'স্বচ্ছতা' শব্দৰ প্ৰয়োগ কৰা হৈছে।

চুৰি কৰে, বাৰু আমি চুৰি নকৰোঁচোন, এনে স্বচ্ছতা কৰিব লাগে। আনলোকে অব্ৰহ্মচাৰী, বাৰু আমি চোন ব্ৰহ্মচাৰীযে হওঁহক, এনে স্বচ্ছতা কৰিব লাগে। আনে মিছা কথা কয়, আমি মিছা কথাৰ পৰা নিবৃত্ত হওঁচোন, আনে অ'ৰ কথা ত'ত লগায, আমি তাৰপৰা আঁতৰিযে থাকোঁচোন, আনে গালি-শপনি দিয়ে, আমি গালি-শপনি দিযাৰ পৰা নিবৃত্ত হওঁচোন, আনে অনৰ্থক প্ৰলাপ কৰে, আমি তাৰপৰা বিৰত থাকোঁচোন, আনে পৰৰ ধনৰ লোভ কৰে, আমি পৰৰ ধনৰ লোভৰপৰা মুক্ত হওঁচোন, আনে দ্বেষ কৰে, আমি তাৰপৰা আঁতৰি থাকোঁচোন, আন মিথ্যাদৃষ্টিপূৰ্ণ হয়, আমি সম্যক দৃষ্টিৰ হৈ পৰোঁচোন, এনেধৰণৰ স্বচ্ছতা কৰিব লাগে।

'হে চুন্দ, কোনো আওপকীয়া বাটত আঁত হেৰুৱাই পৰা মানুহে তাৰপৰা ওলাবলৈ যিদৰে পোন বাট বাহিৰ কৰে তেনেদৰে বিহিংসক মানুহৰ কাৰণে বিহিংসাৰপৰা বাহিৰ ওলোৱাৰ পথ হল অবিহিংসা। প্ৰাণঘাতী মানুহৰ পক্ষে মুক্ত হোৱাৰ উপায় প্ৰাণঘাতৰ পৰা বিৰতি, চোৰৰ কাৰণে মুক্ত হোৱাৰ উপায় চুৰিৰপৰা বিৰতি, অব্ৰহ্মচাৰীৰ পক্ষে মুক্ত হোৱাৰ উপায় অব্ৰহ্মচৰ্য্যৰপৰা বিৰতি, মিছলীয়াৰ বাবে মুক্তিৰ উপায় মিছা কথাৰপৰা বিৰতি, অ'ৰ কথা ত'ত লগোৱা কুকৰ্ম্মৰপৰা মুক্ত হোৱাৰ উপায় সেই অভ্যাস পৰিহাৰ কৰা, কৰ্কশবচন বোলোঁতাৰ কাৰণে মুক্তিৰ উপায় কৰ্কশবচনৰ পৰা বিৰতি আৰু বৃথা প্ৰলাপ কৰোঁতাৰ পক্ষে মুক্তিৰ বাবে বৃথা প্ৰলাপৰ পৰা বিৰতি—এয়ে হল উপায়……

'হে চুন্দ, নিজে গভীৰ বোকাত পৰি থাকিলে তেওঁ আনক সেই বোকাৰপৰা তুলিব নোৱাৰে। তেনেকৈ যি নিজক দমন কৰা নাই, নিজৰ বাবে অনুশাসন স্বীকাৰ কৰি লোৱা নাই, যি নিজে শান্ত নহয়, তেওঁৰ পক্ষে আনক দমন কৰা, অনুশাসন কৰা বা শান্ত কৰাটো সম্ভৱপৰ

নহয়। কিন্তু যি নিজে দান্ত, বিনীত আৰু পৰিনিবৃত্ত, তেওঁৰ পক্ষে আনক দমন কৰাটো, বিনয় শিকোৱাটো আৰু আনক পৰিনিবৃত্ত (শান্ত) কৰাটো সম্ভৱপৰ।'

'ধম্মপদ'ৰ এটা গাথাত (২২৩) চমুকৈ এই অৰ্থকে বৰ্ণোৱা হৈছে। এই গাথা হল :

অক্কোধেন জিনে কোধং অসাধুং সাধুনা জিনে।
জিনে কদৰিয়ং দানেন সচ্চেনালীকৱাদিনং॥

অৰ্থাৎ 'ক্ষমাৰে ক্ৰোধক জয় কৰিব লাগে, সাধুতাৰে অসাধুক জয় কৰিব লাগে, দানেৰে কৃপণক জয় কৰিব লাগে।'

**দহোটা কুশল কৰ্ম্মপথত ব্ৰাহ্মণসকলে কৰা পৰিবৰ্ত্তন—** বৈদিক গ্ৰন্থকাৰসকলে তেনেই আহুহতীয়া ভাৱে ওপৰত উল্লিখিত কুশল আৰু অকুশল কৰ্ম্মপথ স্বীকাৰ কৰি লবলৈ বাধ্য হৈছিল। কিন্তু তাতো তেওঁলোকে যথেষ্ট সাৱধানতা অৱলম্বন কৰিছিল যাতে তাৰ ফলত তেওঁলোকৰ অধিকাৰত বাধাৰ সৃষ্টি নহয়। এই দহোটা অকুশল কৰ্ম্মপথক 'মনুস্মৃতি'ত কিদৰে স্বীকাৰ কৰা হৈছে, তালৈ লক্ষ্য কৰক :

স তানুৱাচ ধৰ্ম্মাত্মা মহৰ্ষীন্মানৱো ভৃগুঃ।
অস্য সৰ্ব্বস্য শৃণুত কৰ্ম্মযোগস্য নিৰ্ণয়ম॥

অৰ্থাৎ 'সেই মনুকুলোৎপন্ন ধৰ্ম্মাত্মা ভৃগুৱে সেই মহৰ্ষিসকলক কলে, "এই আটাইবোৰ কৰ্ম্মযোগৰ নিৰ্ণয় শুনক।'

পৰদ্ৰব্যেষ্বভিধ্যানং মনসানিষ্টচিন্তনম্
বিতথাভিনিৱেশশ্চ ত্ৰিৱিধং কৰ্ম্ম মানসম্॥

অৰ্থাৎ 'পৰদ্ৰব্যৰ প্ৰতি অভিলাষ কৰা, আনৰ অনিষ্ট চিন্তা কৰা, আৰু ভুল পথেৰে যোৱা (নাস্তিকতা)—এই তিনিটাক মানসিক পাপকৰ্ম্ম বুলি বুজিব লাগে।'

পারুষ্যমনৃতং চৈব পৈশুন্যং চাপি সর্ব্বশঃ
অসংবদ্ধপ্রলাপশ্চ বাঙ্‌ময়ং স্যাচ্চতুর্বিধম্‌।

অর্থাৎ, ‘কঠোৰ ভাষণ, অসত্য ভাষণ, সকলো প্ৰকাৰ কটুকথা আৰু বৃথা প্ৰলাপ—এই চাৰি বাচসিক পাপকৰ্ম্ম।’

অদত্তানামুপাদানং হিংসা চৈবাবিধানতঃ।
পৰদাৰোপসেৱা চ শাৰীৰং ত্ৰিবিধং স্মৃতম্‌॥

অর্থাৎ, ‘অদত্তাদান ( চুৰি ), বেদৰ অবিহিত হিংসা আৰু পৰদাৰ-গমন—এ তিনিটা কায়িক পাপকৰ্ম্ম।’

ত্ৰিবিধং চ শৰীৰেণ বাচা চৈব চতুৰ্বিধম্‌।
মনসা ত্ৰিবিধং কৰ্ম্ম দশ কৰ্মপথাঁস্ত্যজেৎ॥

অর্থাৎ ‘( এইদৰে ) ত্ৰিবিধ কায়িক, চতুৰ্ব্বিধ বাচসিক আৰু ত্ৰিবিধ মানসিক, এই দহোটা ( অকুশল ) কৰ্ম্মপথ ত্যাগ কৰা উচিত।’[১]

ইয়াৰে প্ৰথম শ্লোকৰ ‘কৰ্ম্মযোগ’ শব্দ অতি সঙ্গত হৈছে। ‘মনুস্মৃতি’ৰ বচকে বুদ্ধই কৈ যোৱা কৰ্ম্মযোগ সমৰ্থন কৰিছিল, কিন্তু তেওঁ তাৰে এটা ব্যতিক্ৰম ৰাখি থৈ গৈছে। সেয়ে হল যে বেদ-বিহিত নহলে হিংসা কৰিব নালাগে, বেদৰ আধাৰত কৰা হিংসা হিংসা নহয়।

**যুদ্ধ ধাৰ্ম্মিক হোৱাত অকুশল কৰ্ম্মপথো সঙ্গত হৈ গল—** যাগ-যজ্ঞৰ হিংসা যদি ত্যজ্য বুলি মানি লোৱা হয় তেন্তে যাগ-যজ্ঞ অনুষ্ঠান কৰাৰ কোনো কাৰণেই নাথাকে। এই যাগ-যজ্ঞ কৰা হৈছিল কিয় ? এই বাবেই যাতে যুদ্ধত জয়লাভ কৰা যায় আৰু জয় কৰি পোৱা ৰাজ্য যাতে চিৰস্থায়ী হয়। অর্থাৎ যুদ্ধৰ হিংসা ধৰ্ম্মমূলক বুলি মানি নললে বৈদিক হিংসাৰ কোনো কাৰণ নোহোৱা হৈ পাৰে, আৰু সেই বাবে যুদ্ধ পবিত্ৰ বুলি ধৰি লব লগীয়া হয়।

---

(১) অধ্যায় ১২, শ্লোক ৫-৯।

শ্ৰীকৃষ্ণই কৈছে :

স্বধৰ্মমপি চাৱেক্ষ্য ন ৱিকম্পিতুমৰ্হসি।
ধৰ্ম্যাদ্ধি যুদ্ধাচ্ছে্ যোঽন্যৎক্ষত্ৰিয়স্য ন ৱিদ্যতে॥

অৰ্থাৎ 'আৰু নিজৰ ধৰ্ম্ম সম্বন্ধে বিচাৰ কৰি চালেও তোমাৰ কাৰণে পিচ হোঁহকি যোৱাটো উচিত নহব। ক্ষত্ৰিয়ৰ কাৰণে ধৰ্ম্মযুদ্ধতকৈ আৰু কোনো শ্ৰেয়স্কৰ কথা নাই।'

যদৃচ্ছযা চোপপন্নং স্বৰ্গদ্বাৰমপাবৃতম্।
সুখিনঃ ক্ষত্ৰিযাঃ পাৰ্থ লগতে যুদ্ধমীদৃশম্॥

অৰ্থাৎ 'আৰু হে পাৰ্থ, ভাগ্যৱান ক্ষত্ৰিয়ইহে অনায়াসে মুকলি হোৱা স্বৰ্গদ্বাৰৰ নিচিনা এনে যুদ্ধ লাভ কৰে।'

অথ চেত্বামিমং ধৰ্ম্যং সংগ্ৰামং ন কৰিষ্যসি।
ততঃ স্বধৰ্ম কীৰ্তিং চ হিত্বা পাপমৱাপ্স্যসি॥

অৰ্থাৎ 'আৰু যদি তুমি এই ধৰ্ম্মযুক্ত সংগ্ৰাম নকৰা, তেন্তে স্বধৰ্ম্ম আৰু কীৰ্ত্তি হেৰুৱাই পাপভোগ কৰিবা।'[১০]

যুদ্ধ ধৰ্ম্মমূলক হৈ পৰাত আটাইবোৰ অকুশল কৰ্ম্মপথ ধাৰ্ম্মিক হৈ পৰাটো স্বাভাৱিক আছিল। ইয়াৰ অৰ্থ এয়ে হল যে বাহিৰে আন কতো হিংসা কৰিব নালাগে, যুদ্ধ নহলে লোটপাট কৰিব নালাগে, যুদ্ধৰ বাহিৰে আন কোনো ক্ষেত্ৰতে ব্যভিচাৰ কৰা উচিত নহয়; এনেদৰে অসত্যভাষণ, টুটকীয়া কথা লগোৱা, কঠোৰ বচন আদিৰ প্ৰয়োগ যুদ্ধৰ কাৰণে বা ৰাজনীতিৰ কাৰণে আৱশ্যক নহলে আন কোনো ক্ষেত্ৰতে কৰিব নালাগে। যুদ্ধততো পৰদ্ৰব্যৰ প্ৰতি লোভ বৰ উপযোগী হৈ পৰে। প্ৰতিপক্ষৰ প্ৰতি যদি নিজৰ সৈন্যসকলৰ মাজত বিদ্বেষৰ ভাৱ বিয়পাই তুলিব নোৱাৰি তেন্তে সিহঁতে যুদ্ধ কৰিবলৈ প্ৰস্তুত নহব। আৰু যেতিয়ালৈকে স্বধৰ্ম্মৰ কাৰণে, স্বৰাষ্ট্ৰৰ কাৰণে অথবা এনেধৰণৰ কিবা

(১০) 'ভগৱদ্গীতা, অধ্যায় ২, শ্লোক ৩১-৩৩।

কাল্পনিক পবিত্ৰ আদৰ্শৰ বাবে আমি যুদ্ধ চলাইছোঁহক বুলি এটা তীব্ৰ মিথ্যা দৃষ্টিৰ সৃষ্টি কৰা নহয়, তেতিয়ালৈকে যুদ্ধত জয়লাভ কৰাটো সম্ভৱ হৈ নুঠে। মুঠতে, অকল যুদ্ধৰ কাৰণে সকলোবোৰ কুশল কৰ্ম্ম বৰ্জ্জন কৰাটো পবিত্ৰ হৈ পৰে।

'অশ্বত্থামা হত' এই গোকাট মিছা কথা কবলৈ যুধিষ্ঠিৰ সাজু নাছিল। তেতিয়া শ্ৰীকৃষ্ণই তেওঁৰ হতুৱাই 'নৰো ৱা কুঞ্জৰো ৱা' (মানুহ অথবা হাতী মৰিছে) বুলি কোৱাইছিল। আজিকালিৰ ৰাজনীতিতো সেয়ে আচৰণ কৰা হয়—কিছুদূৰ সঁচা আৰু কিছুদূৰ মিছা। আৰু নিজৰ দেশৰ কাৰণে অনুষ্ঠিত হলে যি কোনো অকুশল কৰ্ম্মই মানুহৰ মনত অতিশয় পবিত্ৰ হৈ পৰিব পাৰে।

**ধাৰ্ম্মিক যুদ্ধৰ বিকাশ**—জৈন আৰু বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱত পৰি বৈদিক হিংসা বন্ধ হৈ গৈছিল, কিন্তু এই দেশত ক্ষত্ৰিয়সকলৰ পৰস্পৰৰ মাজত ধাৰ্ম্মিক যুদ্ধ হোৱাটো হলে অটুট ৰল। হজৰৎ মহম্মদে এনে ধাৰ্ম্মিক যুদ্ধৰ, জেহাদৰ বিকাশ কৰে। তেওঁ কৈছিল যে নিজৰ ভিতৰত যুদ্ধ কৰা উচিত নহয়। খৃষ্টানসকলৰ ধৰ্ম্মযুদ্ধত ইয়াৰ প্ৰতিক্ৰিয়া দেখিবলৈ পোৱা যায়। দেশাভিমানে এই আটাইবোৰকে নিজৰ ভিতৰত সামৰি ললে। তাৰ বাবে যি কোনো কুকৰ্ম্মকে উচিত বুলি ধৰি লোৱা হয়। কিন্তু ইয়াৰ হেতুকে মানুহজাতি বিষম মাৰ্গত পৰি হাবাথুৰি খাইছে। তাৰপৰা বাহিৰ হবলৈ বুদ্ধৰ কৰ্ম্মযোগ এৰি আন কোনো পথ থাকিব পাৰেনে?

# পৌৰাণিক বুদ্ধ

হিন্দুসকলে বিষ্ণুক নৱম অৱতাৰ বুলি মানে। 'বিষ্ণুপুৰাণত' এই বুলি কোৱা হৈছে যে বিষ্ণুৱে বুদ্ধ অৱতাৰ ধাৰণ কৰি অসুৰইঁতক মোহিত কৰে আৰু দেৱীৰ হতুৱাই তেওঁলোকৰ উচ্ছেদ কৰায়। ইয়াৰ সাৰাংশ 'ভাগৱত'ৰ তলত দিয়া শ্লোকত পোৱা যায়:

ততঃ কলৌ সংপ্ৰয়াতে সংমোহায় সুৰদ্বিষাম্।
বুদ্ধো নামাঽজনসুতঃ কীকটেষু ভৱিষ্যতি॥

অৰ্থাৎ 'ইয়াৰ পিচত কলি যুগ পৰিলত অসুৰইঁতক মোহিত কৰিবলৈ বুদ্ধ নামৰ অজন-পুত্ৰ কীকট দেশত ওপজিল।'

সাধাৰণ হিন্দু ৰাইজে বুদ্ধাৱতাৰ সম্বন্ধে বিশেষ খবৰ নাৰাখে। শাস্ত্ৰীয় পণ্ডিত আৰু পুৰাণ শুনোতা চিন্তাশীল হিন্দুৱে বুদ্ধ সম্বন্ধে যিখিনি জানে সি 'বিষ্ণুপুৰাণ' বা 'ভাগৱত'ৰ তথ্যতে সীমাবদ্ধ চাগৈ।

**স্বৰ্গীয় বিষ্ণুশাস্ত্ৰী চিপলূণকৰৰ কল্পনা**—পছিমীয়া দেশৰ মেক্সমূলৰৰ গুৰু খ্যাতনামা ফৰাচী পণ্ডিত বৰ্ণুফৰ প্ৰথমতে বৌদ্ধধৰ্ম্মৰ প্ৰতি ধ্যান আকৰ্ষিত হয়, কিন্তু যথেষ্ট তথ্য-পাতি নোপোৱা হেতুকে তেওঁ এই ধৰ্ম্মৰ আৱশ্যকীয় কথাবোৰ পছিমীয়া ৰাইজৰ আগত দাঙি ধৰিব নোৱাৰিলে। তথাপি আগতে পছিমীয়া ৰাইজৰ মাজত বৌদ্ধধৰ্ম্ম উপেক্ষণীয় আৰু এই সম্বন্ধে আলোচনা কৰাৰ আৱশ্যকতা নাই বুলি যি ধাৰণা আছিল বৰ্ণুফৰ চেষ্টাৰ ফলত তাৰ যথেষ্ট পৰিবৰ্ত্তন হয় আৰু তাৰ ফল স্বৰূপে ডক্তৰ উইলচনৰ নিচিনা যীশুভক্তয়ো বৌদ্ধধৰ্ম্মৰ অধ্যয়ন কৰিবলৈ লয় আৰু তেওঁৰ সান্নিধ্যৰ ফলত আমাৰ দেশৰ কলেজত শিক্ষা

লাভ কৰা তৰুণসকলৰো বৌদ্ধ-ধৰ্ম্ম সম্বন্ধে থকা কল্পনাৰ পৰিবৰ্ত্তন হ'বলৈ ধৰে।

মাৰাঠীৰ খ্যাতনামা লেখক স্ব. ৱিষ্ণুশাস্ত্ৰী চিপলুণকৰে বাণ-কবি সম্বন্ধে তেওঁ লিখা প্ৰবন্ধত এই বুলি মন্তব্য কৰিছে :

'আৰ্য্যসকলৰ মূল বৈদিক ধৰ্ম্ম সম্বন্ধে পোন পহিলতে বুদ্ধই মতভেদ প্ৰকাশ কৰে। কালক্ৰমত ভালেমান লোকে তেওঁৰ মত অনুসৰণ কৰিবলৈ লয় আৰু তাৰ ফলত ধৰ্ম্মত দলাদলিৰ স্থষ্টি হয় আৰু নতুন মত অনুসৰণ কৰা লোক সকলে নিজকে বৌদ্ধ বুলি কবলৈ ধৰে। এওঁৰ নতুন মত কি আছিল, তাৰ উত্থান, প্ৰসাৰ আৰু পতন আদি কথা বুৰঞ্জী-লেখকৰ কাৰণে বৰ কৌতুহলৰ কথা আছিল, কিন্তু এতিয়া আৰু সেই সম্বন্ধে মন্তব্য কৰাৰ পৰা কি লাৰ্ভ হব? পিচে, আগৰ দুখৰ কথাকে আকৌ ইয়াতে দোহাৰি কব লগীয়া হল যে ইতিহাসৰ অভাৱত আমিও সমগ্ৰ সংসাৰৰ লগতে এই আপুৰুগীয়া লাভৰ পৰা বঞ্চিত হলোঁহক। যদিও বুদ্ধ সম্বন্ধে আমি কোনো তথ্যাদি পোৱাৰ উপায় নাই, তথাপি এইখিনি কথা হলে স্পষ্ট যে তেওঁৰ বুদ্ধি নিশ্চয় অলৌকিক আছিল, কিয়নো প্ৰতিপক্ষী সকলেও অৰ্থাৎ ব্ৰাহ্মণসকলেও তেওঁক ঈশ্বৰৰ সাক্ষাৎ নৱম অৱতাৰ বুলি মানি লৈছে। জয়দেৱে 'গীত গোৱিন্দ'ৰ আৰম্ভনিতে কৈছে :

নিন্দসি যজ্ঞৱিধেৰহহ শ্ৰুতিজাতং
সদয়হৃদয়দৰ্শিত পশুঘাতং
কেশৱ ধৃত বুদ্ধ শৰীৰ
জয় জগদীশ হৰে ॥ (ধ্ৰুৱ পদ)

'......খৃষ্টীয় চনৰ আৰম্ভনিতে বুদ্ধ আৰু ব্ৰাহ্মণ সকলৰ মাজত বৰ বাদবিবাদ হৈছিল, শঙ্কৰাচাৰ্য্যই বৌদ্ধ ধৰ্ম্মৰ খণ্ডন কৰিছিল আৰু পুনৰ ব্ৰাহ্মণ ধৰ্ম্মৰ প্ৰতিষ্ঠা কৰিছিল। এইদৰে বৌদ্ধসকলৰ পৰাজয় হোৱাৰ ফলত তেওঁলোকৰ কিছুমান স্বেচ্ছাৰে নহলে ৰাজাজ্ঞাৰে দেশ ত্যাগ কৰি

গুচি যায় আৰু তেওঁলোকৰ কিছুমানে তিব্বত, কিছুমানে চীনত আৰু কিছুমানে হয়তো লঙ্কাত বাস কৰিবলৈ লয়।

এই উদ্ধৃতিৰ পৰাই অনুমান কৰিব পৰা যায় যে সেই সময়ত ইংৰাজী ভাষা জনা হিন্দুসকলৰ মাজত বৌদ্ধ ধৰ্ম্ম সম্বন্ধে কেনে ধাৰণা আছিল।

**'লাইট অব এছিয়া'ৰ ফল**—ইয়াৰ পিচত খৃষ্টীয় ১৮৭৯ চনত এডৱিন আৰ্নল্ডৰ ( Edwin Arnold ) 'লাইট অব এছিয়া' ( *Light of Asia* ) নামৰ বিখ্যাত কাব্য-গ্ৰন্থ প্ৰকাশিত হয়। সেই কবিতা পঢ়ি ইংৰাজী জনা হিন্দুসকলৰ মাজত বুদ্ধৰ প্ৰতি আদৰ বাঢ়ি গল, লগতে এই ধাৰণাও বদ্ধমূল হৈ যাবলৈ ধৰিলে যে যাগ-যজ্ঞৰ ধ্বংস সাধন কৰি 'অহিংসা পৰমধৰ্ম্ম'ৰ প্ৰতিষ্ঠা কৰিবলৈকে বুদ্ধৰ অৱতাৰ হৈছিল। আজি-কালিও কম বেচি পৰিমাণে এই ধাৰণা প্ৰচলিত থকা দেখা যায়। এই ধাৰণাৰ মূলত কিমান খিনি তথ্য আছে, আৰু বুদ্ধৰ সমসাময়িক শ্ৰমণ আৰু স্বয়ং বুদ্ধই যাগ-যজ্ঞ সম্বন্ধে কি কৈছিল, সেই বিষয়ে আলোচনা কৰাটো উচিত হব।

**হৰিকেশিবলৰ কথা**—শ্ৰমণ পন্থবোৰৰ ভিতৰত আজি-কালি অকল জৈন আৰু বৌদ্ধ-পন্থৰহে পুথিপত্ৰ পোৱা যায়। তাৰে জৈনসকলৰ 'উত্তৰাধ্যয়ন সূত্ৰ'ত হৰিকেশিবলৰ কাহিনী পোৱা যায়। এই কাহিনীৰ সাৰাংশ হল এই—

হৰিকেশিবল চাণ্ডালৰ ( শ্বপাকৰ ) লৰা আছিল। তেওঁ জৈন ভিক্ষু হল আৰু ডাঙৰ তপস্বী হৈ পৰিল। কোনো এসময়ত এমাহ কাল উপবাস কৰি পাৰণৰ দিনা ভিক্ষাটন কৰিবলৈ যাওঁতে তেওঁ মহাযজ্ঞ পতা এখন ঠাইত উপস্থিত হল। তেওঁৰ সেই মলিয়ন কাপোৰেৰে ঢাক খাই থকা ক্ষীণ শৰীৰ দেখি যাজক ব্ৰাহ্মণে তেওঁক ধিক্কাৰ দিলে আৰু

তাৰ পৰা আঁতৰি যাবলৈ কলে। তাৰে তিন্দুক বৃক্ষত থকা যক্ষই গোপন ভাৱে হৰিকেশিবলৰ মাতেৰে সেই ব্ৰাহ্মণক সম্বোধন কৰি কলে, 'হে ব্ৰাহ্মণ, তুমিতো মাথোন শব্দৰ বোজা কঢ়িয়াই ফুৰা, তুমি বেদৰ অধ্যয়ন কৰা সঁচা, কিন্তু তুমি বেদৰ অৰ্থ হলে নাজানা।' তেতিয়া সেই অধ্যাপক ব্ৰাহ্মণে ভাবিলে যে ভিক্ষুজনে তেওঁৰ অপমান কৰিলে। গতিকে তেওঁ তেওঁৰ ডেকা পুতেকক ভিক্ষুজনক মাৰধৰ কৰি এসেকা দিবলৈ নিৰ্দ্দেশ দিয়ে। তেতিয়া পুতেকে টাঙোন, এচাৰি আৰু চমতাৰে তেওঁক মাৰিবলৈ ধৰে। তাকে দেখি কোসল ৰজাৰ কন্যা আৰু পুৰোহিতৰ তিৰোতা ভদ্ৰাই ভিক্ষুজনক মাৰিবলৈ নিষেধ কৰে। এনেতে ভালেমান যক্ষ আহি ব্ৰাহ্মণৰ পুতেকক মাৰধৰ কৰি একেবাৰে লবেজান কৰি পেলায়। তেতিয়া ব্ৰাহ্মণে ভয় খাই যায় আৰু শেহত হৰিকেশি-বলৰ ক্ষমা প্ৰাৰ্থনা কৰি তেওঁক ভালেমান সামগ্ৰীৰে সৈতে সুন্দৰ চাউলৰ ভাত অৰ্পণ কৰে।

অন্ন গ্ৰহণ কৰি হৰিকেশিবলে সোধে, 'হে ব্ৰাহ্মণসকল, তোমালোকে জুই ধৰি পানীৰে বাহ্য শুদ্ধি প্ৰাপ্তিৰ বাবে কিয় চেষ্টা কৰিছা? দাৰ্শনিকৰ মতে তোমালোকৰ বাহ্য শুদ্ধি উচিত নহয়।'

তেতিয়া ব্ৰাহ্মণে সুধিলে, 'হে ভিক্ষু, আমি কি ধৰণৰ যাগ কৰোঁ আৰু কেনেকৈ কৰ্ম্মৰ নাশ কৰোঁ?'

হৰি—সাধুসকলে হিংসা নকৰি, অসত্য ভাষণ আৰু চুৰি নকৰি, পৰিগ্ৰহ, তিৰোতা, সন্মান আৰু মায়া পৰিহাৰ কৰি দান্তপানৰ দ্বাৰা ছটা জীৱকায়ৰ[১] আচৰণ কৰে। তেওঁলোকে পাঁচোটা সম্বৰে[২]

(১) পৃথ্বীকায়, অপকায়, বায়ুকায়, অগ্নিকায়, বনস্পতিকায় আৰু ত্ৰসকায়—এই ছটা জীৱ ভেদ। জৈনসকলৰ মতে পৃথ্বী-পৰমাণু আদিত জীৱ আছে। বনস্পতিকায় অৰ্থাৎ গছলতা আদি বনস্পতিবৰ্গ। ত্ৰসকায়ত সকলো জঙ্গম বা চৰ প্ৰাণীকে সামৰি লোৱা হয়।

(২) পাঁচোটা সম্বৰ হল এই—অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ। এইবোৰকে যম কোৱা হৈছে। চাওক, সাধনাপাদ, সূত্ৰ ৩০।

সংবৃত্ত হৈ জীৱনৰ অভিলাষ নাৰাখি দেহৰ আশা এৰি দি দেহ সম্বন্ধে অনাসক্ত হয় আৰু (এইদৰে) শ্ৰেষ্ঠ যজ্ঞ কৰে।

ব্ৰাহ্মণ—তোমাৰ অগ্নি কি, অগ্নিকুণ্ড কেনে ধৰণৰ? স্ৰুৱা কি? খৰি আৰু সমিধা কি কি? শান্তিয়েবা কেনে ধৰণৰ? আৰু কি হোম-বিধিৰে তুমি যজ্ঞ কৰা?

হৰি—তপস্যা মোৰ অগ্নি, জীৱ হল মোৰ অগ্নিকুণ্ড, যোগ স্ৰুৱা, শৰীৰ খৰি, কৰ্ম্ম সমিধা, আৰু সংযম শান্তি। মই এই বিধিৰে ঋষি-সকলে বৰ্ণনা কৰি যোৱা যজ্ঞ কৰোঁ।

ব্ৰাহ্মণ—তোমাৰ পুষ্কৰিণী কেনে ধৰণৰ আৰু শান্তি-তীৰ্থই বা কি?

হৰি—ধৰ্ম্মই মোৰ পুষ্কৰিণী আৰু ব্ৰহ্মচৰ্য্য হল মোৰ শান্তি-তীৰ্থ। ...... তাত স্নান কৰি বিমল, বিশুদ্ধ মহৰ্ষি উত্তমপদত উপস্থিত হয়।'

ইয়াৰ উপৰিও এই 'উত্তৰাধ্যায়ন সূত্ৰ'ৰ ২৫শ অধ্যায়ত যাগ-যজ্ঞ নিষেধ কৰা আৰু এটা গাথা পোৱা যায়। এই গাথাটো এনে ধৰণৰ:

পসুবন্ধা সব্বে বেয়া জট্ঠং চ পাৱকম্মুণা।
ন তং তায়ন্তি দুস্‌সীলং কম্মাণি বলৱন্তিহং॥

অৰ্থাৎ 'সকলো বেদতে পশুবধৰ কথা কোৱা হৈছে আৰু যজন পাপ কৰ্ম্মৰ লগত মিশ্ৰিত। যজ্ঞ কৰোঁতাক তেওঁৰ সেই পাপ কৰ্ম্মই ৰক্ষা কৰিব নোৱাৰে।'

হৰিকেশিবলৰ কথাত অকল যজ্ঞৰ নিষেধ কৰা হৈছে কিন্তু এই গাথাত অকল যজ্ঞকে নহয় সকলো বেদকে নিষিদ্ধ কৰাটো স্পষ্ট ভাৱে দেখা যায়।

**শ্ৰমণ-পন্থৰ বেদৰ বিৰোধ**—সৰ্ব্বদৰ্শনত উল্লিখিত চাৰ্ব্বাক মতৰ বৰ্ণনা অনুসৰি অনুমান কৰিব পৰা যায় যে অজিত কেসকম্বল নাস্তিক মতৰ প্ৰৱৰ্ত্তক আছিল কাৰণে তেওঁ অকল যাগ-যজ্ঞ সম্বন্ধেই নহয় বেদৰ

বিষয়েও চাগৈ টীকা-টিপ্পনী কৰিছিল। সৰ্ব্বদৰ্শনত চাৰ্ব্বাক মত প্ৰদৰ্শক যি কেইটা শ্লোক আছে তাৰ ভিতৰত ইও এটা :

পশুশ্চেন্নিহতঃ স্বৰ্গং জ্যোতিষ্টোমে গমিষ্যতি।

স্বপিতা যজমানেন তত্ৰ কস্মান্ন হিংস্যতে ॥······

ত্ৰয়ো ৱেদস্য কৰ্তাৰো ভণ্ডধূৰ্ত নিশাচৰাঃ।

অৰ্থাৎ 'অগ্নিষ্টোম যজ্ঞত বধ কৰা পশু যদি স্বৰ্গলৈ যায় তেন্তে সেই যজ্ঞত যজমানে নিজৰ বাপেকক বধ নকৰে কিয় ?······বেদৰ কৰ্ত্তা তিনিটা—ভণ্ড, ধূৰ্ত্ত, আৰু ৰাক্ষস।'

ইয়াৰ পৰা দেখা যায় যে প্ৰায় সকলো শ্ৰমণ সম্প্ৰদায়েই কম বেচি স্পষ্টভাৱে বেদৰ নিষেধ কৰিছিল, গতিকে তেওঁলোকক বেদৰ নিন্দাকাৰী বুলি কবলৈ কোনো আপত্তি নাছিল, কিন্তু বুদ্ধই যে কৰবাত বেদৰ নিন্দা কৰিছে তাৰ হলে কোনো প্ৰমাণ পোৱা নাযায়। বৰং তাৰ সলনি সকলো ঠাইতে বেদাভ্যাসৰ গৌৰৱ হে দেখা যায়। বুদ্ধৰ ভিক্ষু-সংঘত মহাকাত্যায়নৰ নিচিনা বেদ-পাৰঙ্গত ব্ৰাহ্মণো আছিল। গতিকে ভগৱান বুদ্ধই বেদৰ নিন্দা কৰাটো সম্ভৱ নহয়। কিন্তু আন শ্ৰমণসকলৰ নিচিনা-কৈয়ে যাগ-যজ্ঞত গাই, বলধ আৰু আন আন প্ৰাণী হত্যা কৰাটো তেওঁ সমৰ্থন নকৰিছিল।

## যজ্ঞৰ নিষেধ

'কোসল সংযুত্ত'ত যাগযজ্ঞৰ নিষেধ কৰা সুত্ত হল এই ধৰণৰ—

বুদ্ধ ভগৱান শ্ৰাৱস্তীত আছিল। তেতিয়া কোসলৰজা পসেনদিৰ মহাযজ্ঞৰ আৰম্ভ হল। তাত পাঁচ শ বলধ, পাঁচ শ দমৰা, পাঁচ শ দামুৰী, পাঁচ শ ছাগলী আৰু পাঁচ শ ভেৰা বলিশালত বলি দিয়া হৈছিল। দণ্ডৰ ভয়ত ৰজাৰ দাস, দূত আৰু কৰ্ম্মচাৰীসকলে চকুপানী টুকি কান্দি কান্দি যজ্ঞৰ কাম কৰি আছিল।

এইবোৰ দেখি ভিক্ষুসকলে ভগৱানক সেই কথা জনালে। তেতিয়া ভগৱানে কলে—

অস্সমেধং পুৰিসমেধং সম্মাপাসং ৱাজপেয়ং।
নিৰগ্গলং মহাৰম্ভা ন তে হোন্তি মহপ্ফলা॥
অজেলকা চ গাৱো চ ৱিৱিধা যৎথ হঞ্ঞৰে।
ন তং সম্মগ্গতা যঞ্ঞং উপয়ন্তি মহেসিনো॥
যে চ যঞ্ঞা নিৰাৰম্ভা যজন্তি অনুকূলং সদা।
অজেলকা চ গাৱো চ ৱিৱিধা নেৎথ হঞ্ঞৰে॥
এতং সম্মগ্গতা যঞ্ঞং উপযন্তি মহেসিনো।
এতং যজেথ মেধাৱী এসো যঞ্ঞো মহাপ্ফলো॥
এতং হি যজমানস্স সেয্যো হোতি ন পাপিয়ো।
যঞ্ঞো চ ৱিপুলো হোতি পসীদন্তি চ দেৱতা॥

অর্থাৎ 'অশ্বমেধ, পুৰুষমেধ, সম্যক্‌পাশ, ৱাজপেয় আৰু নিৰর্গল যজ্ঞত অতিপাত খৰচ হয়, কিন্তু সি মহাফলদায়ক নহয়। যি যজ্ঞৰ কাৰণে ছাগলী, ভেৰা আৰু গৰু আদি প্ৰাণী মৰা হয়, তেনে যজ্ঞলৈ সদাচাৰী মহর্ষি নাযায়। কিন্তু যি যজ্ঞত প্ৰাণী হিংসা নহয়, যি মানুহৰ ভাল লাগে আৰু য'ত ছাগলী, ভেৰা আৰু গৰু আদি প্ৰাণী বধ কৰা নহয়, তেনে যজ্ঞত সদাচাৰী মহর্ষি উপস্থিত থাকে। গতিকে জ্ঞানী লোকে এনে ধৰণৰ যজ্ঞ কৰা উচিত। এনে যজ্ঞ মহাফলদায়ক হয়, কিয়নো এই যজ্ঞৰ দ্বাৰা যজমানৰ কল্যাণ হয়, অকল্যাণ নহয়। এই যজ্ঞ বৃদ্ধি পায় আৰু দেৱতা প্ৰসন্ন হয়।'

**যজ্ঞত পাপ কিয় হয়?**—বুদ্ধৰ বক্তব্য আছিল এয়ে যে যজ্ঞত প্ৰাণী বধ কৰিলে যজমানে কায়-বাক্য-মনেৰে অকুশল-কর্ম্মৰ আচৰণ

কৰে, গতিকে এই যজ্ঞ অমঙ্গলীয়া। এই সম্বন্ধে 'অঙ্গুত্তৰনিকায়'ৰ সুত্ত-নিপাতত এটা সুত্ত পোৱা যায়, তাৰ ৰূপান্তৰ হল এই:

এবাৰ ভগৱান বুদ্ধই শ্ৰাৱস্তীৰ জেতবনত অনাথপিণ্ডিকৰ আৰামত অৱস্থান কৰিছিল। সেই সময়ত উদ্গত শৰীৰ (উগ্গত সৰীৰ) ব্ৰাহ্মণে মহাযজ্ঞৰ আয়োজন কৰিছিল। পাঁচ শ বলধ, পাঁচ শ দমৰা, পাঁচ শ দামুৰী, পাঁচ শ ছাগলী আৰু পাঁচ শ ভেৰা বলি দিবলৈ বলিশালত বন্ধা হৈছিল। তেতিয়া উদ্গত শৰীৰ ব্ৰাহ্মণ ভগৱানৰ ওচৰলৈ গল আৰু তেওঁৰ কুশল বাতৰি সুধি এপিনে বহি পৰিল। তাৰ পিচত সুধিলে, 'হে গৌতম, মই শুনিছোঁ যে যজ্ঞৰ অৰ্থে অগ্নি সৃষ্টি কৰা আৰু বলিশাল পতাটো হেনো মহাফলদায়ক হয়?'

ভগৱানে কলে, 'হে ব্ৰাহ্মণ, ময়ো শুনিছোঁ যে যজ্ঞৰ বাবে অগ্নি সৃষ্টি কৰা আৰু বলিশাল পতাটো মহৎ ফলদায়ক হয়।'

ব্ৰাহ্মণে এই বাক্য আৰু দুবাৰ কলে আৰু ভগৱানেও ঠিক সেয়েই উত্তৰ দিলে। তেতিয়া ব্ৰাহ্মণে কলে, 'তেনেহলে আমাৰ দুয়োৰে মত একে।'

তেতিয়া আনন্দই কলে, 'তোমাৰ এই প্ৰশ্ন ঠিক নহয়। "মই শুনিছোঁ" বুলি কোৱাতকৈ তুমি এই বুলি কোৱা "মই যজ্ঞৰ বাবে অগ্নি সৃষ্টি আৰু বলিশাল পোতাৰ আযোজন কৰিছোঁ। এই বিষয়ে ভগৱানে মোক এনে উপদেশ দিয়ক যাতে চিৰকালৰ বাবে কল্যাণ হয়।" '

আনন্দৰ কথামতে ব্ৰাহ্মণে ভগৱানক প্ৰশ্ন কৰিলত ভগৱানে কলে, 'যি যজ্ঞৰ বাবে অগ্নি সৃষ্টি কৰে আৰু বলিশাল পোতে, সি তিনিটা দুঃখ উৎপাদক শস্ত্ৰ ধাৰণ কৰে। সিনো কি কি? সি হল—কায়-শস্ত্ৰ, বাচা-শস্ত্ৰ আৰু চিত্ত-শস্ত্ৰ। যি যজ্ঞৰ আয়োজন কৰে, তেওঁৰ মনলৈ এই ভাৱ আহে যে ইমান বলধ, ইমান দমৰা, ইমান দামুৰী, ইমান ছাগলী আৰু

ইয়ানখিনি ভেৰা মৰা যাওক। এইদৰে তেওঁ পোন পহিলতে সকলো প্ৰকাৰৰ দুখ উৎপন্ন কৰা অকুশল চিত্ত-শস্ত্ৰ ধাৰণ কৰে। তাৰ পিচত নিজৰ মুখেৰে এই প্ৰাণীবোৰক মাৰিবলৈ আদেশ দিয়ে, এইদৰে তেওঁ অকুশল দুখোৎপাদক বাচা-শস্ত্ৰ তুলি লয়। তাৰ পিচত সেই শ্ৰেণীবোৰক বধ কৰিবলৈ নিজেই হত্যাৰ কাম আৰম্ভ কৰি দিয়ে আৰু তাৰ দ্বাৰা দুখ উৎপন্ন কৰা অকুশল কায়-শস্ত্ৰ ধাৰণ কৰে।

'হে ব্ৰাহ্মণ, এই তিনিবিধ অগ্নি ত্যাগৰ, পৰিবৰ্জ্জনৰ যোগ্য, ইয়াক সেৱন কৰা উচিত নহয়। সিনো কি কি ? সি হল কামাগ্নি, দ্বেষাগ্নি আৰু মোহাগ্নি। যি মানুহ কামাভিভূত হয় সি কায়-মন-বাক্যেৰে কুকৰ্ম্ম কৰে আৰু তাৰ ফলত মৰণৰ পিচত দুৰ্গতি ভোগ কৰে। এনে-দৰে দ্বেষ আৰু মোহৰ দ্বাৰা অভিভূত মানুহেও কায়-বাক্য আৰু মনেৰে কুকৰ্ম্ম কৰি দুৰ্গতি ভোগ কৰে। গতিকে এই তিনিবিধ অগ্নি ত্যাগ আৰু পৰিবৰ্জ্জন কৰা উচিত, তাক সেৱন কৰা উচিত নহয়।

'হে ব্ৰাহ্মণ, এই তিনিবিধ অগ্নিৰ সৎকাৰ কৰিব লাগে, ইয়াক সন্মান দিব লাগে, ভালদৰে, সুখেৰে ইয়াৰ পূজা আৰু পৰিচৰ্য্যা কৰিব লাগে। এই অগ্নিনো কি কি ? ই হল আহৱনীয় অগ্নি ( আহুনেয়্যগ্‌গি ), গাৰ্হপত্যাগ্নি ( গহপতগ্‌গি ) আৰু দক্ষিণাগ্নি ( দক্‌খিণেয়্যগ্‌গি )। মাক-বাপেকক আহৱনীয় অগ্নি বুলি গণ্য কৰিব লাগে আৰু অতিশয় আদৰ সৎকাৰেৰে তেওঁলোকৰ পূজা কৰিব লাগে। পত্নী আৰু ল'ৰা-ছোৱালী, দাস আৰু কৰ্ম্মচাৰীক গাৰ্হপত্যাগ্নি বুলি ধৰিব লাগে আৰু যথেষ্ট আদৰেৰে তেওঁলোকৰ পূজা কৰিব লাগে। শ্ৰমণ ব্ৰাহ্মণক দক্ষিণাগ্নি বুলি গণ্য কৰিব লাগে আৰু আদৰ সৎকাৰ কৰি তেওঁলোকৰ পূজা কৰা উচিত। হে ব্ৰাহ্মণ, এই খৰিবোৰৰ জুই কেতিয়াবা জ্বলাব লাগে,

কেতিয়াবা উপেক্ষা কৰিব লগীয়া হয় আৰু কেতিয়াবা তাক হুমাব-লগীয়াও হয়।'[৩]

ভগৱানৰ এই ভাষণ শুনি উদ্গত ব্ৰাহ্মণ তেওঁৰ উপাসক হল আৰু কলে, 'হে গৌতম, মই 'বলিশালৰ পৰা পাঁচ শ বলধ, পাঁচ শ দমৰা, পাঁচ শ দামুৰী, পাঁচ শ ছাগলী আৰু পাঁচ শ ভেৰা আদি সকলো প্ৰাণীকে মুকলি কৰি দিওঁ, সিইঁতৰ জীৱন দান কৰোঁ। সিইঁতে সেউজীয়া ঘাঁহ আৰু চেঁচা পানী খাই শীতল ছাঁত আনন্দেৰে থাকক।'

**যজ্ঞত তপশ্চৰ্য্যাৰ মিশ্ৰণ**—বুদ্ধৰ সময়ৰ যাগ-যজ্ঞত ব্ৰাহ্মণসকলে তপশ্চৰ্য্যাৰ মিশ্ৰণ কৰিছিল। বৈদিক মুনি সকলে অৰণ্যত থাকি তপস্যা কৰিলেও মাজে সময়ে সৰু বৰ যজ্ঞৰো অনুষ্ঠান কৰিছিল। ইয়াৰে দুই এটা উদাহৰণ আমি তৃতীয় অধ্যায়ত দি আহিছোঁ। তাৰ বাহিৰেও যাজ্ঞৱল্ক্যৰ উদাহৰণলৈ লক্ষ্য কৰক। যাজ্ঞৱল্ক্য বিৰাট তপস্বী আৰু ব্ৰহ্মনিষ্ঠ বুলি প্ৰখ্যাত আছিল। তথাপি তেওঁ জনক ৰজাৰ যজ্ঞত যোগদান কৰিছিল আৰু শেহত দহ হেজাৰ সুবৰ্ণপাদৰ লগত এহেজাৰ গাইৰ দক্ষিণা গ্ৰহণ কৰিছিল।[৪]

কিন্তু ভগৱান বুদ্ধৰ মতে যজ্ঞ আৰু তপস্যাৰ সানমিহলি কৰাৰ ফলত দুগুণ দুখৰ সৃষ্টি হয়। 'কন্দৰক সুত্ত'ত[৫] ভগৱানে চাৰি প্ৰকাৰৰ মানুহৰ কথা বৰ্ণনা কৰিছে—(১) যি আত্মন্তপ, কিন্তু পৰন্তপ নহয়, (২) যি পৰন্তপ, কিন্তু আত্মন্তপ নহয়, (৩) যি আত্মন্তপ আৰু পৰন্তপ,

---

(৩) এই তিনিবিধ অগ্নি ব্ৰাহ্মণ গ্ৰন্থত প্ৰসিদ্ধ। দক্ষিণাগ্নি-গাৰ্হপত্যাহৱনীয়ো ত্ৰয়োঽগ্নয়ঃ।—( অমৰকোশ )। ইয়াৰ পৰিচৰ্য্যা কি দৰে কৰিব লাগে আৰু ইয়াৰ ফল কি সেই সম্বন্ধে গৃহ্যসূত্ৰাদি গ্ৰন্থত বিৱৰণ পোৱা যায়।

(৪) চাওক, 'বৃহদাৰণ্যক উপনিষদ', ৩।১।১-২।

(৫) 'মজ্ঝিম-নিকায়', সংখ্যা ৫১।

(৪) যি আত্মন্তপো নহয় আৰু পৰন্তপো নহয়। ইয়াৰে প্ৰথম শ্ৰেণীৰ সকল হল কঠোৰ তপস্যা কৰা তপস্বীসকল। তেওঁলোকে নিজৰে কষ্ট হবলৈ দিয়ে, কিন্তু পৰৰ হলে কষ্ট হবলৈ নিদিয়ে। দ্বিতীয় শ্ৰেণীৰ লোকসকল হল ব্যাধ, চিকাৰী আদি। তেওঁলোকে আন প্ৰাণীক কষ্ট দিয়ে কিন্তু নিজৰ হলে কোনো কষ্ট হবলৈ নিদিয়ে। তৃতীয় শ্ৰেণীৰ লোক হল—যাগ-যজ্ঞ কৰোঁতাসকল। তেওঁলোকে নিজকো কষ্ট দিয়ে আৰু আন আন প্ৰাণীসকলকো দুখ দিয়ে। চতুৰ্থ শ্ৰেণীৰ লোকসকল হল তথাগতৰ ( বুদ্ধৰ ) শ্ৰাৱকসকল। তেওঁলোকে নিজকো কষ্ট নিদিয়ে আৰু আনৰো কষ্ট হবলৈ নিদিয়ে।

এই সুত্তত এই চাৰিওবিধ মানুহৰে বিস্তৃত বিৱৰণ পোৱা যায়। তাৰে তৃতীয় বিধৰ বিৱৰণ চমুকৈ হল এই—

ভগৱানে কয়, 'হে ভিক্ষু সকল, আত্মন্তপ আৰু পৰন্তপ মানুহনো কেনে ধৰণৰ ? কোনো কোনো ক্ষত্ৰিয় ৰজা বা কোনো শ্ৰীসম্পন্ন ব্ৰাহ্মণে নতুন সংস্থাগাৰ নিৰ্ম্মাণ কৰে আৰু মুণ্ডন কৰাই খৰাজিন উৰি গাত তেল ঘিউ সানি লয় আৰু হৰিণৰ শিঙেৰে পিঠি খজুৱাই নিজৰ পত্নী আৰু পুৰোহিতক লগত লৈ সেই সংস্থাগাৰত প্ৰৱেশ কৰে। তাত গোবৰেৰে লেপা মাটিত একো নপতাকৈয়ে শুই পৰে। এজনী ভাল গাইৰ এক পন্‌হাৰ ( পিয়ন ) বা বাটৰ গাখীৰেৰে তেওঁ থাকে, দ্বিতীয় পন্‌হাৰ বা বাটৰ গাখীৰেৰে তেওঁৰ পত্নী থাকে, তৃতীয় পন্‌হাৰৰ গাখীৰেৰে পুৰোহিত ব্ৰাহ্মণ থাকে, চতুৰ্থ পন্‌হাৰৰ গাখীৰেৰে হোম কৰে। চাৰিও পন্‌হাৰৰ পৰা বাকী থকা গাখীৰখিনিৰে পোৱালি বৰ্ত্তি থাকিব লগীয়া হয়।'

'তাৰ পিচত তেওঁ কয়, "মোৰ এই যজ্ঞৰ কাৰণে ইমান বলধ মাৰা, ইমান দামুৰী মাৰা, ইমান ভেৰা মাৰা, বলিশালৰ কাৰণে অতজোপা গছ কাটা, কুশাসনৰ কাৰণে ইমানখিনি কুশ কাটি আনা।" দণ্ডৰ ভয়ত তেওঁৰ দাস, দূত আৰু কৰ্ম্মচাৰীইতে চকুপানী টুকি

কান্দি সেই কাম কৰি থাকে। ইযাকে কোৱা হয় আত্মন্তপ আৰু পৰন্তপ।'

**ৰাইজে গো-হিংসা সমৰ্থন নকৰিছিল**—এই দাস, দূত আৰু কৰ্ম্মচাৰীইঁতে চকুপানী টুকি টুকি যজ্ঞৰ কাম কৰিছিল কিয়? ইয়াৰ কাৰণ আছিল এয়ে যে যজ্ঞত বধ কৰা পশুবোৰ দুখীয়া খেতিয়কইঁতৰ পৰা বলেৰে কাটি অনা হৈছিল আৰু তাৰ ফলত খেতিযক সকলৰ বৰ কষ্ট হৈছিল। 'সুত্তনিপাত'ৰ ব্ৰাহ্মণধম্মিকসুত্তত অতি পুৰণি কালৰে পৰা ব্ৰাহ্মণ সকলৰ মাজত চলি অহা আচৰণৰ কথা বৰ্ণনা কৰা হৈছে। তাত তলত দিয়া গাথাটো পোৱা যায়:

যথা মাতা পিতা ভাতা অঞ্ঞে ৱাহপি ঞাতকা
গাৱো নো পৰমা মিত্তা যাসু জায়ন্তি ওসধা ॥
অন্নদা বলদা চেতা ৱণ্ণদা সুখদা তথা।
এতমৎথৱসং ঞত্বা নাস্সু গাৱো হনিংসুতে ॥

অৰ্থাৎ 'পিতা-মাতা, ভাই আৰু আন আন ইষ্টকুটুম্বৰ নিচিনাকৈয়ে গৰুও আমাৰ মিত্ৰ, কিয়নো গৰুৰ ওপৰতে খেতি নিৰ্ভৰ কৰে। সিয়েই আমাক অন্ন, বল, কান্তি আৰু সুখ দিওঁতা। এই কাৰণ জানিহে প্ৰাচীন ব্ৰাহ্মণসকলে গোহত্যা নকৰিছিল।'

ইয়াৰ পৰা দেখা যায় যে সাধাৰণ ৰাইজৰ চকুত গৰু নিজৰ পৰিয়ালৰ লোকৰ নিচিনা লাগিছিল, গতিকে যাগ-যজ্ঞত যধে মধে গৰু হত্যা কৰাটো তেওঁলোকে সমূলি ভাল নাপাইছিল। ৰজা আৰু ধনী লোক সকলে নিজৰ নিজৰ গৰু বধ কৰাহেঁতেন তেওঁলোকৰ দাস আৰু কৰ্ম্মচাৰী-ইঁতে কন্দাৰ কোনো কাৰণ নাছিল। কিন্তু তেওঁলোকৰ নিচিনা দুখীয়া খেতিয়কৰ পৰাই সেই পশুবোৰ বলেৰে অনা হেতুকে তেওঁলোকৰ অতিশয় দুখ হোৱাটো স্বাভাৱিক আছিল। যজ্ঞৰ বাবে মানুহৰ ওপৰত

কিদৰে জোৰ-জুলুম চলোৱা হৈছিল, সেই সম্বন্ধে তলত দিয়া গাথাৰ পৰা অনুমান কৰিব পৰা যায় :

দদন্তি একে ৱিসমে নিৱিট্‌ঠা
ছেত্বা ৱধিত্বা অথ সোচয়িত্বা।
সা দক্‌খিণা অস্সুমুখা সদণ্ডা।
সমেন দিন্নস্‌স ন অগ্‌ঘমেতি ॥

অৰ্থাৎ 'কোনো কোনো লোকে বিষম মাৰ্গত নিৱিষ্ট হৈ, মাৰধৰ কৰাই, মানুহক শোক দি দান কৰে। তেনে লোকৰ চকু পানীৰে পৰিপূৰ্ণ, দণ্ডমূলক দক্ষিণা সমত্বেৰে দিয়া দানৰ সমান মূল্যৱান হব নোৱাৰে।'

সেই সময়ত যাগ-যজ্ঞৰ নিচিনাকৈ পেট প্ৰৱৰ্ত্তনৰ বাবেও ভালেমান প্ৰাণী হত্যা কৰা হৈছিল। গৰু মাৰি তাৰ মঙহ চাৰি আলিত বিক্ৰী কৰাৰ প্ৰথাৰ বৰ চল আছিল।[৬] কিন্তু বুদ্ধই যাগ-যজ্ঞ যিদৰে নিষেধ কৰিছে, এই কথাৰ হলে তেনেকৈ নিষেধ কৰা নাই। তাৰ পৰা এইটো ধৰি লোৱা উচিত নহব যে বুদ্ধই চাৰি আলিত মাংস বেচাটো ভাল পাইছিল। কিন্তু কোনো যাগ-যজ্ঞৰ তুলনাত ইয়াৰ একো গুৰুত্ব নাছিল। কচাইৰ হাতলৈ যি গাই বা বলধ গৈছিল সি গাখীৰ দিয়া গাই নাছিল আৰু তেনে বলধ খেতিৰ কামৰ উপযোগী নাছিল, গতিকে তাৰ কাৰণে কোনেও চকুপানী দুটুকিছিল। কিন্তু যজ্ঞৰ কথা সুকীয়া আছিল। আমি কল্পনা কৰিব পাৰোঁ যে একোটা যজ্ঞত পাঁচ শ বা সাত শকৈ দমৰা বা দামুৰী বধ কৰিলে খেতিৰ কাৰণে কিমান ক্ষতি হৈছিল আৰু তাৰ কাৰণে খেতিয়ক সকলে কিমান কষ্ট পাইছিল। আৰু বুদ্ধই যদি সেই অত্যাচাৰ নিষেধ কৰিছিল তেন্তে তেওঁক কিদৰে বেদৰ নিন্দাকাৰী বোলা যায়?

---

(৬) সেয়্যথাপি ভিক্‌খৱে দক্‌খো গোঘাতকো বা গোঘাতকন্তেৱাসী ৱা গাৱিং ৱধিত্বা চাতুম্মহাপথে বিলসো ৱিভজিত্বা নিসিন্নো অস্‌স। (সতিপঠ্‌ঠানসুত্ত)।

# সুযজ্ঞ কি ?

ভগৱান বুদ্ধই 'দীঘনিকায়'ৰ কূটদন্তসুত্তত ৰজা আৰু ধনী ব্ৰাহ্মণ সকলে কিদৰে যজ্ঞ কৰা উচিত তাৰ সংকেত দিছে। সেই সুত্তৰ সাৰাংশ হল এই—

এবাৰ ভগৱান বুদ্ধই ঘূৰি পকি ফুৰোঁতে খাণুমত নামৰ এখন ব্ৰাহ্মণ গাৱঁত উপস্থিত হল। মগধ দেশৰ ৰজা বিম্বিসাৰে সেই গাওঁখন কূটদন্ত নামৰ এজন ব্ৰাহ্মণক দান দিছিল। সেই ব্ৰাহ্মণে মহা যজ্ঞৰ কাৰণে সাত শ বলধ, সাত শ দমৰা, সাত শ দামুৰী, সাত শ ছাগলী আৰু সাত শ ভেৰা আনি ৰাখিছিল।

ভগৱান খাণুমত গাৱঁলৈ অহা শুনি গাৱঁৰ আটাইবোৰ ব্ৰাহ্মণ একেলগ হৈ কূটদন্ত ব্ৰাহ্মণৰ প্ৰাসাদৰ আগেৰে গৈ আছিল। কূটদন্তই তেওঁলোক ক'লৈ যাবলৈ ওলাইছে, সেই কথা জানিব পাৰি নিজৰ চাকৰক মাতি কলে, 'সেই ব্ৰাহ্মণ সকলৰ আগত কচোন তেওঁলোক যেন অলপ সময় ৰয়, মযো ভগৱানৰ দৰ্শনৰ কাৰণে যাবলৈ ইচ্ছা কৰোঁ।'

কূটদন্তৰ যজ্ঞৰ কাৰণে ভালেমান ব্ৰাহ্মণ গোট খাইছিল। যেতিয়া তেওঁলোক শুনিলে যে কূটদন্তই ভগৱান বুদ্ধক দৰ্শন কৰাৰ বাবে যাবলৈ ওলাইছে তেতিয়া তেওঁলোকে কূটদন্তৰ ওচৰলৈ গৈ কলে, 'হে কূটদন্ত, এই কথা সঁচানে যে তুমি গৌতমক দৰ্শন কৰাৰ কাৰণে যাবলৈ ওলাইছা ?'

কূটদন্ত—হয়, সঁচা, মই গৌতমক দৰ্শন কৰিবলৈ ইচ্ছা কৰিছোঁ।

ব্ৰাহ্মণ—হে কূটদন্ত, গৌতমক দৰ্শন কৰিবলৈ তোমাৰ পক্ষে যোৱাটো উচিত নহয়। যদি তুমি তেওঁক দৰ্শন কৰিবলৈ যোৱা তেন্তে তেওঁৰ যশৰ অভিবৃদ্ধি হব আৰু তোমাৰ যশৰ হানি হব। গতিকে এইটোৱে ভালহ ব যদি তেওঁ তোমাক সাক্ষাৎ কৰিবলৈ আহে আৰু তুমি তেওঁক

দেখা কৰিবলৈ নোযোৱা। তুমি উত্তম কুলত জন্ম লাভ কৰিছা; তুমি ধনাঢ্য, বিদ্বান, সুশীল, ভালেমান লোকৰে তুমি আচাৰ্য্য, বেদমন্ত্র শিকিবলৈ চাৰিওপিনৰ পৰা তোমাৰ ওচৰলৈ ভালেমান শিষ্য আহে। গৌতমতকৈ তুমি বয়সত ডাঙৰ আৰু মগধৰ ৰজাই অতিশয় সন্মান দেখুৱাই তোমাক এই গাওঁ দান কৰিছে, গতিকে গৌতমেই তোমাৰ লগত সাক্ষাৎ কৰিবলৈ অহাটো উচিত হব আৰু তুমি তেওঁৰ সাক্ষাৎ কৰিবলৈ নাযাবা।

কুটদন্ত—এতিয়া আপোনালোকে মোৰ কথা শুনক। শ্ৰমণ গৌতমে উচ্চ কুলত জন্ম গ্ৰহণ কৰি প্ৰচুৰ সা-সম্পত্তি ত্যাগ কৰি শ্ৰমণ হৈছে। তেওঁ তেজস্বী আৰু সুশীল। তেওঁ মধুৰ আৰু কল্যাণপ্ৰদ ভাষণ কৰে আৰু তেৰোঁ ভালেমানৰে আচাৰ্য্য আৰু প্ৰাচাৰ্য্য। তেওঁ কৰ্ম্মবাদী আৰু ক্ৰিয়াবাদী। তেওঁৰ ধৰ্ম্ম শুনিবলৈ সকলো দেশৰ পৰা মানুহ আহে। তেওঁ সম্যক সম্বুদ্ধ, বিদ্যাচৰণ-সম্পন্ন, লোকবিদ, দম্য পুৰুষৰ সাৰথি, দেৱ-মনুষ্যৰ শাস্তা, এইদৰে তেওঁৰ কীৰ্ত্তি চাৰিও পিনে বিয়পি পৰিছে। বিম্বিসাৰ ৰজা আৰু কোশলৰ ৰজা পসেনদি দুয়ো নিজৰ নিজৰ পৰিজনবৰ্গেৰে সৈতে তেওঁৰ শ্ৰাৱক হৈছে। এই ৰজা সকলৰ নিচিনাকৈয়ে তেৰোঁ পোক্খৰসাদীৰ নিচিনা ব্ৰাহ্মণৰ কাৰণে পূজনীয়। তেওঁৰ ইমানখিনি যোগ্যতা আছে আৰু এই সময়ত তেওঁ আমাৰ গাৱঁলৈ আহিছে, গতিকে তেওঁক আমাৰ অতিথি বুলি গণ্য কৰা উচিত আৰু অতিথি হিচাপে তেওঁৰ দৰ্শন কৰিবলৈ গৈ তেওঁৰ সৎকাৰ কৰাটো আমাৰ পক্ষে উচিত হব।

ব্ৰাহ্মণ—হে কুটদন্ত, তুমি গৌতমৰ যি স্তুতি কৰিলা তাৰ পৰা এনে লাগিল যেন এশ যোজন খোজ কাঢ়ি গৈও সজ্জন সকলে তেওঁৰ দৰ্শন কৰা উচিত। বলাহঁক, আমি আটায়ে তেওঁৰ দৰ্শন কৰোঁগৈ।

ইয়াৰ পিচত সেই ব্ৰাহ্মণ সকলৰ লগত কুটদন্ত ভগৱান বুদ্ধ অৱস্থান

কৰা আম্রযষ্টি বনলৈ গল আৰু ভগৱানৰ কুশল বাতৰি সুধি এফালে বহি পৰিল। সেই ব্ৰাহ্মণ সকলৰ কোনো কোনোৱে ভগৱানক নমস্কাৰ কৰি, কোনো কোনোৱে নিজৰ নাম গোত্ৰ কৈ আৰু কুশল প্ৰশ্নাদি কৰি এফালে বহি গল।

তাৰ পিচত কূটদন্তই ভগৱানক সম্বোধন কৰি কলে, 'মই শুনিছোঁ যে আপুনি হেনো উত্তম যজ্ঞ-বিধি জানে। যদি আপুনি আমাক সেই কথা বুজাই দিয়ে, তেন্তে বৰ ভাল হয়।'

তেতিয়া ভগৱানে এই কথা শুনালে—

প্ৰাচীন কালত মহাবিজিত নামেৰে এজন প্ৰখ্যাত ৰজা আছিল। এদিনাখন তেওঁ অকলশৰে বহি থাকোঁতে তেওঁৰ মনত এই ভাৱ খেলালে —মোৰ বহুতো সম্পত্তি আছে, তাক যদি মহাযজ্ঞত ব্যয় কৰা যায় তেন্তে সি মোৰ কাৰণে চিৰকাললৈ হিতাৱহ আৰু সুখাৱহ হব। তেওঁ সেই কথা তেওঁৰ পুৰোহিতৰ আগত ব্যক্ত কৰি কলে, 'হে ব্ৰাহ্মণ, মই মহা-যজ্ঞ কৰিবলৈ ইচ্ছা কৰিছোঁ। কিদৰে তাক সম্পাদন কৰিলে মোৰ কাৰণে হিতাৱহ আক সুখাৱহ হব, তাক মোক কোৱা।'

পুৰোহিতে কলে, 'এই সময়ত আপোনাৰ ৰাজ্যত শান্তি নাই, গাওঁ আৰু নগৰত লোট-পাট, ডকাইতি চলিছে। এনে অৱস্থাত যদি আপুনি ৰাইজৰ ওপৰত কৰ লগায়, তেন্তে আপুনি কৰ্ত্তব্য-বিমুখ হব। আপুনি ভালদৰে জানে যে শিৰশ্ছেদ কৰি, কাৰাগাৰত দি, জৰিমনা কৰি বা নিৰ্ব্বাসন বিহি চোৰহঁতৰ বিহিত ব্যৱস্থা কৰিব পৰা যায়। কিন্তু সেই উপায়েৰে সম্পূৰ্ণভাৱে বিদ্ৰোহ লোপ কৰিব নোৱাৰি, কিয়নো যিবোৰ চোৰ থাকি যাব, সিহঁতে আকৌ বিদ্ৰোহ কৰিব। সিহঁতক সম্পূৰ্ণভাৱে নিৰ্ম্মূল কৰাৰ উপায় হল—যিবোৰ লোকে আপোনাৰ ৰাজ্যত খেতি কৰিবলৈ বিচাৰে, তেওঁলোকক বীজ আদি বস্তু ভালদৰে যোগোৱাৰ কাৰণে আপুনি দিহা কৰাওক। যি সকলে বেহা-বেপাৰ কৰিবলৈ

বিচাৰে তেওঁলোকক যথেষ্ট পৰিমাণে মূলধন যোগোৱাৰ ব্যৱস্থা কৰাওক। যিসকলে চৰকাৰী চাকৰী কৰিবলৈ বিচাৰে তেওঁলোকক উচিত দৰ্মহা দি উপযুক্ত কামত লগাওক। এইদৰে সকলো মানুহ নিজৰ নিজৰ কামত দক্ষ হৈ থাকিলে ৰাজ্যত বিদ্ৰোহ হোৱাৰ সম্ভাৱনা নাথাকিব; সময়ে সময়ে কৰ আদায় কৰাৰ ফলত ধনভঁৰাল ভৰি থাকিব। বিদ্ৰোহী সকলে দিয়া কষ্ট নাইকিয়া হলে মানুহে নিৰ্ভয়ে নিজৰ ঘৰৰ দুৱাৰ মেলি থৈ লৰা-ছোৱালীৰে সৈতে অতি আনন্দেৰে জীৱন কটাব।'

পুৰোহিত ব্ৰাহ্মণে বিদ্ৰোহ দমন কৰিবলৈ দিয়া উপায় মহাবিজিত ৰজাৰ ভাল লাগিল। তেওঁ ৰাজ্যৰ খেতি কৰিবলৈ সমৰ্থ লোক সকলক বিধান আদি যোগাই খেতিত লগালে। যি সকলে বেহা-বেপাৰ কৰিব পাৰে তেনে লোক সকলক মূলধন দি বেহা-বেপাৰৰ অভিবৃদ্ধি কৰিলে আৰু যি সকল চৰকাৰী চাকৰীৰ যোগ্য তেনে লোকসকলক যথোচিত কামত নিযুক্ত কৰালে। এই ব্যৱস্থা কাৰ্য্যকৰী কৰাত মহাবিজিতৰ ৰাষ্ট্ৰ অলপ সময়ৰ ভিতৰতে সমৃদ্ধ হৈ পৰিল। চুৰি ডকাইতিৰ লেশমাত্ৰো নোহোৱা হোৱাৰ ফলত ৰাজ-ভঁৰাল কৰৰ ধনেৰে ভৰি গল আৰু ৰাইজে নিৰ্ভয় মনেৰে নিজৰ দুৱাৰ মেলি থৈ লৰা-ছোৱালী আপডাল কৰি সুখেৰে জীৱন নিয়াবলৈ ধৰিলে।

এদিন মহাবিজিত ৰজাই পুৰোহিতৰ আগত কলে, 'ব্ৰাহ্মণ, তুমি দেখুৱাই দিয়া উপায়ৰ দ্বাৰা মোৰ ৰাজ্যত বিয়পি পৰা উপদ্ৰৱ নষ্ট হৈ গল। মোৰ ৰাজভঁৰালৰ অৱস্থা বৰ ভাল আৰু ৰাষ্ট্ৰৰ সকলো ৰাইজে নিৰ্ভয়ে আৰু আনন্দ মনেৰে জীৱন নিয়াইছে। এতিয়া মই মহাযজ্ঞ কৰিবলৈ বিচাৰিছোঁ। তাৰ বিধান মোক কোৱা।'

পুৰোহিতে কলে, 'যদি আপুনি মহাযজ্ঞ কৰিবলৈ বিচাৰে তেন্তে তাৰ আগতে আপুনি সেই সম্পৰ্কে প্ৰজাৰ অনুমতি লোৱা উচিত।

গতিকে আপুনি আপোনাৰ ইচ্ছা ৰাজ্যৰ সকলো ৰাইজৰে আগত প্ৰকাশ কৰি তেওঁলোকৰ অনুমতি লওক।’

ৰজাৰ ইচ্ছাৰ কথা জানি সকলো ৰাইজে যজ্ঞৰ বাবে অনুমতি দিলে। তাৰ পিচত পুৰোহিতে যজ্ঞৰ আয়োজন আৰম্ভ কৰি দিলে আৰু ৰজাক কলে, ‘যজ্ঞৰ আৰম্ভণিতে আপুনি মনলৈ এই ভাৱ আহিবলৈ নিদিব যে এই যজ্ঞত বহুতো সা-সম্পত্তি ব্যয় হব। যজ্ঞ চলি থকাৰ সময়তো আপুনি মনলৈ এই ভাৱ নানিব যে এই যজ্ঞত আপোনাৰ সম্পত্তিৰ নাশ হৈছে আৰু যজ্ঞ শেষ হলেও আপুনি মনত এই ভাৱক ঠাই নিদিব যে আপোনাৰ সম্পত্তিৰ নাশ হৈ গল। আপোনাৰ যজ্ঞলৈ ভাল আৰু বেয়া মানুহ আহিব, কিন্তু আপুনি তাৰে সৎপুৰুষ সকলৰ প্ৰতি দৃষ্টি ৰাখি যজ্ঞ কৰি যাব আৰু নিজৰ চিত্ত আনন্দেৰে ৰাখিব।’

এই মহাবিজিত ৰজাৰ যজ্ঞত গাই, বলধ, ছাগলী আৰু ভেৰা বধ কৰা নহল, গছ কাটি বলিশাল সজা নহল, আৰু কুশ কাটি আসন প্ৰস্তুত কৰা নহল ; দাস, দূত আৰু বনুৱাসকলৰ হতুৱাই জোৰ-জুলুম কৰি কাম কৰোৱা নহল। যি সকলৰ ইচ্ছা হল, তেওঁলোক কাম কৰিলে আৰু যিসকলৰ ইচ্ছা নহল তেওঁলোকে একোকে নকৰিলে। ঘিউ, তেল, মাখন, মৌ আৰু গুড়েৰে এই যজ্ঞ নিষ্পন্ন কৰা হল।

তাৰ পিচত ৰাষ্ট্ৰৰ ধনী ধনী লোকসকল ভাল ভাল উপহাৰ লৈ মহাবিজিত ৰজাৰ দৰ্শন কৰিবলৈ আহিল। ৰজাই তেওঁলোকক কলে, ‘সজ্জনসকল, আপোনালোকৰ উপহাৰৰ বাবে মোৰ কোনো আৱশ্যকতা নাই। ধাৰ্ম্মিক কৰ হিচাপে মোৰ ওচৰত ভালেমান ধন গোট খাইছে। আপোনালোকে যদি কিবা বিচাৰে তেন্তে নিঃসঙ্কোচে তাৰ পৰা লৈ যাব পাৰে।’ এনেদৰে ৰজাই যেতিয়া ধনী লোকসকলৰ উপহাৰ লবলৈ অস্বীকাৰ কৰিলে তেতিয়া তেওঁলোকে সেই ধন ব্যয় কৰি যজ্ঞশালৰ চাৰিওপিনে ধৰ্ম্মশালাবোৰ সজালে আৰু দীন-দৰিদ্ৰক দান-ধৰ্ম্ম কৰিলে।

ভগৱানে বৰ্ণনা কৰা এই যজ্ঞৰ কথা শুনি কূটদন্তৰ লগত যোৱা ব্ৰাহ্মণ সকলে কলে, 'বৰ ভাল যজ্ঞ! বৰ ভাল যজ্ঞ!'

ইয়াৰ পিচত ভগৱানে কূটদন্ত ব্ৰাহ্মণক নিজৰ ধৰ্ম্ম সম্বন্ধে বিতংভাৱে উপদেশ দিলে। তাকে শুনি কূটদন্ত ব্ৰাহ্মণ ভগৱানৰ উপাসক হল আৰু কলে, 'হে গৌতম, মই সাত শ বলধ, সাত শ দামুৰী, সাত শ দমৰা, সাত শ ছাগলী আৰু সাত শ ভেৰা বলিশালৰ পৰা মুকলি কৰি দিওঁ, সিহঁতক জীৱন দান কৰোঁ। সেউজীয়া ঘাঁহ আৰু চেঁচা পানী খাই শীতল ছাঁত সিহঁত আনন্দেৰে থাকক।'

**নিবনুৱাৰ লোপসাধনেই প্ৰকৃত যজ্ঞ**—ওপৰত দিয়া সুত্তৰ মহাবিজিত শব্দৰ অৰ্থ হল এনে লোক যাৰ ৰাজ্য আহল বহল। তেনে লোকেহে মহাযজ্ঞ কৰিব পাৰে। এনে ধৰণৰ মহাযজ্ঞৰ মুখ্য বিধান হল যে ৰাজ্যৰ মানুহক নিবনুৱা হৈ থাকিবলৈ নিদিয়া, আটায়েকে উপযুক্ত কামত নিযুক্ত কৰিব লাগে। আন প্ৰকাৰে এই বিধানৰে কথা 'চক্কৱত্তিসীহনাদসুত্ত'তো উল্লেখ কৰা হৈছে। তাৰ সাৰাংশ হল এনে ধৰণৰ—

দৃঢ়নেমি নামৰ এজন চক্ৰৱৰ্ত্তী ৰজা আছিল। বুঢ়া বয়সত তেওঁ নিজৰ লৰাৰ ৰাজ্যাভিষেক কৰি যোগাভ্যাসৰ কাৰণে নিজে গৈ উপবনত থাকিবলৈ ললে। সপ্তম দিনৰ দিনা ৰজাৰ প্ৰাসাদৰ সমুখৰপৰা জ্বলি থকা চক্ৰ নাইকীয়া হল। তেতিয়া দৃঢ়নেমিৰ পুত্ৰই বৰ ভয় পালে আৰু ৰাজৰ্ষি বাপেকৰ ওচৰলৈ গৈ সেই কথা জনালে। ৰাজৰ্ষিয়ে কলে, 'বাচা, ভয় নাখাবা। সেই চক্ৰ তোমাৰ পুণ্যৰ ফলত উৎপন্ন হোৱা নাছিল। যদি তুমি চক্ৰৱৰ্ত্তী ৰজাৰ ব্ৰত পালন কৰা তেন্তে আকৌ সেই চক্ৰ নিজ ঠাইলৈ উভতি আহি থিৰ হৈ থাকিব। তুমি ন্যায় আৰু সমতাৰে ৰাইজক ৰক্ষা কৰা, নিজৰ ৰাজ্যত অন্যায় প্ৰবৃত্তি হবলৈ নিদিবা, যিসকল

দৰিদ্ৰ তেওঁলোকক ( বেহা-বেপাৰৰ সুবিধা কৰি দি ) ধন পোৱাৰ দিহা কৰি দিয়া আৰু তোমাৰ ৰাজ্যত যি সকল সৎ পুৰুষ শ্ৰমণ ব্ৰাহ্মণ আছে, তেওঁলোকৰ পৰা সময়ে সময়ে কৰ্ত্তব্য অকৰ্ত্তব্য সম্বন্ধে পৰামৰ্শ লৈ থাকিবা। তেওঁলোকৰ উপদেশ অনুসৰি অকৰ্ত্তব্যৰ পৰা আঁতৰি থাকিবা আৰু কৰ্ত্তব্যত দক্ষ হৈ ৰবা।'

তৰুণ ৰজাই এই উপদেশ মানি ললে। সেই মতে আচৰণ কৰাত আগৰ সেই জ্বলি থকা চক্ৰ আকৌ আগৰ ঠাইলৈ আহি গ'ল। ৰজাই বাওঁহাতত ঝাৰী ললে আৰু সোঁ হাতেৰে সেই চক্ৰ প্ৰৱৰ্ত্তিত কৰিলে। চক্ৰটো সাম্ৰাজ্যৰ চাৰিওপিনে ঘুৰিবলৈ ধৰিলে। চক্ৰৰ পিচে পিচে গৈ ৰজাই সকলো লোককে উপদেশ দিলে, 'প্ৰাণ ঘাত কৰিব নালাগে, চুৰি কৰা অনুচিত, ব্যভিচাৰ কৰিব নালাগে, মিছা কথা কোৱা উচিত নহয়, যথাৰ্থভাৱে জীৱন নিৰ্ব্বাহ কৰা উচিত।'

ইয়াৰ পিচত আকৌ সেই চক্ৰৰত্ন চক্ৰৱৰ্ত্তী ৰজাৰ সভা-স্থলৰ সমুখত থিয় হলহি। সি ৰাজ-মহলৰ শোভা বঢ়ালে।

এই চক্ৰৱৰ্ত্তী ব্ৰতৰ প্ৰসঙ্গ সাত পুৰুষলৈকে চলিল। সপ্তম চক্ৰৱৰ্ত্তী ৰজাই সন্ন্যাস গ্ৰহণ কৰিলত তাৰ সাতদিনৰ পিচত সেই চক্ৰ নাইকিয়া হল। তেতিয়া সেই তৰুণ ৰজাৰো বৰ দুখ হল, কিন্তু ৰাজৰ্ষি বাপেকৰ ওচৰলৈ গৈ তেওঁ চক্ৰৱৰ্ত্তী ব্ৰতৰ কথা জানি নললে। তেওঁৰ অমাত্য আৰু আন আন সজ্জনসকলে তেওঁক সেই চক্ৰৱৰ্ত্তী ব্ৰতৰ কথা বুজাই দিলে। সেই কথা শুনি ৰজাই ন্যায় ৰক্ষা আৰম্ভ কৰিলে, কিন্তু যাৰ দ্বাৰা দৰিদ্ৰলোকে কাম পাব পাৰে তেনে কোনো ব্যৱস্থা হলে নকৰিলে। তাৰ ফলত দৰিদ্ৰতা বৃদ্ধি পালে আৰু এজন লোকে চুৰি কৰিলে। যেতিয়া মানুহে তাক ধৰি নি ৰজাৰ আগত হাজিৰ কৰিলে তেতিয়া ৰজাই তাক সুধিলে, 'হেৰ মানুহ, তই চুৰি কৰাটো সঁচানে?'

মানুহজন—সঁচা, মহাৰাজ!

ৰজা—তই কিয় চুৰি কৰিলি ?

মানুহজন—মহাৰাজ! পেট নভৰে, সেই কাৰণে চুৰি কৰিলোঁ।

তাক যথেষ্ট দ্ৰব্য-সামগ্ৰী দি ৰজাই কলে, 'এই দ্ৰব্য-সামগ্ৰীৰে তুমি নিজৰ নিৰ্ব্বাহ কৰাগৈ, নিজৰ পৰিয়ালৰ ভৰণ পোষণ কৰাগৈ, বেহা-বেপাৰ আৰু দান-ধৰ্ম্ম কৰাগৈ।'

এই কথা আন এজন নিবনুৱায়ো গম পালে। তেতিয়া তেৱোঁ চুৰি কৰিলে। ৰজাই তেওঁকো যথেষ্ট দ্ৰব্য-সামগ্ৰী দিলে। মানুহে জানি গল যে চুৰি কৰিলে ৰজাৰ পৰা উপহাৰ পোৱা যায়। গতিকে সকলো মানুহেই চুৰি কৰিবলৈ ললে। তাৰে এজনক ৰজাৰ ওচৰলৈ নিয়াত ৰজাই ভাবিলে, 'যদি মই চোৰক ধন দি যাওঁ তেন্তে ৰাজ্যৰ সকলো ঠাইতে চুৰি হবলৈ ধৰিব। গতিকে এই মানুহজনৰ শিৰশ্ছেদ কৰাই ভাল হব।' সেই মতে তেওঁ মানুহজনক ৰচীৰে বন্ধালে, মূৰ খুৰাই দিয়ালে আৰু ৰাজপথেৰে চাৰিওপিনে ঘুৰাই নি নগৰৰ দক্ষিণ পিনে তাৰ মূৰটো কাটি দিবলৈ আজ্ঞা দিলে।

এই দৃশ্য দেখি চোৰহঁতে ভয় খালে। সিহঁতে বুজিলে যে পোন পটীয়া ভাৱে চুৰি কৰিলে বিপদ আছে। তেতিয়া সিহঁতে চোকা অস্ত্ৰ তৈয়াৰ কৰাই ললে আৰু যতে ততে চুৰি ডকাইতি কৰিবলৈ ধৰিলে।

এইদৰে তুখীয়া ৰাইজৰ ব্যৱসায়ৰ দিহা নোহোৱা হেতুকে দৰিদ্ৰতাৰ মাত্ৰা বাঢ়ি গল। দৰিদ্ৰতা বৃদ্ধি পোৱাত চুৰি আৰু লোটপাটৰ মাত্ৰা বাঢ়িল। চুৰি আৰু লোটপাট বঢ়া হেতুকে অস্ত্ৰশস্ত্ৰৰ সংখ্যা বৃদ্ধি পালে আৰু অস্ত্ৰশস্ত্ৰ বৃদ্ধি পোৱাত প্ৰাণ-ঘাতৰ মাত্ৰা বৃদ্ধি পালে, প্ৰাণ-ঘাত বৃদ্ধি পোৱাত অসত্যৰ মাত্ৰা বাঢ়িল, অসত্য বাঢ়ি যোৱাত পৰনিন্দা—কুটচৰ্চ্চা বৃদ্ধি পালে, কুটচৰ্চ্চা বঢ়াৰ ফলত ব্যভিচাৰ বৃদ্ধি পালে, ব্যভিচাৰ বঢ়া হেতুকে গালি-শপনি দিয়াৰ আৰু অনৰ্থক প্ৰলাপ বলকাৰ মাত্ৰা বৃদ্ধি

পালে। সেইবোৰ বঢ়া হেতুকে লোভ আৰু দ্বেষৰ মাত্ৰা বৃদ্ধি পালে আৰু তাৰ ফলত মিথ্যাদৃষ্টি বঢ়া হেতুকে আন সকলোবোৰ অসৎকৰ্ম্মও চাৰিওপিনে বাঢ়ি গল। ..

মহাবিজিত ৰজাৰ পুৰোহিতে যি যজ্ঞবিধানৰ বৰ্ণনা কৰিছিল তাক 'চক্কৱত্তিসীহনাদসুত্ত'ৰ পৰা আৰু স্পষ্টভাৱে বুজিব পৰা যায়। মানুহৰ পৰা বলেৰে পশু কাঢ়ি নি বধ কৰাটো প্ৰকৃত যজ্ঞ নহয়, তাৰ ঠাইত ৰাজ্যৰ সকলোলোককে সমাজৰ উপযোগী কামত নিয়োগ কৰি নিবনুৱা সমস্যাৰ সমাধান কৰাটোহে প্ৰকৃত যজ্ঞ। বলিদানেৰে যাগ-যজ্ঞ কৰাৰ প্ৰথা কাহানিবাই লোপ পাইছে। কিন্তু তথাপিও প্ৰকৃত যজ্ঞ কৰাৰ চেষ্টা কদাচিৎহে দেখা যায়। নিবনুৱাৰ সংখ্যা কম কৰিবলৈ জাৰ্ম্মাণী আৰু ইতালীয়ে যুদ্ধৰ সামগ্ৰী বঢ়ালে, তাকে দেখি ফ্ৰান্স, ইংলেণ্ড আৰু আমেৰিকা আদি ৰাষ্ট্ৰয়ো যুদ্ধৰ সামগ্ৰী বঢ়াব লগীয়া হল। এতিয়া এখন যুদ্ধ আৰম্ভ হয় হে যেন আশঙ্কা হয়। ইফালে জাপানেতো চীনৰ ওপৰত আক্ৰমণ চলাই দিছেই। সিফালে মুচোলিনী আৰু হিটলাৰে কাইলৈ কি কৰে তাৰ কোনো ভৰসা নাই।[৭] এটা কথা হলে তেনেই স্পষ্ট—এই আটাইবোৰৰে শেষ পৰিণাম হব ৰণযজ্ঞ আৰু তাত আন আন প্ৰাণীবোৰতকৈ মনুষ্য প্ৰাণীৰে আহুতি অধিক পৰিব। যদিহে এই ৰণ-যজ্ঞত বাধা দিবলৈ বিচৰা হয়, তেন্তে মানুহক যুদ্ধ-সামগ্ৰী প্ৰস্তুতৰ কামত নলগাই, সমাজৰ উন্নতিমূলক কামত লগাব লাগিব। তেতিয়াহে বুদ্ধ ভগৱানে কৈ যোৱা যজ্ঞ-বিধান প্ৰচলিত হব। সেয়ে যেন হয়।

মূল প্ৰসঙ্গৰ পৰা ইয়াতে অলপ আঁতৰি যোৱা হল। বুদ্ধ ভগৱানৰ যজ্ঞ-বিধানৰ ব্যাখ্যা কৰোঁতে এই কথা আনুষঙ্গিক যেন লাগিল। ওপৰত

(৭) এই কথা দ্বিতীয় মহাসমৰৰ আগতে লিখা হৈছিল, তাক তেনেভাৱেই থাকিবলৈ দিয়া হল।

দি অহা সুত্ত বুদ্ধৰ পৰিনিৰ্ব্বাণৰ কিছুসময়ৰ পিচত ৰচনা কৰা হৈছে, তথাপি ইয়াত বুদ্ধই কৈ যোৱা মূল মূল তত্ত্ববোৰ মুকলিকৈ দেখুৱাই দিয়া হৈছে। জ্ঞানী লোকসকলেই বিবেচনা কৰি চোৱা উচিত যে এনে সুযজ্ঞৰ নিৰ্দ্দেশ দি যোৱা মহাপুৰুষ এজনক গুৰু আৰু বেদৰ নিন্দাকাৰী বুলি অভিহিত কৰি তেওঁৰ অৱহেলা কৰাটো কিমান দূৰ সঙ্গত হব ?

# জাতি-ভেদৰ উৎপত্তি

ব্ৰাহ্মণোঽস্য মুখমাসীদ্বাহূ ৰাজন্যঃ কৃতঃ।
উৰূ তদস্য যদ্বৈশ্যঃ পদ্ভ্যাং শূদ্ৰো অজায়ত ॥[১]

পুৰুষ-সূক্তৰ এই ঋচাতে ভাৰতবৰ্ষত প্ৰচলিত জাতি-ভেদ প্ৰথাৰ মূল পোৱা যায বুলি ধাৰণা কৰা হয়। কিন্তু এই ধাৰণা ভুল। বেদ-কালৰ আগতেও সপ্তসিন্ধু প্ৰদেশত আৰু ভাৰতবৰ্ষৰ মাজ ভাগত অহিংসা ধৰ্ম্মৰ নিচিনাকৈয়ে জাতি-ভেদ ধৰ্ম্মৰো চলতি আছিল। আমি প্ৰথম অধ্যাযতে দেখুৱাই আহিছোঁ যে আৰ্য্যসকলৰ আগমন আৰু বৈদিক সংস্কৃতিৰ প্ৰসাৰৰ ফলত অহিংসা ধৰ্ম্মই কিদৰে অৰণ্যবাস স্বীকাৰ কৰি লবলগীয়া হৈছিল।[২] কিন্তু জাতিভেদৰ ক্ষেত্ৰত হলে তেনে অৱস্থা হোৱা নাছিল। অলপ অচৰপ সংশোধনক্ৰমে এই প্ৰথা আগৰ নিচিনাই চলি থাকিল।

**ক্ষত্ৰিয়সকলৰ মহত্ত্ব**—সুমেৰিযাত ৰজাই অধিক ক্ষেত্ৰত পূজাৰী আছিল আৰু সপ্তসিন্ধু প্ৰদেশতো এই প্ৰথাৰ প্ৰচলন আছিল। এই প্ৰদেশৰ যিবোৰ সৰু সৰু ৰজা আছিল তেওঁলোক আৰু তাৰে ভিতৰত মুখ্য ৰজা বৃত্ৰক ইন্দ্ৰই হত্যা কৰিছিল। সেই বাবে ইন্দ্ৰৰ ব্ৰহ্ম-হত্যাৰ পাপ হোৱা বুলি 'মহাভাৰত'ত উল্লেখ কৰা হৈছে।[৩] ওপৰত দিয়া ঋচাত আৰ্য্যসকল অহাৰ আগৰ অৱস্থা বৰ্ণনা কৰা হৈছে। ঋষিৰ মতে

(১) 'ঋগ্বেদ', পুৰুষ সূক্ত, ১০।৯০।১২।

(২) পৃষ্ঠা ১১।১৫।

(৩) চাওক, 'হিন্দী সংস্কৃতি আণি অহিংসা', পৃষ্ঠা ১৫

'এসময়ত বিৰাট পুৰুষৰ মুখ ব্ৰাহ্মণ আছিল, তেওঁৰ বাহু ক্ষত্ৰিয় আছিল, তেওঁৰ উৰু আছিল বৈশ্য আৰু তেওঁৰ ভৰিৰ পৰা শূদ্ৰৰ উৎপত্তি হ'ল।' আৰ্য্যসকলৰ আগমনৰ ফলত ক্ষত্ৰিয়সকলৰ মহত্ত্ব বৃদ্ধি পালে আৰু ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি কমি গ'ল। তথাপি পুৰোহিতৰ কাম তেওঁলোকৰ হাততে থাকিল। বুদ্ধৰ সময়লৈকে এই অৱস্থা চলি আছিল। পালি সাহিত্যৰ সকলো ঠাইতে ক্ষত্ৰিয়সকলক মুখ্য স্থান দিয়া হৈছে, আৰু উপনিষদতো তাৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে এই উক্তিলৈ লক্ষ্য কৰক :

ব্ৰহ্ম ৱা ইদমগ্ৰ আসীদেকমেৱ। তদেক সন্ন ব্যভৱত্তচ্ছ্ৰেয়ো-ৰূপ ম'ত্যসৃজত ক্ষত্ৰং যান্যেতানি দেৱত্ৰা ক্ষত্ৰাণীন্দ্ৰো ৱৰুণঃ সোমো ৰুদ্ৰঃ পৰ্জন্যো যমো মৃত্যুৰীশান ইতি তস্মাৎ ক্ষত্ৰাৎপৰং নাস্তি। তস্মাদ্ ব্ৰাহ্মণঃ ক্ষত্ৰিয় মধস্তাদুপাস্তে।[৪]

অৰ্থাৎ 'প্ৰথমতে কেৱল ব্ৰহ্ম আছিল। কিন্তু তেওঁ অকলশৰীয়া হোৱা হেতুকে তেওঁৰ বিকাশ নহ'ল। গতিকে তেওঁ উৎকৃষ্ট ৰূপৰ ক্ষত্ৰিয় জাতিৰ উৎপন্ন কৰিলে। এই ক্ষত্ৰিয় আছিল দেৱলোকৰ ইন্দ্ৰ, বৰুণ, সোম, ৰুদ্ৰ, পৰ্জন্য, যম, মৃত্যু আৰু ঈশান। গতিকে ক্ষত্ৰিয় জাতিতকৈ শ্ৰেষ্ঠ আৰু আন জাতি নাই আৰু সেই বাবেই ব্ৰাহ্মণ সকলে নিজকে তলখাপৰ বুলি ভাবি ক্ষত্ৰিয়সকলৰ উপাসনা কৰে।'

## জাতি-ভেদৰ নিষেধ

এইদৰে ক্ষত্ৰিয় জাতিয়ে প্ৰতিপত্তি লাভ কৰিছিল ; তথাপি ক্ষত্ৰিয়-সকলৰ মুখ্য কৰ্ত্তব্য আছিল যুদ্ধ, আৰু তাক বুদ্ধই সমুলি ভাল নাপাই-ছিল। গতিকে সমগ্ৰ জাতি-ভেদ প্ৰথাটোকে তেওঁ নিৰৰ্থক বুলি

(৪) 'বৃহদাৰণ্যক উপনিষদ', ২।৪।১১।

ভাবিছিল আৰু তেওঁ তাৰ সৰ্ব্বতো প্ৰকাৰে নিষেধ কৰিছিল। আন আন শ্ৰমণ নেতাসকলে বুদ্ধৰ নিচিনাকৈ জাতি-ভেদ প্ৰথাৰ নিষেধ কৰা সম্বন্ধে কোনো প্ৰমাণ পোৱা নাযায়। তেওঁলোকৰ সংঘত অৱশ্যে জাতি-ভেদ নাছিল কিন্তু তেওঁলোকৰ উপাসক-মণ্ডলীৰ মাজত থকা জাতিভেদ হলে তেওঁলোকে নিষিদ্ধ কৰা নাছিল। সেই কাম বুদ্ধই হলে কৰিছিল। তেওঁ কিদৰে তাক কৰিছিল, আমি এতিয়া তাৰে আলোচনা কৰোঁহক।

আটাইতকৈ পুৰণি ৱাসেট্‌ঠসুত্ত 'সুত্তনিপাত' আৰু 'মঝ্‌জিম্ নিকায়'ত জাতিভেদৰ বিৰুদ্ধে বুদ্ধৰ মতৰ উল্লেখ পোৱা যায়। তাৰ সাৰাংশ হল এই—

এবাৰ বুদ্ধ ভগৱান ইচ্ছানঙ্গল নামৰ গাওঁৰ ওচৰৰ ইচ্ছানঙ্গল উপবনত আছিল। সেই সময়ত ইচ্ছানঙ্গল গাওঁত ভালেমান প্ৰসিদ্ধ ব্ৰাহ্মণ আছিল। তাৰে ভিতৰত ৱাসিষ্ঠ আৰু ভাৰদ্বাজ নামৰ দুজন তৰুণ ব্ৰাহ্মণৰ মাজত এই সম্বন্ধে তৰ্ক আৰম্ভ হল যে—মানুহ জন্মৰ দ্বাৰা শ্ৰেষ্ঠ হয় নে কৰ্ম্মৰ দ্বাৰা ?

ভাৰদ্বাজে তেওঁৰ বন্ধুক কলে, 'হে বাসিষ্ঠ, যি মাতৃ আৰু পিতৃৰ পক্ষৰ ফালৰ পৰা সাত পুৰুষ ধৰি শুদ্ধ, আৰু যাৰ কুলত সাত পুৰুষ ধৰি কোনো বৰ্ণসঙ্কৰ হোৱা নাই, সেই ব্ৰাহ্মণেই শ্ৰেষ্ঠ।'

ৱাসিষ্ঠই কলে, 'হে ভাৰদ্বাজ, যি মানুহ শীলসম্পন্ন আৰু কৰ্ত্তব্যদক্ষ তেওঁকেই ব্ৰাহ্মণ বুলি গণ্য কৰা উচিত।'

বহুতো বাদ-বিবাদ চলিল। কিন্তু তেওঁলোকৰ এজনে আন জনক কোনো ৰকমে বুজাব নোৱাৰিলে। অৱশেষত ৱাসিষ্ঠই কলে, 'হে ভাৰদ্বাজ, আমাৰ এই তৰ্কৰ ওৰ নপৰিব। চোৱা, আমাৰ গাওঁতে সেই শ্ৰমণ গৌতম আছে। তেওঁ বুদ্ধ, পূজনীয়, সকলোৰে গুৰু—এই ভাৱে চাৰিওপিনে তেওঁৰ খ্যাতি শুনা যায়। বলা, আমি তেওঁৰ ওচৰলৈ গৈ

আমাৰ মতভেদৰ কথা কওঁ আৰু তেওঁ যি ৰায় দিয়ে তাকে মানি লওঁহক।'

দুয়ো বুদ্ধৰ ওচৰলৈ গল আৰু কুশল বাতৰি আদি সুধি এফালে বহি গল। তাৰ পিচত ৱাসিষ্ঠই কলে, 'হে গৌতম, আমি দুয়ো শিক্ষিত ব্ৰাহ্মণ কুমাৰ। এওঁ তাৰুক্ষ্যৰ শিষ্য আৰু মই পৌষ্কৰসাদীৰ শিষ্য। জাতি-ভেদ সম্বন্ধে আমাৰ দুয়োৰে মাজত বিবাদ হৈছে। তেওঁ কয় যে ব্ৰাহ্মণ জন্মৰ দ্বাৰা হয় আৰু মোৰ মতে ব্ৰাহ্মণ হয় কৰ্ম্মৰ দ্বাৰা। আপোনাৰ কীৰ্ত্তিৰ কথা শুনি আমি আপোনাৰ ওচৰলৈ আহিছোঁ। আপুনি আমাৰ বিবাদৰ নিৰ্ণয় কৰি দিয়ক।'

ভগৱানে কলে, 'হে ৱাসিষ্ঠ, তৃণ, গছ আদি বনস্পতিৰ ভিন ভিন জাতি পোৱা যায়। সেইদৰে কীট-পটঙ্গ আদি সৰু সৰু প্ৰাণীবো জাতি-ভেদ আছে। সাপ, শ্বাপদ, জলচৰ মাছ, আৰু আকাশত উৰি ফুৰা চৰাই আদিৰো ভালেমান জাতি আছে। সেই প্ৰাণী সমুদায় বোৰত সিহঁতৰ ভিন্নতাৰ চিন স্পষ্টভাৱে দেখা যায়। কিন্তু মানুহৰ মাজত কোনো ভিন্নতাৰ চিন দেখিবলৈ পোৱা নাযায়। চুলি, কাণ, নাক, মুখ, ওঠ, চেলাউৰি, ডিঙি, পেট, পিঠি, হাত, ভৰি আদি অৱয়বত এজন মানুহ আন এজন মানুহতকৈ সম্পূৰ্ণভাৱে পৃথক নহয়। অৰ্থাৎ পশু-পক্ষীৰ ভিতৰত আকৃতি আদি বিষয়ত যিদৰে ভিন ভিন জাতি দেখা যায়, মানুহ-প্ৰাণীৰ মাজত তেনে ধৰণৰ জাতি পোৱা নাযায়। সকলো মানুহৰে অঙ্গ-প্ৰত্যঙ্গ প্ৰায় একে ধৰণৰ হোৱা হেতুকে মানুহৰ মাজৰ জাতি-ভেদ নিশ্চিত কৰিব পৰা নাযায়, কিন্তু কৰ্ম্মৰ দ্বাৰাহে মানুহৰ জাতি নিৰ্ণয় কৰিব পৰা যায়।

'যদি কোনো ব্ৰাহ্মণে গৰু পালন কৰি জীৱন নিৰ্ব্বাহ কৰে তেন্তে তেওঁক ব্ৰাহ্মণ নুবুলি গোৱাল বুলি ধৰিব লাগে। যি শিল্প-কলাৰে জীৱিকা চলায় তেওঁ কাৰিকৰ। যি বেহা-বেপাৰ কৰে তেওঁ বনিয়া,

কটকীৰ কাম কৰোঁতা লোক কটকী, চুৰি কৰি জীৱিকা চলাওঁতা লোক চোৰ, যুদ্ধ-কলাৰে পেট প্ৰৱৰ্ত্তন কৰা মানুহ যুঁজাৰু, যাগ-যজ্ঞৰে জীৱন নিৰ্ব্বাহ কৰা লোক যাজক আৰু ৰাষ্ট্ৰৰ ওপৰত নিৰ্ভৰ কৰি জীৱিকা চলোৱা লোক ৰজা। কিন্তু এওঁলোকৰ কাকো জন্মৰ কাৰণে ব্ৰাহ্মণ বুলি কব নোৱাৰি।

'যি সমগ্ৰ সংসাৰৰে বন্ধন কাটি দিয়ে, কোনো প্ৰকাৰৰ সাংসাৰিক দুখক ভয় নকৰে, যাৰ কোনো বিষয়ৰে প্ৰতি আসক্তি নাথাকে, তাকে মই ব্ৰাহ্মণ বুলি গণ্য কৰোঁ। আনে দিয়া গালি-শপনি, বধ-বন্ধ আদি যি সহ্য কৰে, ক্ষমাই যাৰ বল, তাকে মই ব্ৰাহ্মণ বোলোঁ। পদুমৰ পাতৰ পানীৰ কণিকাৰ নিচিনা যি ইহলোকৰ বিষয়-সুখত অলিপ্ত থাকে, তাকে মই ব্ৰাহ্মণ বোলোঁ।......

'জন্মৰ দ্বাৰা কোনো ব্ৰাহ্মণ বা অব্ৰাহ্মণ নহয়। কৰ্ম্মৰ দ্বাৰাই মানুহ ব্ৰাহ্মণ হয়, কৰ্ম্মৰ দ্বাৰাই মানুহ অব্ৰাহ্মণ হয়। কৰ্ম্মৰ দ্বাৰাই মানুহ খেতিয়ক হয়, কৰ্ম্মৰ দ্বাৰা মানুহ কাৰিকৰ হয়, কৰ্ম্মৰ দ্বাৰা মানুহ চোৰ হয়, কৰ্ম্মৰ দ্বাৰা মানুহ চিপাহী হয়, কৰ্ম্মৰ দ্বাৰা মানুহ যাজক হয় আৰু কৰ্ম্মৰ দ্বাৰাই মানুহ ৰজা হয়। কৰ্ম্মৰ দ্বাৰাই সমগ্ৰ জগৎ চলে। যিদৰে ধুৰাৰ ওপৰত নিৰ্ভৰ কৰি ৰথ চলে, তেনেদৰে সকলো প্ৰাণীয়ে নিজৰ নিজৰ কৰ্ম্মৰ ওপৰত নিৰ্ভৰ কৰি চলে।'

বুদ্ধৰ উপদেশ শুনি ৱাসিষ্ঠ আৰু ভাৰদ্বাৰ তেওঁৰ উপাসক হৈ গল।

**ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ সমান**—ওপৰত দিয়া পুৰুষ-সূক্তৰ আধাৰত ব্ৰাহ্মণ সকলে এই বুলি দাবী কৰে যে ব্ৰহ্মদেৱৰ মুখৰ পৰা উৎপন্ন হোৱা হেতুকে তেওঁলোকে চাৰিওটা বৰ্ণৰ ভিতৰতে শ্ৰেষ্ঠ। 'মঝ্‌ঝিম নিকায়'ৰ অস্‌সলায়ন সুত্তত এই সম্বন্ধে দিয়া বুদ্ধ ভগৱানৰ সংবাদ বিশেষ মন কৰিব লগীয়া। এই সুত্তৰ সাৰাংশ হল এই—

এবাৰ ভগৱান বুদ্ধ শ্রাৱস্তীৰ অনাথপিণ্ডিকৰ আৰামত আছিল। সেই সময়ত কিবা কাৰণত ভিন ভিন দেশৰ পাঁচ শ ব্রাহ্মণ শ্রাৱস্তীত উপস্থিত হৈছিল। তেওঁলোকৰ মাজত এই প্রশ্ন উপস্থিত হল যে শ্রমণ গৌতমৰ মতে চাৰিওটা বর্ণৰ মানুহে মোক্ষ লাভ কৰিব পাৰে—এই কথাত তেওঁৰ লগত বাদ-বিবাদ কৰি কোনে তেওঁক পৰাস্ত কৰিব পাৰে? অৱশেষত স্থিৰ কৰা হল যে এই কামৰ বাবে আশ্বলায়ন ব্রাহ্মণকুমাৰকে নিযুক্ত কৰা যাওক।

আশ্বলায়ন কুমাৰৰ অধ্যয়ন অলপতে মাথোন সমাপ্ত হৈছিল। নিঘণ্টু, ছন্দঃশাস্ত্র আদি বেদাঙ্গৰে সৈতে চাৰিখন বেদ তেওঁৰ কণ্ঠস্থ হৈছিল; তথাপি তেওঁ জানিছিল যে বুদ্ধৰ লগত তর্ক কৰাটো সহজ কথা নহয়। তেওঁক বুদ্ধৰ লগত তর্ক কৰিবলৈ বছা হলত তেওঁ সেই ব্রাহ্মণ সকলৰ আগত কলে, 'হে শ্রমণ সকল, গৌতম ধর্ম্মবাদী; ধর্ম্মবাদী মানুহৰ লগত বাদ বিবাদ কৰাটো সহজ নহয়। মই বেদত পাৰঙ্গত হলেও গৌতমৰ লগত বিবাদ কৰিবলৈ সক্ষম নহওঁ।'

ভালেখিনি সময় ধৰি আলোচনা পৰামর্শ কৰাৰ পিচত সেই ব্রাহ্মণ সকলে আশ্বলায়নক কলে, 'হে আশ্বলায়ন, তুমি পৰিব্রাজক ধর্ম্মৰ অধ্যয়ন কৰিছা, আৰু বিনা যুদ্ধেৰে পৰাস্ত হোৱাটো তোমাৰ পক্ষে উচিত নহয়।'

আশ্বলায়নে কলে, 'গৌতমৰ লগত বিবাদ কৰাটো কঠিন, তথাপি আপোনালোকৰ আগ্রহৰ কাৰণে মই আপোনালোকৰ লগতে যাম।'

তেতিয়া সেই ব্রাহ্মণসকলক লগত লৈ আশ্বলায়ন ভগৱানৰ ওচৰলৈ গল আৰু তেওঁৰ কুশল বাতৰি সুধি তেওঁলোক এফালে বহি পৰিল, তেতিয়া আশ্বলায়নে কলে, 'হে গৌতম, ব্রাহ্মণে কয় "ব্রাহ্মণ বর্ণই শ্রেষ্ঠ, আন বর্ণবোৰ হীন। ব্রাহ্মণ বর্ণ শুক্ল, আন বর্ণকেইটা কৃষ্ণ। ব্রাহ্মণ সকলহে মোক্ষ লাভ কৰে, আনবোৰে নোৱাৰে। ব্রহ্মদেৱৰ মুখৰ পৰা ব্রাহ্মণৰ উৎপত্তি হৈছে, তেওঁলোক ব্রহ্মাৰ ঔৰস পুত্র। গতিকে

'তেওঁলোক ব্ৰহ্মদেৱৰ দায়াদ।" হে গৌতম, এই সম্বন্ধে আপোনাৰ মত কি ?'

ভগৱান—হে আশ্বলায়ন, ব্ৰাহ্মণৰ তিৰোতসকলো ঋতুমতী হয়, গৰ্ভধাৰণ কৰে, ল'ৰা-ছোৱালীক জন্ম দিয়ে আৰু সিহঁতক পিয়াহ খুৱায়। এইদৰে ব্ৰাহ্মণৰ সন্তান-সন্ততিও আন আন বৰ্ণৰ সন্তান-সন্ততিৰ নিচিনাকৈ মাকৰ পেটৰ পৰা ওপজে, তথাপিও ব্ৰাহ্মণে যদি কয় যে তেওঁলোক ব্ৰহ্মদেৱৰ মুখৰ পৰা উৎপন্ন হৈছে, সি জানো আচৰিত কথা নহয় ?'

আশ্ব—হে গৌতম, আপুনি লাগিলে যিয়েই নকওক, তথাপি ব্ৰাহ্মণ সকলৰ এইটো দৃঢবিশ্বাস যে তেওঁলোক ব্ৰহ্মদেৱৰ উত্তৰাধিকাৰী।

ভগৱান—হে আশ্বলায়ন, যৌন, কাম্বোজ আদি সম্ৰান্ত প্ৰদেশত আৰ্য্য আৰু দাস এই দুটা জাতিহে আছে আৰু কেতিয়াবা কেতিয়াবা তাত আৰ্য্যৰ পৰা মানুহ দাস হয় আৰু দাসৰ পৰা আৰ্য্য হয়। তুমি এই কথা শুনিছানে ?

আশ্ব—হয়, মই সেই কথা শুনিছোঁ।

ভগৱান—যদি তেনেকুৱাই হয়, তেন্তে ব্ৰহ্মদেৱে ব্ৰাহ্মণসকলক নিজৰ মুখৰ পৰা সৃষ্টি কৰিছে আৰু তেওঁলোক আন সকলো বৰ্ণতকৈ শ্ৰেষ্ঠ বুলি কোৱাৰ কি ভেটি হব পাৰে ?

আশ্ব—আপুনি লাগিলে যিয়েই নকওক, তথাপি ব্ৰাহ্মণসকলৰ এইটো দৃঢ় বিশ্বাস যে কেৱল ব্ৰাহ্মণহে শ্ৰেষ্ঠ আৰু আন বৰ্ণবোৰ হীন।

ভগৱান—বাৰু, ধৰিলোৱা যদি কোনো ক্ষত্ৰিয়, বৈশ্য বা শূদ্ৰই প্ৰাণীহত্যা, চুৰি, ব্যভিচাৰ, অসত্য ভাষণ, কুট-চৰ্চ্চা, গালি-গালাজ, বৃথা প্ৰলাপ কৰে, আনৰ ধনৰ প্ৰতি লোভ কৰে, দ্বেষ বুদ্ধি বঢ়ায়, আৰু নাস্তিকতা বঢ়ায়, তেন্তে দেহত্যাগ কৰাৰ পিচত অকল তেওঁহে নৰকলৈ যাব বুলি তুমি বিবেচনা কৰানে ? আৰু কোনো ব্ৰাহ্মণে যদি এই কুকৰ্ম্ম-বোৰ কৰে তেন্তে তেওঁ নৰকলৈ নাযাবনে ?

আশ্ব—হে গৌতম, যি কোনো জাতিৰ মানুহেই পাপ কৰিলে, মৰণৰ পিচত নৰকলৈ যায় ; ব্ৰাহ্মণেই হওক বা অব্ৰাহ্মণই হওক, আটায়ে পাপৰ প্ৰায়শ্চিত্ত কৰিব লগাত পৰে।

ভগৱান—তুমি জানো এই বুলি বিশ্বাস কৰা যে যদি কোনো ব্ৰাহ্মণে প্ৰাণীহত্যা নকৰে ; চুৰি, ব্যভিচাৰ, অসত্যভাষণ, কুট-চৰ্চা, গালি-গালাজ, বৃথা প্ৰলাপ, পৰধনৰ প্ৰতি লোভ, দ্বেষ আৰু নাস্তিকতা ( এই দহ ) পাপৰ পৰা নিবৃত্ত হয়, তেন্তে মৃত্যুৰ পিচত অকল তেওঁহে স্বৰ্গলৈ যাব আৰু আন বৰ্ণৰ লোক এইবোৰ পাপৰ পৰা নিবৃত্ত হলেও তেওঁলোক স্বৰ্গলৈ যাব নোৱাৰে ?

আশ্ব—যি কোনো বৰ্ণৰ লোকে এই পাপ কৰ্ম্মৰ পৰা নিবৃত্ত হলে স্বৰ্গলৈ যাব, পুণ্য আচৰণৰ ফল ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ উভয়ে সামনে লাভ কৰিব।

ভগৱান—তোমাৰ জানো এনে বিবেচনা হয় যে এই প্ৰদেশত অকল ব্ৰাহ্মণেহে দ্বেষ-বৈৰ-বিৰহিত মৈত্ৰীভাৱনা কৰিব পাৰে আৰু ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰই তাক কৰিব নোৱাৰে ?

আশ্ব—চাৰিওটা বৰ্ণই মৈত্ৰী-ভাৱনা কৰিব পাৰে।

ভগৱান—তেন্তে অকল ব্ৰাহ্মণবৰ্ণই শ্ৰেষ্ঠ আৰু বাকী আনবোৰ বৰ্ণ-হীন বুলি কোৱাৰ কি অৰ্থ আছে ?

আশ্ব—আপুনি লাগিলে যিয়েই নকওক, এইটো হলে ঠিক যে ব্ৰাহ্মণসকলে নিজকে শ্ৰেষ্ঠ আৰু আনবোৰ বৰ্ণক হীন বুলি ভাবে।

ভগৱান—হে আশ্বলায়ন, ধৰি লোৱা কোনো প্ৰবল পৰাক্ৰমী ৰজাই আটাইবোৰ জাতিৰে এশ জন পুৰুষক গোট খুৱাই তাৰে ক্ষত্ৰিয়, ব্ৰাহ্মণ আৰু ৰাজকুলত জন্মলাভ কৰা মানুহ কেইজনক কলে, "হেৰি আপোনা-লোক এই ফালে আহক আৰু শাল বা চন্দনৰ নিচিনা উত্তম গছৰ খৰিৰে অগ্নি উৎপন্ন কৰক", লগতে তাৰে চাণ্ডাল, নিষাদ আদি হীনকুলত

উৎপন্ন লোকসকলক মাতি কলে, "হেৰ এইপিনে আহঁহক আৰু কুকুৰক আহাৰ পানী দিয়া বাচন, গাহৰীক দানাপানী দিয়া বাচন বা কাপোৰ বোলোৱা বাচনত এৰাগছৰ খৰিৰে জুই ধৰহক।" হে আশ্বলায়ন, তেতিয়া সেই ব্ৰাহ্মণ আদি উচ্চবৰ্ণৰ লোকসকলে ভাল গছৰ খৰিৰে ধৰা জুই হে উজ্জ্বল আৰু তেজস্বী হব আৰু নীহকুলীয়া লোকসকলে এৰা গছৰ খৰিৰে ধৰা জুই উজ্জল আৰু তেজস্বী নহব আৰু সেই জুইৰ দ্বাৰা অগ্নি-কাৰ্য্য নহব বুলি তোমাৰ ধাৰণা হয়নে ?

আশ্ব—হে গৌতম, যি কোনো বৰ্ণৰ লোকে যি কোনো গছৰ খৰিৰে যি কোনো ঠাইতে অগ্নি উৎপন্ন কৰিলে সি সমানেই তেজস্বী হব আৰু তাৰ দ্বাৰা সমান ভাৱেই অগ্নি-কাৰ্য্য চলিব।

ভগৱান—যদি কোনো ক্ষত্ৰিয়ৰ লৰাই কোনো ব্ৰাহ্মণৰ ছোৱালীৰ লগত শৰীৰৰ সম্বন্ধ ৰাখে আৰু সেই সম্বন্ধৰ ফলত যদি পুত্ৰ ওপজে তেন্তে সেই লৰাও নিজৰ মাক-বাপেকৰ নিচিনাই মানুহ হব বুলি তোমাৰ ধাৰণা নহয়নে ? সেইদৰে যদি কোনো বামুণৰ লৰাই ক্ষত্ৰিযৰ ছোৱালী বিয়া কৰায় আৰু সেই বিয়াৰ ফলত পুত্ৰ ওপজে তেনেহলে সেই পুত্ৰ নিজৰ মাক-বাপেকৰ নিচিনা নহৈ আন কিবা ধৰণৰ হব বুলি তুমি বিবেচনা কৰানে ?

আশ্ব—এনেধৰণৰ মিশ্ৰিত বিবাহৰ ফলত জন্মা লৰাও নিজৰ মাক-বাপেকৰ নিচিনা মানুহ হয়। তেনে লৰাক আমি ব্ৰাহ্মণ বুলিও কব পাৰোঁ আৰু ক্ষত্ৰিয় বুলিও কব পাৰোঁহক।

ভগৱান—কিন্তু হে আশ্বলায়ন, কোনো ঘোঁৰা আৰু গাধৰ মাজত শাৰীৰিক সম্বন্ধৰ ফলত যি পোৱালি হয়, তাক জানো আমি তাৰ মাক বা বাপেকৰ নিচিনা হোৱা বুলি কব পাৰোঁ ? তাক জানো আমি ঘোঁৰা বা গাধ বুলি কব পাৰোঁ ?

আশ্ব—হে গৌতম, আমি তাক ঘোঁৰা বা গাধ বুলি কব

নোৱাবোঁহক। সি এবিধ তেনেই বেলেগ ধৰণৰ প্ৰাণী হয়। তাক 'খচ্চৰ' বোলা হয়, কিন্তু ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ পৰা ওপজা ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত হলে এই কথা নৰজে।

ভগৱান—হে অশ্বলায়ন, ধৰি লোৱা, দুজন ব্ৰাহ্মণ ভাই ককায়েকৰ মাজত এজনে বেদ পাঠ কৰিছে আৰু তেওঁ সুশিক্ষিত কিন্তু আনজন হলে অশিক্ষিত। তেতিয়া তাৰে কোন জনক ব্ৰাহ্মণসকলে শ্ৰাদ্ধ বা যজ্ঞলৈ প্ৰথমতে আমন্ত্ৰণ কৰিব?

আশ্ব—যিজন শিক্ষিত তেওঁকেই প্ৰথমতে আমন্ত্ৰণ কৰা হব।

ভগৱান—এতিয়া ধৰি লোৱা, সেই দুজন ভাই ককাইৰ মাজত এজন অতিশয় বিদ্বান কিন্তু দুৰাচাৰী আৰু আনজন বিদ্বান নহয় কিন্তু সুশীল, তাৰে কোনজনক প্ৰথমতে আমন্ত্ৰণ দিয়া হব?

আশ্ব—হে গৌতম, যিজন শীলৱান, তেওঁকে প্ৰথমতে আমন্ত্ৰণ দিয়া হব। দুৰাচাৰী লোকক দিয়া দান কেনেকৈ ফলদায়ক হব?

ভগৱান—হে আশ্বলায়ন, প্ৰথমতে তুমি জাতিৰ ওপৰত গুৰুত্ব দিলা, তাৰ পিচত দিলা বেদ পাঠৰ ওপৰত আৰু এতিয়া দেখোন শীলক মহত্ত্ব দিলা। অৰ্থাৎ মই যি চাতুৰ্ব্বৰ্ণ-শুদ্ধিৰ কথা কওঁ তাকে তুমি স্বীকাৰ কৰি ললা।

এই কথা শুনি তললৈ মূৰ কৰি আশ্বলায়ন নীৰৱে বহি ৰল। আৰু কি কোৱা যায় তাক তেওঁ ভাবি নাপালে। তাৰ পিচত ভগৱানে অসিতদেৱল ঋষিৰ কাহিনী শুনালে আৰু শেহত আশ্বলায়ন বুদ্ধৰ উপাসক হল।

**বাইজেহে অধিকাৰ দিব লাগে**—ব্ৰাহ্মণ জাতিৰ নেতাসকলে মাথোন এইখিনি দাবী কৰিয়ে ক্ষান্ত নাছিল যে ব্ৰাহ্মণসকলেই শ্ৰেষ্ঠ আৰু আনবোৰ বৰ্ণ তেওঁলোকতকৈ হীন। 'মঝ্‌ঝিম্-নিকায়'ৰ ৯৬

সংখ্যক এসুকাৰি সুত্তৰ পৰা দেখা যায় যে চাৰিওটা বৰ্ণৰ কৰ্ত্তব্য কি কি তাক ধাৰ্য্য কৰি দিয়াৰ অধিকাৰো তেওঁলোকে নিজৰ হাতত ৰাখিছিল। এই সুত্তৰ সাৰাংশ হল এই—

এবাৰ ভগৱান শ্ৰাৱস্তীৰ জেতবনত অনাথপিণ্ডিকৰ আৰামত অৱস্থান কৰিছিল। সেই সময়ত এসুকাৰীনামৰ ব্ৰাহ্মণ তেওঁৰ ওচৰলৈ গল আৰু কুশল প্ৰশ্ন সুধি একালে বহি ললে। তাৰ পিচত কলে, 'হে গৌতম, ব্ৰাহ্মণসকলে চাৰিবিধ পৰিচৰ্য্যাৰ (সেৱাৰ) কথা কয়। চাৰিওটা বৰ্ণই ব্ৰাহ্মণৰ পৰিচৰ্য্যা কৰিব পাৰে, ক্ষত্ৰিয়ৰ সেৱা ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰই কৰিব পাৰে, বৈশ্যৰ সেৱা বৈশ্য আৰু শূদ্ৰই কৰিব পাৰে আৰু শূদ্ৰৰ সেৱা অকল শূদ্ৰইহে কৰিব পাৰে। আন বৰ্ণৰ মানুহে তেওঁৰ পৰিচৰ্য্যা কেনেকৈ কৰিব। এই পৰিচৰ্য্যাবোৰ সম্বন্ধে আপোনাৰ মত কি ?'

ভগৱান—হে ব্ৰাহ্মণ, এই ব্ৰাহ্মণসকলৰ মতৰ লগত জানো আটাই-বোৰ ৰাইজ একমত ? ৰাইজে জানো এই পৰিচৰ্য্যা সম্বন্ধে তেওঁলোকক অধিকাৰ দিছে ?

এসুকাৰী—হে গৌতম, তেনে অৱস্থা নহয়।

ভগৱান—তেনেহলে কব লাগিব যে ব্ৰাহ্মণেই ৰাইজৰ ওপৰত এই পৰিচৰ্য্যাৰ ভাৰ এনেয়ে জাপি দিছে, ঠিক যেনেকৈ কোনো মঙহ খাবলৈ ইচ্ছা নকৰা দুখীয়া মানুহক চুবুৰীয়া মানুহে মাংসৰ এটা ভাগ বলেৰে দি কয়, 'এই মঙহ তুমি খোৱা আৰু ইয়াৰ বেচ শোধাই দিয়া।' মোৰ বক্তব্য হল এয়ে যে মানুহ লাগিলে যি কোনো বৰ্ণৰে নহওক, যাৰ পৰিচৰ্য্যা কৰিলে কল্যাণ হয়, অকল্যাণ নহয়, তাৰে পৰিচৰ্য্যা কৰা উচিত। চাৰিওটা বৰ্ণৰে বুজ থকা লোকক সুধিলে তেওঁলোকেও এই মতকে দিব। মই কবলৈ বিচৰা নাই যে উচ্চকুল, উচ্চবৰ্ণ বা ধনী পৰিয়ালত জন্ম লোৱাটো ভাল বা বেয়া। উচ্চকুল, উচ্চবৰ্ণ বা ধনী

পবিয়ালত জন্মলাভ কৰা মানুহে যদি প্ৰাণীহত্যা আদি পাপ কৰিবলৈ লয় তেন্তে তেওঁৰ কুলীনতা ভাল নহয় আৰু যদি তেওঁ প্ৰাণীহত্যা আদি পাপৰ পৰা বিৰত থাকে তেন্তে তেওঁৰ কুলীনতা বেয়া নহয়। মোৰ মতে যি মানুহৰ পৰিচৰ্য্যা কৰিলে শ্ৰদ্ধা, শীল, শ্ৰুত, ত্যাগ আৰু প্ৰজ্ঞাৰ অভিবৃদ্ধি হয়, তাৰে পৰিচৰ্য্যা কৰা উচিত।

এসুকাৰী—হে গৌতম, ব্ৰাহ্মণ সকলে এই চাৰিবিধ ধনৰ কথা কয়—ভিক্ষাচৰ্য্যা ব্ৰাহ্মণৰ নিজা ধন, বাণ-তুণীৰ ক্ষত্ৰিয়ৰ, কৃষি আৰু গোৰক্ষা বৈশ্যৰ, বঠী আৰু পাচি হল শূদ্ৰৰ ধন। এই চাৰিটা বৰ্গই যদি নিজৰ নিজৰ ধনৰ প্ৰতি অৱহেলা কৰে তেন্তে তেওঁলোক চোৰৰ নিচিনা অকৃত্যকাৰ হয়। এই বিষয়ে আপোনাৰ মত কি?

ভগৱান—ৰাইজে জানো এই চাৰিবিধ ধনৰ কথা কবলৈ ব্ৰাহ্মণ সকলক অধিকাৰ দিছে?

এসুকাৰী—নাই দিয়া, গৌতম!

ভগৱান—তেনেহলে ব্ৰাহ্মণ সকলৰ এই কাৰ্য্য মঙহ খাবলৈ নিবিচৰা দুখীয়া লোকক মঙহৰ ভাগ বলেৰে দি তাৰ মূল্য বিচৰাৰ নিচিনা কথা। হে ব্ৰাহ্মণ, মোৰ বক্তব্য হল এয়ে যে আৰ্য্য শ্ৰেষ্ঠ ধৰ্ম্মই আটাইৰে নিজা ধন। ক্ষত্ৰিয়, ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰ কুলত জন্ম লাভ কৰা লোকক যথাক্ৰমে ক্ষত্ৰিয়, ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰ বোলা হয়। যিদৰে কাঠখৰি, ছাল, ঘাঁহ আৰু গোবৰৰ জুইক যথাক্ৰমে কাষ্ঠাগ্নি, শকলাগ্নি, তৃণাগ্নি আৰু গোময়াগ্নি বোলা হয় সেইদৰেই এইবোৰ সংজ্ঞাবো ৰচনা কৰা হৈছে। কিন্তু যদিহে এই চাৰিটা জাতিৰ মানুহ প্ৰাণীহত্যা আদি পাপৰ পৰা নিবৃত্ত হয়, তেন্তে তুমি ভাবানে যে অকল ব্ৰাহ্মণেহে মৈত্ৰী ভাৱনা কৰিব পাৰে আৰু আনবোৰ জাতিৰ লোকে নোৱাৰে?

এসুকাৰী—হে গৌতম, তেনে হব নোৱাৰে; যি কোনো জাতিৰ লোকে মৈত্ৰী ভাৱনা কৰিব পাৰে।

ভগৱান—তোমাৰ জানো এই বুলি বিশ্বাস হয় যে অকল ব্ৰাহ্মণেহে নৈলৈ গৈ স্নানচূৰ্ণেৰে নিজৰ শৰীৰ নিৰ্ম্মল কৰিব পাৰে আৰু আন জাতিৰ লোকে তাক কৰিব নোৱাৰে ?

এস্মুকাৰী—হে গৌতম, তেনে হব নোৱাৰে। চাৰিওটা জাতিৰ মানুহে নৈলৈ গৈ স্নানচূৰ্ণেৰে নিজৰ শৰীৰ নিৰ্ম্মল কৰিব পাৰে।

ভগৱান—তেনেকৈয়ে হে ব্ৰাহ্মণ, আটাইবোৰ জাতিৰ লোকে তথাগতৰ উপদেশ অনুসৰি ন্যায় ধৰ্ম্মৰ আৰাধনা কৰিব পাৰে।

**ব্ৰাহ্মণবৰ্ণৰ শ্ৰেষ্ঠতা লৈ উচ্চ দাবী**—বুদ্ধ ভগৱানৰ পৰিনিৰ্ব্বাণৰ পিচত বুদ্ধৰ মুখ্য শিষ্য সকলে চাতুৰ্ব্বৰ্ণ্য নামানিছিল। তেওঁলোকে কৈছিল যে চাতুৰ্ব্বৰ্ণ্য কৃত্ৰিম। 'ইয়াৰ এটা ভাল উদাহৰণ 'মঝ্‌ঝিম-নিকায়'ৰ (সংখ্যা ৮৪) মধুৰসুত্তত পোৱা যায়। ইয়াৰ সাৰাংশ হল এই—

এবাৰ আয়ুষ্মান মহাকচ্চান মধুৰাৰ[৫] ওচৰৰ গুন্দাবনত আছিল। মধুৰাৰ ৰজা অৱন্তিপুত্ৰই মহাকচ্চানৰ কীৰ্ত্তিৰ কথা শুনি নিজৰ দল-বল লৈ তেওঁৰ ওচৰলৈ গল আৰু কুশল বাতৰি সুধি এফালে আসন গ্ৰহণ কৰিলে। তাৰ পিচত কলে, 'হে কাত্যায়ন, ব্ৰাহ্মণ সকলে কয় যে ব্ৰাহ্মণ বৰ্ণই শ্ৰেষ্ঠ, আন বৰ্ণ হীন, ব্ৰাহ্মণ বৰ্ণ শুক্ল, আন বৰ্ণ কৃষ্ণ, ব্ৰাহ্মণেহে মুক্তি পাব পাৰে, আন বৰ্ণই নোৱাৰে আৰু ব্ৰাহ্মণ ব্ৰহ্মদেৱৰ মুখৰ পৰা উৎপন্ন আৰু ব্ৰহ্মদেৱৰ ঔৰস পুত্ৰ। এই সম্বন্ধে আপোনাৰ মত কি ?'

কাত্যায়ন—হে মহাৰাজ, ইতো নিৰা ঘোষ (কটু চিঞৰ)! ধৰি লওক, কোনো ক্ষত্ৰিয় ধন-ধান্য বা ৰাজ্যৰ দ্বাৰা সমৃদ্ধ হল, তেতিয়া চাৰিও বৰ্ণৰ লোকে তেওঁৰ সেৱা কৰিবনে নকৰে ?

---

(৫) তেতিয়াৰ 'মধুৰা'ই আজি-কালিৰ 'মথুৰা'।

ৰজা—হে কাত্যায়ন, চাৰিও বৰ্ণৰ লোকে তেওঁৰ সেৱা কৰিব।

কাত্যায়ন—তেনে হলে, চাৰিও বৰ্ণৰ লোক সমান বুলি প্ৰমাণিত নহল নে?

ৰজা—এই দৃষ্টিৰ পৰা চাৰিওটা বৰ্ণৰ লোক নিশ্চিতৰূপে সমান বুলি প্ৰমাণিত হয়। মইতো তেওঁলোকৰ মাজত কোনো প্ৰভেদ নেদেখোঁ।

কাত্যায়ন—সেই বাবেই মই কওঁ যে ব্ৰাহ্মণেই শ্ৰেষ্ঠ বৰ্ণ আদি বুলি দাবী কৰাটো এটা চিঞৰ-বাখৰ মাথোন। মহাৰাজৰ জানো এনে ধাৰণা নহয় যে যদিহে ক্ষত্ৰিয়, ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰই প্ৰাণীহত্যা আদি পাপ কৰে তেওঁলোক আটাযেই সমানে দুখ ভোগ কৰিব লাগিব?

ৰজা—চাৰিওটা বৰ্ণৰ যি কোনো লোকে পাপ কৰ্ম্ম কৰিলে তেওঁ সমানেই দুৰ্গতি ভোগ কৰিব লাগিব।

কাত্যায়ন—ঠিক কথা। মহাৰাজ, যদি তেনেকুৱাই হয় তেন্তে চাৰিওটা বৰ্ণ সমান বুলি জানো প্ৰমাণ পোৱা নগল? এই বিষয়ে আপোনাৰ মত কি?

ৰজা—এই দৃষ্টিৰ পৰা চাৰিওটা বৰ্ণ সমান বুলিয়ে নিশ্চিত প্ৰমাণ পোৱা যায়। মইতো এই বিষয়ত কোনো প্ৰভেদ বিচাৰি নাপাওঁ।

কাত্যায়ন—যদি চাৰিওটা বৰ্ণৰ যি কোনো লোক প্ৰাণী হত্যা আদি পাপৰ পৰা বিৰত হৈ যায়, তেন্তে তেওঁ জানো স্বৰ্গলৈ নাযাব?

ৰজা—মোৰ বোধেৰে তেনে লোক স্বৰ্গলৈ যাব।

কাত্যায়ন—আৰু সেই বাবেই মই কওঁ যে ব্ৰাহ্মণ বৰ্ণকে শ্ৰেষ্ঠ বুলি কোৱাটো মাথোন চিঞৰ-বাখৰ। হে মহাৰাজ, ধৰি লওক, আপোনাৰ ৰাজ্যৰ কোনো জাতিৰ লোকে চুৰি, লোটপাট, পৰদাৰাগমন আদি অপৰাধ কৰে আৰু ৰাজ-কৰ্ম্মচাৰীয়ে তেনে লোকক আনি আপোনাৰ আগত হাজিৰ কৰায়, তেতিয়া জানো আপুনি ( সেই লোকৰ জাতিৰ বিচাৰ নকৰি ) উচিত দণ্ড নিদিব?

ৰজা—যদি তাৰ অপৰাধ বধ্য তেন্তে মই তাক বধ কৰোৱাম, দণ্ডনীয় হলে দণ্ড বিহিম আৰু নিৰ্ব্বাসন কৰাৰ যোগ্য হলে মই তাক নিৰ্ব্বাসন দিয়াম, কিয়নো ব্ৰাহ্মণ আদি তাৰ প্ৰথমতে যি সংজ্ঞা আছিল সি তেতিয়া আৰু নাইকিয়া হৈছে। তেতিয়া অকল অপৰাধী বুলিহে গণ্য কৰা হব।

কাত্যায়ন—তেনেহলে চাৰিওটা বৰ্ণ জানো সমান নহল ?

ৰজা—এই দৃষ্টিৰ পৰা চাৰিওটা বৰ্ণ সমান যেন লাগে।

কাত্যায়ন—ধৰি লওক, এই চাৰিবৰ্ণৰ যি কোনো এটাৰ কোনো এজন লোক পৰিব্ৰাজক হল আৰু তেওঁ সদাচাৰ পালন কৰিবলৈ ললে। তেতিয়া আপুনি তেওঁৰ লগত কেনে ধৰণৰ ব্যৱহাৰ কৰিব ?

ৰজা—মই তেওঁৰ বন্দনা কৰিম, তেওঁক উপযুক্ত সম্মান দেখুৱাম আৰু তেওঁক উপযুক্ত অন্নবস্ত্ৰ আদি সামগ্ৰীও উপহাৰ দিম কিয়নো তেতিয়া তেওঁৰ আগৰ সেই ক্ষত্ৰিয়, ব্ৰাহ্মণ, বৈশ্য বা শূদ্ৰ আদি সংজ্ঞা লোপ পাই অকল শ্ৰমণ সংজ্ঞাইহে তেওঁৰ চিনাকি দিব।

কাত্যায়ন—তেনেহলে চাৰিওটা বৰ্ণ সমান যে তাৰ প্ৰমাণ পোৱা নগল নে ?

ৰজা—এইদৰে চালে চাৰিওটা বৰ্ণ অৱশ্যে সমান।

কাত্যায়ন—সেই হেতুকেই মই কওঁ যে ব্ৰাহ্মণ বৰ্ণকে অকল শ্ৰেষ্ঠ বুলি কোৱাটো চিঞৰ-বাখৰৰ বাহিৰে আন একো নহয়।

এই সংবাদৰ পিচত অৱন্তিপুত্ৰ ৰজাই মহাকাত্যায়নক কলে, 'হে কাত্যায়ন, আপোনাৰ উপদেশ বৰ সুন্দৰ। যিদৰে ওলোটাই ৰখা বাচন ওপৰ-মুৱা কৰি দিয়া হয়, ঢাকনি দি থোৱা বস্তু মোকোলাই দিয়া হয়, অথবা চকু-থকা মানুহক আন্ধাৰত বয়-বস্তু দেখা পাবলৈ জোৰ অলাই দিয়া হয়, সেইদৰে ভৱান্ কাত্যায়নেও ভালেমান প্ৰকাৰে ধৰ্ম্মোপদেশ দিলে। গতিকে মই ভৱান্ কাত্যায়নৰ ধৰ্ম্ম আৰু ভিক্ষু-

সংঘৰ শৰণ লওঁ। মোক আজিৰে পৰা আমৰণ শৰণ লোৱা উপাসক বুলি ধৰি লব।’

কাত্যায়ন—মহাৰাজ, আপুনি মোৰ শৰণ নলব। মই যি ভগৱানৰ শৰণ লৈছোঁ, আপুনিও তেওঁৰ শৰণ লওক।

ৰজা—হে কাত্যায়ন, সেই ভগৱান এতিয়া ক’ত?

কাত্যায়ন—সেই ভগৱানৰ সম্প্ৰতি পৰিনিৰ্ব্বাণ প্ৰাপ্তি হৈছে।

ৰজা—ভগৱান জীয়াই থকা হেঁতেন, মই তেওঁৰ দৰ্শন লাভৰ কাৰণে এশ যোজন দূৰলৈকো গলোহেঁতেন। কিন্তু এতিয়া সেই পৰিনিৰ্ব্বাণ প্ৰাপ্ত ভগৱানৰে মই শৰণ লওঁ। আজিৰ পৰা মোক আমৰণ শৰণ লোৱা উপাসক বুলি ধৰি লব।

দ্বিতীয় অধ্যায়ত দিয়া ‘অঙ্গুত্তৰনিকায়’ৰ সুত্তৰ পৰা দেখা যাব যে বুদ্ধৰ জীৱন-কালত মথুৰাত বৌদ্ধ ধৰ্ম্মৰ বিশেষ প্ৰসাৰ হোৱা নাছিল। অৱন্তিপুত্ৰ বুদ্ধৰ পৰিনিৰ্ব্বাণৰ পিচত ৰজা হৈছিল চাগৈ, কিয়নো বুদ্ধৰ জীৱন-কালত তেওঁ সিংহাসনত উঠাহেঁতেন তেওঁ নিশ্চয় বুদ্ধৰ সম্পৰ্কে কিছু নহয় কিছু কথা জানিলেহেঁতেন। ওপৰত দিয়া সুত্তৰ শেষ অংশৰ পৰা স্পষ্টভাৱে দেখা যায় যে ৰজাই বুদ্ধৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি সম্বন্ধেও একো নাজানিছিল। বুদ্ধৰ জীৱন-কালত তেওঁৰ বাপেক ৰজা আছিল আৰু তেওঁ ব্ৰাহ্মণ ধৰ্ম্মৰ প্ৰতি বিশেষ গুৰুত্ব দিছিল, গতিকে তেওঁ বোধ হয় বুদ্ধৰ প্ৰতি বিশেষ ধ্যান দিয়া নাছিল। মহাকাত্যায়ন অৱন্তীবাসী আছিল; মূলতে তেওঁ ব্ৰাহ্মণ আছিল আৰু বিদ্বানো আছিল, গতিকে তেওঁ তৰুণ অৱন্তিপুত্ৰ ৰজাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল যেন অনুমান হয়।

**শ্ৰমণসকলে জাতিভেদ ধ্বংস কৰিব লোৱাৰিলে**—ওপৰত দিয়া চাৰিটা সুত্তৰ প্ৰথম ‘ৱাসিষ্ঠ সুত্ত’ত বুদ্ধ ভগৱানে স্পষ্টভাৱে দেখুৱাই

দিছে যে জাতিভেদ প্ৰাকৃতিক নহয়। দ্বিতীয় 'অস্সলায়নসুত্ত'ত তেওঁ ব্ৰাহ্মণ সকল ব্ৰহ্মদেৱৰ মুখৰ পৰা উৎপন্ন হোৱাৰ যুক্তি খণ্ডন কৰি দেখুৱাইছে। তৃতীয় 'এসুকাৰিসুত্ত'ৰ দ্বাৰা প্ৰমাণ কৰা হৈছে যে আন আন বৰ্ণৰ কৰ্ত্তব্য অকৰ্ত্তব্য নিৰ্ণয় কৰি দিবলৈ ব্ৰাহ্মণসকলৰ কোনো অধিকাৰ নাই। চতুৰ্থ 'মধুৰসুত্ত'ত মহাকাত্যায়নে স্পষ্টভাৱে দেখুৱাই দিছে যে আৰ্থিক আৰু নৈতিক দৃষ্টিকোণৰ পৰা জাতিভেদৰ কল্পনা কিমান নিৰৰ্থক। এই সুত্ত কেইটা ভালদৰে আলোচনা কৰি চালে ফটফটীয়াভাৱে দেখা যায় যে বুদ্ধ অথবা তেওঁৰ শিষ্যসকলে জাতিভেদ সমূলি ভাল নাপাইছিল আৰু তাৰ লোপ সাধন কৰিবলৈ তেওঁলোকে যথেষ্ট চেষ্টা কৰিছিল। কিন্তু সেই কাম তেওঁলোকৰ ক্ষমতাৰ বাহিৰৰ কথা আছিল। ব্ৰাহ্মণসকলে অকল ভাৰতৰ মাজ ভাগতে নহয়, গোদাৱৰীৰ পাৰলৈকে জাতি-ভেদ প্ৰথা বিয়পাই দিছিল; তাক আঁতৰাই দিয়াটো যি কোনো শ্ৰমণ-সংঘৰ পক্ষে সম্ভৱপৰ নহল।

**শ্ৰমণ সকলৰ মাজত জাতি-ভেদ নাছিল**—তথাপি ঋষি-মুনি-সকলৰ পৰম্পৰা অনুসৰি শ্ৰমণ সকলে নিজৰ সংঘত জাতিভেদক স্থান দিয়া নাছিল। যি কোনো জাতিৰে মানুহ শ্ৰমণ হৈ যি কোনো সংঘতে প্ৰৱেশ কৰিব পাৰিছিল। আমি নৱম অধ্যায়ত উল্লেখ কৰি আহিছোঁইক যে হৰিকেশিবল চাণ্ডাল আছিল আৰু তেওঁ নিগ্ৰ্ন্থ (জৈন) সংঘত আছিল। বুদ্ধৰ ভিক্ষুসংঘততো স্বপাক নামৰ চাণ্ডাল আৰু সুনীত নামৰ ভঙ্গীৰ নিচিনা অস্পৃশ্য জাতিত উৎপন্ন মহান্ সাধু আছিল।[৬] ভগৱান বুদ্ধই কৈছিল, যে 'আমাৰ সংঘৰ মহান্ গুণবোৰৰ ভিতৰত এটা হ'ল এযে যে ইযাত কোনো জাতিভেদৰ বাবে ঠাই নাই।' ভগৱানে কৈছিল, 'হে ভিক্ষুসকল, গঙ্গা, যমুনা, অচিৰৱতী, সৰযু, মহী আদি নৈবোৰ

(৬) চাওক, 'বৌদ্ধ সংঘাচা পৰিচয়', পৃষ্ঠা ২৫৩-৫৬

মহাসাগৰত গৈ মিলিলে নিজৰ নিজৰ নাম এৰি মাথোন মহাসাগৰ নাম লয়, সেইদৰে ক্ষত্ৰিয়, ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰ এই চাৰিটা বৰ্ণৰ লোক তথাগতৰ সংঘত প্ৰৱেশ কৰিলে নিজৰ আগৰ নাম গোত্ৰ এৰি কেৱল শাক্যপুত্ৰীয় শ্ৰমণ নামেৰেহে পৰিচিত হয়।' [৭]

**অশোকৰ সময়ৰ বৌদ্ধ সংঘত জাতিভেদ নাছিল—** 'দিব্যাৱদানত দিয়া যশ অমাত্যৰ কাহিনীৰ পৰা দেখা যায় যে অশোকৰ সময়ৰ বৌদ্ধ সংঘয়ো জাতি-ভেদ সমূলি নামানিছিল।

অশোক ৰজা অলপতে মাথোন বৌদ্ধ হৈছিল আৰু তেওঁ আটাইবোৰ ভিক্ষুৰে চৰণ স্পৰ্শ কৰিছিল। তাকে দেখি যশ নামৰ তেওঁৰ অমাত্যই কলে, 'মহাৰাজ, এই শাক্য শ্ৰমণ সকলৰ মাজত সকলো জাতিৰে লোক আছে। তেওঁলোকৰ আগত আপুনি আপোনাৰ অভিষিক্ত মস্তক অৱনত কৰাটো উচিত নহয়।'

অশোকে কোনো উত্তৰ নিদিলে। কিছু সময়ৰ পিচত তেওঁ ছাগলী, ভেৰা আদি প্ৰাণীৰ মূৰ অনাই বিক্ৰী কৰালে। তাৰ পিচত যশক মানুহৰ মূৰ অনাই বেচাবলৈ কলে। ভেৰা ছাগলী আদি প্ৰাণীৰ মূৰ বেচি অলপ নহয় অলপ মূল্য পোৱা গল, কিন্তু মানুহৰ মূৰ কোনেও নিকিনিলে। তেতিয়া অশোকে কলে যে সেই মানুহৰ মূৰটো কাকো বিনামূল্যে দিয়া হওক। কিন্তু সেই মূৰ বিনামূল্যে লওঁতা কোনো লোককো যশ অমাত্যই বিচাৰি নাপালে। সেই কথা তেওঁ অশোকক জনালত অশোকে সুধিলে, 'মানুহৰ এই মূৰ বিনামূল্যে দিয়াতো তাক কোনেও নলয় কিয়?'

যশ—কিয়নো মানুহে সেই মূৰক ঘিণ কৰে।

অশোক—মানুহে এই মানুহজনৰ মূৰকে ঘিণ কৰেনে, আটাইবোৰ মানুহৰ মূৰকে ঘিণ কৰে?

(৭) উদান ৫।৫ আৰু 'অঙ্গুত্তৰ নিকায়', অট্ঠকনিপাত।

যশ—মহাৰাজ, যি কোনো মানুহৰে মূৰ কাটি আন মানুহৰ ওচৰলৈ নিলে তেওঁলোকে তাক এই দৰেই ঘিণ কৰিব।

অশোক—তেওঁলোকে মোৰ মূৰটোকো তেনে দৰেই ঘিণ কৰিবনে?

এই প্ৰশ্নৰ উত্তৰ দিবলৈ যশৰ ভয় লাগিল। কিন্তু অশোকে তেওঁক অভয় দিয়াত তেওঁ কলে, 'মহাৰাজ, আপোনাৰ মূৰটোকো মানুহে এনে-দৰেই ঘিণ কৰিব।'

অশোক—তেনেহলে এনে মূৰ যদি মই ভিক্ষু সকলৰ চৰণত ৰাখি তেওঁলোকৰ সন্মান কৰোঁ তেনে হলে তাক তুমি বেয়া বুলি ধৰাৰ কি আৱশ্যকতা আছে?

এই সম্বাদৰ পিচত কেইটামান শ্লোক আছে। তাৰে এটা হল:—

আৱাহকালেঽথ ৱিৱাহকালে
জাতেঃ পৰীক্ষা ন তু ধৰ্ম্মকালে।
ধৰ্মক্ৰিযাযা হি গুণা নিমিত্তা
গুণাশ্চ জাতিং ন বিচাৰয়ন্তি॥

অৰ্থাৎ 'লৰা আৰু ছোৱালীৰ বিয়াত [৮] জাতিৰ বিচাৰ কৰা উচিত। ধাৰ্ম্মিক বিষয়ত জাতিৰ বিচাৰ কৰাৰ কাৰণ নাই, কিয়নো ধাৰ্ম্মিক বিষয়ত গুণলৈ লক্ষ্য কৰিব লাগে আৰু গুণতো জাতিৰ ওপৰত নিৰ্ভৰ নকৰে।'

**জৈন সংঘই জাতি-ভেদ মানি লয়**—আন আন সংঘবোৰৰ ভিতৰত মাথোন নিগ্ৰ্ন্থ-সংঘ সম্বন্ধেহে আজিকালি অলপ অচৰপ জানিব পৰা যায়। 'আচাৰাঙ্গ সূত্ৰ'ৰ নিৰুক্তিৰ পৰা অনুমান হয় যে অশোকৰ সময়ৰ আগৰে পৰাই এই শ্ৰমণ সংঘই জাতি-ভেদক গুৰুত্ব দিবলৈ আৰম্ভ কৰিছিল। জৈন সকলৰ ধাৰণা মতে এই নিৰুক্তিৰ বৰ্চোতা

(৮) 'আৱাহ'ৰ অৰ্থ বিয়া কৰাই বোৱাৰী ঘৰলৈ অনা আৰু 'ৱিৱাহ'ৰ অৰ্থ হল নিজৰ ছোৱালীক বিয়া দি শহুৰী খাটিবলৈ পঠোৱা।

হল ভদ্ৰবাহু আৰু তেওঁ আছিল চন্দ্ৰগুপ্তৰ গুৰু। এই নিৰুক্তিৰ প্ৰথমতে জাতিভেদ সম্বন্ধে উল্লেখ কৰা কথাবোৰৰ সাৰাংশ হল এই—

চাৰিটা বৰ্ণৰ সংযোগৰ পৰা ষোলটা বৰ্ণৰ উৎপত্তি হয়। ব্ৰাহ্মণ পুৰুষ আৰু ক্ষত্ৰিয় তিৰোতাৰ সম্বন্ধৰ পৰা প্ৰধান ক্ষত্ৰিয় বা সংকৰ ক্ষত্ৰিয় উৎপন্ন হয়। ক্ষত্ৰিয়ৰ পুৰুষ আৰু বৈশ্য তিৰোতাৰ সম্বন্ধৰ দ্বাৰা প্ৰধান বৈশ্য বা সংকৰ বৈশ্য উৎপন্ন হয়। বৈশ্য পুৰুষ আৰু শূদ্ৰ তিৰোতাৰ সম্বন্ধৰ ফলত প্ৰধান শূদ্ৰ বা সংকৰ শূদ্ৰ উৎপন্ন হয়। এইদৰে সাত বৰ্ণৰ সৃষ্টি হয়। এতিয়া ই হল নয় বৰ্ণান্তৰ—(১) ব্ৰাহ্মণ পুৰুষ আৰু বৈশ্য তিৰোতাৰ পৰা অম্বষ্ঠ, (২) ক্ষত্ৰিয় পুৰুষ আৰু শূদ্ৰ তিৰোতাৰ পৰা উগ্ৰ, (৩) ব্ৰাহ্মণ পুৰুষ আৰু শূদ্ৰ তিৰোতাৰ পৰা নিষাদ, (৪) শূদ্ৰ পুৰুষ আৰু ক্ষত্ৰিয় তিৰোতাৰ পৰা অযোগৱ, (৫) বৈশ্য পুৰুষ আৰু ক্ষত্ৰিয় তিৰোতাৰ পৰা মাগধ, (৬) ক্ষত্ৰিয় পুৰুষ আৰু ব্ৰাহ্মণ তিৰোতাৰ পৰা সূত, (৭) শূদ্ৰ পুৰুষ আৰু ক্ষত্ৰিয় তিৰোতাৰ পৰা ক্ষত্তা (৮) বৈশ্য পুৰুষ আৰু ব্ৰাহ্মণ তিৰোতাৰ পৰা বৈদেহ (৯) শূদ্ৰ পুৰুষ আৰু ব্ৰাহ্মণ তিৰোতাৰ পৰা চাণ্ডাল...... উৎপন্ন হয়।[১]

আজিকালিৰ মনুস্মৃতি এই নিযুক্তিৰ তুলনাত ভালেখিনি আধুনিক, তথাপি এনেদৰে অনুমান কৰিলে আপত্তি নহব যে এই নিযুক্তিৰ সমসাময়িক ব্ৰাহ্মণ সকলে মনুস্মৃতিত নিৰ্দ্দিষ্ট অনুলোম-প্ৰতিলোপ জাতিবোৰৰ উৎপত্তি এইদৰে ব্যাখ্যা কৰাৰ চেষ্টা চলাইছিল। জৈন সকলে এই উৎপত্তিৰ ব্যাখ্যা ব্ৰাহ্মণ সকলৰ পৰা লোৱা বুলিও দৃঢ় সন্দেহ হয়। সি যিয়েই নহওক নিৰ্গ্ৰন্থ শ্ৰমণ সকলে জাতিভেদ স্বীকাৰ কৰি লোৱাৰ ই এটা ভাল প্ৰমাণ।

---

(১) আচাৰাঙ্গনিযুক্তি, অধ্যায় ১, গাথা ২১ৰ পৰা ২৭ লৈ.

**হীন জাতিৰ লোকক জৈন সাধু-সংঘত লোৱাৰ নিষেধ—**

বালবুড্ঢে নপুংসেয় কী ৱে জড্ঢে য় ৱাহিএ।
তেণে ৰাযৱগাৰী য উন্মত্তে য় অদংসণে॥
দাসে দুট্ঠেয় মূঢেয় অণত্তে জুংগিএ ইয়।
উবদ্ধএ চ ভয়এ সেহনিপ্‌ফেডিয়া ইয়॥

অৰ্থাৎ (১) বাল, (২) বৃদ্ধ, (৩) নপুংসক (৪) ক্লীৱ, (৫) জড়, (৬) ব্যাধিত, (৭) চোৰ, (৮) ৰাজ অপৰাধী, (৯) উন্মত্ত, (১০) অদৰ্শন (১১) দাস, (১২) দুষ্ট, (১৩) মূঢ, (১৪) ধৰুৱা (১৫) জুঙ্গিত, (১৬) কয়দী, (১৭) ভয়াতুৰ আৰু (১৮) পলুৱাই অনা শিষ্য; এই ওঠৰ প্ৰকাৰৰ মানুহক জৈন সাধু সংঘত লোৱাটো নিষিদ্ধ, ইযাৰে ভালেমানক বৌদ্ধ ভিক্ষু সংঘতো লব পৰা নগৈছিল। এই দুযোটা সংঘৰে প্ৰৱেশ-বিধিৰ ( উপ-সম্পদাৰ ) তুলনা অতিশয় প্ৰাসঙ্গিক হব।[১০] কিন্তু সি এই অধ্যায়ৰ আলোচ্য বিষয নহয়। ওপৰত উল্লেখ কৰা ওঠৰটা শ্ৰেণীৰ লোকৰ ভিতৰত মাথোন পঞ্চদশ শ্ৰেণীৰ সম্বন্ধে আলোচনা কৰাটো আৱশ্যক হব। সেই শব্দৰ টীকা হল এই :

তথাজাতি-কৰ্ম-শৰীৰাদির্ভিদূষিতো জুংগিতঃ। তত্র মাতঙ্গ-কোলিক-বৰুড-সূচিক-ছিংপাদযোৎস্পৃশ্যা জাতি জুংগিতাঃ। স্পৃশ্যা অপি-স্ত্রী-ময়ূৰ-কুক্কুট-শুকাদিপোষকা। ৱংশৰৱত্ৰাৰোহণ-নখপ্ৰক্ষালন-সৌকৰিকত্ব-ৱাগুৰিকত্বাদিনিন্দিত কৰ্ম কাৰিণঃ কৰ্ম জুংগিতাঃ। কৰচৰণ ৱৰ্জিতাঃ পঙ্গু-কুব্জ-ৱামনক-কাৰণ প্ৰভৃতয়ঃ শৰীৰ জুংগিতাঃ। তেঽপি ন দীক্ষাৰ্হা লোকেঽৱৰ্ণৱাদ সম্ভৱাৎ।

অৰ্থাৎ 'এইদৰে জাতি, কৰ্ম্ম, শৰীৰ আদিৰে দূষিতক জুঙ্গিত বুলি কোৱা যায়। তাৰে ভিতৰত মাতঙ্গ ( চাণ্ডাল ), মাছমৰীযা, বৰুড,

(১০) বৌদ্ধ ভিক্ষু-সংঘৰ প্ৰৱেশ বিধি সম্বন্ধে 'বুদ্ধ ধৰ্ম্ম আৰু সংঘ'ৰ পৃষ্ঠা ৫৬-৬০ আৰু 'বৌদ্ধ সংঘাচা পৰিচয়' পৃষ্ঠা ১৭-১৯ চাওক।

দৰ্জী, কাপোৰৰ বোল দিওঁতা আদি অস্পৃশ্য জাতি জুঙ্গিত। স্পৃশ্য হৈও যি মানুহে তিৰোতা, ম'ৰাচৰাই, কুকুৰা চৰাই, ভাট্টৌ আদিৰ পালন, বাহ আৰু ৰচী আদিত উঠি খেল দেখুৱা, নখ পৰিষ্কাৰ কৰা, গাহৰী পোহা, ধনু চলোৱা ব্যাধৰ বৃত্তি আদি নিন্দনীয় কাম কৰে তেনে লোক কৰ্ম্ম জুঙ্গিত। হাত-ভৰিহীন, পঙ্গু, কুঁজা, বাওনা, কণা আদি শৰীৰ জুঙ্গিত। ৰাইজৰ মাজত এই সম্বন্ধে আলোচনা সমালোচনা হোৱাৰ সম্ভাৱনা থকা কাৰণে এই লোক সকলো দীক্ষা দিযাৰ যোগ্য নহয়।[১১]

বৌদ্ধ-ভিক্ষু-সংঘত প্ৰৱেশ লাভৰ কাৰণে জাতিৰ বাধা নাছিল। কোনো কৰ্ম্ম নিন্দনীয় হলে তাক অৱশ্যে এৰি দিব লাগিছিল, কিন্তু তাৰ দ্বাৰা কোনো লোকক দীক্ষা পোৱাৰ বাবে অযোগ্য বুলি গণ্য কৰা নহৈছিল।

**হিন্দু সমাজত অহিন্দুৰ প্ৰৱেশ**—তথাপিও বৌদ্ধ আৰু জৈন সম্প্ৰদায়ে বিদেশী লোকক হিন্দু-সমাজত গ্ৰহণ কৰি লোৱাৰ নিচিনা এটা ডাঙৰ কাম কৰি থৈ গৈছে। গ্ৰীক, শক, হুণ, মালৱ, গুৰ্জ্জৰ আদি দেশবিদেশৰ জাতিবোৰ ভাৰতবৰ্ষলৈ আহিছিল আৰু এই দুটা ধৰ্ম্মৰ আহল বহল দুৱাৰেৰে তেওঁলোকেও হিন্দু-সমাজত প্ৰৱেশ কৰিছিল।

প্ৰথমতে এই লোকসকল জৈন বা বৌদ্ধ হৈছিল আৰু তাৰ পিচত নিজৰ ৰুচি অনুসৰি ব্ৰাহ্মণ, ক্ষত্ৰিয় বা বৈশ্য হৈছিল। ইয়াৰ প্ৰমাণ কৰিব পাৰি যে একে পৰিয়ালৰে এজন ভায়েকৰ সন্তানে হযতো ক্ষত্ৰিয়ত্ব আৰু আন জনৰ সন্তানে হয়তো ব্ৰাহ্মণত্ব স্বীকাৰ কৰি লৈছিল।[১২]

---

(১১) 'প্ৰৱচন সাৰোদ্ধাৰ', দ্বাৰ ১০৭। এই উদ্ধৃতিৰ প্ৰতি মুনি শ্ৰীজিন বিজয়জীয়ে মোৰ দৃষ্টি আকৰ্ষণ কৰে, তাৰ বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ—লেখক।

(১২) এই প্ৰসঙ্গত চাওক, Indian Antiquary, Vol. 40, January 1911, pp. 7-37 প্ৰকাশিত Dr. D. R. Bhandarkarৰ 'The Foreign Elements in the Indian Population' শীৰ্ষক প্ৰবন্ধ; বিশেষকৈ ৩৫-৩৬ পৃষ্ঠাত উল্লেখ কৰা বিষয়।

**অস্পৃশ্যতাৰ পৰিণাম**—এইদৰে বিজেতা সকল তো হিন্দু-সমাজত মিলি গল কিন্তু অস্পৃশ্য সকলৰ অৱস্থাৰ হলে কোনোৰূপ উন্নতি নহল। জৈন আৰু বৌদ্ধ শ্ৰমণসকলে কালৈকো কেৰেপ নকৰাকৈ তেওঁলোকৰ অনুকূলে অন্দোলন চলোৱাৰ ফলত অস্পৃশ্যসকলৰ প্ৰতি আন বোৰ লোকৰ মাজত ঘৃণা বাঢ়ি গল, তেওঁলোকক উৎপীড়ন কৰিবলৈ ধৰা হল আৰু শেহত লাহে লাহে তাৰ পৰিণাম সদৌ সমাজ তথা জৈন আৰু বৌদ্ধ সকলেও ভুগিবলগীয়া হল।

জাতিভেদ ক্ৰমে কঠোৰ হৈ যোৱাৰ লগে লগে জৈন আৰু বৌদ্ধ সকলকো ক্ৰমান্বয়ে অধিক নিন্দনীয় বুলি গণ্য কৰা হল, তাৰ কাৰণ হল এয়ে যে তেওঁলোকে আটাইবোৰ জাতিৰ মানুহৰে পৰা ভিক্ষা গ্ৰহণ কৰিছিল। জৈন সংঘত অস্পৃশ্য লোকক লোৱাত নিষেধ থাকিলেও তেওঁলোকে সংঘত শূদ্ৰক গ্ৰহণ কৰিছিল যেন লাগে। বৌদ্ধ-সংঘততো শেহলৈকে জাতিভেদৰ বাবে ঠাই নাছিল, কিন্তু সমাজত জাতিভেদ বাঢ়ি গৈছিল আৰু শম্বুকৰ নিচিনা কাহিনী ৰচনা কৰি তাক লোকপ্ৰিয় পুৰাণত সামৰি লৈ ৰাইজৰ আগত দাঙি ধৰাটো ব্ৰাহ্মণৰ পক্ষে সম্ভৱ হৈ পৰিছিল। ধীৰে ধীৰে বৌদ্ধ শ্ৰমণসকল ধ্বংস হৈ গল, আৰু জৈন শ্ৰমণসকল কোনোৰকমে তিষ্ঠি থাকিল। কিন্তু তেওঁলোকৰ দ্বাৰা সমাজ সংশোধনৰ কোনোৰূপ গুৰুত্বপূৰ্ণ কাম হব নোৱাৰিলে।

**আন আন দেশত ভিক্ষু-সংঘৰ কাম**—জাতিভেদৰ সমুখত বৌদ্ধ ভিক্ষু-সংঘ ভাৰতবৰ্ষত তিষ্ঠি থাকিব নোৱাৰিলে সঁচা, কিন্তু বাহিৰৰ দেশত এই সংঘই ভালেমান কাম কৰি দেখুৱাইছে। দক্ষিণৰ সিংহল দ্বীপ, পুবৰ মান দেশৰ পৰা আৰম্ভ কৰি জাপানলৈকে আৰু উত্তৰ পিনে তিব্বত মঙ্গোলীয়া আদি দেশত বৌদ্ধ-সংঘই এসময়ত বহুজন-সমাজক

সুসংস্কৃত ভাৱে গঢ়ি তুলিছিল। উত্তৰ পিনে হিমালয় পাৰ হৈ গৈ আৰু দক্ষিণ আৰু পূব পিনে সমুদ্ৰ যাত্ৰা কৰি অনেক ভিক্ষুৱে এই আটাইবোৰ দেশতে বৌদ্ধ সংস্কৃতিৰ ধ্বজা উৰাইছিল, ইয়াৰ বীজ বুদ্ধৰ ওপৰত দি অহা উপদেশত নিহিত আছে। বুদ্ধই জাতিভেদক অলপ মানো ঠাই দিয়া হেঁতেন তেওঁৰ অনুগামী ভিক্ষুসকলে ম্লেচ্ছ বুলি পৰিগণিত দেশ-বোৰলৈ গৈ বৌদ্ধধৰ্ম্মৰ প্ৰসাৰ নকৰিলেহেঁতেন। এতেকে আমি কব পাৰোঁহক যে জাতিভেদৰ পৰা আমাৰ অৱশ্যে হানি হৈছে, কিন্তু পূব এচিয়া মহাদ্বীপৰ তাৰপৰা লাভ হে হৈছে।

## বুদ্ধ ভগৱানৰ মাংসাহাৰ[১]

পৰিনিৰ্ব্বাণৰ দিনা বুদ্ধ ভগৱানে চুন্দ কমাৰৰ ঘৰত গাহৰীৰ মঙহ খাইছিল আৰু আজি-কালিও বৌদ্ধ ভিক্ষুৱে কম অধিক পৰিমাণে মাংসাহাৰ কৰে, গতিকে স্বাভাৱিকতে এই প্ৰশ্নৰ উদয় হয় যে অহিংসা পৰম ধৰ্ম্ম বুলি বিশ্বাস কৰা বুদ্ধ আৰু তেওঁৰ অনুগামী সকলৰ এই আচৰণ কিমান দূৰ ক্ষমাৰ যোগ্য? এই প্ৰশ্ন লৈ ইয়াতে আলোচনা কৰাটো উচিত হব।

(১) ভিক্ষাৰ সময়ত ভগৱান মহাবীৰ আৰু আগৰ জৈন শ্ৰমণ সকলে মাংস গ্ৰহণ কৰিছিল বুলি লেখকৰ মন্তব্য সম্বন্ধে কেবা গৰাকী জৈন পণ্ডিতে আপত্তি কৰিছে; তেওঁলোকৰ মতে জৈন মূলগ্ৰন্থবোৰ সম্বন্ধে লেখকে দিয়া ব্যাখ্যা ভ্ৰমাত্মক। চিকিৎসাশাস্ত্ৰ আৰু শব্দকোষৰ আধাৰত তেওঁলোকে কয় যে এই অধ্যায়ত উদ্ধৃত জৈনধৰ্ম্ম গ্ৰন্থৰ 'কপোত' শব্দৰ অৰ্থ পাৰ চৰাই বা কপৌ নহয়, কপৌবুলীয়া এবিধ ফল অৰ্থাৎ 'কুষ্মাণ্ড'হে। সেইদৰে 'কুক্কুট' শব্দৰ অৰ্থও ইয়াত কুকুৰা চৰাই বুলি ধৰাটো উচিত নহব, ইয়াত 'কুক্কুট' শব্দৰ অৰ্থ 'বিজোৰা' নামৰ এবিধ ফল। তদুপৰি এই পণ্ডিতকেগৰাকীৰ মতে 'মাংস' শব্দৰ আন এটা অৰ্থ হল ফলৰ শাঁচ আৰু 'অস্থি' শব্দৰ অৰ্থও 'হাড়' বুলি ধৰাটো ভুল হব, কিয়নো গছৰ বীজ আৰু ফলৰ ভিতৰৰ গুটিৰ নামো অস্থি। তেওঁলোকে 'মাৰ্জ্জাৰ' শব্দৰ অৰ্থ 'মেকুৰী' বুলি নলৈ এক প্ৰকাৰৰ 'বায়ু' বুলি কব খোজে আৰু এই বায়ুক হেনো 'কুক্কুট' ফলেৰে শান্ত কৰা হয়।

এই বাক-বিতণ্ডা সম্বন্ধে সাহিত্য অকাদমীৰ তৰফৰপৰা কবলগীয়া একো নাই, কিন্তু অকাদমীৰ বিবেচনাৰে লেখকৰ মূল উক্তি অবিকৃত ৰাখি তাৰ লগতে আন পক্ষৰ ব্যাখ্যা সন্নিবিষ্ট কৰি দিয়াটোৱে ন্যায়-সঙ্গত হব। মূল মাৰাঠী পুথিৰ প্ৰকাশক ধৰ্ম্মানন্দ স্মাৰক নিধিয়ে এই টোকাটি লগতে দিবলৈ সম্মতি প্ৰকাশ কৰাত সাহিত্য অকাদমী আনন্দিত হৈছে।

বুদ্ধই পৰিনির্ব্বাণৰ দিনা আহাৰ কৰা সামগ্ৰীৰ নাম আছিল 'সূকৰ-মদ্দৱ'। সেই সম্বন্ধে বুদ্ধঘোষাচার্য্যই এইদৰে টীকা কৰিছে :

সূকৰমদ্দৱং তি নাতিতৰুণস্‌স নাতিজিণ্ণস্‌স এক জেট্‌ঠকসূকৰস্‌স পৱত্ত মংসং। তং কিৰ মুদুং চেৱ সিনিদ্ধং চ হোতি। তং পটিয়াদাপেত্বা সাধুকং পচাপেত্বাতি অৎথো। একে ভণন্তি, সূকৰমদ্দৱং তি পন মুদুও-দনস্‌স পঞ্চগোৰসয়ূসপাচনৱিধানস্‌স নামমেতং, যথা গৱপানং নাম পাক-নামং তি। কেচি ভণন্তি সূকৰমদ্দৱং নাম ৰসায়নৱিধি, তং পন ৰসায়নৎথে আগচ্ছতি, তং চুন্দেন ভগৱতো পৰিনিব্বানং ন ভৱেয্যা তি ৰসায়নং পটিয়ত্তং তি।

অর্থাৎ ' "সূকৰমদ্দৱ" এনে গাহৰীৰ ৰন্ধা মঙহ যি (গাহৰী) বৰ সৰুও নহয় আৰু বুঢ়াও নহয়, আৰু যি তেনেই সৰু পোৱালীতকৈ বয়সত ডাঙৰ। সি মৃদু আৰু স্নিগ্ধ হয়। তাক প্ৰস্তুত কৰাৰ অৰ্থ বৰ ভালদৰে ৰন্ধা বুলি বুজিব লাগিব। কোনো কোনোৰ মতে পঞ্চগোৰসেৰে ৰন্ধা অন্নৰে হল এই নাম, যিদৰে গৱপান এবিধ বিশেষভাৱে ৰন্ধা আহাৰ্য্যৰ নাম। খেনোৰ মতে "সূকৰমদ্দৱ" এবিধ ৰসায়ন আছিল, আৰু ৰসায়নৰ অৰ্থতে এই শব্দ প্ৰযোগ কৰা হৈছে। চুন্দই ভগৱানক এই সামগ্ৰী এই হেতুকেই দিছিল যাতে ভগৱানৰ পৰিনির্ব্বাণ হব নোৱাৰে।'

এই টীকাত 'সূকৰমদ্দৱ'ৰ মুখ্য অৰ্থ গাহৰীৰ মঙহেই কৰা হৈছে। তথাপি এই অৰ্থ ঠিক বুলি বুদ্ধঘোষাচার্য্যৰ বিশ্বাস নাছিল, কিয়নো সেই সময়ত এই শব্দৰ আৰু দুটা অৰ্থ কৰা হৈছিল। তদুপৰি 'উদান অট্‌ঠকথা'ত ইয়াৰ আৰু দুটা পৃথক অৰ্থ পোৱা যায়, সি হল এই :

কেচি পন সূকৰমদ্দৱং তি ন সূকৰমংসং, সূকৰেহি মদ্দিত ৱংসকলীৰো তি ৱদন্তি। অঞ্ঞে সূকৰেহি মদ্দিতপদেসে জাতং অহিচ্ছত্তকং তি।

অর্থাৎ 'খেনোৰ মতে, সূকৰমদ্দৱ গাহৰীৰ মঙহ নহয়। সি হল

গাহৰীয়ে খামুচি উলিয়াই অনা বাঁহৰ গজালি। আন কিছুমানৰ মতে সি হল গাহৰীয়ে লেতি লোৱা ঠাইত গজা কাঠফুলা।'

এইদৰে সূকৰমদ্দৱ শব্দৰ অৰ্থ লৈ ভালেমান মতভেদ আছে। তথাপি 'অঙ্গুত্তৰ নিকায়'ৰ পঞ্চকনিপাতত বুদ্ধ ভগৱানে গাহৰীৰ মঙহ খোৱা বুলি প্ৰমাণ পোৱা যায়। উগ্‌গ গহপতিয়ে কয়:

মনাপং মে ভন্তে সম্পন্নৱৰসূকৰ মংসং তং মে ভগৱা পটিগ্‌গণ্হাতু অনুকম্পং উপাদায়া তি। পটিগ্‌গহেসি ভগৱা অনুকম্পং উপাদায়া তি।

অৰ্থাৎ 'ভদন্ত, বঢ়িয়া গাহৰীৰ এই মঙহ বৰ ভালদৰে ৰান্ধি প্ৰস্তুত কৰা হৈছে। মোৰ ওপৰত কৃপা কৰি ভগৱানে ইয়াক গ্ৰহণ কৰক।' ভগৱানে কৃপা কৰি সেই মঙহ গ্ৰহণ কৰিছিল।

**জৈন শ্ৰমণসকলৰ মাংসাহাৰ**—আন আন শ্ৰমণ-সম্প্ৰদায়বোৰৰ ভিতৰত প্ৰধানকৈ জৈনসকলকে আটাইতকৈ অধিক তপস্বী বুলি গণ্য কৰা হয়। তথাপি 'আচাৰাঙ্গসূত্ৰ'ৰ তলত দিয়া উদ্ধৃতিৰ পৰা দেখা যায় যে জৈন-সম্প্ৰদায়ৰ শ্ৰমণেও মাংসাহাৰ কৰিছিল:

সে ভিক্‌খু ৱা ভিক্‌খুণী ৱা সেজ্জং পুন জাণেজ্জা বহু অট্‌ঠিয়ং মংসং ৱা বহু কণ্টকং, অস্মিং খলু পডিগাহিতংসি অপ্পে সিয়াভোয়ণজাএ বহু-উজ্‌ঝিয় ধম্মিএ। তহপ্পগাৰং বহু অট্‌ঠিয়ং ৱা মংসং, মচ্ছং, ৱা বহুকণ্টকং, লাভেৱি সন্তেণো পাডিগাহেজ্জা। সে ভিক্‌খু ৱা ভিক্‌খুণী ৱা গাহাৱইকুলং পিণ্ডৱায় পড়িয়াএ অণু পৱিট্‌ঠে সমাণে পৰো বহু অট্‌ঠিএণ মংসেন মচ্ছেণ উৱণিমংতেজ্জা, আউসংতো সমণা অভিকংখসি বহুঅট্‌ঠিয়ং মংসং পডিগাহেত্তএ? এয়প্পগাৰং ণিগ্‌ঘোসং সোচ্চা ণিসম্ম সে পুব্বমেৱ আলোএজ্জা, আউসোত্তি ৱা ভইণীত্তি ৱা ণো খলু মে কপ্পই বহুঅট্‌ঠিয়ং মংসং পডিগাহেত্তএ, অভিকংখসি সে দাউং জাৱইয়ং তাৱইয়ং পোগ্‌গলং দলয়াহি মা অট্‌ঠিয়াইং। সে সেৱং ৱদংতস্‌স পৰো

অভিহট্টু অস্তো পডিগ্গহগংসি বহু অট্ঠিয়ং মংসং পৰিভাএত্তা নিহট্ট দলএজ্জা, তহপ্পগাৰং পডিগ্গহণং পৰ হৎথংসি ৱা পৰ পায়ংসি ৱা অফাসুয়ং অণেসণিজ্জং লাভে ৱি সন্তে ণো পডিগাহেজ্জা। সে আহচ্চ পডিগাহিএ সিয়াতিং ণোহিত্তি ৱএজ্জা, অণোৱত্তি ৱএজ্জা। সে ত্তমায়ায় এগংতমৱক্কমেজ্জা। অৱক্কমেত্তা অ হে আৰামংসি ৱা অ হে উৱস্সয়ংসি বা অপ্পংডএ জাৱ সন্তাণএ মংসগং মচ্ছগং ভোচ্চা অট্ঠিয়াইং কংটএ গহায় সে ত্তমায়াফ এগংতমৱক্কমেজ্জা। অৱক্কমেত্তা অহেজ্ঝামথং ডিলংসি ৱা অট্ঠিৰাসিংসি ৱা কিট্ঠাৰাসিংসি ৱা তুসৰাসিংসি ৱাগোময়-ৰাসিংসি ৱা অন্নযৰংসি বা তহপ্পগাংৰসি থংডিলংসি পডিলেহিয় পডিলে-হিয় পমজ্জিয় পমজ্জিয় তও সংজযামেৱ পমজ্জিয় পমজ্জিয় পৰিয়েজ্জা।

অর্থাৎ 'আকৌ সেই ভিক্ষু বা ভিক্ষুণীয়ে বৰ বেচি হাড় থকা মঙহ বা বৰ বেচি কাঁইটীয়া মাছ পালে বুজিব পাৰিব যে তাত খাবলগীয়া বস্তু কম আৰু পেলাই দিবলগীয়া বস্তু অধিক। এইদৰে বৰ বেচি হাড় থকা মঙহ বা বৰ বেচি কাঁইটীয়া মাছ পালে তেওঁলোকে তাক লোৱা উচিত নহয়। সেই ভিক্ষু বা ভিক্ষুণী গৃহস্থৰ ঘৰলৈ ভিক্ষা লবলৈ গলে গৃহস্থই কব: "হে আয়ুষ্মান শ্ৰমণ, এই বৰ বেচি হাড় থকা মঙহ খিনি লবলৈ ইচ্ছা কৰা নে?" তেনে কথা শুনিলে তেওঁ প্ৰথমতেই কৈ দিব, "হে আয়ুষ্মান, (তিৰোতা হলে) হে ভনী, অত বেচি হাড় থকা মঙহ লোৱাটো মোৰ পক্ষে শোভা নাপায়। তোমাৰ ইচ্ছা হলে মোক অকল মঙহহে দিয়া, হাড় নিদিবা।" এইদৰে কোৱাতো যদি সেই গৃহস্থই আগ্ৰহেৰে সৈতে তাকে দিবলৈ সাজু হয়, তেন্তে তাক অযোগ্য বুলি ভাবি গ্ৰহণ কৰিব নালাগে। যদি তেওঁ তাক পাত্ৰত দি দিয়ে তেন্তে তাক লৈ তেওঁ আন ফালে গুচি যাব লাগে আৰু প্ৰাণীৰ কণী তেনেই কম থকা কোনো আৰাম বা উপাশ্ৰমৰ কোনো এঠাইত বহিব লাগে আৰু অকল মঙহ আৰু মাছখিনি খাই হাড় আৰু কাঁইটবোৰ লৈ আন

এফালে গুচি যাব লাগে। তালৈ গৈ পুৰি দিয়া মাটি, হাড়ৰ দম, মামৰে ধৰা পুৰণি লোৰ দম, তুঁহৰ দম, শুকান গোবৰৰ দম বা এনে প্ৰকাৰ কোনো স্থণ্ডিল ( ওখ টিলাত ) ভালদৰে পৰিষ্কাৰ কৰি হাড় বা কাঁইট সংযমেৰে থব লাগে।'

'দশবৈশালিক সূত্ৰ'ৰ তলত দিয়া সূত্ৰত ইয়াৰ চমু অনুবাদ এইদৰে কৰা হৈছে :

বহু অট্‌ঠিয়ং পুগ্‌গলং অতিমিসং ৱা বহুকণ্টয়ং।
অচ্ছিয়ং তিংদুয়ং, উচ্ছুখণ্ডং ৱ সিংবলিং ॥
অপ্পে সিআ ভোঅণজ্জাএ, বহুউজ্‌ঝিয় ধম্মিয়ং।
দিংতিঅং পডিআইকৃখে ন মে কপ্পঈ তাৰিসং ॥

অৰ্থাৎ 'বৰ বেচি হাড় থকা মঙহ বা বড় বেচি কাঁইটীয়া মাছ, অস্থি-বৃক্ষ বা ফল, বেলৰ ফল, কুঁহিয়াৰ, শাল্মি আদি বস্তু ( য'ত খাবলগীয়া সামগ্ৰী কম, পেলাই দিবলগীয়া সামগ্ৰীৰ ভাগ অধিক ) দিওঁতাক এই বুলি কৈ বিৰত কৰিব লাগে যে সি মোৰ গ্ৰহণযোগ্য নহয়।'

**মাংসাহাৰ সম্বন্ধে প্ৰসিদ্ধ জৈন সাধুসকলৰ মত**—গুজৰাত বিদ্যাপীঠৰ এটা শাখাৰ নাম আছিল পুৰাতত্ত্ব মন্দিৰ। সেই শাখাৰ তৰফৰ পৰা 'পুৰাতত্ত্ব' নামৰ এখন তিনিমহীয়া আলোচনী কাকত প্ৰকাশ কৰা হৈছিল। ১৯২৫ চনত এই আলোচনীৰ এটা সংখ্যাত এই অধ্যায়ত দিয়া ধৰণৰ এটা প্ৰবন্ধ লিখি মই প্ৰাসঙ্গিক হিচাপে দুটা উদ্ধৃতি দিছিলোঁ। দৰাচলতে সেই সম্বন্ধে অনুসন্ধান চলোৱা নাছিলোঁ। মাংসাহাৰ সম্বন্ধে আলোচনাৰ সময়ত প্ৰসিদ্ধ জৈন পণ্ডিত সকলেই তাৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু তাক মোৰ প্ৰবন্ধত ব্যৱহাৰ কৰিছিলোঁ।

এই প্ৰবন্ধ প্ৰকাশিত হোৱাৰ পিচত আমেদাবাদৰ জৈন সকলৰ

মাজত বৰ হুলস্থূল লাগি পৰিছিল। পুৰাতত্ত্ব মন্দিৰৰ সঞ্চালকৰ ওচৰলৈ তেওঁলোকে এই বুলি প্ৰতিবাদ পত্ৰ পঠাইছিল যে মই হেনো তেওঁলোকৰ ধৰ্ম্মৰ উচ্ছেদ কৰিবলৈ বিচাৰিছোঁ। সঞ্চালকে নিজেই পোনপটীয়াভাৱে সেই অভিযোগৰ উত্তৰ দিছিল। তাৰ বাবে মোৰ কোনো কষ্ট কৰিব লগীয়া হোৱা নাছিল।

সেই সময়ত বয়োবৃদ্ধ স্থানকবাসী সাধু গুলাবচন্দ আৰু তেওঁৰ খ্যাতনামা শতাৱধানী শিষ্য ৰতনচন্দ আমেদাবাদত আছিল। এগৰাকী জৈন পণ্ডিতৰ লগত মই তেওঁলোকৰ দৰ্শন কৰিবলৈ গৈছিলোঁ। সন্ধ্যাৰ সময় আছিল। জৈন সাধুসকলে নিশা চাকি নজ্বলায় গতিকে সাধু দুজনাৰ মুখ স্পষ্টভাৱে দেখা নগৈছিল। মোৰ লগত জৈন পণ্ডিত গৰাকীয়ে ৰতনচন্দ স্বামীজীৰ লগত মোৰ চিনাকি কৰি দিলে। তেতিয়া তেখেতে কলে, 'মই আপোনাৰ নাম বহুতো শুনিছোঁ। কিন্তু আমাৰ প্ৰাচীন সাধু সকলে মাংসাহাৰ কৰিছিল বুলি লিখি আমাৰ ধৰ্ম্মৰ ওপৰত আপুনি যি আঘাত কৰিছে, সি বৰ সঙ্গত হোৱা নাই।'

মই কলোঁ, "বৌদ্ধ আৰু জৈন এই দুটা শ্ৰমণ সংঘই এতিয়াও জীয়াই আছে আৰু তাৰ প্ৰতি মোৰ কি সন্মান আৰু শ্ৰদ্ধা আছে তাক আপুনি মোৰ লগত অহা এই পণ্ডিতজীকে সুধিব পাৰে। কিন্তু অনুসন্ধানৰ ক্ষেত্ৰত শ্ৰদ্ধা, ভক্তি বা প্ৰেম বাধা হব নালাগে। সঁচা কোৱাৰ পৰা কোনো সম্প্ৰদায়ৰে হানি হব পাৰে বুলি মই বিশ্বাস নকৰোঁ। মই ভাবোঁ যে সত্যাৰ্থ প্ৰকাশ কৰাই অনুসন্ধানকাৰীৰ কৰ্ত্তব্য।'

বৃদ্ধ সাধু গুলাবচন্দ অলপ দূৰৈত বহি আছিল। তেখেতে তাৰ পৰাই তেওঁৰ শিষ্যক কলে, 'এই সজ্জনে সেই উদ্ধৃতি দুটাৰ যি অৰ্থ কৰিছে সিয়েহে ঠিক, আধুনিক টীকাকাৰ সকলে কৰা অৰ্থ ঠিক নহয়। এই দুটা উদ্ধৃতিৰ উপৰিও আৰু ভালেমান ঠাইতে কৰা উল্লেখৰ পৰা প্ৰমাণ পোৱা যায় যে জৈন সাধুসকলে মাংসাহাৰ কৰিছিল।"

এই বুলি কৈ তেখেতে জৈন সূত্ৰবোৰৰ পৰা উদ্ধৃতি শুনাবলৈ আৰম্ভ কৰিলে। কিন্তু তেওঁৰ বিদ্বান শিষ্য গৰাকীয়ে কথাৰ মোৰ ঘূৰাই এই আলোচনা বন্ধ কৰি দিলে। মই অৱশ্যে তেখেতক সুসুধিলোঁ যে তেখেতৰ গুৰুৱে উল্লেখ কৰা কথাৰ পৰা কি প্ৰমাণ পোৱা যায়, কিয়নো তেনে কৰাটো মোৰ অপ্ৰাসঙ্গিক যেন লাগিল।

**মহাবীৰ স্বামীৰ মাংসাহাৰ সম্বন্ধে বাদ-বিবাদ**—এতিয়াতো স্বয়ং মহাবীৰ স্বামীয়ে মাংসাহাৰ কৰিছিল বুলি প্ৰচুৰ প্ৰমাণ পোৱা গৈছে। গুজৰাতী 'প্ৰস্থান' পত্ৰিকাৰ কাতি মাহৰ সংখ্যা এটাত[২] শ্ৰীগোপালদাস জীৱাভাঈ পটেলে 'শ্ৰীমহাবীৰ স্বামীনো মাংসাহাৰ' শীৰ্ষক এটা প্ৰৱন্ধ লিখিছিল। তাৰ পৰা এই বিষয়ৰ লগত সম্পৰ্ক থকা কথা খিনি আমি চমুকৈ ইয়াতে তুলি দিলোঁ—

মহাবীৰ স্বামী শ্ৰাৱস্তী নগৰীত আছিল। মকৃখলি-গোসালো তাত গৈ উপস্থিত হৈছিল। তাত তেওঁলোক দুয়োজনে নিজৰ নিজৰ জিনত্বৰ বিৰুদ্ধে কঠোৰ টীকা কৰিবলৈ আৰম্ভ কৰিলে। শেহত গোসালে মহাবীৰ স্বামীক এই বুলি শাপ দিলে, 'মোৰ তপোবলত তুমি ছমাহৰ পিচত পিত্ত-জ্বৰত মৰিবা।' তেতিয়া মহাবীৰ স্বামীয়ে ওলোটাই শাপ দিলে, 'তুমি আজিৰ পৰা সাত দিনৰ দিনা নিশা মৰি যাবা।' এইদৰে সপ্তম নিশা গোসালৰ মৃত্যু হ'ল, কিন্তু তেওঁৰ প্ৰভাৱত মহাবীৰ স্বামীৰ গা বৰকৈ জ্বলিবলৈ ধৰিলে আৰু তেজ-হাগনি আৰম্ভ হ'ল।

তেতিয়া মহাবীৰ স্বামীয়ে সিংহ নামৰ শিষ্য এজনক কলে, 'তুমি মেংঢ়িক গাঁৱৰ ৰেৱতী নামৰ তিৰোতা গৰাকীৰ ওচৰলৈ যোৱা। তেওঁ মোৰ বাবে দুজনী পাৰ চৰাই বান্ধি ৰাখিছে। সেয়া মোক নালাগে।

(২) সংবৎ ১৯৯৫, বছৰ ১৪, সংখ্যা ১।

তুমি তেওঁৰ আগত কৰা "কালি মেকুৰীয়ে মৰা কুকুৰাৰ মঙহ তুমি ৰান্ধি থৈছা, তাকে দিয়া।"'

শ্ৰীগোপালদাসে নিজৰ প্ৰৱন্ধত মূল 'ভগৱতী সূত্ৰ'ৰ উদ্ধৃতি দিয়া নাই। তাক ইয়াতে তুলি দিয়াতো উচিত হব :

তং গচ্ছহ ণং তুমং সীহা, মেঢ়িয়গামং নগৰং ৰেৱতীএ গাহাৱতি নীএ গিহে তৎথ ণং ৰেৱতীএ গাহাৱতিণীএ মমং অট্‌ঠাএ দুৱে কবোয় সৰীৰা উৱকৃখডিয়া, তেহিং নো অট্‌ঠো। অৎথি সে অন্ন পাৰিয়াসিএ মজ্জাৰকডএ কুক্কুড-মংসএ তং আহৰাহি এএণং অট্‌ঠো।

অৰ্দ্ধমাগধী সম্বন্ধে যাৰ অলপমানো জ্ঞান আছে, সিয়ে যদি নিৰপেক্ষ-ভাৱে এই উদ্ধৃতি পঢ়ি চায় তেন্তে কব লাগিব যে শ্ৰীগোপালদাসজীয়ে কৰা অৰ্থ সঙ্গত হৈছে ;[৩] কিন্তু আজি ভালেমান জৈন পণ্ডিতে তেওঁৰ কঠোৰ আলোচনা কৰিছে।

**বৌদ্ধ আৰু জৈন শ্ৰমণৰ মাংসাহাৰত পাৰ্থক্য**—মাংসাহাৰ সম্বন্ধে জৈন আৰু বৌদ্ধ সকলৰ মাজত যি ধৰণৰ বাদ-বিবাদ চলিছিল তালৈ লক্ষ্য কৰিলে দেখা যায় যে শ্ৰীগোপালদাসজীয়ে কৰা মন্তব্যই সঁচা।

অষ্টম অধ্যায়তে উল্লেখ কৰা হৈছে যে বৈশালীৰ সিংহ সেনাপতি নিৰ্গ্ৰন্থৰ উপাসক আছিল। বুদ্ধৰ উপদেশ শুনি তেওঁ বুদ্ধৰ উপাসক হৈছিল আৰু তেওঁ বুদ্ধ আৰু ভিক্ষু-সংঘক নিজৰ ঘৰলৈ আমন্ত্ৰণ কৰি নি তেওঁলোকৰ যথেষ্ট আদৰ সৎকাৰ কৰিছিল। কিন্তু নিৰ্গ্ৰন্থসকলে সেই কথা ভাল নাপালে। তেওঁলোকে বৈশালী নগৰত এটা উৰাবাতৰি প্ৰচাৰ কৰিলে যে সিংহই এটা ডাঙৰ পশু মাৰি গৌতম আৰু ভিক্ষু-সংঘক ভোজ খুৱাইছে আৰু সেই কথা জনা সত্বেও গৌতম সেই ভোজত

(৩) অৰ্থাৎ খ্ৰীষ্টীয় ১২৩৮ চনত।

যোগদান কৰিবলৈ সন্মত হৈছে। এজন সজ্জনে আহি এই কথাটো লাহেকৈ সিংহৰ কাণ চুৱালে। তেতিয়া তেওঁ কলে, 'ইয়াৰ কোনো অৰ্থ নাই। বুদ্ধৰ বদনাম কৰি নিগ্ৰন্থসকলে আনন্দ পায়, কিন্তুমই জানি শুনি ভোজৰ বাবে প্ৰাণীহিংসা কৰাটো তেনেই অসম্ভৱ কথা।'[8]

এনে ধৰণৰ আৰু এটা উদাহৰণ 'মঝ্‌জিমনিকায়'ৰ (৫৫শ) 'জীৱক সুত্ত'ত পোৱা যায়। সি হল এনে ধৰণৰ—এসময়ত ভগৱান ৰাজগৃহৰ জীৱক কৌমাৰভৃত্যৰ আম্ৰবনত আছিল। তেতিয়া জীৱক কৌমাৰভৃত্য ভগৱানৰ ওচৰলৈ গল, ভগৱানক অভিবাদন কৰি এফালে বহিল আৰু কলে, 'ভদন্ত, আপোনাৰ ওপৰত এই বুলি দোষাৰোপ কৰা হয় যে আপুনি হেনো প্ৰাণী মাৰি ৰন্ধা আহাৰ গ্ৰহণ কৰে, সেইটো জানো সঁচা?' ভগৱানে উত্তৰ দিলে, 'এই দোষাৰোপ সম্পূৰ্ণ মিছা। যেতিয়া মই নিজৰ কাৰণে প্ৰাণী বধ কৰা দেখা পাওঁ, শুনো বা মোৰ তেনে শঙ্কা হয় তেতিয়া মই কওঁ যে সেই আহাৰ নিষিদ্ধ।'

ইয়াৰ দ্বাৰা স্পষ্টভাৱে দেখা যায় যে জৈনসকলে কিদৰে বুদ্ধৰ ওপৰত দোষাৰোপ কৰিছিল। কেতিয়াবা কোনো মানুহে বুদ্ধ ভগৱানক নিমন্ত্ৰণ কৰি মাংসাহাৰ দি দিলে জৈনসকলে কৈছিল, 'শ্ৰমণ গৌতমে তেওঁৰ কাৰণে পশু মাৰি ৰন্ধা (উদ্দিস্‌সকটং) মঙহ খায়!' জৈন সাধুসকলে হলে নিজে কাৰো আমন্ত্ৰণ গ্ৰহণ নকৰিছিল। বাটেৰে যাওঁতে পোৱা ভিক্ষা তেওঁলোকে গ্ৰহণ কৰিছিল আৰু তেতিয়া কোনোবাই তেনে ভিক্ষাত মঙহ দিলে তাক তেওঁলোকেও খাইছিল।

**কিছুমান তপস্বীয়ে মাংসাহাৰ বৰ্জ্জন কৰিছিল**—বুদ্ধৰ সমসাময়িক কিছুমান তপস্বীয়ে মাংসাহাৰ নিষিদ্ধ বুলি মানিছিল। তাৰে এজন তপস্বীৰ কাশ্যপ বুদ্ধৰ লগত হোৱা সংবাদ 'সুত্তনিপাত'ৰ

---

(৪) চাওক, 'বুদ্ধলীলা সাৰ সংগ্ৰহ'; পৃষ্ঠা ২৭১–৮১।

(১৪ শ) আমগন্ধ সুত্তত[৫] পোৱা যায়। ইয়াতে তাৰ ভাঙনি দিয়া হল—

১। (তিষ্য তাপস) শ্যামক, চিঙ্গুলক, চীনক, গছৰ পাত, কন্দমূল আৰু ফল ধৰ্ম্ম অনুসৰি পালে তাৰ ওপৰত নিৰ্ব্বাহ কৰা লোকে বিলাসৰ বস্তুৰ কাৰণে মিছা নকয়।

২। হে কাশ্যপ, আনে দিয়া সুন্দৰ আৰু ভালদৰে ৰন্ধা চাউলৰ সুৰস আৰু উত্তম অন্ন গ্ৰহণ কৰোঁতা তুমি আমগন্ধ (অমেধ্য পদাৰ্থ) খোৱা।

৩। হে ব্ৰহ্মবন্ধু, চৰাইৰ মঙহৰ লগত মিহলোৱা চাউলৰ অন্ন খোৱাৰ সময়ত তুমি কোৱা 'মোৰ বাবে আমগন্ধ উচিত নহয়।' গতিকে হে কাশ্যপ, মই তোমাক সোধোচোন, তোমাৰ আমগন্ধনো কেনে ধৰণৰ ?

৪। (কাশ্যপ বুদ্ধ) প্ৰাণীহত্যা, বধ, ছেদ, বন্ধন, চুৰি, অসত্য ভাষণ, ছল-চাতুৰী, আনক বিপদত পেলোৱা, জাৰণ-মাৰণ আদিৰ অভ্যাস আৰু ব্যভিচাৰেই হল আমগন্ধ, মাংস-ভোজন নহয়।

৫। যাৰ তিৰোতাৰ বিষয়ত সংযম নাই, যি জিহ্বা-লোলুপ, অশুচি-কৰ্ম্ম-মিশ্ৰিত, নাস্তিক, বিষম আৰু দুৰ্ব্বিনীত তেওঁৰ কামেই আমগন্ধ, মাংস-ভোজন নহয়।

৬। যি ৰুক্ষ, দাৰুণ, টুটকীয়া, মিত্ৰদ্ৰোহী, নিৰ্দ্দয়, অভিমানী, কৃপণ, আৰু কাকো একো দিব নোৱাৰে, তেওঁৰ কামেই আমগন্ধ, মাংস-ভোজন নহয়।

৭। ক্ৰোধ, মদ, কঠোৰতা, বিৰোধ, মায়া, ঈৰ্ষা, বৃথা প্ৰলাপ, মানাতিমান আৰু দুষ্ট লোকৰ সংগতিয়েই আমগন্ধ, মাংস-ভোজন নহয়।

---

(৫) এই 'আমগন্ধ সুত্ত'ত দিয়া উপদেশৰ লগত যীশুখ্ৰষ্টৰ তলত দিয়া বচনৰ তুলনা কৰিব পৰা যায়:—'যি মুখলৈ যায় সি মানুহক ভ্ৰষ্ট নকৰে, কিন্তু মুখৰ পৰা বাহিৰ ওলায় সিয়েহে মানুহক ভ্ৰষ্ট কৰে।' মেথু ১৫।১১

৮। পাপী, ধাৰ নোসোধোৱা, টুটকীয়া, ভেটি খোৱা, অধিকাৰী, ইহলোকত পাপৰ সৃষ্টি কৰা যি নৰাধম কাম কৰে সিয়েই আমগন্ধ, মাংস-ভোজন নহয়।

৯। যাৰ প্ৰাণীৰ প্ৰতি দয়া নাই, যি লোটপাট কৰি আনৰ ওপৰত উৎপীড়ন কৰে, যি দুঃশীল, ভয়াবহ, গালি-শপনি দিয়ে আৰু আনক অনাদৰ কৰে, তেওঁৰ কামেই আমগন্ধ, মাংস-ভোজন নহয়।

১০। এনেবোৰ কৰ্ম্মত আসক্ত থকা, বিৰোধ কৰা, হত্যা কৰা, সদায় এনে কামত লিপ্ত থকা যাৰ ফলত তেওঁ পৰলোকত অন্ধকাৰত প্ৰৱেশ কৰে আৰু ওপৰৰ পিনে ভৰি আৰু তলৰ পিনে মূৰ কৰি নৰকত থাকে, তেনেলোকৰ কৰ্ম্মহে আমগন্ধ, মাংস-ভোজন নহয়।

১১। মাছ মঙহৰ আহাৰ নিষিদ্ধ কৰা, নগ্ন হৈ থকা, মুণ্ডণ কৰা, জটা ধাৰণ, ভস্ম সনা, খুৰদৰা অজিন চৰ্ম্ম, অগ্নিহোত্ৰৰ উপাসনা বা ইহলোকৰ আন বিবিধ তপশ্চৰ্য্যা, মন্ত্ৰাহুতি, যজ্ঞ আৰু শীতোষ্ণ সেৱন কৰি তপ কৰা—এইবোৰ কথাই কুশঙ্কাৰ পিনে পৰি নোযোৱা মৰ্ত্ত্যক পৱিত্ৰ কৰিব নোৱাৰে।

১২। ইন্দ্ৰিয়ৰ সংযমী আৰু ইন্দ্ৰিয়বোৰক চিনি লৈ আচৰণ কৰোঁতা, ধৰ্ম্মস্থিত, আৰ্জ্জৱ আৰু মাৰ্দ্দৱকে সন্তোষ বুলি বিশ্বাস কৰোঁতা, সঙ্গাতীত আৰু যাৰ দ্বাৰা সকলো দুখৰে নাশ কৰা হৈছে, তেনে ধীৰ পুৰুষহে দৃষ্ট আৰু শ্ৰুত পদাৰ্থত বদ্ধ নহয়।

১৩। এই অৰ্থ ভগৱানে বাৰে বাৰে প্ৰকাশ কৰিছে আৰু তাক মন্ত্ৰপাৰগে (ব্ৰাহ্মণ তাপসে) জানিছে। এই অৰ্থ সেই নিৰাগন্ধ, অনাসক্ত আৰু অদম্য মুনিয়ে ৰম্য গাথাৰে প্ৰকাশ কৰিছে।

১৪। নিৰাগন্ধ আৰু আটাইবোৰ দুখৰে নাশ কৰোঁতা সেই বুদ্ধৰ সুভাষিত বচন শুনি তেওঁ (তাপসজনে) নম্ৰভাৱে তথাগতক প্ৰণাম কৰিলে আৰু তেতিয়াই তাতে প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে।

**শ্ৰমণৰ দ্বাৰা মাংসাহাৰৰ সমৰ্থন**—এই সুত্ত অতি প্ৰাচীন, তথাপি ইয়াক কাশ্যপ বুদ্ধই নিজে ৰচনা কৰা বুলি ধৰি লবলৈ কোনো সুদৃঢ় প্ৰমাণ নাই। ইয়াৰ পৰা এইখিনিকে ধৰি লব লাগিব যে বুদ্ধৰ সমসাময়িক শ্ৰমণসকলে এইদৰে মাংসাহাৰৰ সমৰ্থন কৰিছিল।

এই সুত্তত তপশ্চৰ্য্যা নিৰৰ্থক বুলি কোৱা হৈছে। এই মত জৈন শ্ৰমণসকলৰ বাবে ভাল নলগাৰে কথা, কিয়নো তেওঁলোকে বাৰে বাৰে তপস্যা কৰিছিল। তথাপি তেওঁলোকেও বোধহয় এনেভাৱেই মাংসাহাৰৰ সমৰ্থন কৰিছিল, কিয়নো তেওঁলোকে পুৰণি কালৰ তপস্বীসকলৰ নিচিনাকৈ বনৰ ফল-মূলৰ ওপৰত নিৰ্ভৰ নকৰি বাইজৰ পৰা পোৱা ভিক্ষাৰ ওপৰত নিৰ্ব্বাহ কৰি চলিছিল আৰু সেই সময়ত মাছ-মঙহ নথকা আহাৰ ভিক্ষা পোৱাটো অসম্ভৱ আছিল। ব্ৰাহ্মণসকলে যজ্ঞত হেজাৰ হেজাৰ প্ৰাণী বধ কৰি তাৰ মঙহ ওচৰ-চুবুৰীয়া গাওঁবোৰৰ মানুহৰ মাজত বিলাই দিছিল। গাৱঁৰ মানুহে দেৱতাৰ আগত প্ৰাণী বলি দি তাৰ মঙহ খাইছিল। তদুপৰি কচাইহঁতে গৰু মাৰি ঠিক চাৰিআলিবোৰত তাৰ মঙহ বেচিছিল। এনে অৱস্থাত ৰন্ধা অন্নৰ ভিক্ষা লৈ জীৱন নিৰ্ব্বাহ কৰা শ্ৰমণসকলৰ পক্ষে নিৰামিষ ভিক্ষা পোৱাটো কেনেকৈ সম্ভৱ হব পাৰে?

জৈনসকলৰ মতে পৃথ্বীকায়, অপকায়, বায়ুকায়, অগ্নিকায়, বনস্পতিকায় আৰু এসকায়—এই ধৰণৰ ছটা হল জীৱভেদ (২২৬ পৃষ্ঠা চাওক)। পৃথ্বীকায়ৰ অৰ্থ হল পৃথিবীৰ পৰমাণু। সেইদৰে জল, বায়ু আৰু অগ্নিৰ পৰমাণুও সজীৱ। বনস্পতিকায় অৰ্থাৎ গছ-লতা আদি বনস্পতিসমূহ। সিও যে সজীৱ তাক কোৱাৰ আৱশ্যকতা নাই। এসকায়ৰ অৰ্থ হল কীট-পতঙ্গৰে পৰা আৰম্ভ কৰি হাতীলৈকে সকলো সৰু বৰ প্ৰাণী। এই ছটা কায়ৰ ভিতৰত যি কোনো প্ৰাণীকে হত্যা কৰাটো জৈন শ্ৰমণে পাপ বুলি বিবেচনা কৰে। গতিকে তেওঁলোকে ৰাতি চাকি নজ্বলায়,

চেঁচা পানী নাখায়, আৰু পৃথিবীৰ পৰমাণু আদিৰ যাতে সংহাৰ নহয় সেই বিষয়ে তেওঁলোকে অতিশয় সাৱধানতা অৱলম্বন কৰে।

কিন্তু জৈন উপাসকসকলে খেতি-বাতি কৰিছিল, শইচ লগাইছিল আৰু তাক ৰান্ধি আহাৰ প্ৰস্তুত কৰিছিল। এই কামত পৃথ্বী, অপ, তেজ, বায়ু, বনস্পতি আৰু এস—এই ছয়োবিধ জীৱৰে সংহাৰ হৈছিল। পৃথিবীত হাল বাওঁতে অকল পৃথ্বী পৰমাণুয়ে যে নষ্ট হয় এনে নহয়, আন আন পোক-পৰুৱা আদি লাখ লাখ সৰু সৰু প্ৰাণী মৰি যায়। শস্য বন্ধাৰ সময়ত বনস্পতিকায়, অপ্‌কায়, অগ্নিকায় আৰু বায়ুকায় আদি সকলো প্ৰাণীৰে ধ্বংস হয়। তথাপি জৈন সাধুসকলে তেনে অন্নৰ ভিক্ষা গ্ৰহণ কৰে। তেনেহলে কোনো জৈন উপাসকে প্ৰস্তুত কৰা মাংস-ভিক্ষা গ্ৰহণ কৰাত প্ৰাচীন জৈন শ্ৰমণসকলৰ কি আপত্তি হব পাৰে? আৰু 'আমগন্ধ সুত্ত'ৰ যুক্তিমতেই জানো তেওঁলোকে তাক সমৰ্থন কৰা নাছিল?

**গোমাংস আহাৰৰ বিৰুদ্ধে আন্দোলন**—এতিয়া মাংস-আহাৰৰ বিৰুদ্ধে কিদৰে আন্দোলন আৰম্ভ হৈছিল, আমি তাৰে চমু আলোচনা কৰোঁহক। বোধহয় পোন পহিলতে বৌদ্ধসকলেই গোমাংস আহাৰৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিছিল। আমি নৱম অধ্যায়ত গৰুৰ উপযোগিতা সম্বন্ধে' 'ব্ৰাহ্মণ-ধাৰ্ম্মিক সুত্ত'ৰ দুটা গাথা তুলি দিছোঁহক। ইয়াৰ বাহিৰে আৰু কিছুমান গাথালৈ লক্ষ্য কৰক:

ন পাদা ন ৱিসাণেন নাস্সু হিংসন্তি কেনচি।
গাৱো এলকসমানা সোৰতা কুম্ভদূহনা।
তা ৱিসাণে গহেত্বান ৰাজা সৎথেন ঘাতয়ি॥
ততো চ দেৱা পিতৰো ইন্দো অসুৰ ৰক্‌খসা।
অধম্মো ইতি পক্কন্দুং যং সৎথংনিপতী গৱে॥

অৰ্থাৎ, 'তেৰাৰ নিচিনা নম্ৰ আৰু পাত্ৰ ভৰাই গাখীৰ দিয়া গায়ে ঠেং,

শিং বা আন কোনো অঙ্গেৰে কাৰো হিংসা নকৰে। সিইতক ( ব্ৰাহ্মণসকলে কোৱাত ) ইক্ষাকু ৰজাই শিঙত ধৰি নি মাৰি পেলালে। তেতিয়া গাইৰ ওপৰত শস্ত্ৰ আঘাত কৰাত দেৱতা, পিতৃ, ইন্দ্ৰ, অসুৰ আৰু ৰাক্ষসসকলে এই বুলি কৈ আক্ৰোশ কৰিলে যে অধৰ্ম্ম হৈ গল।'

**ভালেমান দিনলৈকে ব্ৰাহ্মণসকলে গোমাংস এৰা নাছিল**—বৌদ্ধ আৰু জৈনসকলৰ চেষ্টাত গোমাংসৰ আহাৰ নিষিদ্ধ হবলৈ ধৰিলে, কিন্তু ব্ৰাহ্মণসকলৰ মাজত সি নিষিদ্ধ হোৱাত আৰু কেবা শতিকাও সময় লাগিছিল। প্ৰথমতে এই বুলি যুক্তি দেখুৱা হল যে যজ্ঞৰ কাৰণে দীক্ষা লোৱা লোকে গোমাংস খোৱা উচিত নহয়।

স ধেন্বৈ চানডুহশ্চ নাশ্নীয়াৎ। ধেম্বনডুহৌ ৱাহইদং সৰ্বং বিভৃতস্তে দেৱা অব্ৰুৱন্ ধেম্বনডুহৌ ৱাহইদং সৰ্বং বিভৃতো হন্ত যদন্যেষাং ৱয়সাং ৱীৰ্যং তদ্ধেম্বনডুহয়োৰ্দধামেতি তস্মাদ্ধেম্বনডুহয়োৰ্নাশ্নীয়াৎ তদু হোৱাচ যাজ্ঞৱল্ক্যোঽশ্নাম্যেৱাহং মাংসলং চেদ্‌ভৱতীতি।[৬]

অৰ্থাৎ 'গাই আৰু বলধ খোৱা উচিত নহয়। গাই আৰু বলধে এই সকলো ধাৰণ কৰে। সেই দেৱসকলে কৈছে যে গাই আৰু বলধে এই সকলো ধাৰণ কৰে, গতিকে আন জাতিৰ পশুৰ বীৰ্য্য আমি গাই আৰু বলধৰ ওপৰত ন্যস্ত কৰোঁহক—গতিকে গাই আৰু বলধ খাব নালাগে। কিন্তু যজ্ঞৱল্ক্যই কয়, ইয়াৰ দ্বাৰা শৰীৰ মঙহাল হয়, গতিকে মই (ইয়াৰ) মঙহ অৱশ্যে খাম।'

এই বাদ-বিবাদ যজ্ঞশালালৈকেহে আৱদ্ধ আছিল। কোনো কোনোৱে কৈছিল দীক্ষিত লোকে যজ্ঞশালাত প্ৰৱেশ কৰিলে গোমাংস খোৱা উচিত নহয়। কিন্তু যাজ্ঞবল্ক্যই সেই মত সমৰ্থন নকৰিছিল।

(৬) 'শতপথ ব্ৰাহ্মণ', ৩।১।২।২১

এই মঙহৰ দ্বাৰা শৰীৰ শকত আৰু হয় কাৰণে তেওঁ তাক পৰিত্যাগ কৰিবলৈ সাজু নাছিল। আন প্ৰসঙ্গত গোমাংসৰ আহাৰ কৰা বিষয়ত হলে ব্ৰাহ্মণসকলৰ মাজত কোনো বাদ-বিবাদ নাছিল। অকল সেয়ে নহয়, কোনো বিশিষ্ট আলহী আহিলে ডাঙৰ বলধ মাৰি তেনে আলহীৰ আদৰ সৎকাৰ কৰাৰ প্ৰথা বৰ প্ৰসিদ্ধ আছিল। অকল গৌতম স্থত্ৰ-কাৰে গোমাংসৰ আহাৰ নিষেধ কৰিছে, কিন্তু মধুপৰ্ক বিধিত তেওঁৰো কোনো আপত্তি নাই। এই প্ৰথা ব্ৰাহ্মণসকলৰ মাজত ভৱভূতিৰ দিনলৈকে কম বেচি পৰিমাণে চলি থকা যেন অনুমান হয়। 'উত্তৰৰাম-চৰিত'ৰ চতুৰ্থ অঙ্কৰ আৰম্ভণিতে সৌধাতকি আৰু দণ্ডায়নৰ সংবাদ আছে। তাৰে কিছু অংশ ইয়াতে তুলি দিয়া হল—

সৌধাতকি—কি বসিষ্ঠ!

দণ্ডায়ন—আকৌ কি?

সৌধা—সেইটো কিবা বাঘৰ নিচিনা হব বুলি মোৰ অনুমান হৈছিল।

দণ্ডা—কিযে কোৱা!

সৌধা—সি আহিয়েই আমাৰ বেচাৰী কপিলা দামুৰীটোক ততালিকে মাৰি পেলালে!

দণ্ডা—মধুপৰ্কবিধি সামিষ হব লাগে, ধৰ্ম্মশাস্ত্ৰৰ এই আজ্ঞাৰ প্ৰতি অতিশয় সম্মান কৰি গৃহস্থসকলে কোনো শ্ৰোত্ৰিয় অতিথি আহিলে দামুৰী বা বলধ মাৰি তাৰ মঙহ ৰান্ধে, কিয়নো ধৰ্ম্মস্থত্ৰকাৰসকলে তেনে ভাৱেই উপদেশ দি গৈছে।

ভৱভূতিৰ সময় সপ্তম শতাব্দী বুলি ধৰা হয়। তেতিয়াৰ দিনত আজিকালিৰ সমানেই গোমাংস ভক্ষণ অতিশয় নিষিদ্ধ হোৱাহেঁতেন বসিষ্ঠই দামুৰী খোৱাৰ উল্লেখ তেওঁ তেওঁৰ নাটকত কৰিব নোৱাৰিলে-হেঁতেন। যদিহে এই কথোপকথন আজিৰ নাটকত দিয়া হয় তেন্তে সেই নাটক হিন্দুসমাজৰ কিমান দূৰ প্ৰিয় হব?

**প্ৰাণী বধৰ বিৰুদ্ধে অশোকৰ প্ৰচাৰ কাৰ্য্য**—প্ৰাণী বধৰ বিৰুদ্ধে প্ৰচাৰ কৰোঁতা প্ৰথম ঐতিহাসিক ৰজা হল অশোক। তেওঁৰ প্ৰথম শিলালিপিত এইদৰে কোৱা হৈছে—

'এই ধৰ্ম্মলিপি দেৱসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই লিখাইছে। এই ৰাজ্যত কোনো প্ৰাণীকে মাৰি হোমহৰণ আৰু মেলা পতা উচিত নহয়, কিয়নো মেলাত দেৱসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই বহুতো দোষ দেখে। দেৱসকলৰ প্ৰিয় প্ৰিয়দৰ্শী ৰজাই কিছুমান মেলা ভাল পায়। প্ৰথমতে প্ৰিয়দৰ্শী ৰজাৰ পাকশালাত ৰান্ধিবলৈ হেজাৰ হেজাৰ প্ৰাণী মৰা হৈছিল। যেতিয়াৰ পৰা এই ধৰ্ম্মলিপি লিখা হয়, তেতিয়াৰ পৰা মাথোন তিনিটা প্ৰাণী—দুটা মৰা চৰাই আৰু এটা পহু—মৰা হয়, পহুও সদায় মৰা নহয় আৰু ভৱিষ্যতলৈ এই তিনিটা প্ৰাণীকো মৰা নহব।'

এই লিপিত গৰু বলধৰ উল্লেখ কৰা হোৱা নাই। তাৰ দ্বাৰা অনুমান হয় যে সেই সময়ত ব্ৰাহ্মণেতৰ উচ্চ জাতিৰ মাজত গোমাংসৰ আহাৰ প্ৰায় বন্ধ হৈ গৈছিল। অকল সেয়ে নহয়, অশোক ৰজাই এই-দৰে প্ৰচাৰ কাৰ্য্য চলাইছিল যে অন্নৰ কাৰণেও কোনো প্ৰাণী বধ কৰা উচিত নহয়। মই 'সমাজ' শব্দৰ ভাঙনি 'মেলা' কৰিছোঁ। কিন্তু সম্পূৰ্ণভাৱে সঙ্গত হোৱা নাই, তথাপি সাধাৰণভাৱে এই ভাঙনিকে গ্ৰহণযোগ্য যেন লাগে। আজিকালি মহাৰাষ্ট্ৰত যিদৰে জত্ৰা (মেলা) আৰু উত্তৰ ভাৰতত মেলা পতা হয়, অশোকৰ সময়তো চাগৈ সেইদৰে 'সমাজ' পতা হৈছিল। দেৱী আৰু দেৱতাসকলৰ আগত প্ৰাণী বলি দিবৰ উৎসৱ কৰি 'সমাজ' পতাটো অশোকে ভাল নাপাইছিল। যিবোৰ মেলাত প্ৰাণী বলি দিয়া নহৈছিল, তেনে মেলা পতাত অশোকৰ আপত্তি নাছিল। যজ্ঞ বা মেলাত যাতে প্ৰাণী হত্যা কৰা নহয় সেই আছিল তেওঁৰ মুখ্য উদ্দেশ্য।

**আমাৰ পূৰ্ব্বপুৰুষসকল নিৰামিষী নাছিল**—আজিকালি যাগ-যজ্ঞ প্ৰায় বন্ধ হৈ গৈছে। কিন্তু মেলা পাতি বলি দিয়াৰ প্ৰথা এতিয়াও ভালেমান ঠাইত চলি আছে। তথাপি আন যি কোনো দেশৰ তুলনাত ভাৰতীয় ৰাইজ অধিক নিৰামিষী। জৈন আৰু বৌদ্ধসকলৰ ধৰ্ম্ম প্ৰচাৰেই যে ইয়াৰ কাৰণ, সেই সম্বন্ধে কোনো সন্দেহ নাই। আজিকালি আমি শাকাহাৰী সঁচা, সেই বুলি আমাৰ পূৰ্ব্বপুৰুষসকলো আমাৰ নিচিনাই শাকাহাৰী আছিল বুলি কোৱাটো বাস্তৱ অৱস্থাৰ লগত খাপ নোখোৱা কথা হব।

**চীনত গাহৰীৰ গুৰুত্ব**—এতিয়া মঙহ সম্বন্ধে দুই চাৰি আষাৰ কথা লিখাটো উচিত হব। প্ৰাচীন কালৰ পৰাই চীনা ৰাইজে গাহৰীক এটা সম্পত্তিৰ অঙ্গ বুলি মানি আহিছে। তেওঁলোকৰ লিপি আকাৰ চিহ্নেৰে গঠিত। এই চিহ্নবোৰৰ মিশ্ৰণৰ ফলত ভিন ভিন শব্দ ৰচিত হয়। উদাহৰণ স্বৰূপে মানুহৰ চিন দি তাত তৰোৱালৰ চিন লগাই দিলে তাৰ অৰ্থ হয় 'আখৰ', তিৰোতাৰ দুটা চিন দিলে তাৰ অৰ্থ হয় 'কাঁজিয়া' আৰু সেইদৰে গাহৰীৰ চিন দিলে তাৰ অৰ্থ হয় 'সম্পত্তি।' অৰ্থাৎ ঘৰত গাহৰী থকাটো চীনা সকলে সম্পত্তিৰ লক্ষণ বুলি ভাবিছিল আৰু আজিকালিও চীনত গাহৰীৰ প্ৰতি সমানেই গুৰুত্ব দিয়া হয়।

**প্ৰাচীন হিন্দুয়ে গাহৰীক সম্পত্তিৰ ভাগ বুলি মানিছিল**—ভাৰতবৰ্ষত অৱশ্যে গাহৰীৰ প্ৰতি ইমান গুৰুত্ব দিয়া নহয়। তথাপিও ইয়াক সম্পত্তিৰ এটা ভাগ বুলি বিবেচনা কৰা হৈছিল। 'অৰিয়-পৰিয়েসনসুত্ত'ত[৭] ঐহিক সম্পত্তিৰ অনিত্যতা সম্বন্ধে এইদৰে বৰ্ণনা কৰা হৈছে :—

কিংচ ভিক্খৱে জাতিধম্মং? পুত্তভৰিয়ং ভিক্খৱে জাতিধম্মং।

(৭) মঝ্ঝিমনিকায় ২৬।

দাসীদাসং—অজেলকং— কুক্কুটসূকৰং— হত্থি— গৱাস্‌সৱলৱং···জাতৰূপৰজতং জাতিধম্মং।

অৰ্থাৎ হাতী, গাই, ঘোঁৰা আদি সম্পত্তিৰ ভিতৰত কুকুৰা আৰু গাহৰীকো ধৰা হয়। এনে হোৱা সত্ত্বেও গাহৰীৰ মঙহৰ প্ৰতি কিদৰে এনেকুৱা ঘৃণাৰ সৃষ্টি হল! পালি সাহিত্যত যাগ-যজ্ঞত মৰা প্ৰাণীবোৰৰ ভিতৰত গাহৰীৰ উল্লেখ পোৱা নাযায়। আন কথাত কবলৈ গলে বুদ্ধৰ সময়ত গাহৰী অমেধ্য আছিল। কিন্তু সি যে অভক্ষ্যও আছিল, তাৰ হলে কোনো প্ৰমাণ পোৱা নাযায়। তেনে হোৱাহেঁতেন ক্ষত্ৰিয় সকলৰ ঘৰৰ সা-সম্পত্তিৰ ভিতৰত তাক সামৰি ধৰা নহলহেঁতেন। ধৰ্ম্মসূত্ৰতে পোন পহিলতে গাহৰীৰ মঙহ নিষেধ কৰা দেখা যায়।[৮] আৰু পিচলৈ মনুস্মৃতি আদি স্মৃতি-গ্ৰন্থত তাৰ অনুবাদ পোৱা যায়।[৯] কিন্তু বনৰীয়া গাহৰীৰ নিষেধ কোনো দিনেই হোৱা নাই। তাৰ মঙহ পবিত্ৰ বুলিহে মনা হৈছে।[১০]

**বুদ্ধই অমিতাহাৰ কৰাৰ মিথ্যা দোষাৰোপ**—যদি আমি ধৰি লওঁ যে বুদ্ধ ভগৱানে পৰিনিৰ্ব্বাণৰ আগতে যি সামগ্ৰী খাইছিল সি গাহৰীৰ মঙহেই আছিল, তথাপিও কুৎসিত টীকাকাৰ সকলে তাক অজীৰ্ণ হোৱাকৈ খোৱাৰ ফলত তেওঁ মৃত্যু-মুখত পৰা বুলি কৰা মন্তব্যত অলপো সত্যতা নাই। গৌতম বুদ্ধই অমিতাহাৰ কৰাৰ প্ৰমাণ ক'তো পোৱা নাযায়। গতিকে অকল সেইদিনাই তেওঁ সেই সামগ্ৰী

---

(৮) 'কাককংকগৃধ্ৰশ্যেনা জলজৰক্তপাদতুণ্ডা গ্ৰাম্যকুক্কুটসূকৰাঃ'—'গৌতমসূত্ৰ', অ. ৮।২৯। 'একখুৰোষ্ট্ৰগৱয়গ্ৰামসূকৰসৰভগৱাম্'। 'আপস্তম্ব ধৰ্ম্মসূত্ৰ', প্ৰশ্ন ১ পটল ৫, খণ্ডিকা ১৭।২৯।

(৯) 'মনুস্মৃতি,' অ. ৫।১৯।

(১০) 'মনুস্মৃতি,' অ. ৩।২৭০।

পৰিমিত সীমা চেৰাই খোৱা বুলি বোৱাটো সম্পূৰ্ণ দুষ্টবুদ্ধি প্ৰণোদিত হব। সেই সময়ৰ আগতে তিনি মাহ ধৰি বৈশালীত বুদ্ধ ভগৱানৰ বৰ শকত নৰিয়া হৈছিল আৰু ফলত তেওঁৰ শৰীৰত শক্তি নোহোৱা হৈ পৰিছিল। চুন্দই দিয়া ভোজন তেওঁৰ পৰিনিৰ্ব্বাণৰ নিমিত্ত কাৰণ হৈ পৰিছিল মাথোন। সেইবাবে যাতে কোনেও চুন্দ কমাৰৰ ওপৰত অনুচিত অভিযোগ নকৰে সেই উদ্দেশ্যে পৰিনিৰ্ব্বাণৰ আগতে ভগৱানে আনন্দৰ আগতে কৈছিল, 'হে আনন্দ, যদিহে কোনোবাই চুন্দ কমাৰক কয়· "হে চুন্দ, তুমি দিয়া ভিক্ষা গ্ৰহণ কৰি তথাগতৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি হৈ গল, তাৰ ফলত তোমাৰ বৰ হানি হব" এইদৰে কোনোবাই যদি চুন্দক দুখ দিযে তেন্তে তুমি এইভাৱে চুন্দৰ দৌৰ্মনস্য নষ্ট কৰিবা—তুমি তেওঁক কবা, "হে চুন্দ, তোমাৰ পিণ্ডপাত খাই তথাগতৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি হৈছে, বাস্তৱতে তোমাৰ এই দান তোমাৰ কাৰণে লাভদায়কেই হৈছে। আমি তথাগতৰ পৰা শুনিছোঁ যে আনবোৰ ভিক্ষাৰ তুলনাত তথাগতই পোৱা দুবিধ ভিক্ষা অধিক ফলদায়ক আৰু প্ৰশংসনীয়। সিনো কি? প্ৰথম হল—সেই ভিক্ষা যাক গ্ৰহণ কৰি তথাগতই সম্বোধি-জ্ঞান লাভ কৰিছিল আৰু দ্বিতীয় বিধ হল এই ভিক্ষা যাক গ্ৰহণ কৰি তথাগতৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি হল। চুন্দই যি কাম কৰিলে তাক আয়ু, বৰ্ণ, সুখ, যশ, স্বৰ্গ আৰু স্বামিত্ব দিব পৰা কৃত্য বুলি গণ্য কৰিব লাগে। হে আনন্দ, তোমালোকে এনেদৰে চুন্দৰ দৌৰ্মনস্য নষ্ট কৰিবাইঁক।"'

## প্ৰসন্ন মুখ-কান্তি

গৌতমৰ বোধিসত্ত্ব অৱস্থাৰ অৰ্থাৎ তেওঁৰ গৃহবাস আৰু তপস্যাৰ সময়ৰ চৰ্য্যা সম্বন্ধে চতুৰ্থ আৰু পঞ্চম অধ্যায়ত আলোচনা কৰা হৈছে। এতিয়া এই অধ্যায়ত বুদ্ধত্ব প্ৰাপ্তিৰ পৰা পৰিনিৰ্ব্বাণলৈকে তেওঁৰ দিন-চৰ্য্যা সম্বন্ধে অলপ আভাস দিবলৈ ইচ্ছা কৰা হৈছে।

তত্ত্ববোধ হোৱাৰ পিচত বুদ্ধ ভগৱানে সেই বোধিবৃক্ষৰ তলতে তেওঁৰ ভৱিষ্যৎ জীৱনৰ কাৰ্য্য-সূচী স্থিৰ কৰি লৈছিল। তেৰেঁতো আগতেই তপশ্চৰ্য্যা এৰি দিছিল, আৰু পুনৰ কামোপভোগৰ পিনলৈ যাবলৈকো তেওঁৰ অন্তৰত কোনো বাসনা নাছিল। গতিকে তেওঁ শৰীৰ ঢাকিবলৈ পৰ্য্যাপ্ত বস্ত্ৰ আৰু ভোক গুচাবলৈ পৰ্য্যাপ্ত অন্ন গ্ৰহণ কৰি জীৱনৰ বাকী ছোৱা বহুজনৰ হিতৰ কাৰণে নিয়োগ কৰিবলৈ স্থিৰ কৰি লৈছিল। এই সিদ্ধান্তৰ ফলত বুদ্ধৰ মুখকান্তি কেনেকুৱা হৈছিল, 'মঝ্ঝিমনিকায়'ৰ অৰিয়পৰিয়েসন সুত্তত আৰু ৱিনয়ৰ মহাবগ্গত তাৰ বৰ্ণনা পোৱা যায়।

বুদ্ধ ভগৱানে পঞ্চবৰ্গীয় ভিক্ষু কেইজনক উপদেশ দিয়াৰ উদ্দেশ্যে গয়াৰ পৰা বাৰাণসীলৈ যাত্ৰা কৰোঁতে বাটতে উপক নামৰ এজন আজীৱক পন্থৰ শ্ৰমণৰ লগত তেওঁৰ দেখা হয় আৰু তেওঁ সোধে 'হে আয়ুষ্মান গৌতম, তোমাৰ চেহেৰা প্ৰসন্ন আৰু অঙ্গ-কান্তি তেজস্বী দেখা যায়। তুমিনো কোন আচাৰ্য্যৰ শিষ্য ?'

ভগৱান—মই নিজৰ ধৰ্ম্মমাৰ্গ নিজেই বিচাৰি উলিয়াইছোঁ।

উপক—তেন্তে তুমি অৰহন্ত হৈ পৰিছা নেকি ? তোমাক জানো 'জিন' বুলিব পৰা যায় ?

ভগৱান—হে উপক, মই পাপকাৰক বৃত্তিবোৰক জয় কৰিছোঁ, গতিকে মই জিন।

উপকে বুদ্ধৰ মুখশ্ৰীত যি প্ৰসন্নতা দেখা পাইছিল সি অন্তিম মুহূৰ্ত্ত-লৈকে অটুট আছিল বুলি আমি কব পাৰোঁহক।

**সাধাৰণ দিনচৰ্য্যা**—বুদ্ধ ভগৱান দোকমোকালিতে জাগি উঠিছিল আৰু তাৰ পিচত হয়তো ধ্যান কৰিছিল, নহলে থকা ঠাইৰ ইফালে সিফালে ঘুৰি ফুৰিছিল। পুৱা তেওঁ ভিক্ষাটনৰ বাবে গাৱঁলৈ গৈছিল। সকলো জাতিৰে পৰা ভিক্ষা কৰি পোৱা ৰন্ধা অন্ন তেওঁৰ ভিক্ষাপাত্ৰত গোট খালে তেওঁ সেইখিনি লৈ গাৱঁৰ পৰা বাহিৰ হৈ গৈছিল আৰু তাতে আহাৰ কৰি কিছু সময় জিৰণি লোৱাৰ পিচত ধ্যানস্থ হৈ বহিছিল। সন্ধ্যা আকৌ তেওঁ ভ্ৰমণত বাহিৰ হৈছিল আৰু নিশাটো কোনো মন্দিৰ বা ধৰ্ম্মশালাৰ গছৰ তলত যাপন কৰিছিল।

নিশাৰ তিনি যামৰ প্ৰথম যামত ভগৱানে ধ্যান কৰিছিল অথবা ভ্ৰমণ কৰিছিল। মধ্যম যামত তেওঁৰ নিজৰ দুখন কাপোৰ চাৰি ভাজ কৰি শয্যা পাতিছিল আৰু হাতত মূৰ থৈ সোঁবাগৰ দি সোঁ ভৰিখনৰ ওপৰত বাওঁ ভৰিখন তুলি অতিশয় সাৱধান ভাৱে শুই পৰিছিল।

**সিংহ-শয্যা**—বুদ্ধৰ এই শয্যাক সিংহ-শয্যা বোলা হয়। 'অঙ্গুত্তৰ-নিকায'ৰ চতুষ্ক-নিপাতত (সুত্ত ২৪৪) চাৰি প্ৰকাৰৰ শয্যাৰ কথা উল্লেখ কৰা হৈছে—(১) প্ৰেত-শয্যা—চিত হৈ শোৱা মানুহৰ হল এই শয্যা। (২) কামোপভোগি-শয্যা—কামোপভোগকে সুখ বুলি লোৱা মানুহে অধিক ক্ষেত্ৰতে বাওঁপিনে বাগৰদি শোৱে, গতিকে এই শয্যাক কামোপভোগি-শয্যা বোলা হয়। (৩) সিংহ-শয্যা—সোঁ ভৰিৰ ওপৰত বাওঁ ভৰিখন অলপ ওলোমাই তুলি লৈ আৰু মই অমুক সময়ত উঠিম বুলি মনত চিন্তা ৰাখি অতিশয় সাৱধানেৰে সোঁপিনে বাগৰ দি শোৱাকে

সিংহ-শয্যা বোলা হয়। (৪) তথাগত শয্যা—অৰ্থাৎ চাৰিওটা ধ্যানৰ সমাধি।

ইয়াৰ শেহৰ বাকী দুবিধ শয্যা বুদ্ধ ভগৱানৰ প্ৰিয় আছিল। গতিকে তেওঁ নিশা বা ধ্যান কৰাৰ সময়ত বা মধ্যম যামত সিংহ-শয্যা গ্ৰহণ কৰিছিল। আকৌ পিচত নিশাৰ শেষ যামত ভ্ৰমণ কৰিছিল অথবা ধ্যানত বহিছিল।

**মিতাহাৰ**—বুদ্ধ ভগৱানৰ আহাৰ পৰিমিত আছিল। খোৱা-বোৱাত তেওঁ কোনো দিনে সীমাৰ অতিৰিক্ত নকৰিছিল আৰু ভিক্ষু সকলকো তেওঁ বাৰে বাৰে সেই উপদেশকে দিছিল। 'মঝ্‌ঝিম নিকায়'ৰ কীটাগিৰি সুত্তৰ (সং ৭০) পৰা অনুমান হয় যে প্ৰথমতে ভগৱানে ৰাতিও আহাৰ কৰিছিল। তাত ভগৱানে কৈছে, 'হে ভিক্ষুসকল, মই ৰাতি আহাৰ কৰাটো এৰি দিছোঁ। তাৰ ফলত মোৰ শৰীৰত ব্যাধি কমি গৈছে, জাড্যৰ মাত্ৰা কম হৈছে, শৰীৰত বল আৰু মনত শান্তি পাইছোঁ। হে ভিক্ষুসকল, তোমালোকেও তেনে ধৰণৰ আচৰণ কৰিবা। যদি তোমালোকে ৰাতি আহাৰ কৰাটো এৰি দিয়া, তেন্তে তোমালোকৰ শৰীৰৰ ব্যাধি কম হব, জাড্য কমি যাব। শৰীৰত বল আৰু মনত শান্তি পাবাইক।'

তেতিয়াৰে পৰা ভিক্ষু সকলৰ মাজত দুপৰীয়া বাৰ বজাৰ আগতে আহাৰ কৰাৰ প্ৰথাৰ প্ৰচলন হল আৰু বাৰ বজাৰ পিচত আহাৰ কৰাটো নিষিদ্ধ বুলি ধৰি লোৱা হল।

**চাৰিকা**—চাৰিকা শব্দৰ অৰ্থ হল যাত্ৰা বা ভ্ৰমণ। এই চাৰিকা দুই প্ৰকাৰৰ আছিল—শীঘ্ৰ চাৰিকা আৰু মন্থৰ (সাৱকাশ) চাৰিকা। এই সম্বন্ধে 'অঙ্গুত্তৰ নিকায়'ৰ তৃতীয় ৱগ্‌গৰ আৰম্ভনিতে এই সুত্ত পোৱা যায়—

ভগৱানে কয়, 'হে ভিক্ষুসকল, শীঘ্র চাৰিকাৰ পাঁচোটা দোষ আছে। সিনো কি? প্ৰথমতে যি ধৰ্ম্মবাক্য শুনা হোৱা নাই, তাক আৰু শুনা নাযায় আৰু যি শুনা হৈছে তাৰ সংশোধন (বিশ্লেষণ) কৰিব পৰা নাযায়। কিছুমান কথা সম্বন্ধে সম্পূৰ্ণ জ্ঞান লাভ কৰিব পৰা নাযায়। তাৰ ফলত কেতিয়াবা কেতিয়াবা শকত নৰিয়া হয় আৰু মিত্ৰ পোৱা নাযায়। ভিক্ষুসকল, শীঘ্ৰ চাৰিকাত এই পাঁচোটা দোষ আছে।

'ভিক্ষুসকল, মন্থৰ চাৰিকাৰ পাঁচোটা গুণ আছে। সিনো কি কি? আগতে যি ধৰ্ম্মবাক্য শুনা হোৱা নাই, তাক শুনিব পৰা যায়, আৰু যি শুনা হৈছে, তাৰ সংশোধন কৰি লব পাৰি। কিছুমান কথা সম্বন্ধে সম্পূৰ্ণ জ্ঞান হয়। তাৰ ফলত কোনো শকত নৰিয়া নহয় আৰু মিত্ৰ পোৱা যায়। ভিক্ষুসকল, মন্থৰ চাৰিকাৰ এই পাঁচোটা গুণ আছে।'

ইয়াত বুদ্ধ ভগৱানে নিজৰ বোধিসত্ত্ব অৱস্থাৰ অভিজ্ঞতা বৰ্ণনা কৰিছে। তেওঁ তেওঁৰ অভিজ্ঞতাৰ পৰা জানিছিল যে ততাতৈয়াকৈ যাত্ৰা কৰিলে কোনো লাভ নহয়, ধীৰে সুস্থিৰে কৰা যাত্ৰাৰ পৰাহে লাভ পোৱা যায়। এইদৰে ধীৰে সুস্থিৰে ভ্ৰমণ কৰি কৰি তেওঁ আন আন শ্ৰমণ সকলৰ পৰা জ্ঞান লাভ কৰিছিল আৰু শেহত নিজৰ মধ্যম মাৰ্গ বিচাৰি উলিয়াব পাৰিছিল।

**ভিক্ষু-সংঘৰ লগত চাৰিকা**—বুদ্ধত্ব লাভ কৰাৰ পিচত ভগৱান বুদ্ধগয়াৰ পৰা কাশীলৈ গৈছিল আৰু তাতে পঞ্চৱৰ্গীয় ভিক্ষুসকলক উপদেশ দিছিল। তাৰ পিচতে তেওঁলোকক লৈ ভিক্ষু-সংঘৰ সংগঠন কৰিছিল। তেওঁলোকক কাশীতে এৰি থৈ ভগৱান অকলশৰে ৰাজ-গৃহলৈ উলটি গৈছিল, এই মৰ্ম্মে মহাৱগ্‌গত উল্লেখ পোৱা যায়। কিন্তু সেই বাৰৰ চাতুৰ্মাসৰ পিচত এই পাঁচজন ভিক্ষু ভগৱানৰ লগত আছিল বুলি অনুমান কৰিবলৈ যথেষ্ট প্ৰমাণ আছে। ৰাজগৃহত সাৰিপুত্ত আৰু

মোগ্‌গল্লান—এই দুজনা প্ৰসিদ্ধ পৰিব্ৰাজক বুদ্ধৰ শিষ্য হৈ যায় আৰু তাৰ পিচত বৌদ্ধ-সংঘৰ উন্নতি হবলৈ ধৰে। তেতিয়াৰে পৰা প্ৰায়ে বুদ্ধ ভগৱানৰ লগত সৰু বা ডাঙৰ ভিক্ষু-সংঘ থাকিবলৈ লয়। ভিক্ষু-সংঘ লগত লৈয়ে তেওঁ চাৰিকা কৰিছিল। ভগৱানে ভিক্ষু-সংঘক এৰি থৈ অকলে থকাৰ উপলক্ষ বৰ কমেই আছিল।

**জঙ্গম গুৰুকুল**—বুদ্ধৰ সময়ত সকলোবোৰ শ্ৰমণ সংঘ আৰু তাৰ নেতাসকলে এনেদৰেই ঘুৰি ফুৰিছিল। বুদ্ধৰ আগতে আৰু বুদ্ধৰ সময়ত ব্ৰাহ্মণ সকলৰ গুৰুকুল আছিল। তাত উচ্চ জাতিৰ তৰুণ সকলে অধ্যয়ন কৰিছিল। কিন্তু সেই গুৰুকুলবোৰৰ পৰা সাধাৰণ সমাজৰ বৰ কমেই লাভ হৈছিল। ব্ৰাহ্মণসকলে বেদৰ অধ্যয়ন কৰি ৰজাসকলৰ আশ্ৰয় পাইছিল, ক্ষত্ৰিয়সকলে ধনুৰ্ব্বিদ্যা শিকি ৰজাঘৰত চাকৰীত সোমাইছিল আৰু জীৱক কৌমাৰভৃত্যৰ নিচিনা তৰুণে আয়ুৰ্ব্বেদ অধ্যয়ন কৰি উচ্চ জাতিৰ সেৱা কৰিছিল আৰু অৱশেষত ৰজাৰ আশ্ৰয় পাবলৈ চেষ্টা কৰিছিল। কিন্তু শ্ৰমণ সকলৰ গুৰুকুল সমুলি নাছিল। তেওঁলোকে যাত্ৰা কৰাৰ সময়তে শিক্ষা লাভ কৰিছিল আৰু সাধাৰণ ৰাইজৰ লগত সম্পৰ্ক স্থাপন কৰি তেওঁলোকক ধৰ্ম্মোপদেশ দিছিল। ইয়াৰ ফলত সাধাৰণ সমাজত তেওঁলোকৰ অতিশয় প্ৰভাৱ পৰিছিল।

**ভিক্ষু-সংঘত অনুশাসন**—বুদ্ধ ভগৱানৰ ভিক্ষু-সংঘত সুন্দৰ অনুশাসন আছিল। ভিক্ষুসকল নিয়মানুৱৰ্ত্তী হৈ নথকাটো তেওঁ সমুলি ভাল নাপাইছিল। এই সম্বন্ধে 'চাতুমসুত্ত'ত[১] দিয়া কথা ইয়াত চমুকৈ তুলি দিয়াটো উচিত হব।

ভগৱান বুদ্ধ চাতুমা নামৰ শাক্যসকলৰ এখন গাৱঁৰ আমলকী

(১) 'মজ্‌ঝিমনিকায়', সংখ্যা ৬৭।

বনত অৱস্থান কৰিছিল। তেতিয়া পাঁচ শ ভিক্ষুৰে সৈতে সাৰিপুত্ত আৰু মোগ্‌গল্লান চাতুমাত উপস্থিত হয়গৈ। চাতুমাৰ থলুৱা ভিক্ষু-সকল আৰু সাৰিপুত্ত আৰু মোগ্‌গল্লানৰ মাজত আদৰ সম্ভাষণৰ বিনিময় হয়। থকা মেলাৰ ঠাই ক'ত, পাত্র চীৱৰ ক'ত থোৱা যায়, আদি সোধাসুধি কৰাৰ সময়ত চিঞৰ বাখৰ হবলৈ ধৰিলে। তেতিয়া ভগৱানে আনন্দৰ আগত কলে, 'ইয়াত কিয় এনেদৰে হৈ চৈ হৈছে, ঠিক যেনিবা মাছ ধৰাৰ সময়ত মাছমৰীয়াইঁতেহে চিঞৰ বাখৰ লগাইছে।'

আনন্দই কলে, 'ভদন্ত, সাৰিপুত্ত আৰু মোগ্‌গল্লানৰ লগত অহা ভিক্ষুসকলৰ মাজত কথা-বতৰা হৈছে। তেওঁলোকৰ থকা মেলা আৰু পাত্র-চীৱৰ আদি থোৱা ঠাইৰ বিষয় লৈ চিঞৰ বাখৰ লাগিছে।'

ভগৱানে আনন্দক পঠাই সাৰিপুত্ত, মোগ্‌গল্লান আৰু আন আন ভিক্ষুসকলক মতাই নিয়ালে আৰু তেওঁলোকক দণ্ড বিহাৰ উদ্দেশ্যে এই বুলি আজ্ঞা দিলে যে তেওঁলোক তেওঁৰ লগত নাথাকি তাৰ পৰা গুচি যাব লাগে। তেওঁলোক আটায়ে লাজ পালে আৰু বুদ্ধক নমস্কাৰ কৰি তাৰ পৰা আঁতৰি যাবলৈ ওলাল। সেই সময়ত চাতুমাৰ শাক্য-সকল কিবা কাৰণত নিজৰ সংস্থাগাৰত গোট খাইছিল। তেওঁলোকে সেইদিনা মাথোন তাত উপস্থিত হোৱা ভিক্ষুকসকল সেইদিনাই তাৰ পৰা উভতি যাবলৈ ওলোৱা দেখি আচৰিত হল আৰু ভিক্ষুসকল উভতি যোৱাৰ কাৰণ কি সুধিলে। ভিক্ষুসকলে শাক্যসকলৰ আগত কলে, 'বুদ্ধ ভগৱানে আমাক দণ্ড দিছে, সেই কাৰণে আমি ইয়াৰ পৰা উভতি যাবলৈ ওলাইছোঁহক।' তেতিয়া চাতুমাৰ শাক্যসকলে ভিক্ষুসকলক তাতে থকা-মেলাৰ ব্যৱস্থা কৰি দি বুদ্ধ ভগৱানক প্রার্থনা জনাই তেওঁলোকক ক্ষমা কৰোৱালে।

**ধাৰ্ম্মিক সংবাদ অথবা আৰ্য্য মৌন—বুদ্ধৰ সময়ত মৌন**

ধাৰণ কৰি থকা ভালেমান মুনি আছিল। 'মুনি' শব্দৰ পৰাই 'মৌন' শব্দ ওলাইছে। বুদ্ধই এই তপশ্চৰ্য্যা ভাল নাপাইছিল। 'অবিদ্বান, মূৰ্খ লোকে মৌন ধাৰণ কৰাৰ পৰা মুনি নহয়।'[2] তথাপি ভগৱানে কৈছিল যে কোনো কোনো উপলক্ষত মৌন ধাৰণ কৰাটো উচিত। অৰিয়পৰিয়েসন সুত্তত[3] ভগৱানে কৈছে—'হে ভিক্ষুসকল, তোমালোকে হয়তো ধৰ্ম্ম চৰ্চ্চা কৰা, নহলে আৰ্য্য মৌন ৰাখাইক।'

**শান্তিৰ উদাহৰণ**—বুদ্ধ ভগৱানে ভিক্ষু-সংঘৰ আগত উপদেশ নিদিয়াৰ সময়তো ভিক্ষুসকল অতিশয় শান্তিৰে থাকিছিল। অলপো হাই-উকমি নকৰিছিল। ইয়াৰে এটা প্ৰকৃষ্ট উদাহৰণ 'দীঘনিকায়'ৰ সামঞ্‌ঞফলসুত্তত পোৱা যায়। সেই প্ৰসঙ্গ হল এই—

"ভগৱান বুদ্ধ ডাঙৰ ভিক্ষু-সংঘক লগত লৈ ৰাজগৃহৰ জীৱক কৌমাৰ-ভৃত্যৰ আম্ৰবনত আছিল। তেতিয়া কাৰ্ত্তিক পূৰ্ণিমাৰ ৰাতি অমাত্য-সকলক লগত লৈ অজাতশত্ৰু ৰজা কাৰেঙৰ ওপৰৰ মহলাত বহি আছিল। তেওঁ কলে, 'কিমান সুন্দৰ ৰাতি! আমাক উপদেশ দি আমাৰ চিত্ত প্ৰসন্ন কৰিব পৰা ইয়াত কোনো শ্ৰমণ বা ব্ৰাহ্মণ পোৱা যাবনে?' সেই সময়ত পূৰণ কস্‌সপ, মক্‌খলিগোসাল, অজিত কেস-কম্বল, পকুধ কচ্চায়ন, সঞ্জয় বেলট্‌ঠপুত্ত আৰু নিগণ্ঠ নাথপুত্ত আদি প্ৰসিদ্ধ শ্ৰমণ সকল নিজ নিজ শ্ৰমণ সঙ্ঘেৰে সৈতে ৰাজগৃহৰ ওচৰে কাষৰে বাস কৰিছিল। অজাতশত্ৰুৰ অমাত্যসকলে এজনৰ পিচত এজন শ্ৰমণৰ প্ৰশংসা কৰি তেনে শ্ৰমণজনৰ লগত ৰজাক সাক্ষাৎ কৰিবলৈ যোৱাৰ বাবে সম্মত কৰাবলৈ চেষ্টা কৰিলে, কিন্তু অজাতশত্ৰুৱে একো উত্তৰ নিদি মনে মনে থাকিল।

(২) ন মোনেন মুনি হোতি মূলহৰূপো অবিদ্দসু—'ধম্মপদ', ২৬৮।

(৩) 'মজ্ঝিম নিকায়' সং ২৬।

তেতিয়া জীৱক কৌমাৰভৃত্যও তাত আছিল। তেওঁলৈ লক্ষ্য কৰি অজাতশক্রৱে কলে, 'তুমি দেখোন মনে মনে থাকিলা?' তেতিয়া জীৱকে কলে, 'মহাৰাজ, ডাঙৰ ভিক্ষু-সংঘৰে সৈতে বুদ্ধ ভগৱান আমাৰ আম্রবনতে আছে। আজি মহাৰাজে তেওঁৰ লগতে সাক্ষাৎ কৰক। তাৰ ফলত চিত্ত প্ৰসন্ন হব।'

অজাতশক্রৱে যানবাহনৰ দিহা কৰিবলৈ জীৱকক আজ্ঞা দিলে। সেই মতে জীৱকে সকলো ব্যৱস্থা কৰিলে। তেতিয়া ৰজা অজাতশক্রৱে হাতীৰ হাওদাত বহি আৰু অন্তঃপুৰৰ তিৰোতাসকলকো ভিন ভিন হাতীৰ ওপৰত লৈ বিৰাট দলবলেৰে সৈতে বুদ্ধৰ দৰ্শন কৰিবলৈ গল।

জীৱকৰ আম্ৰবনৰ ওচৰ পালত অজাতশক্ৰৱে ভয় খাই গল আৰু জীৱকক সুধিলে, 'হে জীৱক, তুমি মোক ফাকি দিয়া নাইতো! তুমি মোক শক্রৰ হাতত পেলাই দিবলৈ ফন্দি কৰা নাইতো! তুমি দেখোন ইয়াত বৰ বিৰাট ভিক্ষু-সংঘ থকা বুলি কৈছিলা, পিচে ক'তা, এটা হাঁচি বা কাহ বা আন কোন ধৰণৰ সাৰসুৰকে দেখোন শুনিবলৈ পোৱা নাযায়!'

জীৱকে কলে, 'মহাৰাজ ভয় নাখাব, ভয় নাখাব। মই আপোনাক ফাকিও দিয়া নাই, কোনো শক্রৰ হাতত পেলাই দিবলৈকো ফন্দি কৰা নাই। আৰু আগ বাঢ়কচোন। সমুখত মণ্ডলমালত[8] চাকি জ্বলি আছে।' (অৰ্থাৎ অজাতশক্রৰ কোনো শক্ৰৱে চাকি জ্বলাই বহি থকাটো সম্ভৱ নহয়।)

হাতী যাব পৰা ঠাইলৈকে হাতীত উঠি গৈ অজাতশক্র মাটিত নামিল আৰু জীৱকৰ আম্ৰবনৰ দুৱাৰলৈকে খোজকাঢ়ি গল। তাত থিয় হৈ তেওঁ জীৱকক সুধিলে, 'ভগৱান ক'ত আছে?'

---

(৪) মণ্ডলমাল হল তম্বুৰ আকাৰৰ মণ্ডপ, এই মণ্ডপ কাবৰ আন ঠাইতকৈ ওখকৈ সজোৱা হৈছিল।

জীৱকে কলে, 'মণ্ডলমালৰ মাজৰ খুটাটোৰ কাষত পূবৰ পিনে মুখ কৰি ভগৱান বহি আছে।'

অজাতশত্রু ভগৱানৰ ওচৰলৈ গৈ থিয় হল আৰু মৌন ধাৰণ কৰি শান্তিৰে বহি থকা ভিক্ষু-সংঘক দেখা পাই কলে, 'এই সংঘত যি শান্তি বৰ্ত্তমান, মোৰ উদয়ভদ্ৰ কুমাৰো তাৰ লগত সমন্বিত হওক। উদয়ভদ্ৰ কুমাৰেও যেন তেনে শান্তি লাভ কৰে।'

ভগৱানে কলে, 'মহাৰাজ, আপুনি আপোনাৰ প্ৰেম অনুসৰি উক্তি কৰিছে।'

তাৰ পিচত অজাতশত্ৰু আৰু ভগৱানৰ মাজত দীঘলীয়া কথোপকথন হয়, কিন্তু তাক ইয়াত দিয়াটো প্ৰাসঙ্গিক নহব; সংঘৰ লগত ভিক্ষু-সম্প্ৰদায় থকাৰ সময়ত অলপো যে হাই-উৰুমি হোৱা নাছিল তাক দেখুৱাৰ বাবেহে এই প্ৰসঙ্গৰ উল্লেখ কৰা হৈছে।

## ভিক্ষু-সংঘৰ অনুশাসনৰ প্ৰভাৱ

ৰাতিপুৱা ভিক্ষা কৰিবলৈ যাওঁতে ভগৱানে কেতিয়াবা কেতিয়াবা ভিন ভিন পৰিব্ৰাজকৰ আশ্ৰমত উপস্থিত হৈছিলগৈ। ভগৱানক দেখিলে পৰিব্ৰাজক সকলৰ নেতাই নিজৰ শিষ্যসকলক কৈছিল, 'সেৱা শ্ৰমণ গৌতম আহিব ধৰিছে। তেওঁ গোলমাল ভাল নাপায়, গতিকে তোমালোকে ডাঙৰকৈ কথা-বতৰা নাপাতি শান্তভাৱে থাকাহঁক।' মঝ্‌জিমনিকায়ৰ মহাসকুলদায়িসুত্তত (সং ৭৭) এনে এটা প্ৰসঙ্গৰ বৰ্ণনা আছে। ইয়াত বুদ্ধৰ দিনচৰ্য্যাৰ আন আন কথাৰো বিতং বিৱৰণ দিয়া হৈছে। গতিকে তাক ইয়াতে চমুকৈ উল্লেখ কৰা হল—

ভগৱান ৰাজগৃহৰ বেণুবনৰ কলন্দক নিৱাপত আছিল। তেতিয়া কেইজনামান প্ৰসিদ্ধ পৰিব্ৰাজক মোৰ-নিৱাপত পৰিব্ৰাজক সকলৰ

আৰামত আছিল। এদিন পুৱা ভগৱান ভিক্ষাটনৰ বাবে ৰাজগৃহৰ ফালে ওলাই গৈছিল। তেতিয়াও ভিক্ষাৰ সময় হোৱা নাছিল কাৰণে ভগৱান বাটতে সেই পৰিব্ৰাজকসকলৰ আশ্ৰমত সোমাল। তাত সকুলদায়ি[৫] নিজৰ বিৰাট পৰিব্ৰাজক-সভাৰ আগত বহি আছিল আৰু তেওঁ পৰিব্ৰাজকসকলৰ আগত ৰাজকথা, চোৰকথা, মহামাত্যকথা, সেনাকথা, ভয়কথা, যুদ্ধকথা আদি অসংলগ্ন[৬] কথাবোৰ চিঞৰি চিঞৰি বৰ্ণনা কৰি আছিল। সকুলদায়িয়ে আশ্ৰমৰ পৰা কিছু দূৰৈতে ভগৱানক দেখা পালে আৰু তেওঁ শিষ্যসকলক কলে, 'চোৱা ভাইহঁত, চিঞৰি চিঞৰি কথা নকবাইঁক, হাই-উৰুমি বন্ধ কৰা। সেয়া শ্ৰমণ গৌতম আহিব ধৰিছে। তেওঁ লাহে লাহে কথা কোৱাটো ভাল পায় আৰু ধীৰ ভাষণৰ প্ৰশংসা কৰে। আমি হাই-উৰুমি কৰিলে তেওঁ আমাৰ সভালৈ অহাটোকে উচিত বুলি নাভাবিব।'

পৰিব্ৰাজকসকল শান্ত হৈ গল আৰু ভগৱান সকুলদায়ি পৰিব্ৰাজক বহি থকা ঠাইত গৈ উপস্থিত হল। তেতিয়া সকুলদায়িয়ে ভগৱানক কলে, 'ভগৱান আহক! ভগৱানৰ স্বাগত হওক! আজি কতদিনৰ মূৰত ভগৱান আমাৰ সভালৈ আহিছে! আপোনাৰ বাবে এয়া আসন প্ৰস্তুত, আপুনি তাৰ ওপৰত বিৰাজ কৰক।'

সেই আসন গ্ৰহণ কৰি ভগৱানে ওচৰতে বহি থকা সকুলদায়ি পৰিব্ৰাজকক সুধিলে, 'উদায়ি, ইয়াত তোমাৰ কি আলোচনা চলি আছিল নো?'

উদাযিয়ে কলে, 'ভগৱান, আমাৰ কথা এৰক। সি দুৰ্লভ নহয়। কিন্তু মোৰ এটা কথা মনত পৰিছে। কিছুদিনৰ আগতে ভিন ভিন

(৫) সকুল + উদায়ি অৰ্থাৎ কুলীন উদায়ি।

(৬) তিৰচ্ছানকথা। অনিয্যানিকত্তা সগ্‌গ-মোক্‌খ-মগ্‌গানং তিৰচ্ছানভূতা কথা তি তিৰচ্ছানকথা। 'অট্‌ঠকথা'।

সম্প্ৰদায়ৰ শ্ৰমণ ব্ৰাহ্মণসকল এটা কৌতূহলশালাত[৭] সমবেত হৈছিল। তাত তেতিয়া এই প্ৰশ্ন উঠিছিল যে পূৰণ কস্‌সপ, মকৃখলি গোসাল, অজিত কেসকম্বল, পকুধ কচ্চায়ন, সঞ্জয় বেলপুট্‌ঠি, নিগণ্ঠ নাথপুত্ত আৰু শ্ৰমণ গৌতম আদি ডাঙৰ ডাঙৰ সংঘৰ নেতাসকল বৰ্ষাবাসৰ কাৰণে ৰাজগৃহলৈ আহিছে, অঙ্গ-মগধৰ বাইজে ইয়াক ডাঙৰ ভাগ্যৰ কথা বুলি ভবা উচিত। কিন্তু এই নেতাসকলৰ ভিতৰত শ্ৰাৱকসকলে কাক উচিত সন্মান কৰে ? আৰু তেওঁৰ আশ্ৰয়ত শ্ৰাৱকসকল কিদৰে থাকে ?'

তেতিয়া কোনোবাই কলে, 'এই পূৰণ কস্‌সপ খ্যাতনামা নেতা কিন্তু শ্ৰাৱকসকলে তেওঁক মান নকৰে আৰু তেওঁৰ আশ্ৰয়ত থাকিবলৈ ইচ্ছা নকৰে। তেওঁলোকৰ মাজত কাঁজিয়া পেঁচাল হয়।' তেনেদৰে আন কিছুমানে কলে যে মকৃকলিগোসাল আদি নেতাসকলৰ শ্ৰাৱকৰ মাজতো হাই-কাঁজিয়া হয়। শেহত আন কিছুমানে কলে, 'এই শ্ৰমণ গৌতম প্ৰসিদ্ধ নেতা। তেওঁৰ শ্ৰাৱকসকলে তেওঁৰ যথোচিত সন্মান কৰে, আৰু তেওঁৰ আশ্ৰয়ত থাকে। এবাৰ গৌতমে ডাঙৰ সভা এখনত ধৰ্ম্মোপদেশ দি আছিল। তাত শ্ৰমণ গৌতমৰ এজন শ্ৰাৱকৰ কাঁহ উঠিল। তেওঁৰ ডিঙিত ধৰি এজনে কলে, "ইয়াত গোলমাল নকৰিবা, আমাৰ শাস্তাই ( গুৰুৱে ) ধৰ্ম্মোপদেশ দি আছে।" শ্ৰমণ গৌতমে শ শ লোকৰ পৰিষদত ধৰ্ম্মোপদেশ দিয়াৰ সময়তো তেওঁৰ শ্ৰাৱকসকলৰ হাঁচি বা কাহৰ শব্দকে শুনা নাযায়। অতিশয় আগ্ৰহেৰে তেওঁৰ ধৰ্ম্ম শুনিবলৈ মানুহ ব্যগ্ৰ হৈ থাকে।...... '

ভগৱান—হে উদায়ি, মোৰ শ্ৰাৱকসকলে মোৰ লগত আদৰেৰে আচৰণ কৰে আৰু মোৰ আশ্ৰয়ত থাকে। তোমাৰ মতে ইয়াৰ কাৰণনো কি হব পাৰে ?

উদায়ি—মোৰ বোধেৰে ইয়াৰ পাঁচোটা কাৰণ হব পাৰে। সেই

(৭) আলোচনা ভৱন।

কেইটানো কি? ১। ভগৱানে অল্পাহাৰ কৰে আৰু অল্পাহাৰৰ গুণ বৰ্ণনা কৰে। ২। তেওঁ যি কোনো চীৱৰতে সন্তুষ্ট থাকে আৰু তাৰ গুণ বৰ্ণনা কৰে। ৩। তেওঁ যি কোনো ভিক্ষাতে সন্তুষ্ট থাকে আৰু তাৰ গুণ বৰ্ণনা কৰে। ৪। যি কোনো থকা ঠাই পালেই তেওঁ সন্তুষ্ট থাকে আৰু সেই সন্তোষৰ গুণ ব্যাখ্যা কৰে। ৫। তেওঁ একান্ত বাস কৰে আৰু একান্ত বাসৰ গুণ বৰ্ণনা কৰে। এই পাঁচোটা কাৰণতে ভগৱানৰ শ্ৰাৱকসকলে ভগৱানৰ মান কৰে আৰু তেওঁৰ আশ্ৰয়ত থাকে; এয়ে হল মোৰ ধাৰণা।

ভগৱান—হে উদায়ি, কেৱল শ্ৰমণ গৌতম অল্পাহাৰী আৰু তেওঁ অল্পাহাৰৰ গুণ বৰ্ণনা কৰে বুলিয়ে যদি শ্ৰাৱকসকলে মোৰ মান ৰক্ষা কৰি মোৰ আশ্ৰয়ত থাকিলহেঁতেন, তেন্তে মোৰ যিসকল শ্ৰাৱকে মোতকৈও কম আহাৰ কৰে তেওঁলোকে মোৰ মান নকৰিলেহেঁতেন আৰু মোৰ আশ্ৰয়তো নাথাকিলহেঁতেন।

হে উদায়ি, যি চীৱৰ পোৱা যায়, শ্ৰমণ গৌতম তাতেই সন্তুষ্ট থাকে আৰু আনৰ আগত সেই সন্তোষৰ গুণ বৰ্ণনা কৰে বুলি যদি মোৰ শ্ৰাৱকসকল মোৰ মান ৰক্ষা কৰি মোৰ আশ্ৰয়ত থাকিলহেঁতেন, তেন্তে মোৰ যিসকল শ্ৰাৱকে মৰিশালিত পেলাই দিয়া কাপোৰৰ পৰা কাপোৰ আনি অথবা বজাৰত পেলাই দিয়া ফটাছিতা কাপোৰ আনি চীৱৰ তৈয়াৰ কৰি পিন্ধে, তেওঁলোকে মোৰ মান নকৰিলেহেঁতেন আৰু মোৰ আশ্ৰয়তো নাথাকিলহেঁতেন, কিয়নো মই কেতিয়াবা কেতিয়াবা গৃহস্থই দিয়া কাপোৰৰো চীৱৰ পিন্ধো।

হে উদায়ি, শ্ৰমন গৌতম ভিক্ষাৰ পৰা পোৱা যি কোনো সামগ্ৰীতে সন্তুষ্ট থাকে আৰু আনৰ আগত সেই সন্তোষৰ গুণ বৰ্ণনা কৰে বুলিয়েই যদি মোৰ শ্ৰাৱকসকলে মোৰ মান ৰক্ষা কৰি মোৰ আশ্ৰয়ত থাকিলহেঁতেন, তেন্তে মোৰ শ্ৰাৱকসকলৰ যি কেইজনে অকল ভিক্ষাৰ ওপৰতে নিৰ্ভৰ কৰি চলে, সৰু বৰ কোনো বিবেচনা নকৰাকৈ ভিক্ষা গ্ৰহণ কৰে,

আৰু অকল সেই ভিক্ষাৰ ওপৰতে নিৰ্ব্বাহ কৰে, তেওঁলোক মোৰ মান ৰক্ষা কৰি মোৰ আশ্ৰযত নাথাকিলহেঁতেন ; কিয়নো মই কেতিয়াবা কেতিয়াবা গৃহস্থসকলৰ আমন্ত্ৰণ স্বীকাৰ কৰি ভাল অন্ন আহাৰ কৰোঁ।

হে উদায়ি, যি কোনো থকা ঠাই পালেই শ্ৰমণ গৌতম সন্তুষ্ট থাকে আৰু সেই সন্তোষৰ কথা আনকো কয়,—অকল এই বুলিয়েই যদি মোৰ শ্ৰাৱকসকলে মোৰ মান কৰি মোৰ আশ্ৰয়ত থাকিলহেঁতেন, তেন্তে মোৰ শ্ৰাৱকৰ ভিতৰত যি সকলে গছৰ তলত বা মুকলি ঠাইত থাকে আৰু আঠ মাহলৈকে আচ্ছাদিত স্থানত প্ৰৱেশ নকৰে, মোৰ মান ৰক্ষা কৰি তেওঁলোক মোৰ আশ্ৰয়ত নাথাকিলহেঁতেন, কিয়নো মই মাজে সময়ে বিহাৰতো অৱস্থান কৰোঁ।

হে উদায়ি, শ্ৰমণ গৌতমে একান্ত বাস কৰি আনকো তাৰ গুণ কয় বুলিয়েই যদি মোৰ শ্ৰাৱকসকলে মোৰ মান কৰি মোৰ আশ্ৰয়ত থাকিলহেঁতেন, তেন্তে তেওঁলোকৰ যিসকল অকল অৰণ্যতে থাকে আৰু পখেকৰ ভিতৰত মাথোন প্ৰতিমোক্ষৰ কাৰণে সংঘলৈ আহে, তেওঁলোক মোৰ মান ৰক্ষা কৰি মোৰ আশ্ৰয়ত নাথাকিলহেঁতেন, কিয়নো মই মাজে সময়ে ভিক্ষু, ভিক্ষুণী, উপাসক, উপাসিকা, ৰজা, মন্ত্ৰী, আন আন সংঘৰ নেতা আৰু তেওঁলোকৰ শ্ৰাৱক সকলৰ লগত দেখা সাক্ষাৎ কৰোঁ।

তথাপি হে উদায়ি, আন এনে পাঁচোটা গুণ আছে, যাৰ বাবে মোৰ শ্ৰাৱক সকলে মোক সম্মান কৰে আৰু মোৰ আশ্ৰয়ত থাকে। (১) শ্ৰমণ গৌতম শীলৱান (২) তেওঁ যথাৰ্থ ধৰ্ম্মোপদেশক। (৩) তেওঁ প্ৰজ্ঞাৱান। সেই কাৰণে মোৰ শ্ৰাৱক সকলে মোক মানে আৰু মোৰ আশ্ৰয়ত থাকে। (৪) ইয়াৰ উপৰিও মই মোৰ শ্ৰাৱক সকলক চাৰিটা আৰ্য্য সত্যৰ উপদেশ দিওঁ আৰু (৫) আধ্যাত্মিক উন্নতিৰ বিভিন্ন পদ্ধতি বুজাই দিওঁ। এই পাঁচোটা গুণৰ কাৰণে মোৰ শ্ৰাৱকসকলে মোৰ মান কৰে আৰু মোৰ আশ্ৰয়ত থাকে।

## ভিক্ষু-সংঘত থাকোঁতে ভগৱানৰ দিনচৰ্য্যা

ভগৱান বুদ্ধই তেওঁৰ সংঘত কেনেদৰে অনুশাসন কৰিছিল, সেই কথা আটাইবোৰ পৰিব্ৰাজকে ভালদৰে জানিছিল। এই সুত্তৰপৰা স্পষ্টভাৱে দেখা যাব যে ভগৱান আন আন পৰিব্ৰাজকৰ পৰিষদলৈ গলেও তেওঁ বৰ শান্তভাৱে থাকিছিল। কেতিয়াবা কেতিয়াবা গৃহস্থ সকলৰ আমন্ত্ৰণ আৰু গৃহস্থসকলে দিয়া কানি-কাপোৰ গ্ৰহণ কৰিছিল, তথাপি অল্পাহাৰ কৰা, অন্নবস্ত্ৰত মিতাচাৰ আৰু একান্ত বাস ভাল পোৱা সম্বন্ধে তেওঁৰ খ্যাতি আছিল। তেওঁ ভিক্ষু সংঘৰ লগত যাত্ৰা কৰিলে, গাৱঁৰ বাহিৰত, উপবন বা আন কোনো সুবিধাজনক ঠাইত অৱস্থান কৰিছিল। নিশা ধ্যান-সমাধি সমাপ্ত কৰি মধ্যম যামত ওপৰত উল্লেখ কৰি অহা ধৰণে সিংহ-শয্যা গ্ৰহণ কৰিছিল আৰু দোক-মোকালিতে উঠি হয়তো ঘুৰি ফুৰিছিল নহলে ধ্যান সমাধিত নিমগ্ন হৈ পৰিছিল।

ৰাতিপুৱা ভগৱান সেই গাওঁ বা চহৰত বেচিভাগ অকলেই ভিক্ষাটনত বাহিৰ হৈছিল আৰু বাটত ভিক্ষাটন কৰাৰ সময়ত প্ৰসঙ্গ মতে গৃহস্থসকলক উপদেশ দিছিল। এইদৰে বাটে বাটে গৈ থাকোঁতেই তেওঁ সিগালোৱাদসুত্তৰ ৰচনা কৰিছিল আৰু কসিভাৰদ্বাজসুত্ত আৰু এনে ধৰণৰ আন আন সুত্তত সন্নিৱিষ্ট উপদেশবোৰ তেওঁ ভিক্ষাটন কৰাৰ সময়তে দিছিল।

পেটৰ কাৰণে যথেষ্ট ভিক্ষা পালে ভগৱান গাৱঁৰ বাহিৰলৈ গৈ কোনো গছ বা আন কোনো ঠাইত বহি সেই খিনিৰে আহাৰ কৰিছিল। তাৰ পিচত বিহাৰলৈ আহি অলপ সময় জিৰণি লৈ কিছু সময় ধ্যান সমাধিত কটাইছিল। সন্ধিয়া তেওঁৰ দৰ্শন কৰিবলৈ গৃহস্থসকল আহিছিল আৰু তেওঁৰ লগত ধৰ্ম্ম সম্বন্ধে আলোচনা কৰিছিল। এনে-

ভাৱেই সোণদণ্ড, কূটদণ্ড আদি ব্ৰাহ্মণ সকলে ভালেমান ব্ৰাহ্মণক লগত লৈ বুদ্ধৰ লগত সাক্ষাৎ কৰি ধাৰ্ম্মিক আলোচনা কৰা বুলি 'দীঘনিকায়'ত প্ৰমাণ পোৱা যায়। যিদিনা কোনো গৃহস্থলোক নাহিছিল, সেই দিনা প্ৰায়েই ভগৱানে নিজৰ লগত থকা ভিক্ষুসকলক ধৰ্ম্মোপদেশ দিছিল।

তাৰ এদিন বা দুদিনৰ পিচত ভগৱানে আকৌ যাত্ৰাত বাহিৰ হৈছিল আৰু এনেদৰে পুব পিনে ভাগলপুৰ, পছিম পিনে কুৰুসকলৰ কল্মাষদম্য নামৰ নগৰ, উত্তৰ পিনে হিমালয় আৰু দক্ষিণ পিনে বিন্ধ্যৰ মাজৰ অঞ্চলত আঠ মাহ ধৰি ভিক্ষুসকলৰ লগত ভ্ৰমণ কৰি ফুৰিছিল।

## বৰ্ষা-বাস

বুদ্ধ ভগৱানে যেতিয়া ধৰ্ম্মোপদেশ দিবলৈ আৰম্ভ কৰিছিল, তেতিয়া তেওঁৰ ভিক্ষুসকল বাৰিষা কাল হলে একেঠাইতে নাথাকিছিল। চাৰিও-পিনে ঘূৰি পকি তেওঁলোকে ধৰ্ম্মোপদেশ দি ফুৰিছিল। আন আন সম্প্ৰদায়ৰ শ্ৰমণসকল বাৰিষা একেঠাইতে থাকিছিল, গতিকে বুদ্ধৰ ভিক্ষুসকলৰ এই আচৰণ সাধাৰণ ৰাইজৰ ভাল নালাগিছিল। তেওঁলোকে ভিক্ষুসকলৰ বিৰুদ্ধে এই বিষয়ে আলোচনা সমালোচনা কৰিবলৈ ধৰাত বুদ্ধ ভগৱানে সাধাৰণ ৰাইজৰ সন্তুষ্টিৰ কাৰণে এই বুলি নিয়ম বান্ধি দিলে যে ভিক্ষুসকলে বাৰিষা অন্ততঃ তিনি মাহ একেঠাইতে থাকিব লাগে।[৮]

বৰ্ষা-বাস সম্বন্ধে 'মহাৱগ্‌গ'ত দিয়া বৰ্ণনাৰ এয়ে হল চমু বিৱৰণ। কিন্তু এই কথা সম্পূৰ্ণ সঁচা যেন নালাগে। প্ৰথমতে আটাইবোৰ শ্ৰমণ যে বাৰিষা একেঠাইতে থাকিছিল তেনে নহয় আৰু ভগৱানে বান্ধি দিয়া এই নিয়মৰ ভালেমান ব্যতিক্ৰম হৈছিল। চোৰৰ উপদ্ৰৱ বা আন কোনো কষ্ট হলে ভিক্ষুসকল আন ঠাইলৈ যাব পাৰিছিল।

(৮) 'বৌদ্ধ সংস্কৃতিৰ পৰিচয়', পৃষ্ঠা ২৪ চাওক।

বুদ্ধ ভগৱানে ধৰ্ম্মৰ উপদেশ দিবলৈ আৰম্ভ কৰাৰ সময়ত তেওঁৰ বিশেষ খ্যাতি হোৱা নাছিল, গতিকে তেওঁ বা তেওঁৰ ক্ষুদ্ৰ ভিক্ষু সম্প্ৰদায় বৰ্ষা-বাসৰ কাৰণে একেঠাইতে থাকিব নোৱাৰিছিল। পিচত চাৰিওপিনে তেওঁৰ সুখ্যাতি বিয়পি পৰাত প্ৰথমতে অনাথপিণ্ডিক শ্ৰেষ্ঠীয়ে শ্ৰাৱস্তীৰ ওচৰৰ জেতবনত তেওঁৰ কাৰণে এটা ডাঙৰ বিহাৰ সজাই দিয়ে।[১] ইয়াৰ কিছু দিনৰ পিচত ৱিশাখা উপাসিকাই সেই চহৰৰ ওচৰতে পূৰ্ব্বাৰাম নামৰ এটা প্ৰাসাদ সাজি বৌদ্ধ-সংঘক সমৰ্পণ কৰে; বুঢ়া বয়সত ভগৱান বুদ্ধই বেচি ভাগ এই ঠাইতে বৰ্ষাবাস কৰিছিল। আন ঠাইৰ উপাসকে নিমন্ত্ৰণ জনালে বৰ্ষাবাসৰ কাৰণে ভগৱান তেওঁলোকৰ তালৈকো গৈছিল। বাৰিষা পজা ঘৰ সাজি মানুহে ভিক্ষুসকলৰ বাবে থকাৰ দিহা কৰি দিছিল। ভগৱানৰ বাবে এটা বেলেগ পজা সজা হৈছিল আৰু তাৰ নাম আছিল গন্ধকুটী।

বাৰিষা ওচৰ কাষৰৰ উপাসকসকল বুদ্ধ-দৰ্শনৰ কাৰণে আহিছিল আৰু উপদেশ শুনিছিল। কিন্তু ভিক্ষা দিয়াৰ কাৰণে তেওঁলোক সদায় বিহাৰলৈ নাহিছিল। ভিক্ষু আৰু বুদ্ধ ভগৱানৰ প্ৰথা অনুসৰি ভিক্ষাটন কৰিব লাগিছিল আৰু কেতিয়াবাহে গৃহস্থৰ ঘৰলৈ নিমন্ত্ৰণ কৰা হৈছিল।

**নৰিয়া ভিক্ষুসকলৰ বা-বতৰা**—ভিক্ষুসকলৰ কাৰো নৰিয়া হলে, দুপৰীয়া ধ্যান-সমাধি সম্পূৰ্ণ কৰি বুদ্ধ ভগৱানে তেওঁলোকৰ স্বাস্থ্য সম্বন্ধে বা-বতৰা লৈছিল। এবাৰ ৰাজগৃহৰ পিপ্‌ফলি গুহাত মহাকাশ্যপৰ নৰিয়া হৈছিল। সেই সময়ত ভগৱান আছিল বেণুবনত। 'বোজ্‌ঝংগসংযুত্ত'ৰ চতুৰ্দ্দশ সুত্তত মহাকাশ্যপৰ স্বাস্থ্যৰ অৱস্থা সম্বন্ধে ভু-ভা লবলৈ সন্ধিয়া ভগৱান যোৱাৰ কথাৰ উল্লেখ আছে আৰু পঞ্চদশ সুত্তত আন এবাৰ মহামোগ্‌গল্লানৰ স্বাস্থ্যৰ খা-খবৰ কৰিবলৈ ভগৱান

(১) চাওক, 'বুদ্ধলীলাসাৰসংগ্ৰহ,, পৃষ্ঠা ১৬৭-১৭৯।

যোৱাৰ কথা উল্লেখ কৰা হৈছে। এওঁলোক দুজনাৰ হতুৱাই ভগৱানে সাত বোধ্যংগৰ স্মৰণ কৰালে আৰু তাৰ ফলত তেওঁলোকৰ ৰোগ নাইকিয়া হল।

**কিছুদিনৰ কাৰণে একান্ত বাস**—আমি আগেয়ে কৈ আহিছোঁহক যে ভগৱানে যাত্ৰাৰ সময়ত অথবা বাৰিষা কোনো এঠাইত অৱস্থান কৰিলে দুপৰীয়া এঘণ্টা দুঘণ্টা আৰু নিশাৰ প্ৰথম আৰু অন্তিম যাম সময় প্ৰায়ে ধ্যান-সমাধিত অতিবাহিত কৰিছিল। তদুপৰি 'আনাপান স্মৃতি সংযুত্ত'ৰ নৱম সুত্তত এই বুলি কোৱা হৈছে যে এবাৰ বৈশালীৰ ওচৰৰ মহাবনৰ কূটাগাৰশালাত থকাৰ সময়ত তেওঁ পোন্ধৰ দিনলৈকে একান্তবাস কৰিছিল। কেৱল ভিক্ষাটন লৈ যোৱা এজন ভিক্ষুকহে তেওঁৰ ওচৰলৈ যোৱাৰ অনুমতি দিয়া হৈছিল। এই সুত্তৰ একাদশ সুত্তত এইদৰে উল্লেখ কৰা হৈছে—

এবাৰ ভগৱান ইচ্ছামঙ্গল গাৱঁৰ ওচৰৰ ইচ্ছামঙ্গল বনত আছিল। তাত ভগৱানে ভিক্ষুসকলক কলে, "হে ভিক্ষুসকল, মই তিনিমাহ ধৰি অকলশৰীয়াকৈ থাকিবলৈ বিচাৰোঁ। পিণ্ডপাত অনা ভিক্ষুৰ বাহিৰে মোৰ ওচৰলৈ আন কোনো নাহে যেন।" সেই তিনিমাহৰ পিচত ভগৱান একান্তবাসৰ পৰা বাহিৰ ওলাই আহিল আৰু ভিক্ষুসকলক কলে, "যদি আন কোনো সম্প্ৰদায়ৰ পৰিব্ৰাজকে আপোনালোকক সোধে যে এই বেলি বাৰিষা ভগৱানে কি ধ্যান-সমাধি কৰি আছিল, তেতিয়া আপোনালোকে কব যে ভগৱানে আনাপান স্মৃতি সমাধি[10] কৰি আছিল।

---

(১০) 'আন' অৰ্থাৎ আশ্বাস আৰু 'অপান' অৰ্থাৎ প্ৰশ্বাস। তাৰ ওপৰত সাধন কৰা সমাধিক 'আনাপান স্মৃতি সমাধি' বোলা হয়। ইয়াৰ বিধান 'সমাধি-মাৰ্গত (পৃষ্ঠা ৩৮-৪৮) দিয়া হৈছে।

উপৰ্য্যুক্ত সুত্তত কোৱা হৈছে যে ভগৱানে পোন্ধৰ দিন ধৰি আনাপান স্মৃতি সমাধি কৰিছিল। ইয়াৰ অৰ্থ হল এয়ে যাতে মানুহে সেই সমাধিৰ গুৰুত্ব বুজিব পাৰে। পোন্ধৰ দিন বা তিনি মাহ ধৰি সেই সমাধি কৰিলেও মন শ্ৰান্ত নহয় আৰু শৰীৰ আৰু স্বাস্থ্য ভালে থাকে।

ষষ্ঠ অধ্যায়ত আন এটা প্ৰসঙ্গত ভগৱানে ভিক্ষু-সংঘক এৰি অকলে পৰিলেয়্যক বনত থকাৰ উল্লেখ কৰি অহা হৈছে। ইয়াৰ পৰা দেখা যায় যে ভগৱানে কেতিয়াবা কেতিয়াবা এনে কোনো ঠাইলৈ গৈ অকলশৰে থাকিছিল য'ত তেওঁক কোনেও চিনি নাপাইছিল। কিন্তু যেতিয়া চাৰিওপিনে তেওঁৰ সুখ্যাতি বিয়পি পৰিল আৰু সকলো মানুহে তেওঁক চিনি পোৱা হল তেতিয়া তেওঁ সংঘৰ লগত থকাৰ সময়তে কিছু সময়ৰ কাৰণে সংঘৰ পৰা অলিপ্ত হৈ থাকিবলৈ ললে। কিন্তু তেওঁৰ পনচল্লিশ বছৰৰ কৰ্ম্মময় সময় ছোৱাত এনে প্ৰসঙ্গ বৰ বেচি হোৱা নাছিল।

আজিকালি[১১] কায়াকল্প লৈ যথেষ্ট প্ৰচাৰ কাৰ্য্য চলিছে। কোনো মানুহক এমাহ বা দেৰ মাহ এটা কোঠাত বন্ধ কৰি ৰখা হয় আৰু পথ্যৰে সৈতে ঔষধোপচাৰ কৰা হয়। তাৰ ফলত মানুহ আকৌ তৰুণ হৈ যায় বুলি মানুহে ধাৰণা কৰে। এনে ধৰণৰ কায়াকল্পৰ লগত ভগৱান বুদ্ধৰ একান্তবাসৰ কোনো সম্পৰ্ক নাই, কিযনো ভগৱানে সেই সময়ত কোনো ঔষধোপচাৰ নকৰিছিল। তেওঁ কেৱল আনাপান স্মৃতি সমাধিৰহে অভ্যাস কৰি থাকিছিল।

ভালেমান দিনলৈকে এনে দৰে একান্ত বাস কৰাৰ প্ৰথা সিংহল দ্বীপ, মান দেশ বা শ্যামত কেতিয়াবাহে দেখা যায়, কিন্তু তিব্বতত হলে এই প্ৰথাৰ প্ৰচলন আছে। অকল সেযে নহয়, কোনো কোনো ঠাইত অনুচিত ভাৱেও তাক অধিক মাত্ৰাত পালন কৰা দেখা যায়। কোনো কোনো তিব্বতী লামাই বছৰৰ পৰা বছৰ ধৰি নিজকে কোনো গুহা বা

(১১) প্ৰায় ১৯৪০ চন।

আন কোনো ঠাইত বন্ধ কৰি লয় আৰু সকলো প্ৰকাৰৰ সিদ্ধি লাভ কৰিবলৈ সাধনা কৰে।

**ৰোগ**—ভগৱান বুদ্ধৰ ৰোগ হোৱাৰ কথা বৰ কম ঠাইতহে পোৱা যায়। এবাৰ ৰাজগৃহৰ ওচৰৰ বেণুবনত তেওঁ নৰিয়াত পৰিছিল। 'বোজ্‌ঝংগ সংযুত্ত'ৰ ষোড়শ সুত্তৰ মতে তেতিয়া মহাচুন্দই তেওঁৰ নিৰ্দ্দেশ মতে তেওঁক সাত বোধ্যংগ শুনায় আৰু তাৰ বাবে তেওঁ ঠিক হৈ যায়।

'ৱিনয়পিটক'ৰ মহাৱগ্‌গত এই বুলি উল্লেখ কৰা হৈছে[১২] যে ভগৱানৰ অলপ অসুখ হৈছিল আৰু জীৱক কৌমাৰ ভৃত্যই তেওঁক ভেদৰ ঔষধ দিছিল। 'চুল্লৱগ্‌গ'ত দেৱদত্তৰ কথা আছে। তেওঁ গৃধ্ৰকূট পৰ্ব্বতৰ পৰা ভগৱানৰ গালৈ এটা বৰ ডাঙৰ শিল মাৰি পঠিয়ায়। সেই শিলটো টুকুৰা টুকুৰি হৈ যায় আৰু তাৰে এটুকুৰা ভগৱানৰ ভৰিত পৰাত তেওঁৰ অসুখ হয়। দেৱদত্তই হয়তো ভগৱানক মাৰি পেলাব পাৰে বুলি ভয় কৰি কিছুমান ভিক্ষুই ভগৱান থকা ঠাইৰ চাৰিওপিনে পৰ দিবলৈ আৰম্ভ কৰে। তেওঁলোকৰ ভাৱগতি দেখি ভগৱানে আনন্দক সুধিলে, "ইয়াত এই ভিক্ষুসকল কিয় ঘুৰাঘুৰি কৰি ফুৰিছে?" আনন্দই উত্তৰ দিলে, "ভদন্ত, আপোনাৰ শৰীৰৰ যাতে কষ্ট বা হানি হব নোৱাৰে, তাৰ বাবেই এই ভিক্ষুসকলে পৰ দিছে।"

ভগৱানে আনন্দৰ হতুৱাই ভিক্ষুসকলক নিজৰ ওচৰলৈ মতাই নি কলে, "মোৰ দেহ লৈ চিন্তা কৰাৰ কোনো কাৰণ নাই। মোৰ শিষ্য সকলে মোক ৰক্ষা কৰাটো মই নিবিচাৰোঁ। গতিকে তোমালোকে ইয়াত পৰ দিয়াৰ সলনি নিজৰ নিজৰ কাম কৰাগৈ।"

সুত্তপিটকত হলে 'ৱিনয়পিটক'ৰ এই কথাৰ কোনো প্ৰমাণ নাই।

(১২) চাওক, 'বৌদ্ধ সংস্কৃতি পৰিচয়', পৃষ্ঠা ৩৪।

ভেদৰ ঔষধ দিয়াটোতো তেনেই সাধাৰণ কথা আৰু দেৱদত্তক অতিশয় অধম প্ৰতিপন্ন কৰিবলৈকো হয়তো দেৱদত্তৰ এই কথাৰ ৰচনা কৰা হৈছে। সেই কথা সঁচা হলেও সেই ঘাৰ ফলত ভগৱান ভালেমান দিন ধৰি নৰিয়াত পৰি থকা বুলি অনুমান নহয়। এইদৰে এনে ধৰণৰ সৰু-সুৰা ৰোগৰ কথা এৰি দি আমি কব পাৰোঁহক যে বুদ্ধ হোৱাৰ পিচত ভগৱানৰ স্বাস্থ্য মুঠতে ভালেই আছিল।

**নিৰোগৰ কাৰণ**– ভগৱান বুদ্ধ আৰু তেওঁৰ শিষ্যসকলে সকলো জাতিৰ মানুহবে পৰা ভিক্ষা গ্ৰহণ কৰিছিল আৰু দিনৌ মাথোন এবাৰ আহাৰ কৰিছিল। তথাপিও তেওঁলোকৰ স্বাস্থ্য ভালে আছিল আৰু মুখ প্ৰসন্ন দেখা গৈছিল। ইয়াৰ প্ৰমাণ হল তলত দিয়া কাল্পনিক সংবাদ—

( প্ৰশ্ন ) অৰঞ্ঞে বিচৰন্তানং সন্তানং ব্ৰহ্মচাৰিনং।
একভত্তং ভুঞ্জমানানং কেন ৱণ্ণো পসীদতি ॥

অৰ্থাৎ "অৰণ্যত থাকে, ব্ৰহ্মচৰ্য্য পালন কৰে, আৰু এবাৰ ভোজন কৰে, তথাপিও সাধুসকলৰ কান্তি কিদৰে প্ৰসন্ন হৈ থাকে?"

( উত্তৰ ) অতীতং নানুসোচন্তি নপ্পজপ্পন্তি নাগতং।
পচ্চুপন্নেন যাপেন্তি তেন ৱণ্ণো পসীদতি ॥

অৰ্থাৎ, "তেওঁলোকে অতীতৰ শোক নকৰে, অনাগত বিষয় লৈ অনৰ্থক প্ৰলাপ নকৰে আৰু বৰ্ত্তমানতো সন্তুষ্ট থাকে, গতিকে তেওঁ-লোকৰ কান্তি প্ৰসন্ন থাকে।"[১৩]

---

(১৩) চাওক, 'দেৱতাসংযুত্ত', ৱগ্গ ১, সুত্ত ১০।

# অন্তিম ৰোগ

'মহাপৰিনিব্বানসুত্ত'ত বুদ্ধ ভগৱানৰ অন্তিম ৰোগৰ বৰ্ণনা কৰা হৈছে।[১৪] সেই বেলি বাৰিষাৰ আগতে ভগৱান ৰাজগৃহত আছিল। তাৰপৰা বিৰাট ভিক্ষু সংঘৰ লগত যাত্ৰা কৰি তেওঁ বৈশালীত উপস্থিত হয় আৰু ওচৰৰে বেলুৱ নামৰ গাঁৱত তেওঁ নিজে বৰ্ষা-বাসৰ কাৰণে থাকে। তেওঁ ভিক্ষুসকলক নিজ নিজ সুবিধা অনুসৰি বৈশালীৰ ওচৰে কাষৰে থাকিবলৈ অনুজ্ঞা দিয়ে। সেই বাৰিষাৰ সময়ত ভগৱানৰ শকত নৰিয়া হয় কিন্তু তেওঁ হলে নিজৰ জাগ্ৰত অৱস্থাক বিচলিত হবলৈ নিদিয়ে। ভিক্ষু সংঘৰ লগত সাক্ষাৎ নকৰাকৈ তেওঁৰ পৰিনিৰ্ব্বাণ প্ৰাপ্তি উচিত যেন নালাগে আৰু সেই মতে তেওঁ ৰোগৰ কষ্ট সহ্য কৰি নিজৰ আয়ু অলপ বঢ়াই লয়। এই ৰোগৰ পৰা ভগৱান ভাল হৈ উঠা দেখি আনন্দই কলে, "ভদন্ত, আপুনি ৰোগৰ পৰা সুস্থ হোৱা দেখি মোৰ বৰ ভাল লাগিছে। আপোনাৰ এই নৰিয়া হোৱাত মোৰ মন দুৰ্ব্বল হৈ পৰিছিল। মই একো বুজি নোপোৱা হৈ গৈছিলোঁ আৰু ধাৰ্ম্মিক উপদেশ-বোৰো পাহৰি যোৱাৰ উপক্ৰম হৈছিল। তথাপি মোৰ আশা আছিল যে ভিক্ষু-সংঘক অন্তিম উপদেশ নিদিয়াকৈ ভগৱানৰ নিৰ্ব্বাণ প্ৰাপ্তি নহয়।"

ভগৱান—হে আনন্দ, ভিক্ষু-সংঘই মোৰ পৰা আৰু কি কথা জানিবলৈ ইচ্ছা কৰে? মই মোৰ ধৰ্ম্ম মুকলি ভাৱে বুজাই দিছোঁ, কোনো কথা লুকাই ৰখা নাই। যাৰ এনে ইচ্ছা থাকে যে তেৱেঁই ভিক্ষু-সংঘৰ নায়ক হওক আৰু ভিক্ষু-সংঘই তেওঁক অৱলম্বন কৰিয়ে চলক, তেনেলোকেহে ভিক্ষু-সংঘৰ আগত কিবা অন্তিম কথা কব। কিন্তু হে আনন্দ, ভিক্ষু-সংঘৰ নিজে নায়ক হবলৈ ভিক্ষু-সংঘক তেওঁকে অৱলম্বিত কৰি ৰাখিবলৈ তথাগতৰ কোনো ইচ্ছা নাই। গতিকে

---

(১৪) চাওক, 'বুদ্ধলীলা সাৰ-সংগ্ৰহ', পৃষ্ঠা ২৯২-৩১২।

তথাগতই ভিক্ষু-সংঘক কি অন্তিম বাণী শুনাব ? হে আনন্দ, মই এতিয়া জীর্ণশীর্ণ আৰু বৃদ্ধ হৈ পৰিছোঁ। মোৰ বয়স আশী বছৰ হৈছে। বাঁহৰ টুকুৰা বান্ধি দিলে যিদৰে গৰুগাড়ী কোনো ৰকমে চলি থাকে, তেনেদৰে মোৰ কায়া ( শৰীৰো ) যেনে তেনে চলি আছে। মই যেতিয়া নিৰোধ-সমাধিৰ অনুশীলন কৰোঁ, তেতিয়া মোৰ দেহাটো অলপ ভাল যেন পাওঁ। গতিকে হে আনন্দ, এতিয়া তোমালোকে নিজৰ ওপৰতে ভিৰ দি চলাইঁক, আত্মনির্ভৰশীল হোৱাইঁক। আত্মাকে দ্বীপ কৰা, ধৰ্ম্মকে দ্বীপ কৰা। আত্মাৰে শৰণ লোৱা, ধৰ্ম্মৰে শৰণ লোৱা।

এই অৱস্থাৰেই ভগৱান বেলুৱ গাঁৱৰ পৰা বৈশালীলৈ উভতি যায়। তাতে আনন্দৰ হতুৱাই ভিক্ষু-সংঘক মতাই নি মহাবনৰ কুটাগাৰশালাত সমবেত কৰায় আৰু ভালেমান উপদেশ দিয়ে। তাৰ পিছত ভিক্ষু-সংঘৰ লগত ভগৱানে ভাণ্ডগ্রাম, হস্তিগ্রাম, আম্রগ্রাম, জম্বুগ্রাম, ভোগনগৰ আদি ঠাইত ভ্রমণ কৰি গৈ পাৱা নামৰ নগৰীৰ চুন্দ কমাৰৰ আম্রবনত অৱস্থান কৰে। চুন্দই নিজৰ ঘৰলৈ ভগৱান আৰু ভিক্ষু-সংঘক আমন্ত্রণ কৰি নিয়ে। চুন্দই ৰন্ধোৱা আহাৰ্য্যবোৰৰ ভিতৰত 'সূকৰমদ্দৱ' নামৰ এবিধ পদাৰ্থও আছিল। তাক খোৱাৰ পিচতে ভগৱানৰ অতিসাৰ ৰোগ হয়। তথাপি ভগৱানে সেই বেদনা সহ্য সৰি কুকুৎথা আৰু হিৰণ্যৱতী নামৰ দুখন নৈ পাৰ হয় আৰু কুশিনাৰাত উপস্থিত হয়গৈ। তাতে মল্লসকলৰ শালবনত সেই ৰাতিৰ পশ্চিম যামত বুদ্ধ ভগৱানৰ পৰিনির্ব্বাণ প্রাপ্তি হয়। এইদৰে ভগৱানৰ অতিশয় বোধপ্রদ আৰু কল্যাণপ্রদ জীৱন শেষ হৈ যায়।

---

## পৰিশিষ্ট ১

### গৌতম বুদ্ধৰ জীৱন-চৰিত্ৰৰ লগত সম্বন্ধ থকা 'মহাপদানসুত্ত'ৰ অংশ

অপদানৰ (সংস্কৃত অৱদান) অৰ্থ হল সৎচৰিত্ৰ। গতিকে মহাপদানৰ অৰ্থ হল মহাপুৰুষসকলৰ সৎচৰিত্ৰ। 'মহাপদানসুত্তৰ' আৰম্ভনিতে গৌতম বুদ্ধৰ আগৰ ছজনা বুদ্ধ আৰু গৌতম বুদ্ধৰ চৰিত্ৰ চমুকৈ দিয়া হৈছে। গৌতম বুদ্ধৰ আগতে সিখী, ৱিপস্সী, ৱেস্সভু, ককুসংঘ, কোণাগমন আৰু কস্সপ এই ছজনা বুদ্ধ হৈছিল। ইয়াৰে প্ৰথম তিনি জনা ক্ষত্ৰিয় আৰু পিচৰ তিনি জনা ব্ৰাহ্মণ আছিল। এই সুত্তৰ আৰম্ভনিতে তেওঁলোকৰ গোত্ৰ, আয়ু, যি গছৰ তলত বহি তেওঁলোক বুদ্ধ হৈছিল তাৰ নাম, তেওঁলোকৰ দুজনকৈ মুখ্য শিষ্য, তেওঁলোকৰ সংঘৰ ভিক্ষু-সংখ্যা, তেওঁলোকৰ উপস্থায়ক (সেৱক ভিক্ষু), মাক বাপেক, সেই সময়ৰ ৰজা আৰু ৰাজধানীৰ নাম আদি সম্বন্ধে উল্লেখ কৰা হৈছে। তাৰ পিচত বিতং ভাৱে ৱিপস্সী বুদ্ধৰ চৰিত্ৰ দিয়া হৈছে। সেই পৌৰাণিক চৰিত্ৰৰ যি খণ্ড গৌতম বুদ্ধৰ জীৱনৰ লগত সংযুক্ত কৰি দিয়া হৈছে, আমি তাৰে সাৰাংশ ইয়াতে দিওঁহক।[১]

১

ভগৱানে কলে, "হে ভিক্ষুসকল, ইয়াৰ আগতে এক নৱতী কল্পত অৰ্হৎ সম্যক সম্বুদ্ধ ৱিপস্সী ভগৱানে ইহ লোকত জন্ম ললে। তেওঁ

(১) এই আটাইবোৰ সুত্তৰে মাৰাঠী ভাঙনি শ্ৰী. চি. বৈ. ৰাজৱাড়ে ৰচিত দীঘনিকায় ভাগ ২.৩ দিয়া হৈছে; (গ্ৰন্থ সম্পাদক ব গ্ৰন্থ প্ৰকাশক মণ্ডলী নং ২৮০, ঠাকুৰদ্বাৰ ৰোড, বোম্বাই—২)

জাতিত ক্ষত্ৰিয় আৰু গোত্ৰত কৌণ্ডিণ্য আছিল। তেওঁৰ আয়ু আছিল আশী হেজাৰ বছৰ। তেওঁ পাটলী বৃক্ষৰ তলত অভিসম্বুদ্ধ হৈছিল। খণ্ড আৰু তিস্‌স নামৰ তেওঁৰ দুজন অগ্ৰশ্ৰাৱক আছিল। তেওঁৰ শিষ্যসকলৰ তিনিটা সমুদায় আছিল; তাৰে প্ৰথমটোত আঠষষ্টি লাখ, দ্বিতীয়টোত এলাখ আৰু তৃতীয়টোও আশী লাখ শিষ্য আছিল। অশোক নামৰ ভিক্ষু তেওঁৰ অগ্ৰ উপস্থাযক আছিল, বন্ধুমা নামৰ ৰজা তেওঁৰ বাপেক, বন্ধুমতী নামৰ ৰাণী তেওঁৰ মাক আছিল আৰু বন্ধুমা ৰজাৰ ৰাজধানীৰ নাম আছিল বন্ধুমতী।

২

(১) আৰু ভিক্ষুসকল, ৱিপস্‌সী বোধিসত্বই তুষিত দেৱলোকৰ পৰা চ্যুত হৈ, স্মৃতিমান জাগ্ৰত হৈ মাতৃৰ উদৰত প্ৰৱেশ কৰিলে। সিতো তাৰ স্বভাৱ-নিয়ম।

(২) ভিক্ষুসকল, যেতিয়া বোধিসত্বই তুষিত দেৱলোকৰ পৰা চ্যুত হৈ মাতৃৰ উদৰত প্ৰৱেশ কৰে, তেতিয়া দেৱ, মাৰ ব্ৰহ্মা, শ্ৰমণ, ব্ৰাহ্মণ আৰু মনুষ্যেৰে পূৰ্ণ এই সংসাৰত দেৱসকলৰ প্ৰভাৱতকৈ অধিক অপ্ৰমাণ আৰু বিপুল আলোক প্ৰাদুৰ্ভূত হয়। বিভিন্ন জগতৰ মাজত থকা যি দেশ সদায় অন্ধকাৰময় আৰু তিমিৰাচ্ছন্ন হৈ থাকে, য'ত অত বিৰাট প্ৰতাপী আৰু মহানুভৱ চন্দ্ৰসূৰ্য্যৰ প্ৰভাৱ নপৰে, তাতো দেৱসকলৰ প্ৰভাৱতকৈ অধিক অপ্ৰমাণ আৰু বিপুল পোহৰৰ প্ৰাদুৰ্ভাৱ হয়। সেই দেশত ওপজা প্ৰাণীইঁতে সেই পোহৰত এটাই আনটোক দেখা পাই জানিব পাৰে যে সিহঁতৰ বাহিৰেও তাত আন আন প্ৰাণী আছে। সি দহ হেজাৰ সংসাৰৰ সমুদায়ক কঁপাবলৈ ধৰে আৰু সেইবোৰ সংসাৰত দেৱসকলৰ প্ৰভাৱকো চেৰাই যোৱা অপ্ৰমাণ আৰু বিপুল আলোকৰ প্ৰাদুৰ্ভাৱ হয়। সি হল স্বভাৱ-নিয়ম।

(৩) ভিক্ষুসকল, ইও স্বভাৱ-নিয়ম যে যেতিয়া বোধিসত্ত্বই মাতৃৰ উদৰত প্ৰৱেশ কৰে, তেতিয়া যাতে তেওঁ আৰু তেওঁৰ মাকৰ মনুষ্য বা অমনুষ্যৰ পৰা কষ্ট হব নোৱাৰে, সেই উদ্দেশ্যে চাৰিও দিশত চাৰিজন দেৱপুত্ৰ থাকে। ই স্বভাৱ-নিয়ম।

(৪) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্বই মাকৰ উদৰত প্ৰৱেশ কৰে, তেতিয়া তেওঁৰ মাক স্বাভাৱিকতে শীলৱতী হয়, তেওঁ প্ৰাণীহত্যা, চুৰি, ব্যাভিচাৰ, অসত্যভাষণ আৰু মদ্যপানৰ পৰা বিৰত থাকে। সি স্বভাৱ-নিযম।

(৫) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰত প্ৰৱেশ কৰে, তেতিযা তেওঁৰ মাকৰ অন্তৰত পুৰুষৰ বিষয়ে কামাসক্তি উৎপন্ন নহয় আৰু কোনো পুৰুষেই বোধিসত্ত্বৰ মাকৰ ওপৰত কাম-বিকাৰ যুক্ত চিত্তেৰে অতিক্ৰমণ কৰিব নোৱাৰে। সি স্বভাৱ-নিযম।

(৬) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰত প্ৰৱেশ কৰে তেতিয়া তেওঁৰ মাতৃৰ পাঁচোটা সুখৰ উপভোগ হয়। সেই পঞ্চ সুখোপভোগেৰে সম্পন্না হৈ তেওঁ তাক উপভোগ কৰে। সি স্বভাৱ-নিয়ম।

(৭) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰত প্ৰৱেশ কৰে, তেতিয়া তেওঁৰ মাকৰ কোনো ৰোগ নহয়। তেওঁ সুখী আৰু নিৰুপদ্ৰৱী হয় আৰু নিজৰ উদৰত থকা সৰ্ব্বেন্দ্ৰিয় সম্পূৰ্ণ বোধিসত্ত্বক দেখা পায়; যিদৰে কোনো আচল অষ্টকোণ ঘঁহি তৈযাৰ কৰা স্বচ্ছ, শুদ্ধ, সৰ্ব্ব আকাৰ পৰিপূৰ্ণ বৈডূৰ্য্য মণিত (বৈদূৰ্য্য) নীলা, হালধীয়া, ৰঙা বা বগা সূতা ভৰালে চকু থকা মানুহে সেই মণি আৰু সূতা স্পষ্টভাৱে দেখা পায, সেইদৰে বোধিসত্ত্বৰ মাকে নিজৰ উদৰত থকা বোধিসত্ত্বক স্পষ্ট ভাৱে দেখা পায়। সি স্বভাৱ-নিয়ম।

(৮) ভিক্ষুসকল, বোধিসত্ত্বৰ জন্ম হোৱাৰ সাত দিন পিচতে তেওঁৰ

মাকৰ দেহান্ত হয় আৰু তেওঁ তুষিত দেৱলোকত জন্ম লয়। সি স্বভাৱ-নিয়ম।

(৯) ভিক্ষুসকল, সাধাৰণ তিৰোতাসকলে যিদৰে নৱম বা দশম মাহত প্রসৱ কৰে, তেনেকৈ বোধিসত্ত্বৰ মাকে প্রসব নকৰে। দহ মাহ সম্পূর্ণ হলেহে তেওঁ বোধিসত্ত্বৰ জন্ম দিয়ে। সি স্বভাৱ-নিয়ম।

(১০) ভিক্ষুসকল, আন আন তিৰোতাসকলে বহি থকা বা শুই থকা অৱস্থাত প্রসৱ কৰে, কিন্তু বোধিসত্ত্বৰ মাকে তেনেদৰে প্রসৱ নকৰে। তেওঁ থিয় হৈ থকা অৱস্থাতে প্রসৱ কৰে। সি স্বভাৱ-নিয়ম।

(১১) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰৰ পৰা বাহিৰ হয়, তেতিয়া প্রথমতে দেৱসকলে তেওঁক তুলি ধৰে আৰু তাৰ পিচত মানুহে তেওঁক তুলি লয। সি স্বভাৱ-নিয়ম।

(১২) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰৰ পৰা বাহিৰ হয়, তেতিয়া মাটিত পৰাৰ আগতে চাৰিজন দেৱপুত্রই তেওঁক তুলি লয় আৰু মাকৰ আগত থৈ কয়, "হে দেৱি, উৎসৱ আনন্দ কৰ, তোৰ মহানুভৱ পুত্র হৈছে।" সি স্বভাৱ-নিয়ম।

(১৩) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰৰ পৰা বাহিৰ হয় তেতিয়া তেওঁ উদৰোদক, বিজল, তেজ বা আন কোনো লেতেৰা বস্তুৰে লেটি-পেটি নহয়, তেওঁ শুদ্ধ আৰু পৰিষ্কাৰ ৰূপেৰে বাহিৰলৈ আহে। ভিক্ষুসকল, পাটৰ কাপোৰৰ ওপৰত বহুমূলীয়া ৰত্ন ৰাখিলে, কাপোৰ বা ৰত্ন মলিয়ন নহয়, কিয়নো সেই দুয়োটা বস্তুৱে পৰিষ্কাৰ। সেই দৰে বোধিসত্ত্ব বাহিৰ ওলোৱাৰ সময়তো পৰিষ্কাৰ হৈ ওলায়। সি স্বভাৱ-নিয়ম।

(১৪) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰৰ পৰা বাহিৰলৈ ওলায়, তেতিয়া অন্তৰিক্ষৰ পৰা দুটা উদক-ধাৰা তললৈ আহে; তাৰে এটা ধাৰা শীতল, আনটো উষ্ণ। এই ধাৰা দুটাই বোধিসত্ত্ব আৰু তেওঁৰ মাকক ধুই দিয়ে। সি স্বভাৱ-নিয়ম।

(১৫) ভিক্ষুসকল, জন্ম লৈয়েই বোধিসত্ত্বই নিজৰ ভৰিত ভৰ দি থিয় হয় আৰু উত্তৰ পিনলৈ সাত খোজ কাঢ়ে। সেই সময়ত তেওঁৰ ওপৰত শ্বেত ছত্ৰ ধৰা হয়—আৰু চাৰিওপিনলৈ চাই তেওঁ গৰজি উঠে, "মই সংসাৰৰ অগ্ৰগামী, শ্ৰেষ্ঠ, এয়ে অন্তিম জন্ম, এতিয়া আৰু পুনৰ্জ্জন্ম নাই।" সি স্বভাৱ-নিয়ম।

(১৬) ভিক্ষুসকল, যেতিয়া বোধিসত্ত্ব মাকৰ উদৰৰ পৰা বাহিৰ হয় তেতিয়া দেৱ, মাৰ, ব্ৰহ্মা ( ইত্যাদি কথা দ্বিতীয় বিভাগৰ অনুৰূপ )

## ৩

ভিক্ষুসকল, ৱিপস্‌সী ৰাজকোঁৱৰৰ জন্ম হোৱাৰ লগে লগে বন্ধুমা ৰজাক এই বাতৰি জনোৱা হল, "মহাৰাজ, আপোনাৰ পুত্ৰ হৈছে, মহাৰাজে চাবহি পাৰে।" ভিক্ষুসকল, বন্ধুমা ৰজাই ৱিপস্‌সী কুমাৰক চালে আৰু জ্যোতিষী ব্ৰাহ্মণক মতাই নিয়াই লবাৰ লক্ষণ চাবলৈ কলে।

জ্যোতিষীয়ে কলে, "মহাৰাজ আনন্দ কৰক, আপোনাৰ মহানুভৱ পুত্ৰ ওপজিছে। এই কুমাৰৰ গাত বত্ৰিশটা মহাপুৰুষৰ লক্ষণ আছে। এনে মহাপুৰুষৰ দুটা মাথোন গতি হয়, তৃতীয় গতি নহয়। তেওঁ যদি গৃহস্থাশ্ৰমত থাকে তেনেহলে তেওঁ ধাৰ্ম্মিক ধৰ্ম্মৰজা, চাৰিটা সমুদ্ৰবেষ্টিত পৃথিৱীৰ গৰাকী, ৰাজ্যত শান্তিৰ স্থাপন কৰোঁতা, সাত ৰত্ন-মণ্ডিত চক্ৰৱৰ্ত্তী ৰজা হব। তেওঁৰ সাতোটা ৰত্ন হল এই—চক্ৰৰত্ন, হস্তিৰত্ন, অশ্বৰত্ন, মণিৰত্ন, স্ত্ৰীৰত্ন, গৃহপতিৰত্ন, আৰু সপ্তম—পৰিণায়ক ৰত্ন।[২] তেওঁৰ হেজাৰতকৈ অধিক শূৰবীৰ, শত্ৰু সেনাক দলন কৰিব পৰা পুত্ৰ হয়। তেওঁ সমুদ্ৰলৈকে বিয়পি থকা এই পৃথিৱীৰ ওপৰত দণ্ড আৰু শস্ত্ৰ নোহোৱাকৈয়ে ধৰ্ম্মেৰে জয় কৰি ৰাজত্ব কৰে। কিন্তু যদিহে তেওঁ

(২) পৰিণায়কৰ অৰ্থ হল প্ৰধান মন্ত্ৰী।

প্ৰব্ৰজ্যা গ্ৰহণ কৰে তেন্তে তেওঁ এই সংসাৰত অইন, সম্যক সম্বুদ্ধ আৰু অবিদ্যাবৰণ দূৰ কৰোঁতা হয়।

মহাৰাজ, শুনক এই বত্ৰিশটা লক্ষণ কি কি?—(১) এই কুমাৰ সুপ্ৰতিষ্ঠিত পাদ, (২) এওঁৰ ভৰিৰ তলুৱাত হেজাৰ খলপ, নেমি আৰু নাভিৰে সম্পন্ন আৰু সৰ্ব্বাকাৰ পৰিপূৰ্ণ চক্ৰ আছে, (৩) এওঁৰ গোড়ালি দীঘল, (৪) আঙুলি কেইটা দীঘল (৫) হাত ভৰি লঘু আৰু কোমল (৬) জালৰ নিচিনা, (৭) ভৰিৰ গাঁথি শঙ্খৰ নিচিনা ঘূৰণীয়া, (৮) কঁকাল হৰিণৰ কঁকালৰ নিচিনা, (৯) তেওঁ থিয় হৈয়েই বেঁকা নোহোৱাকৈ নিজৰ হাতৰ তলুৱাৰে ভৰিৰ গাঁথি চুব পাৰে, তাক তেওঁ সহ্য কৰিবও পাৰে, (১০) এওঁৰ বস্ত্ৰ গুহ্যকোশৰ পৰা ঢকা আছে, (১১) এওঁৰ কান্তি সোণৰ নিচিনা, (১২) ছাল সূক্ষ্ম হোৱা হেতু তেওঁৰ গাত ধূলি নালাগে, (১৩) তেওঁৰ নোমৰ গুৰিবোৰৰ পৰা মাথোন এদালকৈহে নোম ওলাইছে, (১৪) এওঁৰ চুলি উৰ্দ্ধাগ্ৰ, নীল, অঞ্জন বৰ্ণ, কেঁকোৰা কেঁকুৰি আৰু সোঁফালে হালি থকা, (১৫) তেওঁৰ গা পোন, (১৬) তেওঁৰ শৰীৰৰ সাতোটা ভাগেই পৰিপুষ্ট, (১৭) তেওঁৰ গাৰ আগ ভাগ সিংহৰ আগ ভাগৰ নিচিনা, (১৮) তেওঁৰ কানৰ ওপৰি ভাগ পৰিপুষ্ট, (১৯) তেওঁ ন্যগ্ৰোধ গছৰ নিচিনা ঘূৰণীয়া, তেওঁ যিমান ওখ, তিমানেই তেওঁৰ পৰিধি আৰু যিমানেই পৰিধি, তিমানেই ওখ, (২০) তেওঁৰ কান সমান ভাৱে ঘোৰ খোৱা, (২১) তেওঁৰ জিভা সুন্দৰ, (২২) তেওঁৰ ঠুটুৰীটো সিংহৰ ঠুটুৰীৰ নিচিনা, (২৩) তেওঁৰ দাঁত চল্লিশটা, (২৪) সেইবোৰ পোন, (২৫) তাত গাঁত নাই, (২৬) সেইবোৰ বগা। (২৭) তেওঁৰ জিভা দীঘল, (২৮) তেওঁ ব্ৰহ্ম-স্বৰ, কৰৱীক পক্ষীৰ মাতৰ নিচিনা তেওঁৰ মাত মধুৰ, (২৯) তেওঁৰ চকুত খুঁট নাই, (৩০) তেওঁৰ পলক গাইৰ পলকৰ নিচিনা, (৩১) তেওঁৰ ভ্ৰূৰত নিমজ তুলাৰ আঁহৰ নিচিনা বগা নোম ওলাইছে, আৰু (৩২) তেওঁৰ মূৰ উষ্ণীষৰ আকাৰৰ (অৰ্থাৎ মাজখিনি ওখ)।

## ৪

আৰু হে ভিক্ষুসকল, বন্ধুমা ৰজাই ৱিপস্‌সী কুমাৰৰ কাৰণে, তিনিটা কাৰেং সজালে—এটা বাৰিষাৰ কাৰণে, এটা জাৰৰ দিনৰ কাৰণে আৰু এটা জহৰ কাৰণে। এই কাৰেং কেইটাত পাঁচোটা ইন্দ্ৰিয়ৰ সুখৰ বাবে যাবতীয় সকলো পদাৰ্থ ৰখা হল। ভিক্ষুসকল, বাৰিষাৰ কাৰণে সজা কাৰেঙত ৱিপস্‌সী কুমাৰে বৰ্ষা ঋতুৰ চাৰি মাহ অকল তিৰোতা সকলে বজোৱা বাদ্য শুনি কটাইছিল, কাৰেঙৰ পৰা তললৈ নামানিছিল।

## ৫

আৰু ভিক্ষুসকল, শ শ হেজাৰ হেজাৰ বছৰৰ পিচত ৱিপস্‌সী কুমাৰে সাৰথিক মতাই আনি কলে, "হে মিত্ৰ সাৰথি, ভাল ভাল যান সাজু কৰা, প্ৰাকৃতিক শোভা চাবলৈ আমি উদ্যানলৈ ওলাই যামহঁক।" সাৰথিয়ে যান সাজু কৰিলে আৰু বিপস্‌সী কুমাৰ ৰথত উঠি উদ্যানৰ পিনলৈ ওলাই গল। বাটত শ্যামালতাৰ নিচিনা হালি পৰা, জীৰ্ণশীৰ্ণ, লাখুটিকে সম্বল কৰি থৰক বৰককৈ কঁপি কঁপি যোৱা, ৰোগী, গতবয়স্ক বুঢ়া মানুহ এজন দেখি তেওঁ সাৰথিক সুধিলে, "এই মানুহজনৰ অৱস্থা এনেকুৱা হৈছে কিয়? এওঁৰ শৰীৰ আৰু চুলিতো আনৰ নিচিনা নহয়!"

সাৰথি—মহাৰাজ এওঁ এজন বুঢ়া মানুহ।

ৱিপস্‌সী—মিত্ৰ সাৰথি, বুঢ়াৰ অৰ্থ কি?

সাৰথি—বুঢ়াৰ অৰ্থ হল এয়ে যে তেওঁ আৰু অধিক দিন জীয়াই নাথাকে।

ৱিপস্‌সী—তেনেহলে ময়ো জানো এনেকুৱা জৰাধৰ্ম্মী?

সাৰথি—মহাৰাজ, আমি আটায়ে জৰাধৰ্ম্মী।

ৱিপস্‌সী—তেনেহলে সাৰথি, এতিয়া আৰু উদ্যানলৈ যাব নালাগে। বলা, ৰাজমহললৈ উভতি যাওঁহক।

সাৰথি—ভাল মহাৰাজ !

এই বুলি কৈ সাৰথিয়ে ৰথ লৈ অন্তঃপুৰলৈ উভতি গল। তালৈ গৈ ৱিপস্‌সী কুমাৰে দুখ আৰু উদ্বিগ্ন মনেৰে ভাবিবলৈ ধৰিলে, ধিক এই জন্ম যাৰ ফলত জৰা উৎপন্ন হয়।

বন্ধুমা ৰজাই সাৰথিক মতাই নি কলে, "মিত্র সাৰথি, কুমাৰৰ মন উদ্যানত প্রসন্ন আছিলনে ? তেওঁ উদ্যানত আনন্দ পাইছিলনে ?"

সাৰথি—নাই, মহাৰাজ !

ৰজা—কিয় ? তেওঁ উদ্যানলৈ যাওঁতে কি দেখিছিল ?

সাৰথিয়ে সকলো ঘটনা বিবৰি কলে। তেতিয়া বন্ধুমা ৰজাই ৱিপস্‌সী কুমাৰৰ পঞ্চেন্দ্রিয়ৰ সুখ আৰু বঢ়াই দিলে যাতে তেওঁ পৰিব্রাজক হবলৈ নিবিচাৰে। ৱিপস্‌সী কুমাৰো সেই সুখত মগ্ন হৈ গল।

আৰু ভিক্ষুসকল, শ শ হেজাৰ হেজাৰ বছৰৰ পিচত ৱিপস্‌সী কুমাৰ আকৌ উদ্যানলৈ যাবলৈ ওলাই গল। বাটতে তেওঁ এনে এজন মানুহ দেখিলে যি ৰোগী, পীড়িত, অতিশয় বেমাৰী, নিজৰ শৌচ পেচাবতে পৰি থাকে, আনেহে তেওঁক তুলি দিব লাগে আৰু যাৰ কানি-কাপোৰ আনে ঠিক কৰি দি আছিল। তাকে দেখি তেওঁ সাৰথিক সুধিলে, "এওঁৰ কি হৈছে ? এওঁৰ চকু আৰু মাত আনৰ নিচিনা নহয় কিয় ?"

সাৰথি—তেওঁ ৰোগী।

ৱিপস্‌সী—ৰোগীৰ অৰ্থ কি ?

সাৰথি—ৰোগীৰ অৰ্থ হল এয়ে যে এনে অৱস্থাত তেওঁৰ আগৰ নিচিনাকৈ আচৰণ কৰাটো কঠিন।

ৱিপস্‌সী—হে মিত্র সাৰথি, ময়ো জানো এওঁৰ নিচিনাই ব্যাধিধৰ্ম্মী ?

সাৰথি—মহাৰাজ, আমি আটায়ে ব্যাধিধৰ্ম্মী।

ৱিপস্‌সী—তেনেহলে এতিয়া আৰু উদ্যানলৈ যাব নালাগে। অন্তঃপুৰৰ পিনে ৰথ ওভোতাই লোৱা।

তেতিয়া সাৰথিয়ে ৰথ ওভোটাই অন্তঃপুৰৰ পিনলৈ ঘূৰি গল। তালৈ গৈ ৱিপস্‌সী কুমাৰে দুখ আৰু উদ্বিগ্ন মনেৰে ভাবিয়লৈ ধৰিলে —ধিক এই জন্ম যাৰ কাৰণে ব্যাধি হয়।

বন্ধুমা ৰজাই সাৰথিৰ পৰা এই বাতৰি জানিব পাৰি ৱিপস্‌সীৰ বিলাস সুখৰ সামগ্ৰী আৰু বঢ়াই দিলে যাতে কুমাৰে ৰাজ্য ত্যাগ কৰি প্ৰব্ৰজ্যা নলয়।

আৰু ভিক্ষু সকল, শ শ হেজাৰ হেজাৰ বছৰ পিচত ৱিপস্‌সী কুমাৰে আগৰ নিচিনাকৈ আয়োজন কৰি উদ্যানৰ পিনে যাত্ৰা কৰিলে। বাটতে তেওঁ দেখিলে যে এদল বয়সিয়াল মানুহে ৰং-বিৰঙৰ কাপোৰেৰে দোলা সাজি আছে। তেওঁ সাৰথিক সুধিলে, "এই মানুহবোৰেনো ৰং-বিৰঙৰ কাপোৰেৰে কিয় দোলা সজাইছে?"

সাৰথি—মহাৰাজ, তাত এজন মৰা মানুহ আছে (সেই কাৰণে)।

ৱিপস্‌সী—তেনে হলে সেই মৰা মানুহ জনৰ ওচৰলৈ ৰথ লৈ বলা।

সেইমতে সাৰথিয়ে ৰথখন তালৈকে লৈ গল। মৰা মানুহ জন দেখি ৱিপস্‌সীয়ে সুধিলে, "মিত্ৰ সাৰথি, মৰাৰ অৰ্থনো কি?"

সাৰথি—এতিয়া আৰু তেওঁ নিজৰ মাক-বাপেক আৰু আন আন ইষ্ট মিত্ৰক দেখা নাপায় অথবা তেওঁলোকেও তেওঁক আৰু দেখা নাপাব।

ৱিপস্‌সী—মিত্ৰ সাৰথি, ময়ো জানো মৰণধৰ্ম্মী? ৰজা-ৰাণী আৰু আন আন সম্পৰ্কীয় লোক সকলে মোক দেখা নাপাব নেকি? আৰু ময়ো জানো তেওঁলোকক দেখা নাপাম?

সাৰথি—নাপাব মহাৰাজ!

ৱিপস্‌সী—তেনেহলে এতিয়া আৰু উদ্যানলৈ যাব নালাগে। ৰথ অন্তঃপুৰলৈকে ওভোতাই লৈ বলা।

সেইমতে সাৰথিয়ে ৰথ অন্তঃপুৰলৈ লৈ গল। তালৈ গৈ ৱিপস্‌সী

কুমাৰে দুখ আৰু উদ্বিগ্ন মনেৰে ভাবিবলৈ ধৰিলে, ধিক এই জন্ম, যাৰ কাৰণে জৰা, ব্যাধি আৰু মৰণ পোৱা যায়।

বন্ধুমা ৰজাই সাৰথিৰ পৰা এই কথা জানিব পাৰি তেওঁৰ বিলাস সুখৰ সামগ্ৰী আৰু বঢ়াই দিলে····· ইত্যাদি।

আৰু ভিক্ষুসকল, শ শ হেজাৰ হেজাৰ বছৰৰ পিচত আকৌ সকলো আয়োজন কৰি ৱিপস্‌সী কুমাৰে সাৰথিৰ লগত উদ্যানৰ পিনে ওলাই গল। বাটতে তেওঁ এজন পৰিব্ৰাজকক দেখা পাই সাৰথিক সুধিলে, "এই পুৰুষজন কোন? তেওঁৰ মূৰ আৰু কাপোৰ আনৰ নিচিনা নহয় কিয়?

সাৰথি—মহাৰাজ! তেওঁ প্ৰব্ৰজিত।

ৱিপস্‌সী—প্ৰব্ৰজিতৰ অৰ্থ কি?

সাৰথি—প্ৰব্ৰজিত তেৱেঁই যাৰ মতে ধৰ্ম্মচৰ্য্যা ভাল, সমচৰ্য্যা ভাল, কুশল ক্ৰিয়া ভাল, পুণ্যক্ৰিয়া ভাল, অবিহিংসা ভাল আৰু ভূতদয়া ভাল।

ৱিপস্‌সী—তেন্তে তেওঁৰ ওচৰলৈকে ৰথ চলোৱা।

সেইমতে সাৰথিয়ে পৰিব্ৰাজকৰ ওচৰলৈ ৰথ লৈ গল। তেতিয়া ৱিপস্‌সী কুমাৰে তেওঁক সুধিলে, 'তুমি কোন? তোমাৰ মূৰ আৰু কাপোৰ আনৰ নিচিনা নহয় কিয়?'

পৰিব্ৰাজক—মহাৰাজ, মই প্ৰব্ৰজিত। মই এই বুলি বিশ্বাস কৰোঁ যে ধৰ্ম্মচৰ্য্যা, সমচৰ্য্যা, কুশলক্ৰিয়া, পুণ্যক্ৰিয়া, অবিহিংসা আৰু ভূতৰ প্ৰতি অনুকম্পা শ্ৰেয়ঃ।

"ঠিক কথা!" বুলি কৈ ৱিপস্‌সী কুমাৰে সাৰথিক কলে, "মিত্ৰ সাৰথি, তুমি ৰথ লৈ অন্তঃপুৰলৈ উভতি বলা। মই চুলি আৰু দাৰিগোফ খুৰাই কাষায় বস্ত্ৰ পিন্ধি অনাগাৰিক (গৃহ-ত্যাগী) প্ৰব্ৰজ্যা গ্ৰহণ কৰোঁ।"

সাৰথিয়ে ৰথ লৈ অন্তঃপুৰলৈ গল। তাৰ পিচত ৱিপস্‌সী কুমাৰে তেতিয়াই প্ৰব্ৰজ্যা গ্ৰহণ কৰিলে।

৬

আৰু ভিক্ষুসকল, ৱিপস্‌সী বোধিসত্ত্বই যেতিয়া অকলে ভাবিবলৈ ধৰিলে, তেতিয়া তেওঁৰ মনত এই ধাৰণা হল যে মানুহৰ অৱস্থা অতিশয় পুতৌ লগা। তেওঁলোক জন্মে আৰু বুঢ়া হৈ যায়, কিন্তু এই দুখৰ পৰা কিদৰে মুক্তি পোৱা যায় সেই কথা হলে তেওঁলোকে নাজানে। তাকনো তেওঁলোকে কেতিয়া জানিব ?

আৰু ভিক্ষুসকল, জৰা-মৰণ কিহৰ পৰা উৎপন্ন হয়, ৱিপস্‌সী বুদ্ধই সেই সম্বন্ধেও চিন্তা কৰিবলৈ ধৰিলে। তাৰ পিচত তেওঁ প্ৰজ্ঞা লাভ কৰি জানিব পাৰিলে যে জন্ম হলেই জৰা মৰণ আহে। আৰু জন্ম কেনেকৈ হয় ? ভৱৰ কাৰণে ? ভৱ কেনেকৈ হয় ? উপাদানৰ কাৰণে। উপাদান তৃষ্ণাৰ কাৰণে, তৃষ্ণা বেদনাৰ কাৰণে, বেদনা স্পৰ্শৰ কাৰণে, স্পৰ্শ ষডায়তনৰ কাৰণে, ষডায়তন নামৰূপৰ কাৰণে আৰু নামৰূপ বিজ্ঞানৰ কাৰণে উৎপন্ন হয়। ৱিপস্‌সী বোধিসত্ত্বই এই কাৰণ পৰম্পৰা ক্ৰম হিচাপে জানি ললে। এইদৰে তেওঁ এইটোও জানিব পাৰিলে যে জন্মৰ পৰাতো জৰা-মৰণ নাহে, ভৱ নহলে জন্মই নহল হেঁতেন, বিজ্ঞান নহলে তো নামৰূপেই নহল হেঁতেন। আৰু ইয়াৰ ফলত তেওঁৰ মনত ধৰ্ম্মচক্ষু, প্ৰজ্ঞা, বিদ্যা আৰু আলোকৰ সৃষ্টি হল।

৭

আৰু ভিক্ষুসকল, অৰ্হৎ, সম্যক্, সম্বুদ্ধ ৱিপস্‌সী ভগৱানে মনেৰে ধৰ্ম্মোপদেশ দিয়াৰ কথা ভাবিলে, কিন্তু তেওঁৰ এই ধাৰণা হল—এই গভীৰ, দুৰ্দ্দৰ্শ, কষ্টবোধ্য, শান্ত, প্ৰণীত, তৰ্কেৰে বুজিব নোৱৰা, মাথোন নিপুণ পণ্ডিতেহে বুজিব পৰা ধৰ্ম্ম মই লাভ কৰিছোঁ। কিন্তু এই মানুহ বোৰ বিলাসত পৰি আছে, তেওঁলোকে বিলাসকে আনন্দ বুলি ভাবে, তেওঁলোকৰ কাৰণে কাৰণ-পৰম্পৰা, প্ৰতীত্যসমুৎপাদ, উপাধিবোধৰ

ত্যাগ, তৃষ্ণাৰ ক্ষয়, বিৰাগ, নিৰোধ আৰু নিৰ্ব্বাণো দুৰ্গম। যদি মই ধৰ্ম্মোপদেশ দিওঁ আৰু তেওঁলোকে তাক বুজিব নোৱাৰে তেন্তে মোৰেই কষ্ট হব আৰু মোৰহে ক্লেশ হব।

আৰু ভিক্ষুসকল, হঠাৎ ৱিপস্সী ভগৱানৰ মনত তলত দিয়া গাথা খেলালে; আগেয়ে তেওঁ কোনো দিনে সেই গাথা শুনা নাছিল—

যি মই চেষ্টা কৰি পাইছোঁ, তাক কাকো জনোৱা উচিত নহয়। ৰাগ-দ্বেষেৰে পূৰ্ণ মানুহৰ সহজতে এই ধৰ্ম্মৰ বোধ নহব।

এই ধৰ্ম্মই মানুহৰ গতি-প্ৰবাহ ওভোতাই আনিব পাৰে; ই নিপুণ, গভীৰ' দুৰ্দ্দৰ্শ আৰু অনুৰূপ, এই অন্ধকাৰত পৰি থকা কামাসক্ত সকলে ইয়াক দেখা নাপায়।

হে ভিক্ষুসকল, এই কথা ভবাৰ পিচত অৰ্হন্ত, সম্যক্ সম্বুদ্ধ ৱিপস্সী ভগৱানৰ চিত্ত ধৰ্ম্মোপদেশৰ পিনে নগৈ তাক অকলে ৰখাৰ পিনলৈ ঘুৰি গল। তেওঁৰ সেই সিদ্ধান্তৰ কথা জানিব পাৰি মহাব্ৰহ্মাই নিজৰ মনতে কলে, "এতিয়া দেখোন সংসাৰ নাশ হয় একা। বিনাশ হয় একা, কিয়নো অৰ্হন্ সম্যক সম্বুদ্ধ ৱিপস্সী ভগৱানৰ মত ধৰ্ম্মোপদেশ দিয়াৰ পিনলৈ নগৈ অকলে থকাৰ পিনলৈহে ঢাল খাইছে।"

গতিকে হে ভিক্ষুসকল, যিদৰে কোনো বলী লোকে সাবটি থকা হাত আগবঢ়াই দিয়ে আৰু আগবঢ়াই দিয়া হাত সাবটি লয়, তেনে বেগেৰেই মহাব্ৰহ্মা ব্ৰহ্মলোকৰপৰা অন্তৰ্ধান হৈ বিপস্সী ভগৱানৰ সমুখত সাউত কৰে দেখা দিয়ে আৰু নিজৰ উপবস্ত্ৰ এখন কান্ধত লৈ সোঁ আঠুৰে মাটিত ভৰ দি হাত জোৰ কৰি ভগৱানক কলে, "ভগৱান, ধৰ্ম্মৰ উপদেশ দিয়া। সুগত, ধৰ্ম্মৰ উপদেশ দিয়া। কিছুমান প্ৰাণীৰ চকু খুলিবৰে ভৰি থকা নাই। সিইঁতে ধৰ্ম্মৰ কথা শুনিবলৈ সুযোগ পোৱা নাই বাবেই নষ্ট হবলৈ ধৰিছে। তুমি এনেদৰে ধৰ্ম্ম জানিবলৈ বিচৰা মানুহ পাবা।"

ৱিপস্‌সী ভগৱানে নিজৰ মনৰ বিচাৰ তিনিবাৰ প্ৰকাশ কৰিলে। ব্ৰহ্মদেৱেও তিনিবাৰেই তেওঁক সেইদৰেই প্ৰাৰ্থনা জনালে। তেতিয়া ভগৱানে ব্ৰহ্মদেৱৰ প্ৰাৰ্থনাৰ কথা জানিব পাৰি আৰু প্ৰাণীসকলৰ প্ৰতি দয়া থকা হেতুকে বুদ্ধ নেত্ৰেৰে জগতক অৱলোকন কৰিলে। তেতিয়া তেওঁ এনে কিছুমান প্ৰাণী দেখা পালে যাৰ চকুত পৰা ধূলিৰ মাত্ৰা কম, আকৌ কিছুমানৰ চকু হলে ধূলিৰে ভৰি আছে, কিছুমান তীক্ষ্ণ ইন্দ্ৰিয়ৰ, কিছুমান মৃদু ইন্দ্ৰিয়ৰ, কিছুমান ভাল আকাৰৰ, কিছুমান বেয়া আকাৰৰ, কিছুমানক বুজোৱাটো সহজ, কিছুমানক আকৌ বুজোৱাটো কঠিন আৰু কিছুমান এনে ধৰণৰো প্ৰাণী আছে যি পৰলোক আৰু বেয়া কথাবোৰক ভয় কৰে। যিদৰে কোনো পদুমৰ সৰোবৰত কিছুমান পদুম পানীত বুৰ গৈ থাকে, কিছুমান আকৌ পানীৰ তলতে কিছুদূৰ ওপৰলৈ উঠি আছে আৰু কিছুমান একেবাৰে পানীৰ ওপৰলৈ উঠি আছে আৰু পানী নোছোৱাকৈ থাকে, ৱিপস্‌সী ভগৱানেও তেনেকুৱা ভিন ভিন বিধৰ প্ৰাণী দেখিবলৈ পালে।

আৰু ভিক্ষুসকল, ৱিপস্‌সী ভগৱানৰ মনৰ সেই ভাৱ জানিব পাৰি ব্ৰহ্মদেৱে তলত দিয়া গাথা কলে—

"যিদৰে পৰ্ব্বতৰ ওপৰৰ পৰা, পৰ্ব্বতৰ টিঙত উঠি ওচৰ কাষৰৰ মানুহক দেখা পোৱা যায়, সেইদৰে হে সুমেধ, ধৰ্ম্মময় প্ৰাসাদত উঠি চতুৰ্দ্দিশ দ্ৰষ্টা তুমি শোকৰহিত হৈ জন্ম আৰু জৰাৰে পীড়িত লোক-সকললৈ লক্ষ্য কৰা।

"হে বীৰ, উঠা! তুমি সংগ্ৰাম জয় কৰিছা। তুমি ঋণমুক্ত সাৰ্থৱাহ। গতিকে জগতত সংচাৰ কৰা।

"ভগৱান, ধৰ্ম্মৰ উপদেশ দিয়া, শুনোতা অৱশ্যে ওলাব।"

আৰু ভিক্ষুসকল, অৰ্হন্‌, সম্যক্‌, সম্বুদ্ধ ৱিপস্‌সী ভগৱানে ব্ৰহ্মদেৱক গাথাৰেই এই বুলি উত্তৰ দিলে—

"তেওঁলোকৰ বাবে অমৰত্বৰ দ্বাৰ মুকলি হৈ গল। যিসকলে শুনিবলৈ বিচাৰে তেওঁলোকে যেন এই সম্বন্ধে মন কৰে।

"হে ব্ৰহ্মদেৱ, মই এই বুলি মানুহক শ্ৰেষ্ঠ প্ৰণীত ধৰ্ম্মৰ উপদেশ দিবলৈ ওলোৱা নাই, যাতে তাৰ পৰা তেওঁলোকৰ কষ্ট হয়।"

আৰু ভিক্ষুসকল, ৱিপস্সী ভগৱানে ধৰ্ম্মোপদেশ দিব বুলি কথা দিযাটো জানি মহাব্ৰহ্মাই ভগৱানক অভিবাদন আৰু প্ৰদক্ষিণ কৰি তেতিয়াই অন্তৰ্ধ্যান হৈ গল।

ইয়াৰে সাত অংশৰ ভিতৰত তৃতীয় অংশটোৰ ৰচনা প্ৰথমতে কৰা হৈছিল চাগৈ, কিযনো ত্ৰিপিটকৰ আটাইতকৈ পুৰণি 'সুত্তনিপাত' পুথিৰ সেল সুত্তৰ লগত ই মিলি যায়। এই সুত্তকে 'মঝ্ঝিম নিকায়'তো ( সং ৯২ ) পোৱা যায়। ইয়াৰ আগৰ (৯১) 'ব্ৰহ্মযুত্ত সংযুত্ত' আৰু 'দীঘনিকায়'ৰ অম্বট্‌ঠ সুত্ততো ইযাৰ উল্লেখ পোৱা যায়। বুদ্ধৰ সময়ৰ ব্ৰাহ্মণসকলে এই লক্ষণবোৰৰ ওপৰত বৰ গুৰুত্ব দিছিল। গতিকে বুদ্ধৰ শৰীৰত এই আটাইবোৰ লক্ষণ আছিল বুলি দেখুৱাৰ অভিপ্ৰায়েৰে বুদ্ধৰ পৰবৰ্ত্তী এক বা দুই শতিকাৰ পিচত এই সুত্তৰ ৰচনা কৰা হয় আৰু তাক এই 'মহাপদান সুত্ত'তো সামৰি লোৱা হয়। গৌতম বোধিসত্ত্ব বুদ্ধ হৈ যোৱাৰ পিচত ব্ৰাহ্মণ পণ্ডিতে তেওঁৰ লক্ষণবোৰ দেখা পাইছিল। কিন্তু এই সুত্তত কোৱা হৈছে যে ৱিপস্সী কুমাৰৰ জন্ম হোৱাৰ ঠিক পিচতেই তেওঁৰ লক্ষণবোৰ চোৱা হৈছিল। ইয়াত এটা বৰ অসঙ্গতি দেখা যায়। ইয়াত কোৱা হৈছে যে তেওঁৰ চল্লিশটা দাঁত আছিল, সি পোন আছিল, তাত গাঁত নাছিল, আৰু তেওঁৰ দাঁত বগা আছিল—এই চাৰিটা লক্ষণ তাত এনেয়ে থাকি গল। এই সুত্তকাৰে এই কথাও মনত নাৰাখিলে যে কোনো কেচুৱাৰে ওপজোতেই দাঁত নগজে।

ইয়াৰ পিচত বোধ হয় দ্বিতীয় অংশটো ৰচিত হয়। ইয়াত যি

স্বভাৱ নিয়মৰ কথা কোৱা হৈছে তাক 'মঝ্‌ঝিম নিকায়'ৰ অচ্ছৰিয় অব্দিভুত ধম্মসুত্ততো ( সং ১২৩ ) পোৱা যায়। বোধিসত্ত্বক বিশেষ মহত্ত্ব দিয়াৰ উদ্দেশ্যে ইয়াৰ ৰচনা কৰা হৈছিল। ইয়াৰে কেৱল—এওঁৰ মাকে থিয় অৱস্থাতেই তেওঁক জন্ম দিছিল আৰু তেওঁ জন্মাৰ সাত দিনৰ পিচতে মাকৰ মৃত্যু হৈছিল—এই দুটাহে বাস্তৱতে ঘটিছিল চাগৈ, বাকী আটাইখিনি কবিৰ কল্পনা যেন লাগে।

তাৰ পিচত ইয়াৰে অগা পিচা কোনো সময়ত সপ্তম অংশটো যুগুত কৰা যেন অনুমান হয়। ইয়াক 'মঝ্‌ঝিম নিকায়'ৰ অৰিয়পৰিয়েসনসুত্ত, নিদানৱগ্‌গ সংযুত্ত ( ৬।১ ) আৰু 'মহাৱগ্‌গ'ৰ আৰম্ভনিতো পোৱা যায়। ব্ৰহ্মদেৱৰ প্ৰাৰ্থনা অনুসৰি বুদ্ধই ধৰ্ম্মৰ উপদেশ দিবলৈ আৰম্ভ কৰা বুলি দেখুৱাৰ অভিপ্ৰায়েৰে এই অংশৰ ৰচনা কৰা হৈছে। মই মোৰ 'বুদ্ধ ধৰ্ম্ম আণি সংঘ' নামৰ পুথিখনৰ প্ৰথম ভাষণতে দেখুৱাই দিছোঁ যে ই হ'ল—মৈত্ৰী, কৰুণা, মুদিতা আৰু উপেক্ষা—এই চাৰিটা মনোবৃত্তিৰ এটা ৰূপক বিশেষ।

ইয়াৰ পিচত হল সেই তিনিটা কাৰেঙৰ উল্লেখ থকা সেই চতুৰ্থ অংশ। 'অঙ্গুত্তৰ নিকায়'ৰ তিকনিপাত ( সুত্ত ৩৮ ) আৰু 'মঝ্‌ঝিম নিকায়'ৰ মাগন্দিয সুত্তত ( সং, ৭৫ ) ইয়াক পোৱা যায়। ইয়াৰ প্ৰথম সুত্তত এই বুলি কোৱা হৈছে, "মই যেতিয়া পিতাৰ ঘৰত আছিলোঁ, তেতিয়া মই থকাৰ বাবে তিনিটা কাৰেং আছিল।" কিন্তু দ্বিতীয় সুত্তত মাথোন এই বুলিহে উল্লেখ কৰা হৈছে, "যুৱাৱস্থাত মই তিনিটা কাৰেঙত আছিলোঁ।" তাত পিতাকৰ উল্লেখ নাই। শাক্যসকলৰ ৰজা ৱজ্জী-সকলৰ সমান ধনী নাছিল, আৰু ৱজ্জীসকলৰ কোনো তৰুণ কুমাৰ এনেদৰে বিলাস আড়ম্বৰত থাকিছিল বুলিও প্ৰমাণ পোৱা নাযায়। ইয়াৰ বিপৰীতে বৰং ওপম্ম সংযুত্তত ( ৱগ্‌গ ১, সুত্ত ৫ ) এনে ধৰণৰ বৰ্ণনাহে পোৱা যায় যে তেওঁলোক বৰ সবলভাৱে থাকিছিল আৰু

ভোগবিলাসৰ কাৰণে অলপো ইচ্ছা নকৰিছিল। ভগৱানে কৈছিল, "হে ভিক্ষুসকল, এতিয়া লিচ্ছৱিইঁতে কাঠ কুন্দাই লৈ গাৰু কৰি শোৱে আৰু অতিশয় সাৱধান আৰু উৎসাহেৰে কুচকাৱাজৰ অভ্যাস কৰে। কিন্তু ভৱিষ্যতলৈ লিচ্ছৱিইঁত লেহুকা হব আৰু তেওঁলোকৰ হাত-ভৰিও কোমল হব। তেওঁলোকে কোমল শেতেলীত তুলাৰ গাৰু লৈ শুব ; তেতিয়া অজাতশত্ৰু ৰজা তেওঁলোকৰ ওপৰত আক্ৰমণ চলাবলৈ সমৰ্থ হব।

ৱজ্জীসকলৰ নিচিনা সমৃদ্ধ গণৰজাসকলেই এনে সৰল আৰু অনাডম্বৰভাৱে থাকিছিল ; গতিকে তেওঁলোকৰ তুলনাত ভালেখিনি দুখীয়া শাক্য ৰজাই ডাঙৰ ডাঙৰ কাৰেঙত ভোগ-বিলাস কৰি থাকিছিল বুলি সম্ভৱ নহয়। ৰজা শুদ্ধোদনে নিজেই যেতিয়া খেতি কৰিব লাগিছিল, তেনে অৱস্থাত তেওঁ নিজৰ লৰাক কেনেকৈ তিনিটা কাৰেং সাজি দিব পাৰিছিল ? গতিকে এই কাৰেঙৰ কল্পনা যে পিচতহে বুদ্ধৰ জীৱন-চৰিত্ৰত সন্নিৱিষ্ট কৰা হৈছে, সেই বিষয়ে সন্দেহ নাই। ইয়াক 'মহাপদান সুত্ত'ৰ পৰাই লোৱা হৈছে বুলি কব পৰা নাযায়।

ওপৰত দিয়া ষষ্ঠ অংশ আৰু 'নিদানৱগ্গ সংযুত্ত'ৰ ৪ সংখ্যাৰ পৰা ৬ সংখ্যালৈকে আটাই কেইটা সুত্ত হুবহু একে ধৰণৰ, গতিকে এই সুত্ত কেইটা 'মহাপদান সুত্ত'ৰ পৰা লোৱা বুলি স্পষ্টভাৱে জনা যায়। 'নিদানৱগ্গ সংযুত্ত'ৰ দশম সুত্তত কোৱা হৈছে যে গৌতম বুদ্ধৰ আগৰ ছজনা বুদ্ধই চিন্তা কৰাৰ ফলত যিদৰে এই প্ৰতীত্যসমুৎপাদ আৰু কাৰণ-পৰম্পৰাৰ জ্ঞান লাভ কৰিছিল, সেইদৰে গৌতমেও বোধিসত্ত্ব অৱস্থাতে সেই জ্ঞান লাভ কৰিছিল, কিন্তু 'মহাৱগ্গ'ৰ আৰম্ভনিতে এই বুলি উল্লেখ কৰা হৈছে যে বুদ্ধ হোৱাৰ পিচতহে তেওঁৰ মনত কাৰণ পৰম্পৰাৰ উদয় হয়। এই প্ৰতীত্যসমুৎপাদ গৌতম বুদ্ধৰ পৰিনিৰ্ব্বাণৰ দুই-এক শতিকাৰ পিচত লিখা যেন অনুমান হয় আৰু পিচত তাৰ

গুৰুত্ব বঢোৱাৰ উদ্দেশ্যে আগৰ বুদ্ধ-চৰিত্ৰতো তাক সামৰি লোৱা হয়। ইয়াৰ ফলত চাৰিটা আৰ্য্যসত্যৰ সবল আৰু পোনপটীয়া দৰ্শন পিচপৰি বল আৰু অনাহকতে এই গভীৰ দৰ্শনৰ ওপৰত গুৰুত্ব দিয়া হৈছিল।

উদ্যান-যাত্ৰাৰ পঞ্চম অংশ ত্ৰিপিটক সাহিত্যত থকা গৌতম বুদ্ধৰ জীৱন-চৰিত্ৰত একেবাৰেই সমাৱিষ্ট কৰা হোৱা নাই। ইয়াক 'ললিত-ৱিস্তৰ', 'বুদ্ধ চৰিত্ৰ' আৰু 'জাতক'ৰ নিদান কথাৰ পৰা যেনেভাৱে লোৱা হৈছে তেনেভাৱে বা অলপ অচৰপ অতিৰঞ্জিত কৰি লোৱা হৈছে। ইয়াৰ শেহৰখন পুথিত এই বুলি কোৱা হৈছে—'ততো বোধিসত্তো সাৰথি সম্মকো নাম এসো পুৰিসো কেসা পিস্স ন যথা অঞ্ঞেসংতি মহাপদানে আগতনয়েন পুচ্ছিত্বা।' ইয়াৰ পৰা প্ৰমাণ পোৱা যায় যে এই গ্ৰন্থকাৰসকলে এই প্ৰসঙ্গ 'মহাপদান সুত্ত'ৰ পৰাই লৈছে।

প্ৰথম অংশতে উল্লেখ কৰি অহা হৈছে যে এই সুত্তৰ আৰম্ভনিতে গৌতম বুদ্ধৰ অগ্ৰশ্ৰামক আদিৰ নাম দিয়া হৈছে। তাত কোৱা হৈছে যে গৌতম বুদ্ধ ক্ষত্ৰিয় আছিল আৰু সেই হেতুকে তেওঁৰ পিতাকৰ ৰাজধানী কপিলৱস্তু আছিল, কিন্তু তেওঁৰ গোত্ৰৰ নাম হলে গৌতম বুলি উল্লেখ কৰা হৈছে। আমি চতুৰ্থ অধ্যায়ত ইয়াৰ আলোচনা কৰি আহিছোঁহক আৰু তাতে প্ৰমাণ কৰি দেখুৱাইছোঁ যে শুদ্ধোদন শাক্য কপিলৱস্তুত কোনো দিনে নাথাকিছিল। শাক্যসকলৰ গোত্ৰ আছিল আদিত্য আৰু তেওঁলোক শাক্য নামেৰেই বিশেষ জনাজাত আছিল। সেয়ে নোহোৱাহেঁতেন বুদ্ধৰ ভিক্ষুসকলক শাক্যপুত্ৰীয় শ্ৰমণ বুলি কোৱা নহল হেঁতেন। বুদ্ধৰ গোত্ৰ গৌতম হলে, তেওঁলোকক গৌতম বা গৌতমক শ্ৰমণ বোলা হলহেঁতেন।

## পৰিশিষ্ট ২

# ৱজ্জীসকলৰ অভ্যুন্নতিৰ সাতোটা নিয়ম

তেতিয়া ভগৱান ৰাজগৃহৰ গৃধ্ৰকূট পৰ্ব্বতত আছিল। সেই সময়তে অজাতশত্ৰু ৰজাই ৱজ্জীসকলৰ ওপৰত আক্ৰমণ চলোৱা সম্বন্ধে গুণাগঁথা কৰিছিল। সেই বিষয়ে বুদ্ধ ভগৱানৰ মত জনাৰ উদ্দেশ্যে তেওঁ বস্‌সকাৰ নামৰ ব্ৰাহ্মণ অমাত্যক ভগৱানৰ ওচৰলৈ পঠালে। সেই অমাত্যজনে অজাতশত্ৰু ৰজাৰ অভিপ্ৰায় ভগৱানৰ আগত ব্যক্ত কৰিলে। সেই সময়ত আনন্দই ভগৱানক বিচি আছিল। আনন্দৰ পিনে চাই ভগৱানে কলে, "আনন্দ, তুমি শুনিছানে যে ৱজ্জীইঁতে বাৰে বাৰে সভা পাতে আৰু একেলগে গোট খায়?"

আনন্দ—হয় ভদন্ত, মই শুনিছোঁ যে ৱজ্জীইঁতে বাৰে বাৰে সভা পাতে আৰু একেলগে গোট খায়।

ভগৱান—ৱজ্জীইঁতে জানো সমূহ থাকি সমবেত হয়, সমূহীয়া ভাৱে উঠে আৰু সমূহীয়া ভাৱে কাম কৰে?

আনন্দ—হয় ভদন্ত, মই সেই বুলিয়েই শুনিছোঁ।

ভগৱান—ৱজ্জীসকলেতো এনে নকৰে যে যি বিধান তেওঁলোকে কৰা নাই, সেই বিষয়ে তেওঁলোকে হয়তো কব 'আমিয়ে এই বিধান কৰিছোঁহক?' অথবা তেওঁলোকে নিজে কৰা বিধানতো নিজে ভঙ্গ নকৰে?

আনন্দ—হয় ভদন্ত, মই শুনিছোঁ যে বজ্জীসকল বিধান অনুসৰি চলে।

ভগৱান—ৱজ্জীসকলে বৃদ্ধ ৰাজনীতিজ্ঞ সকলৰ মান ৰক্ষা কৰেনে? আৰু তেওঁলোকৰ পৰা দিহা পৰামৰ্শ লয়নে?

আনন্দ—হয় ভদন্ত, ৱজ্জীসকলে বৃদ্ধ ৰাজনীতিজ্ঞক মান কৰে আৰু তেওঁলোকৰ কথা শুনে।

ভগৱান—তেওঁলোকে নিজৰ ৰাজ্যৰ বিবাহিতা অথবা অবিবাহিতা তিৰোতাসকলৰ ওপৰত অত্যাচাৰতো নকৰে?

আনন্দ—ভদন্ত, মই শুনিছোঁ যে ৱজ্জীসকলৰ ৰাজ্যত তিৰোতা সকলৰ ওপৰত বলাৎকাৰ নহয়।

ভগৱান—ৱজ্জীসকলে নিজৰ নগৰৰ ভিতৰত আৰু বাহিৰত থকা দেৱস্থানবোৰৰ উচিত সংৰক্ষণ কৰেনে?

আনন্দ—মই শুনিছোঁ যে তেওঁলোকে দেৱস্থানবোৰৰ প্ৰতি ভাল দৰে চকু ৰাখে।

ভগৱান—নিজৰ ৰাজ্যলৈ অহা অৰ্হন্তসকল সুখত থাকক আৰু নহাসকলেও আহিবলৈ উৎসাহ পাওক এই উদ্দেশ্যে ৱজ্জীসকলে জানো কিবা ব্যৱস্থা কৰে যাতে অৰ্হন্ত সকলৰ একো কষ্ট নহয়। ৱজ্জীসকলে সেই বিষয়ে সতৰ্ক দৃষ্টি দিয়েনে?

তেতিয়া ভগৱানে ৱস্‌সকাৰ অমাত্যক কলে, "হে ব্ৰাহ্মণ, এবাৰ বৈশালীত থাকোঁতে মই ৱজ্জীসকলক অভ্যুন্নতিৰ এই সাতোটা নিয়ম সম্বন্ধে উপদেশ দিছিলোঁ। যেতিয়ালৈকে ৱজ্জীসকলে এই নিয়ম আচৰণ কৰি চলে তেতিয়ালৈকে তেওঁলোকৰ উন্নতিহে হব, অৱনতি নহয়।"

ৱস্‌সকাৰে কলে, "হে গৌতম, ইয়াৰ এটা নিয়মৰ আচৰণ কৰিলেও ৱজ্জীসকলৰ উন্নতি হব, অৱনতি নহয়, গতিকে এই সাতোটা নিয়ম পালন কৰিলে যে তেওঁলোকৰ উন্নতি হব সেই কথা কোৱাৰ সকাম নাই।"

## এই সাতোটা নিয়মৰ ভাষ্য

এই সাতোটা নিয়ম সম্বন্ধে বুদ্ধঘোষাচাৰ্য্য ৰচিত অট্‌ঠকথাৰ সাৰাংশ—

(১) **বাৰে বাৰে একত্ৰিত হয়**—কালিও গোট খাইছিলোঁ। পৰহীও গোটখোৱা হৈছিল, গতিকে আজি আকৌ কিয় সভা পাতিব লগা হল এই বুলি নকৈ বাৰে বাৰে গোট খায়। যদি তেওঁলোক এনেদৰে একত্ৰিত নহয়, তেন্তে চাৰিওপিনৰ পৰা অহা বা-বাতৰিবোৰ তেওঁলোকে জানিব নোৱাৰিব। অমুক গাওঁ বা নগৰৰ সীমা লৈ বিৱাদ লাগিছে বা চোৰে উৎপাত কৰিছে আদি বাতৰিৰ প্ৰতি তেওঁলোকৰ ধ্যান নাযাব। শাসক সকলৰ অসাৱধানতাৰ কথা জানিব পাৰি চোৰহঁতেও লোটপোট আৰম্ভ কৰি দিব। ইয়াৰ ফলত শাসকসকলৰ অৱনতি হয়। বাৰে বাৰে গোট খোৱাৰ ফলত সকলো বা-বাতৰি ততালিকে জনা যায় আৰু সেনা পঠাই তাৰ উচিত প্ৰতিকাৰ কৰিব পৰা যায়। শাসক সকলৰ সতৰ্কতাৰ কথা জানিব পাৰিলে চোৰহঁতো দল বান্ধি নাথাকে, দল ভাঙি পলাই যায়। এইদৰে শাসকসকলৰ উন্নতি হয়।

(২) **সকলো একত্ৰ হয় আদি**—আজি কিবা কাম ওলাইছে, বা মঙ্গল কাৰ্য্য আছে বুলি কোনেও মুৰ পিলিকা নিদি একত্ৰ হোৱাৰ বাবে দবাৰ কোব শুনাৰ লগে লগে আটায়ে গৈ গোট খায়। এইদৰে গোট খোৱাৰ পিচত যদি ভালদৰে আলোচনা কৰি সকলো কাম সম্পূৰ্ণ নকৰাকৈ উঠি যায় তেন্তে তাক 'সামুহিক (সামগ্ৰিক) ভাৱে উঠা' বুলি কব নোৱাৰি। তাকে নকৰি তেওঁলোকে সকলো কাম সম্পূৰ্ণ কৰি একেলগে উঠে, সামগ্ৰিক ভাৱে নিজৰ কাম কৰে অৰ্থাৎ কোনো ৰজাৰ কিবা কাম থাকিলে, আন বাকীবোৰ ৰজাই তেওঁক সহায় কৰে অথবা আন কোনো ৰাজ্যৰ পৰা কোনো আলহী অতিথি আহিলে তেওঁৰ আদৰ সৎকাৰ কৰিবলৈ আটায়ে গোট খায়।

(৩) **নকৰা বিধান আদি**—অৰ্থাৎ ইতিপূৰ্ব্বে নিৰ্দ্ধাৰিত নকৰা কোনো খাজনা বা কৰ আদায় নকৰে। প্ৰথমতে ধাৰ্য্য কৰি লোৱা কৰহে আদায় কৰে। ৰচিত আইন ভঙ্গ নকৰে, আইন মতেহে চলে,

অৰ্থাৎ চোৰ বুলি কাৰোবাক যদি ধৰি নিয়া হয় তেন্তে তাৰ উচিত বিচাৰ নকৰাকৈ শাস্তি নিদিয়ে, ইয়াকে নকৰিলে মানুহৰ মাজত উপদ্ৰৱৰ মাত্ৰা বাঢ়ে। (মানুহ উপদ্ৰুত হয়) তেতিয়া তেওঁলোক সীমান্ত প্ৰদেশলৈ গৈ নিজে বিদ্ৰোহী হৈ পৰে আৰু বিদ্ৰোহীসকলৰ দলত যোগদান কৰি ৰাজ্যৰ ওপৰত আক্ৰমণ চলায়। এইদৰে শাসক সকলৰ অৱনতি হয়। বিধান মতে চলিলে নিয়মিত সময় মতে কৰ পোৱা যায়, তাৰ ফলত ৰাজ-ভঁৰাল টনকিয়াল হয় আৰু তাৰদ্বাৰা সেনা আৰু আন আন খৰচ-পাতি ভালদৰে চলাব পৰা যায়।

**বজ্জীসকলৰ বিধান** এনে আছিল যে কোনো লোকক চোৰ বুলি ধৰি আনিলে বজ্জী ৰাজ্যই তেনে লোকক শাস্তি নিদি বিনিশ্চয় মহামাত্য সকলক শোধাই দিছিল। তেতিয়া এই অধিকাৰী সকলে মানুহজন প্ৰকৃততে চোৰ হয় নে নহয় তাক ভালদৰে বিচাৰ কৰি চাইছিল আৰু চোৰ বুলি প্ৰমাণ নাপালে তেওঁক এৰি দিছিল। আৰু চোৰ বুলি প্ৰমাণ পালে নিজৰ কোনো মত প্ৰকাশ নকৰাকৈ অভিযুক্ত লোক জনক ব্যৱহাৰিক সকলৰ হাতত শোধাই দিছিল। সেইলোকেও তেনে দৰে বিচাৰ কৰি মানুহজন চোৰ নহয় বুলি ধাৰণা হলে এৰি দিছিল আৰু চোৰ বুলি ভাবিলে আন্তঃকাৰিক নামৰ অধিকাৰীসকলৰ হাতত শোধাই দিছিল। তেওঁলোকেও চোৰ বুলি প্ৰমাণ নাপালে এৰি দিছিল আৰু প্ৰমাণ পালে অষ্ট কুলিক সকলৰ হাতত শোধাই দিছিল। তেওঁলোকেও তেনেদৰে বিচাৰ কৰি চাই চোৰ বুলি নাভাবিলে মানুহজনক এৰি দিছিল আৰু চোৰ বুলি প্ৰমাণ পালে তেনে মানুহজনক সেনাপতিৰ হাতত শোধাই দিছিল, এইদৰে সেনাপতিয়ে উপৰজাক আৰু উপৰজাই ৰজাক শোধাই দিছিল। তেতিয়া ৰজাই যদি মানুহ জনক বিচাৰ কৰি চোৰ নহয় বুলি ভাবে তেন্তে তেওঁক এৰি দিছিল আৰু চোৰ সাব্যস্ত হলে প্ৰৱেণী পুস্তক (বিধান গ্ৰন্থ) পঢ়িবলৈ

কৈছিল। সেই পুথিত বিভিন্ন অপৰাধৰ বাবে বিভিন্ন দণ্ডৰ বিধান দিয়া আছিল। তেতিয়া ৰজাই সেইমতে দণ্ড বিহিছিল। প্ৰাচীন ৱজ্জীসকলৰ বিধান এই ধৰণৰ আছিল।

(৪) যদি নিজ দেশৰ বৃদ্ধ ৰাজনীতিজ্ঞ সকলক মান কৰা নহয় আৰু তেওঁলোকৰ লগত বাৰে বাৰে সাক্ষাৎ কৰা নহয়, তেন্তে তেওঁ-লোকৰ দিহা পৰামৰ্শ পোৱা নাযায়। ইযাৰ ফলত শাসক সকলৰ অৱনতি হয়। কিন্তু যি সকলে অভিজ্ঞ আৰু জ্ঞানীলোকৰ পৰামৰ্শ লয়, তেওঁলোকে ভালদৰে জানিব পাৰে যে কোন সময়ত কি কৰা উচিত; তাৰ দ্বাৰা তেওঁলোকৰ উন্নতি হয়।

(৫) বিবাহিতা অথবা অবিবাহিতা তিৰোতাৰ ওপৰত বলাৎকাৰ হলে ৰাজ্যৰ লোক অসন্তুষ্ট হয়। মানুহে কয়, 'আমি যিবোৰ ছোৱালী তুলি-তালি ডাঙৰ দীঘল কৰিলোঁহক তাক শাসকে বল কৰি নিজৰ ঘৰলৈ নি ৰাখিলে।' তেতিয়া তেওঁলোক সীমা প্ৰদেশলৈ গৈ বিদ্ৰোহ কৰে বা বিদ্ৰোহীসকলৰ লগত যোগ দিয়ে আৰু ৰাজ্যৰ ওপৰত আক্ৰমণ চলায়। য'ত তিৰোতাৰ ওপৰত অত্যাচাৰ নহয়, শাসক সকলে তিৰোতা সকলক নিৰাপদে ৰক্ষা কৰে, তাৰ বাইজে নিশ্চিন্তভাৱে নিজৰ কাম কৰে আৰু তাৰ ফলত ৰাজ্যৰ শ্ৰীবৃদ্ধি হয়।

(৬) দেৱস্থানৰ উচিত অৱৰক্ষণ কৰিলে দেৱতাই ৰাজ্য ৰক্ষা কৰে।

(৭) অৰ্হন্তসকলৰ কোনো প্ৰকাৰৰ কষ্ট হবলৈ নিদিয়াৰ অৰ্থ হল এয়ে যে তেওঁলোক থকা ঠাইৰ ওচৰ কাষৰৰ গছ আদি কোনেও কটা উচিত নহয়, তাৰ ওচৰে কাষৰে জাল পাতি কোনেও হৰিণ ধৰিব নালাগে, বা তাৰ ওচৰ চুবুৰীয়া পুখুৰীত মাছ আদি ধৰিব নালাগে। এনেবোৰ বিষয়ত তেওঁলোকে সতৰ্কতা অৱলম্বন কৰে।

'অট্‌ঠকথা'ত ৱজ্জীসকলৰ বিধান সম্বন্ধে কিছুদূৰ বিস্তৃত টীকা আছে। চোৰ ধৰা পৰিলে ক্ৰমে ৱিনিশ্চয় মহামাত্য ব্যৱহাৰিক,

অন্তঃকাৰিক, অষ্টকুলিক, সেনাপতি, উপৰজা আৰু ৰজা—এই সাত প্ৰকাৰৰ অধিকাৰীয়ে তাৰ বিচাৰ কৰিছিল। অষ্টকুলিক আজিকালিৰ জুৰীসকলৰ নিচিনা আছিল নে নাছিল সেই কথা কোৱাটো টান। আন আন অধিকাৰীসকলৰ অধিকাৰ-সীমা সম্বন্ধে কোনো কথা জনা নাযায়। ৰজা কিমান বছৰলৈ অধ্যক্ষ হৈ থাকিছিল, সেই কথাৰো উল্লেখ ক'তো পোৱা নাযায়। ৱজ্জীসকলৰ বিধান সম্বন্ধে এখন গ্ৰন্থ যুগুত কৰা হৈছিল। কিন্তু অতিশয় দুখৰ কথা সেই গ্ৰন্থখনো সম্পূৰ্ণভাৱে লোপ পাইছে। গ্ৰীকসকলৰ নিচিনাকৈ আমাৰ পূৰ্ব্বপুৰুষসকলৰ মাজতো ৰাজ্য-ব্যৱস্থা বা শাসন-ব্যৱস্থাৰ প্ৰতি আগ্ৰহ থকাহেঁতেন, এই গণৰজা সকলৰ ইতিহাস লুপ্তপ্ৰায় নহলহেঁতেন।

এটা কথা অতিশয় মন কৰিবলগীয়া—ৱজ্জীসকলে তিৰোতাসকলৰ ওপৰত বলাৎকাৰ হোৱাৰ বিৰুদ্ধে সতৰ্কতা অৱলম্বন কৰিছিল। আমি অনুমান কৰিব পাৰোঁহক যে গণৰজাইঁতে যেতিয়া স্বেচ্ছাচাৰ কৰিবলৈ ধৰিলে তেতিয়া দুখীয়া ৰাইজৰ তিৰোতাসকলৰ ওপৰতো অত্যাচাৰ আৰম্ভ হল। ফলত ৰাইজৰ একসত্বাত্মক শাসন-প্ৰণালী [illegible] লগা হৈ আহিল। মহাৰজাসকলে বৰ বেচি নিজৰ নগৰৰ কোনো কোনো তিৰোতা নি অন্তঃপুৰত ৰাখিছিল, কিন্তু এই গণৰজাইঁত হলে সমগ্ৰ দেশতে বিযপি আছিল, গতিকে কোনো গাৱঁৰে তিৰোতা তেওঁলোকৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰিব নোৱাৰিছিল। সেই হেতুকে ৰাইজে চাগৈ নিজ ইচ্ছাৰে একসত্বাত্মক শাসন-প্ৰণালী মানি লৈছিল।

এই ৰজাসকলে যেতিয়া স্বেচ্ছাচাৰ কৰিবলৈ ধৰিলে, তেতিয়া তেওঁলোকৰ মাজত ভেদাভেদ দেখা দিয়াটো তেনেই স্বাভাৱিক। ৱজ্জী গণৰজাসকলৰ মাজত ৱস্‌সকাৰ ব্ৰাহ্মণে ভেদাভেদৰ সৃষ্টি কৰি দিয়ে, আৰু তাৰ ফলত অজাতশত্ৰুৰ কাৰণে তেওঁলোকক পৰাস্ত কৰাটো তেনেই সহজ হৈ পৰে। ৱজ্জীসকলৰ গণৰাজ্য নষ্ট হোৱাৰ পিচত

সোনকালেই মল্লসকলৰ গণৰাজ্যও নষ্ট হল। এইদৰে প্ৰাচীন গণসত্তাত্মক ৰাজ্যবোৰ লোপ পালে আৰু বৌদ্ধ সাহিত্যত মাথোন সেই ৰাজ্যবোৰৰ সংগঠন আৰু বিধান সম্বন্ধে সাধাৰণ তথ্যাদিহে থাকি গল।

'ৱিনয় পিটক'ত বৌদ্ধ-সংঘ গোট খাই সংঘৰ কাম কৰাৰ প্ৰণালী বৰ্ণনা কৰা হৈছে, তাৰ পৰা অনুমান কৰিব পৰা যায় যে ৱজ্জী আদি গণৰজাসকল কিদৰে সমবেত হৈছিল আৰু নিজৰ কাম কিদৰে পৰিচালিত কৰিছিল।

## পৰিশিষ্ট ৩

# অশোকৰ ভাবৰূ শিলালিপি আৰু তাৰ নিৰ্দ্দিষ্ট সূত্ৰ

ভাবৰূ হল জয়পুৰ ৰাজ্যৰ পাহকৰা অঞ্চলৰ এখন ঠাই। তাত থকা ভিক্ষু-সংঘই অশোক ৰজাৰ পৰা সন্দেশ বিচৰাত বোধ হয় অশোকে এই সন্দেশ পঠাই দিছিল আৰু তাকে শিলত খোদিত কৰাই লোৱা হৈছিল। অশোকে বোধ হয় প্ৰায়েই এনে ধৰণৰ সন্দেশ পঠাইছিল; কিন্তু তাৰ ভিতৰত যিবোৰ তেওঁ গুৰুত্বপূৰ্ণ বুলি ভাবিছিল তাকেহে শিলাখণ্ড বা শিলৰ স্তম্ভত খোদিত কৰাই দিছিল। অশোকে চাগৈ মৌখিক বা লিখিতভাৱে এই বুলিও সন্দেশ পঠাইছিল যে এই শিলা-লিপিৰ নিৰ্দ্দিষ্ট সূত্ৰবোৰ মগধদেশৰ বৌদ্ধসকলে পঢ়ি চোৱা উচিত। কিন্তু তাক হলে তেওঁ খোদিত কৰি দিয়া নাছিল, কিয়নো ওচৰ কাষৰৰ মানুহে কি কৰে বা কি পঢ়ে সেই সম্বন্ধে তেওঁ চাগৈ সদায় বা-বতৰা পাইছিল। তাৰ কাৰণে তেওঁ বিশেষ অধিকাৰী নিযুক্ত কৰিছিল কিন্তু ৰাজপুতানাৰ নিচিনা দূৰণিবটীয়া ঠাইৰ পৰা বাতৰি গৈ পাওঁতে পলম হয়, গতিকে তাত এনেধৰণৰ এটা শিলা-লিপি থকাটো উচিত হব বুলি অশোকে বিবেচনা কৰিছিল। মই নিজে বুজা মতে ইয়াতে এই শিলা-লিপিৰ ভাঙনি কৰি দিলোঁ।

## ভাবৰূ শিলালিপিৰ ভাঙনি

"প্ৰিয়দৰ্শী মগধ ৰজাই সংঘৰ অভিবাদন কৰি সংঘৰ স্বাস্থ্য আৰু সুখ নিবাসৰ কথা জানিবলৈ বিচাৰে। ভদন্ত, আপোনালোকে জানেই যে বুদ্ধ, ধৰ্ম্ম আৰু সংঘৰ প্ৰতি মোৰ কিমান আদৰ আৰু ভক্তি আছে। ভগৱান বুদ্ধৰ সকলোবোৰ বচনেই সুভাষিত। কিন্তু, ভদন্ত মই ইয়াত

যি নির্দ্দেশ কৰিছোঁ, তাৰ কাৰণ মাথোন এযে যাতে সদ্ধৰ্ম্ম চিৰস্থায়ী হয় আৰু সেই কাৰণেই ইয়াক কোৱাটো উচিত যেন লাগে। ভদন্ত, ই ধৰ্ম্মপৰ্য্যায় (সূত্ৰ)—ৱিনয়সমুকসে, অলিয়ৱসানি, অনাগতভয়ানি, মুনিগাথা, মোনেয়সুতে, উপতিসপসিনে, আৰু ভগৱান বুদ্ধৰ সেই ভাষণ যি তেওঁ ৰাহুলক দিয়া উপদেশত অসত্য ভাষণ সম্বন্ধে কৈছিল। ভদন্ত, এই সূত্ৰ সম্বন্ধে মোৰ ইচ্ছা হল এনে যাতে ভালেমান ভিক্ষু আৰু ভিক্ষুণীয়ে ইয়াক বাৰে বাৰে শুনে আৰু কণ্ঠস্থ কৰে। সেইদৰে যাতে উপাসক আৰু উপাসিকা সকলেও কৰে। ভদন্ত, এই লিপি মই খোদিত কৰাই দিছোঁ। এইবাবেই যাতে মোৰ অভিহিত (সন্দেশ) সকলো মানুহে জানিব পাৰে।”

এই সাতোটা সুত্তৰ প্ৰথমটো হল ৱিনয়সমুৎকৰ্ষ বা ধৰ্ম্মচক্ৰপ্ৰৱৰ্ত্তন। পঞ্চম অধ্যায়ত ইয়াৰ ৰূপান্তৰ দিয়া হৈছে। এতিয়া আমি ক্ৰমে আন কেইটা সুত্তৰো ৰূপান্তৰ দিওঁহক।

## অলিয়ৱসানি বা অৰিয়ৱংস সুত্ত

এই সুত্ত ‘অঙ্গুত্তৰনিকায’ৰ চতুক্কনিপাতত পোৱা যায়। ইয়াৰ ভাঙনি হল এই—

ভিক্ষুসকল, এই চাৰিটা আৰ্য্যবংশ অগ্ৰ আৰু বহুদিনীয়া বংশ। ই প্ৰাচীন আৰু অসংকীৰ্ণ। ই কোনো দিনে সংকীৰ্ণ হোৱা নাছিল, সংকীৰ্ণ হোৱা নাই আৰু সংকীৰ্ণ নহবও। তাত কোনো শ্ৰমণ বা ব্ৰাহ্মণে দোষ লগোৱা নাই। এই চাৰিটানো কি কি? যি ভিক্ষু সহজতে পোৱা চীৱৰতে সন্তুষ্ট থাকে, এই সন্তুষ্টিৰ প্ৰশংসা কৰে, চীৱৰৰ কাৰণে অনুচিত আচৰণ নকৰে, চীৱৰ নাপালেও ভয় নাখায়, পালে লোভী নহৈ, মত্ত নহৈ, আসক্ত নহৈ, চীৱৰত দোষ থকাৰ কথা জানি কেৱল মুক্তিৰ কাৰণেহে ইয়াক ব্যৱহাৰ কৰে আৰু নিজৰ এনে

ধৰণৰ সন্তুষ্টি লৈ আত্মপ্ৰশংসা আৰু পৰনিন্দা নকৰে। যি এনে সন্তোষত দক্ষ, সাৱধান, সচেতন আৰু স্মৃতিমান হৈ থাকে, হে ভিক্ষুসকল, তেওঁকে সেই প্ৰাচীন অগ্ৰ আৰ্য্যবংশ অনুসৰি আচৰণ কৰা ভিক্ষু বোলা হয়।

তদুপৰি, ভিক্ষুসকল, যি ভিক্ষু সহজতে পোৱা ভিক্ষাতে সন্তুষ্ট থাকে, এনে সন্তুষ্টিৰ প্ৰশংসা কৰে, ভিক্ষাৰ কাৰণে অনুচিত আচৰণ নকৰে, ভিক্ষা নাপালে ভয় নাখায়, পালেও লোভী নহয়, মত্ত নহয়, আসক্ত নহয়, অন্নত দোষ থকাৰ কথা জানি কেৱল মুক্তিৰ কাৰণেহে অন্ন সেৱন কৰে আৰু নিজৰ সেই সন্তুষ্টি লৈ আত্মপ্ৰশংসা আৰু পৰনিন্দা নকৰে। যি এনে ধৰণৰ সন্তোষত দক্ষ, সাৱধান, সচেতন আৰু স্মৃতিমান হৈ থাকে, ভিক্ষুসকল, তেওঁকে প্ৰাচীন অগ্ৰ আৰ্য্যবংশ অনুসৰি আচৰণ কৰা ভিক্ষু বোলা হয়।

তদুপৰি, ভিক্ষুসকল, যি ভিক্ষু যি কোনো থকা ঠাইতে সন্তুষ্ট থাকে, তেনে সন্তুষ্টিৰ প্ৰশংসা কৰে, থকা ঠাইৰ কাৰণে অযোগ্য আচৰণ নকৰে, থকা ঠাই নাপালে ভয় নাখায়. পালেও লোভী নহয়, মত্ত নহয়, আসক্ত নহয়, থকা ঠাইৰ দোষৰ কথা জানি কেৱল মুক্তিৰ কাৰণেহে তাক ব্যৱহাৰ কৰে আৰু নিজৰ তেনে ধৰণৰ সন্তুষ্টি লৈ আত্মপ্ৰশংসা বা পৰনিন্দা নকৰে। যি এনে সন্তোষত দক্ষ, সাৱধান, সচেতন আৰু স্মৃতিমান হৈ থাকে, তেওঁকে প্ৰাচীন অগ্ৰ আৰ্য্যবংশ অনুসৰি আচৰণ কৰা ভিক্ষু বোলা হয়।

তদুপৰি, ভিক্ষুসকল, যি ভিক্ষুৱে সমাধি-ভাৱনাকে আনন্দ বুলি মানে, ভাৱনা-ৰত হয়, ক্লেশ নষ্ট কৰাকে আনন্দ বুলি ভাবে, ক্লেশ নষ্ট কৰাত ৰত হয়। তাৰ উপৰি সেই প্ৰকাৰৰ ভাৱনাৰমতা লৈ আত্ম-স্তুতি আৰু পৰনিন্দা নকৰে। যি এই ধৰণৰ আনন্দত দক্ষ, সাৱধান, সচেতন আৰু স্মৃতিমান হৈ থাকে, তেওঁকে প্ৰাচীন অগ্ৰ আৰ্য্যবংশ অনুসাৰি আচৰণ কৰা ভিক্ষু বোলা হয়।

ভিক্ষুসকল, এই চাৰিটাই হল আৰ্য্যবংশ য'ত কোনো শ্ৰমণ আৰু ব্ৰাহ্মণে দোষ লগোৱা নাই।[১]

ভিক্ষুসকল, এই চাৰিটা আৰ্য্যবংশ সমন্বিত ভিক্ষু যদি পুব দিশৰ পিনে যায়, তেন্তে তেওঁ অৰতিক জয় কৰিব, অৰতিয়ে তেওঁক জয় কৰিব নোৱাৰে। তাৰ কাৰণ কি? কাৰণ হল—ধীৰে অৰতিৰ ওপৰত বিজয় লাভ কৰে।

ধীৰক জয় কৰিব পৰা অৰতি নাই, অৰতিয়ে ধীৰৰ ওপৰত জয়লাভ কৰিব নোৱাৰে। অৰতিক জয় কৰোতা ধীৰে অৰতিৰ ওপৰত বিজয় লাভ কৰে।

সকলো কৰ্ম্মকে ত্যাগ কৰোতা আৰু ৰাগ দ্বেষ আদিৰ নিৰসন কৰোতা সেই ধীৰৰ পথ কোনে ভেটিব পাৰে? শুদ্ধ সোণৰ নিচিনা সেই পুৰুষৰ ওপৰত কোনে দোষ লগাব? দেৱতাযো তেওঁৰ প্ৰশংসা কৰে আৰু ব্ৰহ্মদেৱেও তেওঁৰ প্ৰশংসা কৰে।

**অনাগত ভয়ানি**—এই সুত্ত 'অঙ্গুত্তৰ নিকায়'ৰ পঞ্চক নিপাতত পোৱা যায়। ইয়াৰ ভাঙনি হল এই—

ভিক্ষুসকল, দৃষ্টি থকা ভিক্ষুসকলৰ কাৰণে এই পাঁচোটা অনাগত ভয় নোপোৱা পদ পোৱাৰ কাৰণে, নজনা কথা জনাৰ কাৰণে, যাৰ লগত সাক্ষাৎ হোৱা নাই, তাৰ লগত সাক্ষাৎ হোৱাৰ কাৰণে, অপ্ৰমত্ততা, উদ্যমশীলতা আৰু মনোযোগেৰে আচৰণ কৰাৰ বাবে যথেষ্ট। এই পাঁচটোনো কি কি?

ভিক্ষুসকল, এই মতে—ভিক্ষুৱে এনেদৰে চিন্তা কৰে যে মই এতিয়া

---

১। ব্ৰাহ্মণসকলে প্ৰাচীন বংশ-পৰম্পৰাৰ প্ৰতি অতিশয় গুৰুত্ব আৰোপ কৰিছিল। কিন্তু সেই পৰম্পৰাৰ গুৰুত্ব নাই, এই সুত্তত বৰ্ণনা কৰা আৰ্যবংশ পৰম্পৰাহে গুৰুত্বপূৰ্ণ, ইয়াত শ্ৰমণ ব্ৰাহ্মণে দোষ লগাব নোৱাৰে। ইয়াত তেনে ধৰণৰ ধ্বন্যৰ্থ আছে।

তৰুণ আৰু যৌৱন সম্পন্ন, কিন্তু এদিন এনে সময়ো আহিব যেতিয়া মোৰ শৰীৰ জৰাপ্ৰাপ্ত হব। বৃদ্ধৰ কাৰণে, জৰাজীৰ্ণৰ কাৰণে বুদ্ধধৰ্ম্মৰ মনন কৰা সহজসাধ্য নহয়, অৰণ্যত অকলশৰে থকাটো সহজসাধ্য নহয়, সেই অনিষ্ট, অপ্ৰিয় দশা হোৱাৰ আগতেই মই যদি নোপোৱা পদ পোৱাৰ কাৰণে, নজনা কথা জনাৰ কাৰণে, যাৰ লগত সাক্ষাৎকাৰ হোৱা নাই, তাৰ সাক্ষাৎকাৰৰ কাৰণে প্ৰযত্ন কৰোঁ তেন্তে সি ভালেই। যাতে আনকি বুঢ়া অৱস্থাতো সুখেৰে থাকিব পাৰিম। এই প্ৰথম অনাগত ভয়—দৃষ্টি থকা ভিক্ষুৰ কাৰণে মন দি আচৰণ কৰাৰ বাবে যথেষ্ট।

তদুপৰি, ভিক্ষুসকল, ভিক্ষুৱে এইদৰে চিন্তা কৰে যে মই এতিয়া নীৰোগ, মোৰ জঠৰাগ্নি ভাল আৰু কৰ্ম্মপ্ৰয়াসৰ অনুকূল। কিন্তু এনে এটা সময়ো আহিব যেতিয়া মোৰ শৰীৰ ব্যাধিগ্ৰস্ত হব। ব্যাধিগ্ৰস্তৰ কাৰণে বুদ্ধৰ ধৰ্ম্মৰ মনন সহজসাধ্য নহয়, অৰণ্যত অকলশৰে থকা সহজসাধ্য নহয়। এই অনিষ্ট অপ্ৰিয় অৱস্থা হোৱাৰ আগতেই কৰ্ম্ম-প্ৰয়াসী হোৱাতো ভাল কথাই। যাতে, আনকি মই ৰুগ্ন অৱস্থাতো সুখেৰে থাকিব পাৰিম। এই দ্বিতীয় অনাগত ভয়—দৃষ্টি থকা ভিক্ষুৰ কাৰণে মন দি আচৰণ কৰিবলৈ যথেষ্ট।

তদুপৰি, ভিক্ষুসকল, ভিক্ষুৱে এইদৰেও চিন্তা কৰে যে এতিয়া সুভিক্ষ, সহজতে ভিক্ষা পোৱা যায়, ভিক্ষাৰ ওপৰত নিৰ্ব্বাহ কৰাটো সহজ, কিন্তু এনে এটা সময়ো আহিব পাৰে যেতিয়া দুৰ্ভিক্ষ হয়, খেতি নহয়, ভিক্ষা পোৱাটো কঠিন হৈ পৰে, ভিক্ষাৰে নিৰ্ব্বাহ কৰাটো আৰু সহজ নহয়। এনে সময়ত মানুহ দুৰ্ভিক্ষ নোহোৱা ঠাইলৈ আঁতৰি যায়। কিন্তু তাতো ভিৰ হৈ পৰে। তেনে ঠাইত বুদ্ধৰ ধৰ্ম্মৰ মনন কৰাটো সহজসাধ্য নহয়, অৰণ্যত অকলশৰে থকাটো সহজসাধ্য নহয়, তেনে অনিষ্ট অপ্ৰিয় অৱস্থা হোৱাৰ আগতে চেষ্টা কৰাটো ভাল।

যাতে, আনকি দুৰ্ভিক্ষ হলেও সুখেৰে থাকিব পাৰোঁ। এই তৃতীয় অনাগত ভয়—দৃষ্টি থকা ভিক্ষুৰ কাৰণে মন দি আচৰণ কৰিবলৈ যথেষ্ট।

তদুপৰি, ভিক্ষুসকল, ভিক্ষুৱে এইদৰেও চিন্তা কৰে আজি মানুহে নিবিষ্ট মনেৰে, কাঁজিয়া-পেচাল নকৰাকৈ, গাখীৰ আৰু পানীৰ নিচিনাকৈ প্ৰীতিৰ ভাৱেৰে পৰস্পৰৰ প্ৰতি প্ৰেমদৃষ্টি ৰাখি চলি আছে। কিন্তু এনে এদিনো আহিব পাৰে যেতিয়া ভয়ানক বিদ্ৰোহ এটা লাগি যায়। তেতিয়া মানুহে নিজৰ টালি-টোপোলা লৈ যান-বাহনেৰে বা খোজকাঢ়ি যলৈকে তলৈকে পলাবলৈ ধৰে। এনেকুৱা সময়ত মানুহ সুৰক্ষিত ঠাইত গোট খায়গৈ। কিন্তু তাত বৰ ভিৰ হয়। তেনে ঠাইত বুদ্ধৰ ধৰ্ম্মৰ মনন কৰা সহজসাধ্য নহয়, অৰণ্যত অকলে থকাটো সহজসাধ্য নহয়, তেনে অনিষ্ট অপ্ৰিয় পৰিস্থিতি হোৱাৰ আগতে চেষ্টা কৰাটো ভাল কথা। যাতে, আনকি তেনে সংকটতো সুখেৰে থাকিব পাৰি। এই চতুৰ্থ অনাগত ভয়—দৃষ্টি থকা ভিক্ষুৰ কাৰণে মনোযোগেৰে আচৰণ কৰিবলৈ যথেষ্ট।

তদুপৰি ভিক্ষুসকল, এইদৰেও ভাবিব লাগে যে আজি সংঘ সামগ্ৰিক, সমুদিত, কোনো কাঁজিযা-পেচাল নোহোৱাকৈ এক আদৰ্শ লৈ চলি আছে, কিন্তু কাইলৈ এনে অৱস্থাও আহিব পাৰে যে সংঘত ভেদাভেদৰ সৃষ্টি হৈছে। সংঘত ভেদাভেদৰ সৃষ্টি হলে বুদ্ধৰ ধৰ্ম্মৰ মনন কৰা সহজসাধ্য নহয়, অৰণ্যত অকলশৰে থকা সহজসাধ্য নহয়, এই অনিষ্ট, অপ্ৰিয় পৰিস্থিতি হোৱাৰ আগতে—চেষ্টা কৰাটো ভাল। যাতে আনকি প্ৰতিকূল পৰিস্থিতিতো সুখেৰে থাকিব পাৰোঁ। এই পঞ্চম অনাগত ভয়—দৃষ্টি থকা ভিক্ষুৰ কাৰণে মন দি আচৰণ কৰিবলৈ যথেষ্ট।

ভিক্ষুসকল, দৃষ্টি থকা ভিক্ষুৰ কাৰণে এই পাঁচোটা অনাগত ভয় নোপোৱা পদ পোৱাৰ কাৰণে, নজনা কথা জনাৰ কাৰণে, যাৰ লগত

সাক্ষাৎ হোৱা নাই, তাৰ লগত সাক্ষাৎকাৰৰ কাৰণে অপ্ৰমত্তভাৱে, উদ্যমশীলতাৰে আৰু মনোযোগেৰে কাম কৰিবলৈ যথেষ্ট।

**মুনিগাথা**—এই সুত্ত 'সুত্তনিপাত'ত মুনি-সুত্ত নামেৰে দিয়া হৈছে। ইয়াৰ ভাঙনি হ'ল এই—

স্নেহৰ পৰা ভয় উৎপন্ন হয় আৰু ঘৰৰ পৰা মলি জন্মে। গতিকে অনাগৰিকতা আৰু নিঃস্নেহতাকে মুনিৰ দৰ্শন বুলি জানিব লাগে।১

যি ব্যক্তিয়ে উদ্ভূত মনোদোষৰ উচ্ছেদ কৰি তাক আৰু বাঢ়িবলৈ নিদিয়ে আৰু তাৰ প্ৰতি স্নেহ নাৰাখে, তেনে অকলশৰীয়াভাৱে থকা লোককে মুনি বোলা হয়। তেনে মহৰ্ষিয়ে শান্তিপদ দেখিবলৈ পাইছে।২

পদাৰ্থবোৰ আৰু সিহঁতৰ বীজৰ[২] কথা জানি লৈ যি তাত স্নেহ (জীপ) নিদিয়ে, তেৱেঁই সঁচাকৈয়ে জন্মক্ষয়ান্তদৰ্শী মুনি। তেওঁ তৰ্ক এৰি নামাভিধান (জন্ম) নাপায়।৩

যি সকলো অভিনিৱেশ জানে আৰু তাৰ এটাৰো প্ৰতি ইচ্ছা নাৰাখে তেনে বীততৃষ্ণ নিৰ্লোভী মুনি অস্থিৰ নহয়, কিয়নো তেওঁ আন পাৰলৈ গুচি যায়।৪

যি সকলোকে জয় কৰে, সকলোকে জানে, যি সুবুদ্ধিসম্পন্ন, সকলো পদাৰ্থৰে পৰা অলিপ্ত থাকে, যি সৰ্ব্বত্যাগী আৰু তৃষ্ণাৰ ক্ষয়ৰ পৰা মুক্ত হ'ব পাৰে, তেওঁকে বিজ্ঞসকলে মুনি বোলে।৫

প্ৰজ্ঞাই যাৰ বল, যি শীল আৰু ব্ৰতৰ দ্বাৰা সম্পন্ন, সমাহিত, ধ্যানৰত, স্মৃতিমান, সঙ্গৰ পৰা মুক্ত, কাঠিণ্যৰহিত আৰু অনাশ্ৰয়, তেওঁকে বিজ্ঞ মানুহে মুনি বোলে।৬

যি অকলশৰে থাকে, যি অপ্ৰমত্ত, মুনি, নিন্দা আৰু স্তুতিত বিচলিত

(২) পালি শব্দ হ'ল 'পমায়'। টীকাকাৰে তাৰ অৰ্থ কৰিছে 'হিংসিত্বা বধিত্বা'। কিন্তু প্ৰ পূৰ্ব্বক মা ধাতুৰ অৰ্থ হয় জোখা, আঁতিগুৰি লোৱা।

নহয়, সিংহৰ নিচিনাকৈ শব্দলৈ ভয় নকৰে, বায়ুৰ নিচিনাকৈ অলিপ্ত থাকে, যি আনৰ নেতা কিন্তু নিজৰ হলে কোনো নেতা নাই, তেনেলোকক বিজ্ঞজনে মুনি বুলি কয়।৭

যাৰ বিষয়ে আনে যি কোনো কথা কলেও ঘাটত থকা স্তম্ভৰ[৩] নিচিনাকৈ যি স্থিৰ হৈ থাকে, যি বীতৰাগ আৰু যাৰ ইন্দ্ৰিয়সমূহ সুসমাহিত, তেওঁকে মানুহে মুনি বোলে।৮

যি স্থিতাত্মা মাকোৰ[৪] নিচিনাকৈ পোনে পোনে যায়, পাপ-কৰ্ম্মক তিৰস্কাৰ কৰে, বিষম আৰু সমৰ বিচাৰ কৰি চায়, তেওঁকে জ্ঞানীলোকে মুনি বোলে।৯

কম বয়সৰে হওক বা আদহীয়া বয়সৰে হওক, যি সংযতাত্মা মুনিয়ে পাপ নকৰে, যি যতাত্মাই ক্ৰোধ নকৰে আৰু আন কাকো ক্ৰুদ্ধ কৰি নোতোলে, তেওঁকে জ্ঞানী লোকে মুনি বোলে।১০

যি আনে দিয়া ভিক্ষাৰ ওপৰত নিৰ্ব্বাহ কৰি চলে, আৰম্ভনিতে, মাজত আৰু শেষতো ৰন্ধা অন্নৰ ভিক্ষা পালে যি স্তুতি বা নিন্দা নকৰে, তেওঁকে জ্ঞানী মানুহে মুনি বুলি কয়।১১

যি মুনি স্ত্ৰী-সঙ্গৰ পৰা বিৰত থাকে, তৰুণ হলেও ক'তো বদ্ধ নহয়, মদ প্ৰমাদৰ পৰা বিৰত আৰু মুক্ত থাকে, তেওঁকে জ্ঞানীসকলে মুনি বুলি কয়।১২

যি ইহলোকৰ কথা জানি পৰমাৰ্থ দেখা পাইছে, প্ৰবাহ আৰু সমুদ্ৰতৰৰ প্ৰতি যাৰ তাদৃগ্‌ভাৱ প্ৰাপ্তি হৈছে; যি বন্ধন ( গাঁথি ) ছিঙি দিছে, যি অনাশ্ৰিত আৰু অনাশ্ৰয়, তেওঁকে জ্ঞানীসকলে মুনি বোলে।

---

(৩) নদীৰ ঘাটত চাৰিচুকীয়া বা আঠচুকীয়া স্তম্ভ পোতা হৈছিল আৰু তাত গা ধোৱাৰ সময়ত সকলো জাতিৰ লোকে পিঠি ঘহিছিল।

(৪) মাকো সম আৰু বিষম সুতা অৰ্থাৎ দীঘ আৰু বানিৰ মাজেৰে পোনভাৱে যায়; সুতাত সাওঁাৰ খাই নপৰে।

পত্নীৰ পালন পোষণ কৰা গৃহস্থ আৰু নির্মম মুনি এই দুজনাৰ আচাৰ ব্যৱহাৰ বৃত্তি ভালেখিনি বিভিন্ন ধৰণৰ, কিয়নো প্ৰাণীহত্যা হবলৈ নিদিয়া বিষয়ত গৃহস্থসকলে সংযম পালন নকৰে, কিন্তু মুনিয়ে হলে সততে প্রাণীক ৰক্ষা কৰে।

যিদৰে আকাশেৰে উৰি যোৱা নীলগ্ৰীৱ ম'ৰা হাঁহৰ বেগেৰে যাব নোৱাৰে, সেইদৰে গৃহস্থই অকলশৰীয়া ভাৱে বনত ধ্যান কৰা ভিক্ষু মুনিৰ অনুকৰণ কৰিব নোৱাৰে।

**মোনেয়্যসুত্ত**—ইয়াক 'নালকসুত্ত' নামেৰে 'সুত্তনিপাত'ত পোৱা যায়। ইয়াৰ প্ৰাস্তাৱিক গাথা হল ২০টা। তাৰ ভাঙনি ইয়াত দিয়া নহল। কৌতুহলী বন্ধুসকলে 'বিবিধ জ্ঞান বিস্তাৰ' ( মাৰাঠী পত্ৰিকা )ৰ ১৯৩৭ চনৰ জুন সংখ্যা পঢ়ি চাব পাৰে। তাতে এই সুত্তৰ প্ৰাস্তাৱিক গাথাৰে সৈতে ভাঙনি দিয়া হৈছে। নালক অসিত ঋষিৰ ভাগিনীয়েক আছিল। বোধিসত্ত্বৰ জন্মৰ সময়ত তেওঁৰ বয়স কম আছিল। অসিত ঋষিয়ে বোধিসত্ত্ব সম্বন্ধে এই বুলি ভৱিষ্যৎ-বাণী কৰিছিল যে তেওঁ এদিন মহান মুনি হব; আৰু তেওঁ নালকক গৌতম বুদ্ধৰ ধৰ্ম্ম অনুসৰণ কৰিবলৈকো উপদেশ দিছিল। নালকে মোমায়েকৰ কথাৰ প্ৰতি শ্ৰদ্ধা ৰাখি গৌতম বোধিসত্ত্ব বুদ্ধ হোৱালৈকে তপস্বী হৈ থাকে আৰু পিচত গৌতমৰ বুদ্ধ পদ প্ৰাপ্তি হলত নালক বুদ্ধৰ ওচৰলৈ যায় আৰু তেওঁ মৌনেয় সম্বন্ধে প্রশ্ন সোধে। এই প্ৰশ্নৰে এই সুত্তৰ আৰম্ভ হয়।

মই জানিছিলোঁ যে অসিতৰ এই কথা ( তুমি শ্ৰেষ্ঠ মুনি হবা ) যথাৰ্থ, গতিকে সকলো বস্তুজাতত্তকৈ শ্ৰেষ্ঠ গৌতমক মই প্রশ্ন কৰোঁ।১

হে মুনি, মই সোধোঁ যে গৃহত্যাগ কৰি ভিক্ষাৰ ওপৰত নিৰ্ব্বাহ কৰি চলোতাৰ কাৰণে উত্তমপদ মৌনেয় কি? তুমি মোক কোৱা।২

ভগৱানে কলে, মৌনেয় কি তাক মই তোমাৰ আগত কওঁ শুনা।

গৈ দুষ্কৰ আৰু দুৰভিসম্ভৱ, তথাপি মই তোমাক কওঁ, তুমি সতৰ্ক হৈ আচৰণ কৰা, দৃঢ় হোৱা ।৩

গাৱঁত তোমাৰ কোনোবাই নিন্দাই কৰক বা প্ৰশংসাই কৰক সকলোৰে প্ৰতি সমান ভাব ৰাখিবা, ক্ৰোধক মনত ঠাইকে নিদিবা আৰু শান্ত আৰু নিৰভিমানী হবা ।৪

জ্বলি থকা বনৰ জুইৰ নিচিনাকৈ গাৱঁত তিৰোতাসকল ঘুৰি ফুৰে। তেওঁলোকে মুনিসকলক মোহিত কৰে। যাতে তোমাক তেওঁলোকে মোহত পেলাব নোৱাৰে তাৰ বাবে সাৱধান হৈ চলিবা ।৫

সৰু বৰ কামোপভোগ এৰি স্ত্ৰী-সঙ্গৰ পৰা বিৰত থাকিবা। স্থিৰ-চৰ প্ৰাণীসকলৰ প্ৰতি বিৰোধ আৰু আসক্তি ত্যাগ কৰিবা ।৬

নিজৰ উদাহৰণৰ পৰাই জানি লবা যে মই যেনে সিহঁতো তেনে আৰু সিহঁত যেনে ময়ো তেনে। আৰু কাকো নামাৰিবা বা নমৰাবা ।৭

যি ইচ্ছা আৰু লোভত সাধাৰণ মানুহ বদ্ধ হৈ পৰে, সেই ইচ্ছা আৰু লোভ ত্যাগ কৰি চক্ষুমন্ত লোকে এই নৰক পাৰ লৈ আন পাৰলৈ যায় ।৮

পেট ভৰাই বৰ বেচিকৈ নাখাবা, মিতাহাৰী, অল্পেচ্ছা আৰু আলোলুপ হোৱা। ইচ্ছা ছেদ কৰি তৃপ্ত হোৱা, ইচ্ছাহীন লোকেই শান্ত হয় ।৯

মুনিয়ে ভিক্ষাটন কৰি বনলৈ যাব লাগে আৰু তালৈ গৈ গছৰ তলত আসন পাতি বহিব লাগে ।১০

সেই ধ্যানৰত ধীৰ পুৰুষে বনতে আনন্দ পাব লাগে। তেওঁ গছৰ তলত বহি মনক সন্তোষ দি ধ্যান কৰিব লাগে ।১১

তাৰ পিচত ৰাতি শেষ হলে তেওঁ গাৱঁলৈ যাব লাগে। তাত পোৱা আমন্ত্ৰণ বা উপহাৰত তেওঁ উল্লসিত হব নালাগে ।১২

মুনিয়ে গাওঁৰ পৰিবাৰৰ লগত বৰ বেচি নলে গলে লগা আচৰণ কৰিব নালাগে, ভিক্ষা সম্বন্ধে একো কব নালাগে, কোনো সূচক শব্দৰ প্ৰয়োগ কৰিব নালাগে।১৩

ভিক্ষা পোৱা গলে ভালেই, নাপালেও ভাল কথাই, এই দুয়োটা বিষয়তে সমভাৱ ৰাখে আৰু (নিজে থকা) গছৰ ওচৰলৈ আহে।১৪

হাতত ভিক্ষাপাত্ৰ লৈ ঘূৰি ফুৰোঁতা বোবা নহৈও বোবাৰ নিচিনা হব লাগে আৰু অলপীয়া ভিক্ষা পালে তাৰ তিৰস্কাৰ কৰিব নালাগে বা তাৰ খাদ্যকণক অনাদৰ কৰিব নালাগে।১৫

হীন মাৰ্গ কি আৰু উত্তম মাৰ্গ কি শ্ৰমণে (বুদ্ধই) তাক মুকলিকৈ বুজাই দিছে। সংসাৰৰ সিপাৰলৈ দুবাৰ যাব নোৱাৰি, তথাপি জ্ঞান অকল এক প্ৰকাৰৰ নহয়।১৬

যি ভিক্ষুৰ আসক্তি নহয়, যি সংসাৰ-স্ৰোত ভাঙি দিছে আৰু যি কৃতাকৃত্যৰ পৰা মুক্ত হৈছে, তেওঁৰ পৰিদাহ নাথাকে।১৭

ভগৱানে কলে, "মই তোমাক মৌনেয় বুজাই দিছোঁ। ক্ষুৰ-ধাৰাৰ ওপৰেৰে মৌ চেলেকি খোৱা মানুহৰ নিচিনা সাৱধান হুৱা। তালুত লগাই লৈও ভোজনত সংযম ৰাখিবা।১৮

সাৱধান চিত্ত হবা, লগতে কিন্তু বৰ বেচি চিন্তাও নকৰিবা। হীন বিচাৰৰ পৰা মুক্ত, অনাশ্ৰিত আৰু ব্ৰহ্ম-পৰায়ণ হবা।১৯

একান্ত বাস আৰু শ্ৰমণ উপাসনাৰ (ধ্যান-চিন্তনৰ) প্ৰতি ৰুচি ৰাখিবা। অকলশৰীয়া ভাবে থকাকে মৌন কোৱা হয়। যদিহে অকলশৰে থকাত তোমাৰ আনন্দ হবলৈ ধৰে।২০

তেনেহলে ধ্যানৰত কামত্যাগী ধীৰৰ বচন শুনি তুমি দহো দিক আলোকিত কৰিব পাৰিবা। তথাপি (সেই পদ লাভ কৰি) মোৰ শ্ৰাৱকেহে (পাপ-লজ্জা) আৰু শ্ৰদ্ধা বঢ়োৱা উচিত।২১

এই নৈৰ উপমাৰ পৰাই জনা যায়। জলপ্ৰপাত আৰু উৎপত্তি

স্থলত জুৰিবোৰ অতিপাত মুখৰ আৰু চঞ্চল হয়। কিন্তু ডাঙৰ নৈ ধীৰে ধীৰে বয়।২২

যি ফোপোলা সি শব্দ কৰে, কিন্তু যি গম্ভীৰ সি ধীৰ হয়। মুৰ্খ লোকে আধাভৰা কলহৰ নিচিনাকৈ ভক-ভকায় কিন্তু জ্ঞানী লোক জল-হ্রদৰ নিচিনা শান্ত হয়।২৩

শ্ৰমণ ( বুদ্ধই ) বহুত কথা কয়, তেন্তে উচিত আৰু উপযুক্ত বুলি জানিহে ধৰ্ম্মোপদেশ দিয়ে আৰু জানিয়ে বহুত কথা কয়।২৪

কিন্তু যি সংযতাত্মাই জানিও অধিক কথা নকয়, তেনে মুনি মৌনৰ উপযুক্ত, তেনে মুনিয়ে মৌন জানি লৈছে।২৫

**উপতিসপসিনে**—ইয়াক 'সুত্তনিপাত'ত 'সাৰিপুত্ত সুত্ত' বুলি জনা যায়। 'অট্‌ঠকথা'ত ইয়াক 'থেৰপঞ্‌হ'ও বোলা হৈছে। ইয়াৰ পৰা অনুমান হয় যে ইয়াক বোধহয় 'সাৰিপুত্তপঞ্‌হ' বা 'উপতিস্‌স-পঞ্‌হ'ও বোলা হৈছিল। ইয়াৰ ভাঙনি হল এই—

আয়ুষ্মান সাৰিপুত্তই কলে, "এনে মধুৰ ভাষী, সন্তুষ্ট[৫] আৰু সংঘৰ নেতা শাস্তা মই আগতে দেখাও নাই, শুনাও নাই।১

সকলো তম নাশ কৰি শ্ৰমণ ধৰ্ম্মত ৰত হৈ থকা এই সদেৱক জগতৰ একেজনেই চক্ষুষ্মান যেন দেখা যায়।২

মই অনেক বুদ্ধ মনুষ্যৰ হিতেচ্ছাৰে সেই বুদ্ধ পদ প্ৰাপ্তি কৰা, অনাশ্ৰিত আৰু অদাম্ভিক সংঘ-নায়কৰ ওচৰলৈ প্ৰশ্ন সোধাৰ বাবে আহিছোঁ।৩

সংসাৰত বিৰক্ত হৈ গছৰ তলত, শ্মশানত বা পৰ্ব্বতৰ গুহাত একান্তবাস কৰা ভিক্ষুৰ কাৰণে।৪

---

(৫) সন্তুষ্ট শব্দৰ মূল শব্দ হল 'তুসিতো'। কিন্তু 'অট্‌ঠকথা'ত হলে 'তুসিতো' শব্দৰ অৰ্থ দিয়া হৈছে—'তুষিত দেৱলোকৰ পৰা ইহলোকলৈ আহোঁতা।'

তেনে ভাল বেয়া ঠাইত কি ভয় হব পাৰে ? সেই নিঃশব্দ অঞ্চলত ভিক্ষুৱে কি ধৰণৰ ভয়ত ভয় খাব নালাগে ?৫

অমৃত দিশালৈ যাবলৈ হলে সুদূৰ প্ৰদেশত নিবাস কৰা ভিক্ষুৱে কি কি বিঘিনি সহ্য কৰিব লাগে ?৬

তেনে দৃঢ নিশ্চয়ী ভিক্ষুৰ বাণী কেনে হোৱা উচিত ? তেওঁৰ আগৰ ব্যৱহাৰ কেনে হব লাগে ? আৰু তেওঁৰ শীল আৰু ব্ৰত কেনে ধৰণৰ হোৱা উচিত ?৭

যিদৰে সোণাৰীয়ে ৰূপ জুইত দি তাৰ ভিতৰত থকা লঘু পদাৰ্থ উলিয়াই লয়, তেনেকৈ সমাহিত, সাৱধান আৰু স্মৃতিমান ভিক্ষুৱে কেনে ধৰণৰ অভ্যাস-ক্ৰম ( পাঠ্য-ক্ৰম ) গ্ৰহণ কৰা উচিত যাতে তেওঁৰ মালিন্য পুৰি পেলাব পাৰে ?৮

ভগৱানে কলে, "হে সাৰিপুত্ত, সংসাৰত বিৰক্ত হৈ একান্ত বাস কৰা সম্বোধিপৰায়ণ ভিক্ষুৰ কৰ্ত্তব্য সম্বন্ধে মোৰ যি ধাৰণা তাক তোমাৰ আগত কওঁ।৯

একান্ত বাস কৰা স্মৃতিমান ভিক্ষুৱে পাঁচোটা বস্তুক ভয় খাব নালাগে। ম'হৰ কামোৰ, সাপ আৰু মানুহে দিয়া কষ্ট আৰু চতুষ্পদী।১০

আৰু পৰধৰ্ম্মীক ভয় কৰিব নালাগে। পৰধৰ্ম্মীসকলৰ অনেক ভীষণ কৃত্য দেখিও বিঘ্নি সহ্য কৰিব লাগে।১১

ৰোগ-ভোকৰপৰা হোৱা কষ্ট, জাৰ আৰু জহ তেওঁ সহ্য কৰা উচিত। এইবোৰ বিঘ্নিৰ পৰা ভালেমান বাধা হোৱা সত্ত্বেও তেওঁ অনাগাৰিক থাকি নিজৰ উৎসাহ আৰু পৰাক্ৰমত সুদৃঢ় হব লাগে।১২

তেওঁ চুৰি কৰিব নালাগে, মিছা কব নালাগে, স্থিৰ চৰ প্ৰাণীসকলৰ প্ৰতি মৈত্ৰী ভাৱ ৰাখিব লাগে আৰু মনৰ কলুষক মাৰ পক্ষীয় বুলি ভাবি দূৰ কৰিব লাগে।১৩

তেওঁ ক্ৰোধ আৰু অভিমানৰ বশবৰ্ত্তী হব নালাগে, তাক সমূলে উঘালি পেলাই আৰু নিশ্চিত ভাৱে বুদ্ধিমাৰ্গগামী কৰি তুলি প্ৰিয়াপ্ৰিয় সহ্য কৰা উচিত।১৪

কল্যাণপ্ৰিয় মানুহে প্ৰজ্ঞাক মহত্ত্ব দি সেই বিঘ্নিবোৰ সহ্য কৰিব লাগে, একান্ত-বাসত অসন্তোষ বুলি ধাৰণা হলে তাকো সহিব লাগে আৰু চাৰিবিধ শোকপ্ৰদ কথা সহ্য কৰিব লাগে।১৫

( সিনো কি কি ? ) মই আজি কি খাওঁ আৰু ক'ত খাম ? যোৱা নিশা টোপনি নোহোৱাত কষ্ট হৈছে, আজি ক'ত শুম ? অনাগৰিক শৈক্ষ্যই এই ( চাৰিটা ) বিতৰ্ক ত্যাগ কৰা উচিত।১৬

সময়ে সময়ে অন্ন বস্ত্ৰ পালে তেওঁ তাৰ অনুপাত ৰখা উচিত, অল্প-সন্তুষ্ট হোৱা উচিত। আৰু মানুহৰ খং উঠি কিবা কাম কৰিলেও সেইবোৰ পদাৰ্থৰ পৰা মনক ৰক্ষা কৰোতা আৰু গাৱঁত সংযমেৰে থকা ভিক্ষুৱে কঠোৰ বচন বোলা উচিত নহয়।১৭

তেওঁ নিজৰ দৃষ্টি তৰিত ৰাখিব লাগে, চঞ্চল ভাৱে খোজ কাঢ়িব নালাগে, ধ্যানৰত আৰু জাগ্ৰত থাকিব লাগে, উপেক্ষাক অৱলম্বন কৰি চিত্তক একাগ্ৰ কৰিব লাগে, তৰ্ক আৰু চাঞ্চল্য নাশ কৰিব লাগে।১৮

সেই স্মৃতিমানে নিজৰ দোষ দেখুৱাই দিওঁতাক অভিনন্দন কৰিব লাগে, সদ্ ব্ৰহ্মচাৰীৰ প্ৰতি কঠোৰতা ৰখা অনুচিত, প্ৰসঙ্গ অনুসৰি ভাল শব্দ কব লাগে, মানুহৰ বাদ-বিবাদত যাবলৈ ইচ্ছা ৰাখিব নালাগে।১৯

তাৰ পিচত স্মৃতিমানে জগতৰ পাঁচোটা ৰজ ত্যাগ কৰিবলৈ শিকা উচিত। ( অৰ্থাৎ ) ৰূপ, শব্দ, গন্ধ, ৰস আৰু স্পৰ্শ ( এই পাঁচোটা ৰজৰ প্ৰতি ) তেওঁ লোভ ৰাখিব নালাগে।২০

এই পদাৰ্থবোৰৰ ইচ্ছা ত্যাগ কৰিলে তেনে স্মৃতিমান, সুবিমুক্ত

চিত্ত, সময়ে সময়ে সদ্ধৰ্ম্মৰ চিন্তা কৰা, একাগ্ৰচিত্ত ভিক্ষুৱে অন্ধকাৰ নাশ কৰিব পাৰিব, এইদৰে ভগৱানে কৈছে।২১

## ৰাহুলোৱাদ সুত্ত

ইয়াক 'চুল ৰাহুলোৱাদ' আৰু 'অম্বলট্ঠিক ৰাহুলোৱাদো' বোলা হয়। ইয়াক 'মঝ্‌ঝিম নিকায়'ত পোৱা যায়। ইয়াৰ সাৰাংশ হল এই—

এবাৰ বুদ্ধ ভগৱান ৰাজগৃহৰ ওচৰৰ বেণুবনত আছিল আৰু ৰাহুল আছিল অম্বলট্ঠিকা[৬] নামৰ এখন ঠাইত। এদিন সন্ধিয়া ধ্যান-সমাধি সমাপ্ত কৰি ভগৱান ৰাহুল থকা ঠাইলৈ গল। দূৰৈৰ পৰা ভগৱান যোৱা দেখা পাই ৰাহুলে আসন পাতিলে আৰু ভৰি ধুবলৈ পানী থৈ দিলে। ভগৱান উপস্থিত হলগৈ আৰু তাতে বহি ভৰি ধুলে। ভগৱানক নমস্কাৰ কৰি ৰাহুলো এফালে বহি পৰিল।

ভগৱানে ভৰি ধোৱা পাত্ৰত অলপ পানী এৰিলে আৰু ৰাহুলক সুধিলে, "ৰাহুল, তুমি সেই অলপমান পানী দেখা পাইছানে?"

ৰাহুলে উত্তৰ দিলে, 'হয়, দেখিছোঁ ভদন্ত!"

"ৰাহুল, যাৰ মিছা কোৱাত লাজ নালাগে, তাৰ শ্ৰামণ্য এই পানীখিনিৰ নিচিনাকৈয়ে ত্যাগ কৰিব লাগে।"

তাৰ পিচত পাত্ৰ উবুৰি কৰি থৈ ভগৱানে কলে, "ৰাহুল, যাৰ মিছা-কোৱাত লাজ নালাগে তাৰ শ্ৰামণ্য এই পাত্ৰৰ নিচিনাই উবুৰি বুলি বুজিব লাগে।"

তাৰ পিচত আকৌ পাত্ৰটো ওপৰ-মুৱা কৰি থৈ ভগৱানে কলে, "ৰাহুল, তুমি এই শুদা পাত্ৰটো দেখা পাইছানে?"

---

(৬) 'অট্‌ঠ কথা'ৰ মতে ইয়াত এটা প্ৰাসাদ আছিল, কিন্তু সি সম্ভৱ যেন নালাগে। বোধ হয় ই ৰাজগৃহৰ ওচৰৰ এখন গাওঁ আছিল।

ৰাহুলে কলে, "হয়, পাইছোঁ ভদন্ত !"

"ৰাহুল, যাৰ মিছা কবলৈ লাজ নালাগে, তাৰ শ্ৰামণ্য এই পাত্ৰটোৰ নিচিনাই শুদা।"

"হে ৰাহুল, যুদ্ধৰ কাৰণে সজোৱা ৰজাৰ ডাঙৰ হাতীয়ে ভৰিৰে যুঁজে, মূৰেৰে যুঁজে, কাণেৰে যুঁজে, দাঁতেৰে যুঁজে, নেজেৰে যুঁজে।[৭] মাথোন শুঁড় দাল পৃথক কৰি ৰাখে। তেতিয়া মাউতে ভাৱে যে ইমান ডাঙৰ ৰজাৰ হাতীয়ে আন সকলো অঙ্গেৰে যুদ্ধ কৰিছে, কিন্তু শুঁড় দাল হলে পৃথক কৰি ৰাখিছে, যুদ্ধ জিকিবলৈ ই নিজৰ জীৱন উছৰ্গা কৰা নাই। যদিহে সেই হাতীটোৱে আন আন অঙ্গৰ লগতে শুঁড়ৰো ব্যৱহাৰ কৰে, তেতিয়া মাউতে ভাৱে যে হাতীয়ে যুদ্ধ জয়ৰ বাবে নিজৰ জীৱন উছৰ্গা কৰিছে, এতিয়া তাৰ আৰু কোনো ত্ৰুটি নাই। সেইদৰে ময়ো কওঁ যে যাৰ মিছা কোৱাত লাজ নালাগে, সি কোনো পাপকে এৰা নাই।[৮] গতিকে ৰাহুল, তুমি এনে অভ্যাস কৰিবা যাতে হাঁহি-ধেমালিতো মিছা কথা কবলগীয়া নহয়।

"ৰাহুল, দৰ্পণৰ দ্বাৰা কি কাম হয় ?"

"প্ৰত্যৱেক্ষণ কৰা হয় ভদন্ত !"—ৰাহুলে উত্তৰ দিলে।

"তেনেকৈয়ে ৰাহুল, বাৰে বাৰে প্ৰত্যৱেক্ষণ কৰি ( ভাবি চিন্তি ) কায়, বাক্য, মনেৰে কাম কৰিব লাগে।

"হে ৰাহুল, যেতিয়া তুমি কায়-বাক্য-মনেৰে কিবা কাম কৰিবলৈ বিচাৰা, তেতিয়া প্ৰথমতে তাৰ প্ৰত্যৱেক্ষণ কৰিবা, আৰু যদি তোমাৰ এনে ধাৰণা হয় যে সি আত্ম-পৰহিতত বাধা দিব আৰু তাৰ পৰিণাম

---

(৭) 'অট্‌ঠ কথা'ৰ মতে ইয়াৰ অৰ্থ হল—হাতীয়ে কাণেৰে বাণ ওফৰাই দিয়ে, আৰু নেজত বান্ধি দিয়া শিল বা লোৰ টাঙোনেৰে সকলোবোৰ ভাঙি চুৰমাৰ কৰে।

(৮) যদি শ্ৰমণে অসত্য বাধি আনবোৰ পাপ ত্যাগ কৰে তেন্তে তেওঁ প্ৰকৃত যোদ্ধা নহয়, তেওঁ শ্ৰামণ্যৰ কাৰণে নিজৰ জীৱন উছৰ্গা কৰা নাই।

দুখকাৰক হব, তেন্তে তুমি তাৰ সমূলি আচৰণ নকৰিবা, কিন্তু যদিহে দেখা যায় যে তাৰপৰা আত্মপৰহিতত বাধা নজন্মে আৰু শেহত সি সুখকাৰক হব, তেন্তে তাৰ আচৰণ কৰিবা।

"কায়, বাক্য, মনেৰে কাম আৰম্ভ কৰাৰ পিচতে তাৰ প্ৰত্যৱেক্ষণ কৰিবা আৰু যদিহে এনে ধাৰণা হয় যে সি আত্মপৰহিতত বাধা জন্মাব পাৰে আৰু তাৰ পৰিণাম দুখদায়ক হব পাৰে, তেন্তে তাক তেতিয়াই এৰি দিবা। কিন্তু যদিহে এনে ধাৰণা হয় যে সি আত্মপৰহিতত বাধা নিদিয়ে আৰু শেহত সি সুখকাৰক হব, তেন্তে বাৰে বাৰে তাৰ আচৰণ কৰি থাকিবা।

"কায়, বাক্য অথবা মনেৰে কাম কৰাৰ পিচতো তুমি তাৰ প্ৰত্যৱেক্ষণ কৰিবা আৰু যদিহে এনে ধাৰণা হয় যে সেই কায়িক বা বাচসিক কৰ্ম্ম আত্মপৰহিতৰ বাধাদায়ক আৰু অন্তত দুখকাৰক তেন্তে তুমি শাস্তা বা বিদ্বান সব্ৰহ্মচাৰীৰ ওচৰলৈ গৈ সেই পাপৰ আবিষ্কাৰ কৰিবা (তাক স্বীকাৰ কৰিবা) আৰু সাৱধান হবা যাতে আৰু তোমাৰ দ্বাৰা তেনে কাম হবলৈ নাপায়।

"যদি সি মনেৰে কৰা কাম হয় তেন্তে সেই বিষয়ে অনুতাপ কৰিবা, লজ্জা কৰিবা আৰু ভৱিষ্যতলৈ কেতিয়াও তেনে চিন্তাক মনলৈ আহিবলৈ নিদিবা। কিন্তু যি কায়, বাক্য বা মনেৰে কৰা কাম আত্মপৰহিতত বাধক নহয় আৰু অন্তত সুখকাৰক, তাক মুদিত মনেৰে বাৰে বাৰে কৰিবলৈ শিকিবা।

"হে ৰাহুল, অতীত কালত যিসকল শ্ৰমণ ব্ৰাহ্মণে নিজৰ কায়িক, বাচসিক আৰু মানসিক কাম পৰিশুদ্ধ কৰিছিল, তেওঁলোকে তাক বাৰে বাৰে প্ৰত্যৱেক্ষণ কৰিয়ে পৰিশুদ্ধ কৰি লৈছিল ; ভৱিষ্যতলৈকো যি শ্ৰমণ ব্ৰাহ্মণে এই কাম পৰিশুদ্ধ কৰিব, বাৰে বাৰে প্ৰত্যৱেক্ষণ কৰিহে তাক পৰিশুদ্ধ কৰি লব পাৰিব। এই সময়ত যি ব্ৰাহ্মণে এই কামক পৰিশুদ্ধ

কৰি লৈছে, তেওঁলোকেও বাৰে বাৰে প্ৰত্যৱেক্ষণ কৰিয়ে তাক পৰিশুদ্ধ কৰি লব পাৰিছে। গতিকে হে ৰাহুল, বাৰে বাৰে প্ৰত্যৱেক্ষণ কৰি কায়িক, বাচসিক আৰু মানসিক কামক পৰিশুদ্ধ কৰিবলৈ শিকা।" ভগৱানে এই বুলি কলে। আয়ুষ্মান ৰাহুলে মুদিত মনেৰে ভগৱানৰ ভাষণক অভিনন্দন কৰিলে।

এই সাতোটা সুত্তৰ ভিতৰত 'সুত্ত নিপাত'ত থকা তিনিটা সুত্ত— 'মুনিগাথা', 'নালক সুত্ত' আৰু 'সাৰিয় সুত্ত' পদ্যত লিখা আৰু বাকী চাৰিটা হল গদ্যত লিখা। গদ্য সুত্তত বৰ বেচি পুনৰুক্তি পোৱা যায়। সেই সময়ৰ সাহিত্যৰে এইটো পদ্ধতি আছিল বুলি ধৰিব লাগিব, কিয়নো জৈনসকলৰ সূত্ৰ আৰু কিছুমান ঠাইত উপনিষদ সমূহতো এনে ধৰণৰ পুনৰুক্তি পোৱা যায়। কিন্তু এই ত্ৰিপিটকত ইয়াৰ মাত্ৰা ইমান অধিক যে নতুন সুত্ত পাঠ কৰাৰ সময়ত পাঠকৰ এনে ধাৰণা হয় যে ইও আগৰ নিচিনাই হব আৰু এইদৰে তেনে পুনৰুক্তিৰ কিছুমান নতুন কথাৰ প্ৰতি পাঠকৰ দৃষ্টিয়ে নপৰে। উদাহৰণৰ বাবে, 'ৰাহুলোৱাদ সুত্ত'ত কায়িক, বাচসিক আৰু মানসিক কৰ্ম্মৰ প্ৰত্যৱেক্ষণ সম্বন্ধে বাৰে বাৰে কোৱা হৈছে। কিন্তু কায়িক আৰু বাচসিক অকুশল কৰ্ম্ম সম্বন্ধে এই বুলি কোৱা হৈছে যে তাৰ আচৰণ কৰিলে শাস্তা বা বিদ্বান স-ব্ৰহ্মচাৰীৰ ওচৰলৈ গৈ তাৰ আৱিষ্কাৰ কৰিব লাগে আৰু ভৱিষ্যতলৈ তেনে কাম হবলৈ দিব নালাগে। মানসিক অকুশল কৰ্ম্মৰ ক্ষেত্ৰত হলে সি প্ৰযোজ্য নহয়, কিযনো 'ৱিনয়পিটক'ত কায়িক আৰু বাচসিক দোষৰ বাবে আৱিষ্কাৰ আদি ( পাপ স্বীকাৰ আদি ) প্ৰায়শ্চিত্তৰ বিধান দিয়া হৈছে। মনোদোষৰ কাৰণে তেনে কোনো বিধান দিয়া হোৱা নাই। তাৰ প্ৰায়শ্চিত্ত হল এয়ে যে তাৰ কাৰণে অনুতাপ কৰিব লাগে, লজ্জা পাব লাগে আৰু তেনে অকুশল বিচাৰক আৰু মনত ঠাই দিব নালাগে। 'ৰাহুলোৱাদ সুত্ত' ওপৰে ওপৰে পঢ়ি গলে কায়িক আৰু

বাচসিক অকুশল কৰ্ম্ম আৰু মানসিক অকুশল কৰ্ম্মৰ মাজত থকা এই পাৰ্থ্যকৰ প্ৰতি ধ্যান নাযাব।

অশোকৰ দিনত এই সুত্তবোৰ এনে ভাৱেই আছিল নে সংক্ষিপ্ত আছিল তাক কোৱাটো টান। তথাপি সংক্ষিপ্ত হলেও তাৰ সাৰ মৰ্ম্ম যে এয়েই আছিল সেই বিষয়ে কোনো সন্দেহ নাই। 'সুত্তপিটক'ৰ আটাইতকৈ পুৰণি সুত্তবোৰৰ লগত পৰিচিত হবলৈ এই সাতোটা সুত্তই যথেষ্ট সাহায্য কৰে।

# পৰিশিষ্ট ৪

## সন্দৰ্ভ-বিৱৰণ

( এই পৰিশিষ্টত মূল পুথিত শ্ৰীধৰ্ম্মানন্দ কোসম্বীৰ আন আন যি গ্ৰন্থৰ পৰা সন্দৰ্ভ দিয়া হৈছে, তাৰ সম্পূৰ্ণ বিৱৰণ দিয়া হল। বাও-পিনে দিয়া ওপৰৰ শাৰীৰ পৃষ্ঠা সংখ্যা হল নিৰ্দিষ্ট মূল পুথিৰ আৰু বন্ধনীত দিয়া পৃষ্ঠা সংখ্যা হল 'ভগৱান বুদ্ধ'ৰ বৰ্ত্তমান এই সংস্কৰণৰ। )

## বৌদ্ধ সংঘাচা পৰিচয়

### 'খুজ্জুত্তৰা আৰু সামাৱতী'

২৩৭-২৪৫ (৩০) ভগৱান বুদ্ধক বিবাহযোগ্য বৰ বুলি ভাবি অজ্ঞতাবশতঃ মাঙ্গদিয় নামক এজন ব্ৰাহ্মণে তেওঁৰ মাঙ্গদিয়া নামৰ ছোৱালীজনীক ভগৱানৰ ওচৰলে লৈ গল। তেওঁৰ কথা শুনি ভগৱানে কলে, "হে ব্ৰাহ্মণ, তৃষ্ণা, অসন্তোষ আৰু কাম-বিকাৰ দেখা পাই তিৰোতাৰ সঙ্গত মই সুখ অনুভৱ নকৰোঁ। মই জানো যে এই অমেধ্য পদাৰ্থেৰে ভৰি থকা শৰীৰ ভৰিৰে স্পৰ্শ কৰাৰো যোগ্য নহয়।"

ভগৱানৰ কথাত মাঙ্গদিয়াৰ বৰ খং উঠিল আৰু তেওঁৰ শত্ৰু হৈ পৰিল। পিচলৈ গৈ তেওঁৰ সৌন্দৰ্য্যত মুগ্ধ হৈ উদয়ন ৰজাই তেওঁক বিয়া কৰালে। উদয়ন ৰজাৰ আন এগৰাকী ৰাণী সামাৱতী আৰু তেওঁৰ লিগিৰী খুজ্জুত্তৰা ভগৱান বুদ্ধৰ উপাসিকা আছিল। গতিকে মাঙ্গদিয়াই ৰজাক নানা কথা কৈ তেওঁৰ বিৰুদ্ধে তুলিবলৈ অতিশয় চেষ্টা কৰিলে কিন্তু তেওঁৰ অসীম মৈত্ৰী ভাৱৰ কাৰণে ৰজাৰ হৃদয়ৰ পৰিবৰ্ত্তন হল। শেহত মাঙ্গদিয়াই সামাৱতীৰ মহলত জুই লগাই দিলে। ফলত সামাৱতী আৰু তেওঁৰ সখীয়েকসকল পুৰি মৰিল। উদয়ন ৰজাই সেই

কথা জানিব পাৰি মাঙ্গদিয়াৰ সকলো ইষ্ট-কুটুম্বক গোট খুৱাই লগে আৰু মাঙ্গদিয়াৰ আগতে আটাইকে মৰাই পেলালে—আৰু শেহত মাঙ্গদিয়াকো বধ কৰালে।

১৬৫-১৬৮ (৩৪) 'মহাকাত্যায়ন'—এই ঘটনাৰ বিতং বিৱৰণ আছে।

৩০-৩১ (৩৪) সোণে ভগৱান বুদ্ধক নমস্কাৰ কৰি কাত্যায়নৰ প্ৰাৰ্থনা উত্থাপন কৰিলে। তেতিয়া ভিক্ষুসকলক গোট খুৱাই লৈ ভগৱানে কলে, "আজিৰ পৰা মই আটাইবোৰ প্ৰত্যন্ত জনপদতে পাঁচজন ভিক্ষুৰ সমুদায়ক ( তাত এজন ৱিনয়ধৰো থকা উচিত ) উপসম্পদা দিবলৈ অনুজ্ঞা দিলোঁ। প্ৰত্যন্ত জনপদ হল এইবোৰ—পুব পিনৰ কজঙ্গল নামৰ নগৰ, তাৰ পিচত মহাশাল ; আৰু তাৰ পিচত প্ৰত্যন্ত জনপদ। দক্ষিণ পিনে শ্বেতকৰ্ণিক নামৰ নগৰ আৰু তাৰ পিচত প্ৰত্যন্ত জনপদ। পশ্চিম পিনে স্থূল ( থুণ ) নামৰ ব্ৰাহ্মণ-গ্ৰাম আৰু তাৰ পিচত প্ৰত্যন্ত জনপদ। উত্তৰ পিনে উশীৰধ্বজ নামৰ পৰ্ব্বত আৰু তাৰ পিচত প্ৰত্যন্ত জনপদ।'

২০৩ (৩৮) 'মহাকপ্পিন'—এই ঘটনাৰ বৰ্ণনা আছে।

## ভদ্দা কুণ্ডলকেসা

২১৪-২১৭ (৭১) ভদ্দাৰ জন্ম হৈছিল ৰাজগৃহৰ শ্ৰেষ্ঠিকুলত। ৰাজ-পুৰোহিতৰ লৰা শত্ৰুক নামৰ চোৰক চুৰিৰ অপৰাধত ধৰি ফাঁচি দিবলৈ নগৰৰ বাহিৰলৈ নিবলৈ ধৰোঁতে ভদ্দা তেওঁৰ ওপৰত বৰ আসক্ত হল আৰু চাওদাঙক এহেজাৰ কাৰ্ষাপণ দি শত্ৰুকক মুক্ত কৰালে। কিন্তু শত্ৰুকৰ মন চুৰিৰ পৰা আঁতৰি নগল। তেতিয়া ভদ্দাই তেওঁক লৈ দূৰৰ এখন পাহাৰৰ ওপৰলৈ গল। ভদ্দাই তেওঁক যথেষ্ট বঢ়াই বুজাই চালে, কিন্তু তেওঁ হলে নামানিলে। শেহত ভদ্দাই তেওঁক আলিঙ্গন কৰাৰ ছল কৰি পাহাৰৰ ওপৰৰ পৰা থেলা মাৰি তললৈ পেলাই দিলে। তেতিয়া বনদেৱী সকলে কলে—

'নসো সব্বেসু ঠানেসু পুৰিসো হোতি পণ্ডিতো।
ইৎথী পি পণ্ডিতা হোতি, তৎথ তৎথ ৱিচক্‌খণা ॥

অৰ্থাৎ "সকলো ঠাইতে পুৰুষ সকল যে বুধিয়ক হয়, তেনে কথা নহয়। কেতিয়াবা বিচক্ষণ তিৰোতায়ো নিজৰ বুধি দেখুৱায়।' ইয়াৰ পিচত ভদ্দা নিৰ্গন্থসকলৰ আশ্ৰমলৈ গল আৰু নিজৰ চুলি উঘালি পেলালে। আকৌ নতুনকৈ গজা চুলি কুণ্ডলাকাৰ হৈ গ'ল। সেই কাৰণে তেওঁক মানুহে 'কুণ্ডলকেসা' বুলিবলৈ ধৰিলে, তাৰ পিচত সাৰিপুত্তই বাদ-বিবাদত ভদ্দাক হৰুৱাই দিলত তেওঁ বৌদ্ধ ভিক্ষুণী হল।

২৫৪ (৭৮) ইয়াৰে বিস্তৃত বৰ্ণনা আছে।

## সুজাতা সেনানী দুহিতা

২৩৬ (১২৬) পোন পহিলতে শৰণলোৱা উপসিকাবোৰৰ ভিতৰত সুজাতা সেনানী দুহিতা প্ৰথম আছিল। উৰুৱেলা অঞ্চলৰ সেনানীৰ ঘৰত তেওঁৰ জন্ম হৈছিল। তেওঁৰ গাভৰু অৱস্থাতে এজোপা বটগছত থকা দেৱতাৰ আগত তেওঁ কৈছিল যে যদিহে তেওঁ ভাল বৰ পায় আৰু প্ৰথমতে তেওঁৰ লৰা হয় তেন্তে তেওঁ সেই দেৱতাক প্ৰতি বছৰে উচিত উপহাৰ দিব। তাৰ পিচত তেওঁ আগৰ অঙ্গীকাৰ ৰাখিবলৈ অকল গাখীৰেৰে পাযস ৰান্ধিলে আৰু সেই বটগছৰ তলৰ ঠাইখিনি পৰিষ্কাৰ কৰিবলৈ দাসীক পঠাই দিলে। সেইদিনা বোধিসত্ত্ব গৌতম সেই গছ-জোপাৰ তলত বহি আছিল। তেওঁক দেখি দাসীয়ে ভাবিলে যে সুজাতাৰ উপহাৰ গ্ৰহণ কৰিবলৈ স্বয়ং বৃক্ষ দেৱতাই অৱতাৰ ধাৰণ কৰিছে। দাসীয়ে লৰি গৈ নিজৰ গৰাকিনীক কথাটো জনালেগৈ। তেতিয়া সুজাতাই দাসীৰে সৈতে পায়স লৈ তাত উপস্থিত হৈ জানিব পাৰিলে যে গছৰ তলত দেৱতা নহয়, পৰম তপস্বী বোধিসত্ত্বহে বিৰাজমান। তেওঁ অতি ভক্তিভাৱেৰে গাখীৰৰ পায়সখিনি বোধিসত্ত্বক

সমৰ্পণ কৰিলে। সেই ভিক্ষা গ্ৰহণ কৰি সেই নিশা বোধিসত্ত্বৰ বুদ্ধত্ব প্ৰাপ্তি হয়।

৭-৮ (১৪৫) ইয়াৰে বিতং বৰ্ণনা দিয়া হৈছে।

৯৭ (১৫৫) ইয়াৰ কথাই উল্লেখ কৰা হৈছে।

## সংঘ সামগ্ৰী

৩৭-৪৩ (১৬২) ভগৱান বুদ্ধক এই কথা কোৱাত তেওঁ কলে, "এনে প্ৰসঙ্গত সংঘ-সামগ্ৰী কৰিব লাগে। এই সংঘ-সামগ্ৰী এনে ধৰণৰ—সকলো একেলগে গোট খাব লাগে। কোনো ভিক্ষুৰ অসুখ হলেও উপস্থিত থাকিব লাগে। তেতিয়া সমৰ্থ ই ভিক্ষু-সংঘক এইদৰে জনাব লাগে, 'ভদন্ত, সংঘই মোৰ কথালৈ ধ্যান দিব লাগে। যি কথা লৈ সংঘত কাঁজিয়া লাগিছে, সেই কথা এই ভিক্ষুই স্বীকাৰ কৰিছে। তেওঁ নিজৰ দোষৰ প্ৰায়শ্চিত্ত কৰিছে। সংঘই উচিত বুলি বিবেচনা কৰিলে এই কথাৰ ইয়াতে ওৰ পেলাই সংঘ-সামগ্ৰী কৰিব পাৰে।' এইটো হল জাননি। ইয়াৰ পিচত সেই কথা তিনিবাৰ প্ৰকাশ কৰাৰ পিচত কোনেও যদি আপত্তি নোতোলে, তেন্তে বুজিব লাগিব যে সংঘ-সামগ্ৰী হৈ গল।"

উপালিয়ে সুধিলে, "সংঘ-সামগ্ৰী কেই প্ৰকাৰৰ হব পাৰে?" তেতিয়া ভগৱানে কলে, "সংঘ-সামগ্ৰী দুই প্ৰকাৰৰ—অৰ্থবিযুক্ত আৰু অৰ্থযুক্ত। যি কথা লৈ কাঁজিয়া হয়, তাৰ মূল কাৰণ বিচাৰি নোচোৱাকৈয়ে সামগ্ৰী কৰিলে সি হয় অৰ্থবিযুক্ত; কিন্তু যি কথা লৈ কাঁজিয়া হয়, তাৰ মূল কাৰণ বিচাৰি চাই সামগ্ৰী কৰিলে তাক অৰ্থযুক্ত বুলি বুজিব লাগে।"

## প্ৰৱাৰণা

২৪-২৬ (১৬৬) তেতিয়া ভগৱানে কলে, "হে ভিক্ষুসকল, আন আন পৰিব্ৰাজকৰ নিচিনাকৈ মূক ব্ৰত লব নালাগে, বাৰিষা শেষ হলে দেখা,

শুনা বা পৰিশঙ্কিত দোষৰ প্ৰৱাৰণা কৰিব লাগে। সেয়ে তোমালোকৰ কাৰণে উচিত হব। এই প্ৰৱাৰণ এনে ধৰণৰ—সমৰ্থ ভিক্ষুই সংঘক জনাব লাগে, 'ভদন্ত সংঘই মোৰ কথালৈ ধ্যান দিয়ক। আজি প্ৰৱাৰণাৰ দিন। সংঘই উচিত বুলি বিবেচনা কৰিলে আজি প্ৰৱাৰণা কৰিব পাৰে।' তাৰ পিচত আটাইতকৈ বৃদ্ধ ভিক্ষুই এখন কানত উত্তৰাসঙ্গ ৰাখি আঠু লৈ বহিব লাগে আৰু কব লাগে, 'আয়ুষ্মান সংঘই মোৰ যি দোষ দেখিছে, শুনিছে বা শঙ্কা কৰিছে, তাক দেখুৱাই দিবলৈ মই মিনতি ( প্ৰৱাৰণা ) কৰোঁ। মোৰ ওপৰত অনুকম্পা কৰি সংঘই মোক সেই দোষবোৰ আঙুলিয়াই দিয়ক, যদি মই সি উচিত বুলি বুজিব পাৰোঁ তেন্তে মই তাৰ যথোচিত প্ৰায়শ্চিত্ত কৰিম।' তেওঁ এনেদৰে তিনিবাৰ কব। তৰুণ ভিক্ষুই 'আয়ুষ্মান সংঘ'ৰ ঠাইত 'ভদন্ত সংঘ' কব লাগে। সেই সময়ত কোনোবাই কাৰোবাৰ কিবা দোষ দেখুৱাই দিলে, তাক তেওঁ পোনপটীয়া ভাৱে স্বীকাৰ কৰিব লাগে আৰু সংঘৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিব লাগে। এইদৰে বাৰিষা শেষ হোৱাৰ লগে লগে সংঘত একতা স্থাপন কৰিব লাগে।"

৫২-৫৩ (১৬৬) ভগৱানে কলে, যেতিয়ালৈকে সংঘ স্থাপন কৰাৰ বৰ বেচি সময় নহয়, সংঘৰ বিস্তাৰ বৰ অধিক নহয়, সংঘৰ লাভ অধিক নহয়, সংঘৰ পাণ্ডিত্যৰ প্ৰসাৰ নহয়, তেতিয়ালৈকে তাত পাপ-ধৰ্ম্ম প্ৰৱেশ নকৰে। এই সময়ত সংঘ পাপ-ধৰ্ম্মৰ পৰা মুক্ত থাকে।

## মানত্ত ( সংঘৰ সন্তোষ )

৪৭ (১৬৬) এইদৰে পৰিৱাস সমাপ্ত হোৱাৰ পিচত ভিক্ষুৱে পৰিৱাস পূৰ্ণ হোৱাৰ কথা সংঘক জনাব লাগে। তাৰ পিচত সংঘই তেওঁক ছ ৰাতিৰ মানত্ত দিয়ে—অৰ্থাৎ তেনে ভিক্ষুৱে সংঘক সন্তুষ্ট কৰিবলৈ

পৰিব্ৰাসৰ ৰাতিৰ সমানে আৰু ছ ৰাতি (অন্ততঃ অৰুণোদয়ৰ সময়খিনি) বিহাৰৰ বাহিৰত কটাব লাগে।

২৫৩-২৫৬ (২৬২) 'শ্বপাকে' নিজৰ বিষয়ে লিখা গাথাবোৰ ইয়াত বিস্তাৰিত ভাৱে দিয়া হৈছে।

১৭-১৯ (২৬৬) 'ভিক্ষুৰ প্ৰব্ৰজ্যা'ৰ বিধি বিতং ভাৱে দিয়া হৈছে।

## বৰ্ষা-বাস ( চাতুৰ্মাস্য )

২৪ (৩০৩) বাৰিষাৰ সময়ত ভিক্ষুসকলে ইফালে সিফালে ঘূৰি ফুৰোঁতে সেউজীয়া ঘাঁহ মহতিয়াই ফুৰিছিল। তাৰ ফলত সৰু সৰু কীট-পতঙ্গবোৰৰ প্ৰাণ নাশ হৈছিল ; তাৰ বাবে মানুহ তেওঁলোকৰ আলোচনা সমালোচনা কৰিছিল। গতিকে ভগৱানে এই বুলি নিয়ম বান্ধি দিলে যে আহাৰ মাহৰ পূৰ্ণিমাৰ দিনা প্ৰথম বৰ্ষা-বাস আৰম্ভ কৰিব লাগে। বৰ্ষা-বাস আৰম্ভ হলে ভিক্ষুসকল তিনি মাহলৈকে একে ঠাইতে থাকিব লাগে।

৩৪ (৩০৬) তেতিয়া ভগৱানৰ শৰীৰ ৰোগগ্ৰস্ত হৈছিল। জীৱকে এই কথা জানিব পাৰি তেওঁক বিৰেচন ( ভেদৰ ঔষধ ) দি সুস্থ কৰিলে আৰু প্ৰদ্যোতে পঠোৱা কাপোৰ জোৰ ভগৱানকে সমৰ্পণ কৰিলে।

## হিন্দী সংস্কৃতি আৰু অহিংসা

১৭-১৯ (৬) ইন্দ্ৰ আৰু দাস সকলৰ সম্পৰ্কে কিছু বিতং আলোচনা কৰা হৈছে।

১৯-২০ (৮) 'ঋগ্বেদ'ৰ উল্লেখ এনে ধৰণৰ :

ত্বাষ্ট্ৰস্য চিদ্বিশ্বৰূপস্য গোনামা চক্ৰাণস্ত্ৰীণি শীৰ্ষা পৰা বৰ্ক ( ঋগ্বেদ, ১০।৮।৮-৯ )।

'তৈত্তিৰীয় সংহিতা'ৰ উল্লেখ হল এনে ধৰণৰ :

"ৱিশ্বৰূপো বৈ ত্বাষ্ট্রঃ পুৰোহিতো দেৱানামাসীৎ স্বস্ত্রীয়োঽসুৰাণাং ......তস্মাদিন্দ্রোঽবিভেদীদৃঙ্ বৈ ৰাষ্ট্রং ৱি পৰাৱর্তযতীতি তস্য ৱজ্রমাদায় শীর্যাণ্যচ্ছিনৎ......তং ভূতান্যভ্য ক্রোশ ব্রহ্মহন্নিতিঃ।"

"অর্থাৎ বিশ্বৰূপ নামৰ ত্বষ্টাৰ পুতেক আৰু অসুৰইঁতৰ ভাগিনীয়েক দেৱসকলৰ পুৰোহিত আছিল......তেওঁ বিদ্রোহ কৰিব বুলি ভয় কৰি ইন্দ্ৰই তেওঁৰ মূৰ কাটি পেলালে......তেতিয়া মানুহে 'ব্রহ্মহা' বুলি কৈ ইন্দ্ৰৰ নিন্দা কৰিবলৈ ধৰিলে। ( তৈ. স. কাণ্ড ২।৫।১ )।

২২-২৫ (১১) 'ঋগ্বেদ'ৰ ঋচাবোৰত ( ৮।৯৬।১৩-১৫ ) কোৱা হৈছে যে ইন্দ্ৰই বৃহস্পতিৰ সাহায্য লৈ শ্ৰীকৃষ্ণৰ সেনাৰ সন্মুখীন হৈছিল আৰু তেওঁক পৰাস্ত কৰিছিল। ইন্দ্ৰই কৃষ্ণৰ গৰ্ভৱতী তিৰোতাকো বধ কৰিছিল। ( যঃ কৃষ্ণ গৰ্ভা নিৰহণ ঋ ১।১০১।১ )। আন হাতে আকৌ ভাগৱতৰ দশম স্কন্ধত কোৱা হৈছে যে শ্ৰীকৃষ্ণই গোৱৰ্দ্ধন পৰ্ব্বত তুলি লৈ ইন্দ্ৰৰ বৰষুণৰপৰা গোকুল ৰক্ষা কৰিছিল।

৩৭-৩৮ (১২) পৰীক্ষিত ৰজা সম্বন্ধে অথৰ্ব্ব বেদত এনে দৰে বৰ্ণনা কৰা হৈছে :

ৰাজ্ঞো ৱিশ্বজনীনস্য যো দেৱো মর্ত্যাং অতি।
ৱৈশ্বানৰস্য সুষ্টুতিমা সুনোতা পৰিক্ষিতঃ॥ ৭॥
পৰিচ্ছন্নঃ ক্ষেমমকৰোত্তম আসনমাচৰন।
কুলাযন্ কৃণ্বন্ কৌৰৱ্যঃ পতিৰ্ৱদতি জায়য়া॥ ৮॥
কতৰত্তে আহৰাণি দধিমন্থাং পৰিশ্ৰুতম্।
জায়াঃ পতিং ৱিপৃচ্ছতি ৰাষ্ট্রে ৰাজ্ঞঃ পৰিক্ষিতঃ॥ ৯॥
অভীৱস্বঃ প্ৰজিহীতে যৱঃ পকঃ পথো বিলম্।
জনঃ স ভদ্ৰমেধতি ৰাষ্ট্রে ৰাজ্ঞঃ পৰিক্ষিতঃ॥ ১০॥"

অথৰ্ব্ব কাণ্ড ২০, সূক্ত ১২৭।

অৰ্থাৎ "সকলো মানুহৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ সাৰ্ব্বভৌম বৈশ্বানৰ পৰীক্ষিত ৰজাৰ উত্তম স্তুতি মন দি শুনা।৭ পতিয়ে পত্নীৰ আগত কয় যে যেতিয়া এই কৌৰৱ ৰজা সিংহাসনত বহিল তেতিয়া তেওঁ অন্ধকাৰক বন্দী কৰি থৈ মানুহৰ ঘৰ ভালদৰে ৰক্ষা কৰিলে।৮ পৰীক্ষিত ৰজাৰ ৰাষ্ট্ৰত পত্নীয়ে পতিক সোধে, তোমাৰ কাৰণে দৈ আনো নে মাখন আনো ?৯ পৰীক্ষিত ৰজাৰ ৰাজ্যত আলিবাটৰ দাঁতিত ভালেমান যৱ পৰি থাকে। (এইদৰে) পৰীক্ষিতৰ ৰাজ্যত মানুহৰ সুখ সমৃদ্ধি বাঢ়িছিল।১০

## ব্ৰাহ্মণ ধম্মিক সুত্ত

২৯-৪০ (১২) এবাৰ ভগৱান বুদ্ধ শ্ৰাৱস্তীত আছিল। সেই সময়ত কোসল দেশৰ কিছুমান বয়োবৃদ্ধ ব্ৰাহ্মণ তেওঁৰ ওচৰলৈ গল আৰু তেওঁলোকে সুধিলে, "আজিকালি জানো ব্ৰাহ্মণে প্ৰাচীন ব্ৰাহ্মণ-ধৰ্ম্মৰ অনুসৰণ কৰি চলিছে ?" তেতিয়া ভগৱানে কলে, "নাই কৰা"। গতিকে তেওঁলোকে প্ৰাচীন ব্ৰাহ্মণ কথা কবলৈ ভগৱানক অনুৰোধ জনালে।

তেতিয়া ভগৱানে কলে,

"প্ৰাচীন ঋষিসকল সংযমশীল আৰু তপস্বী আছিল। বিলাসৰ পদাৰ্থ ত্যাগ কৰি তেওঁলোকে আত্মচিন্তন কৰিছিল। সেই ব্ৰাহ্মণসকলৰ পশু বা ধন-ধান্য নাথাকিছিল। স্বাধ্যায়েই আছিল তেওঁলোকৰ ধন-ধান্য আৰু ব্ৰহ্মৰূপী সম্পত্তিৰেই তেওঁলোকে পালন পোষণ কৰিছিল— সেই ব্ৰাহ্মণসকল একপত্নীব্ৰত আছিল। তেওঁলোকে তিৰোতাৰ ক্ৰয় নকৰিছিল। যি তিৰোতাৰ লগত প্ৰকৃততে প্ৰেম আছিল তেনে তিৰোতাকহে তেওঁলোকে বিয়া কৰাইছিল। তেওঁলোক ঋতু-কালাভিগামী আছিল।

"কিন্তু তেওঁলোকৰ প্ৰকৃতিৰ বিকাৰ হৈ গল। ব্ৰাহ্মণসকলৰো ৰাজ-বৈভৱ, অলঙ্কৃত তিৰোতা, ভাল ঘোঁৰা থকা ৰথ, ভাল ঘৰ আদি উপভোগ্য বস্তুৰ প্ৰতি লোভ হল। তেওঁলোকে মন্ত্ৰ ৰচনা কৰি ওক্কাক ৰজাক যজ্ঞ কৰিবলৈ কলে। তেতিয়া ৰজাই অশ্বমেধ, পুৰুষমেধ, ৰাজপেয় আদি যজ্ঞ কৰিলে।

"পিচলৈ গৈ ব্ৰাহ্মণসকল লোভৰ বশবৰ্ত্তী হৈ ওক্কাক ৰজাক গোমেধ যজ্ঞ কৰিবলৈ বাধ্য কৰালে। ভেৰাৰ নিচিনাকৈয়ে বেচেৰী গাইৰ শিঙত ধৰি নি ৰজাৰ যজ্ঞত মাৰি পেলোৱা হল। যেতিয়া গাইৰ ওপৰত অস্ত্ৰপাত হল তেতিয়া দেৱতা, পিতৰ, ইন্দ্ৰ, অসুৰ আৰু ৰাক্ষস আদি আটায়ে চিঞৰিবলৈ ধৰিলে, 'অধৰ্ম্ম হৈ গল!'

প্ৰথমতে তিনিটা মাথোন ৰোগ আছিল—ইচ্ছা, ভোক, আৰু জৰা; কিন্তু পশু-যজ্ঞ আৰম্ভ হোৱাৰ ফলত ৰোগৰ সংখ্যা আঠানব্বৈ হৈ গল...

"য'ত এনে কথা হয় ত'ত মানুহে যাজকৰ নিন্দা কৰে। এইদৰে ধৰ্ম্মৰ বিপৰ্যাস হোৱা হেতুকে শূদ্ৰ আৰু বৈশ্য পৃথক পৃথক হৈ গল। ক্ষত্ৰিয়ও ফালৰি কাটি গল; আৰু পত্নীয়ে পতিৰ অৱমাননা কৰিবলৈ ধৰিলে। ক্ষত্ৰিয় আৰু ব্ৰাহ্মণৰ গোত্ৰ ৰক্ষা হৈছিল। (তেওঁলোকে কুল-ধৰ্ম্ম অনুসৰি আচৰণ কৰিছিল); কিন্তু (পশু বধৰ পিচত) কুল-প্ৰবাদৰ ভয় এৰি তেওঁলোক লোভবশ হৈ পৰিল।"

৪৮-৫০ (ভূমিকা) ইয়াৰ বিতং বিৱৰণ দিয়া হৈছে।

১৩০-১৭২ প্ৰায় আটাই কেইজন পচ্ছিমীয়া পণ্ডিতৰ মতে (ভূমিকা......) 'ভগৱদ্গীতা'ৰ ব্ৰাহ্মী স্থিতি বা স্থিত প্ৰজ্ঞৰ বৰ্ণনামূলক শ্লোক বৌদ্ধ গ্ৰন্থৰ আধাৰত ৰচনা কৰা হৈছে আৰু 'ব্ৰহ্মনিৰ্ব্বাণমৃচ্ছতি' এই অন্তিম শ্লোকৰ বাক্যৰ পৰা এই মত উচিত যেনো লাগে। ইয়াৰ স্মৃতি-বিভ্ৰম, নিৰাহাৰ আদি শব্দৰ অৰ্থ বৌদ্ধ পৰিভাষা নাজানিলে ঠিকমতে বুজিব নোৱাৰি।......

বসুবন্ধুৰ মিত্র আছিল পুৰগুপ্ত। তেওঁ বসুবন্ধুৰ হতুৱাই নিজৰ পুতেক বালাদিত্য আৰু মহাৰাণীক বৌদ্ধ দর্শনৰ শিক্ষা দিয়াইছিল। পিচত বালাদিত্যই যুদ্ধ কৰাৰ ইচ্ছাৰে কোনোবা ব্রাহ্মণৰ হতুৱাই 'ভগবদ্গীতা'ৰ ৰচনা কৰায় আৰু পিচত তাকে 'মহাভাৰত'ৰ অন্তর্ভুক্ত কৰা হয়।

১৫ (২৪৬) কিছু বিতং ভাৱে ইয়াৰে বর্ণনা কৰা হৈছে।

## বুদ্ধলীলা সাৰ সংগ্ৰহ

১৬০-১৬৫ (১৪৫) ইয়াকে বিস্তাৰিত ভাৱে আলোচনা কৰা হৈছে।

১৭৯-১৮৮ (১৬০) ইয়াৰ বিতং বিৱৰণ দিয়া হৈছে।

## দেৱদত্ত

১৮৭-১৮৮ (১৬১) যেতিয়া ভগৱান বুদ্ধক বধ কৰাৰ সকলো ষড়যন্ত্র ব্যর্থ হল তেতিয়া দেৱদত্তই সংঘত ভেদ সৃষ্টি কৰাৰ এটা বুধি উলিয়ালে। তেওঁ নিজৰ লগৰীয়া সমুদ্রদত্তৰ লগত ভগৱানৰ ওচৰলৈ গল আৰু তেওঁক প্রণাম কৰি কলে, "ভগৱন্, ভিক্ষুসকলক ঐহিক সুখৰ পৰা অলিপ্ত ৰাখিবলৈ মই এই পাঁচোটা নিয়ম যুগুত কৰিছোঁ। আপুনি আজ্ঞা দিয়ক যাতে সকলো ভিক্ষুৱে এই নিয়ম কেইটা পালন কৰে।

(১) "ভিক্ষু সদায় অৰণ্যতহে থাকিব লাগে। (২) তেওঁলোকে আজীৱন অকল ভিক্ষাৰ ওপৰতহে নির্ব্বাহ কৰিব লাগে। (৩) আজীৱন তেওঁলোকে বাটত পৰি থকা কটা কাপোৰেৰে চীৱৰ কৰি লব লাগে, গৃহস্থৰ পৰা কাপোৰ লব নালাগে। (৪) আজীৱন গছৰ তলত থাকিব লাগে, পজা বা ঘৰত বাস কৰিব নালাগে। (৫) মাছ মাংস গ্রহণ কৰিব নালাগে। এই পাঁচোটা নিয়মৰ অৱহেলা কৰিলে দোষী বুলি গণ্য কৰিব লাগে।"

ভগৱানে কলে, "এই পাঁচোটা নিয়মৰ দ্বাৰা আধ্যাত্মিক উন্নতিত কিবা সাহায্য হব বুলি মোৰ ধাৰণা নহয়, কিন্তু কাৰোবাৰ ইচ্ছা থাকিলে এই নিয়ম পালন কৰি চলিব পাৰে, তাত মোৰ কোনো আপত্তি নাই।"

এই নিয়ম কেইটা সংঘত প্ৰৱৰ্ত্তন কৰিবলৈ ভগৱান সাজু নহয় বুলি দেৱদত্তই চাৰিওপিনে প্ৰচাৰ কৰি কিছুমান ভিক্ষুক নিজৰ ফলীয়া কৰি ললে আৰু তেওঁলোকক লৈ ৰাজগৃহলৈ গুচি গল। তেতিয়া বুদ্ধই সাৰিপুত্ত আৰু মোগ্‌গল্লানক গযালৈ পঠাই দিলে আৰু তেওঁলোকে গৈ ভিক্ষুসকলক উপদেশ দি ওভোতাই নিলে।

২৭৯-২৮১ (২০৪) এই কাহিনীকে দিয়া হৈছে।

১৬৭-১৭৯ (৩০৪) অনাথপিণ্ডিক আৰু ৱিশাখা মিগাৰ মাতাৰ কাহিনী বিতংভাৱে দিযা হৈছে।

অনাথপিণ্ডিকে জেত ৰাজকুমাৰৰ উদ্যানখনলৈ ভগৱান বুদ্ধক নিয়াৰ বাবে মাটি ঢাক খুৱাই সোণৰ মুদ্ৰা পাতি দিছিল। তেওঁৰ ইমানেই ভক্তি আছিল। পিচত তেওঁ জেতবন ভিক্ষু-সংঘক দান কৰে।

ৱিশাখা মিগাৰ মাতাৰ শহুৰেক নিগ্ৰ্স্থৰ উপাসক আছিল কিন্তু তেওঁ ৱিশাখাক বুদ্ধ ভগৱানৰ উপাসনা কৰিবলৈ স্বাধীনতা দিছিল।

শেহত বুদ্ধৰ উপদেশ শুনি তেৱোঁ বুদ্ধৰ উপাসক হৈছিল।

## পৰিনিৰ্ব্বাণ

২৯২-৩১২ (৩০৮) ইযাকে বিস্তাৰিত ভাৱে দিয়া হৈছে।

## বুদ্ধ ধৰ্ম্ম আৰু সংঘ

### পঞ্চ স্কন্ধ

৯০-৯১ (১৩২) ৰূপ, বেদনা, সংজ্ঞা, সংস্কাৰ আৰু বিজ্ঞান এই পাঁচোটা পদাৰ্থক পঞ্চ স্কন্ধ বোলা হয়।

পৃথ্বী, অপ্, তেজ আৰু বায়ু এই চাৰিটা মহাভূত আৰু তাৰ পৰা উৎপন্ন পদাৰ্থক ৰূপস্কন্ধ কোৱা হয়।

সুখকাৰক বেদনা, দুঃখকাৰক বেদনা আৰু অপেক্ষা বেদনা, এই তিনি প্ৰকাৰৰ বেদনাক বেদনাস্কন্ধ বোলা হয়।

ঘৰ, গছ, গাওঁ আদি বিষয়ৰ কল্পনাক সংজ্ঞাস্কন্ধ বোলা হয়।

সংস্কাৰ বা মানসিক সংস্কাৰ, ইয়াৰ তিনিটা প্ৰকাৰ আছে—কুশল, অকুশল আৰু অব্যাকৃত ; অৰ্থাৎ যি কুশলো নহয়, অকুশলো নহয়—যেনেকৈ কোনো পদাৰ্থত ৰুচি হয়, কোনোত আকৌ নহয়। বিজ্ঞানৰ অৰ্থ হল জনা। বিজ্ঞান ছ'বিধ—চক্ষু বিজ্ঞান, শ্ৰোত্ৰ বিজ্ঞান, ঘ্ৰাণ বিজ্ঞান, জিহ্বা বিজ্ঞান, কাৰ্য্য বিজ্ঞান আৰু মনোবিজ্ঞান। এই ছ বিধ বিজ্ঞানৰ সমূহক বিজ্ঞান-স্কন্ধ বোলা হয়।

এই পাঁচোটা স্কন্ধ বাসনাযুক্ত হলে তাক উপাদান-স্কন্ধ বোলা হয়। তাৰ ফলতে পুনৰ্জন্ম হয়। এই জন্মত কুশল অকুশল কৰ্ম্ম কৰাৰ ফলত ভৱিষ্যৎ জন্মত পাঁচোটা উপাদান স্কন্ধৰ সৃষ্টি হয়। যেতিয়া বাসনাৰ সমূলে উচ্ছেদ হয় তেতিয়া এই স্কন্ধ কেইটাক উপাদান-স্কন্ধ নুবুলি মাথোন স্কন্ধ বোলা হয় ; কিয়নো তাৰ পৰা পুনৰ্জন্মৰ সম্ভাৱনা নাথাকে। অৰ্হৎপদ প্ৰাপ্তিৰ পিচত বাসনাৰ সমূলে উচ্ছেদ হয়। অৰ্হৎপদ পোৱা ব্যক্তিৰ মৃত্যুলৈকে পঞ্চস্কন্ধ থাকে। কিন্তু অৰ্হৎপদ প্ৰাপ্তিৰ লগে লগে অকুশল সংস্কাৰ নষ্ট হৈ যায়। মৃত্যুৰ সময়ত অৰ্হৎসকলৰ পঞ্চস্কন্ধৰ নিৰ্ব্বাণত বিলয় হয়। অৰ্থাৎ তাৰ পিচত নতুন পঞ্চস্কন্ধৰ উদয় নহয়।

১৪-১৯ (১৩৮) ইয়াত চাৰিটা আৰ্য্য সত্য সম্বন্ধে বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে।

# প্ৰৱেশ-বিধি বা প্ৰব্ৰজ্যা

৫৫-৬০ (২৬৬) প্ৰথম সাতজন ভিক্ষুক ভগৱান বুদ্ধই নিজেই দীক্ষা দিছিল। সেই সময়ত 'এহি ভিক্ষু' বাক্যৰ দ্বাৰা প্ৰব্ৰজ্যা-বিধি হৈ গৈছিল। পিচত যেতিয়া ভিক্ষুসকলৰ সংখ্যা বাঢ়িবলৈ ধৰিলে, তেতিয়া ভগৱানে পুৰণি ভিক্ষুসকলকে নতুন উমৈদাৰ সকলক প্ৰব্ৰজ্যা দিবলৈ অনুমতি দিলে। তাৰ বিধি এনে ধৰণৰ আছিল—এনে ধৰণৰ উমৈদাৰে প্ৰথমতে মূৰ খুৰাই লৈছিল, তাৰ পিচত ঠুটুৰীত ভিৰ দি হাত জোৰ কৰি তিনি বাৰ উচ্চাৰণ কৰিছিল—'বুদ্ধং সৰণং গচ্ছামি'। (সংঘত সংস্থাপক হিচাপে) (মই বুদ্ধৰ শৰণ লওঁ)। ধম্মং সৰণং গচ্ছামি। (মই ধৰ্ম্মৰ শৰণ লওঁ)। সংঘং সৰণং গচ্ছামি। (মই সংঘৰ শৰণ লওঁ)।

তাৰ পিচত ভোজন বা আন আন হীন লোভৰ বশৱৰ্ত্তী হৈ মানুহ সংঘত ভৰ্ত্তি হবলৈ ধৰাত তাৰ কাৰণে নতুন নতুন নিয়ম কৰিবলগীয়া হল। সেইমতে কোনো উমৈদাৰে প্ৰথমতে কোনো ভিক্ষুক নিজৰ উপাধ্যায় কৰি লব লাগে, তাৰ পিচত তেওঁক অনেকবাৰ উপদেশ দিয়া হয়, তাৰ পিচত চোৱা হয় যে তেওঁৰ কোনো কুষ্ঠ, গণ্ড, কিলাস, ক্ষয়, অপস্মাৰ, নপুংসকত্ব আদি ৰোগ আছে নে নাই। ভিক্ষু হবলৈ ইচ্ছা কৰা মানুহ স্বতন্ত্ৰ, নিধৰুৱা আৰু চাবালক হব লাগে। তেওঁ মাক-বাপেকৰ অনুমতি পাব লাগে আৰু ৰজাৰ সৈনিক হব নালাগে। ইত্যাদি। তাৰ কাৰণে ভালেমান কঠোৰ নিয়ম বান্ধি দিয়া হৈছে।

# সমাধি মাৰ্গ

৬৮-৬৯ (৯৪) অভিধৰ্ম্মৰ মতে মৈত্ৰী, কৰুণা আৰু মুদিতা এই তিনিটা ভাৱনাৰ কাৰণে প্ৰথমতে তিনিটা ধ্যানহে সাধ্য আৰু উপেক্ষা ভাৱনাৰ কাৰণে মাথোন চতুৰ্থ ধ্যানহে পোৱা যায়। বুদ্ধ-ঘোষাচাৰ্য্যই এই কথা স্বীকাৰ কৰে। তেওঁৰ মতে প্ৰথম তিনিটা ভাৱনাৰ কোনো এটাৰ

দ্বাৰা প্ৰথম তিনিটা ধ্যান আয়ত্ত কৰি লোৱাৰ পিচত উপেক্ষা ভাৱনাৰ আৰম্ভ কৰিব লগীয়া হয়; আৰু সেই কাৰণে মাথোন চতুৰ্থ ধ্যানহে পোৱা যায়।

উল্লিখিত সুত্তৰ পৰা স্পষ্টভাৱে জনা যায় যে মৈত্ৰী ভাৱনাৰ লগত উপেক্ষা আৰু উপেক্ষা ভাৱনাৰ প্ৰীতি থাকিব পাৰে।

## পাঁচ নীৱৰণ

৩১-৩৫ (৯৪) (১) কামচ্ছন্দ ( কাম বিকাৰ )
(২) ব্যাপাদ ( ক্ৰোধ )
(৩) থিনসিদ্ধ ( আলস্য )
(৪) উদ্ধেচ্চ ( ভ্ৰান্ততা )
(৫) ৱিচিকিচ্ছা ( সংশয়গ্ৰস্ততা )

৩৮-৪৮ (১২১, ৩০৫) আনাপান স্মৃতি ভাৱনা সম্বন্ধে বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে।

## অশুভ ভাৱনা

উদ্ধমাতক অৰ্থাৎ ফুলি যোৱা মৰা শ, ৱিনীলক অৰ্থাৎ নীল হৈ যোৱা শ, বিপুব্বক অৰ্থাৎ যি শত পুজ ভৰি গৈছে, ৱিচ্ছিদ্দক অৰ্থাৎ যি শ কটা হৈছে, ৱিকৃখাতিয়ক অৰ্থাৎ ভিন ভিন প্ৰাণীয়ে কিছু অংশ খাই পেলোৱা শ ; ৱিকৃখিত্তক অৰ্থাৎ এনে শ যাৰ অঙ্গ-প্ৰত্যঙ্গ ইফালে সিফালে ছিটিকি পৰি থাকে, হতৱিকৃখিত্তক অৰ্থাৎ যি শৰ অঙ্গপ্ৰত্যঙ্গ প্ৰাণীয়ে বা অন্যেৰে ফালি টুকুৰা টুকুৰি কৰি ইফালে সিফালে সিচৰতি হৈ থাকে, লোহিতক অৰ্থাৎ যি শৰ পৰা তেজ ওলাই থাকে, পুলৱক অৰ্থাৎ যি শত পোক লাগে, অঠ্‌ঠিক অৰ্থাৎ হাড়ৰ কঙ্কাল বা তাৰ কোনো ভাগ —এই দহ বিধ অশুভ বস্তু। ইয়াৰ ওপৰত ধ্যান কৰাটোৱে অশুভ ভাৱনা। এনে ধৰণৰ কোনো শ দেখা পালে তাক নিজৰ নিচিনা বুলি ভাবি আৰু

তাৰ পিচত তাকে চকুৰ আগত ৰাখি চিন্তা কৰিলে এই ধ্যান সাধ্য হয়। তিৰোতাই পুৰুষৰ আৰু পুৰুষে তিৰোতাৰ মৰা শ চাই ধ্যান কৰিলে সাধ্য নহয়, গতিকে তেনে শ বৰ্জ্জনীয় বুলি ধৰিব লাগে। স্বজাতীয় শৱ ওপৰত ধ্যান ৰাখিলে যদি সি চকুৰ আগত উপস্থিত নহয়, তেন্তে তাৰ যিটো অংশ প্ৰধানকৈ চকুৰ আগত উপস্থিত হয়, তাৰ ওপৰত ধ্যান কৰিও এই সমাধি সাধন কৰিব পাৰি।

## আধাৰভূত গ্ৰন্থ

এই পুথিখন প্ৰধানতে পালি ভাষাৰ 'সুত্তপিটক' আৰু তাৰ লগত সম্পৰ্ক থকা 'অট্ঠকথা'ৰ আধাৰত সঙ্কলন কৰা হৈছে। ইয়াত 'ৱিনয়-পিটক'ৰ কথাৰ প্ৰযোগ কৰিলেও সেইবোৰ 'সুত্তপিটক'ৰ দ্বাৰা সমৰ্থিত নহলে তাক ঐতিহাসিক প্ৰমাণযোগ্য বুলি ধৰা হোৱা নাই। অভি-ধম্মপিটক'ৰ পৰা এটা উদ্ধৃতি লোৱাৰ বাহিৰে আন একো তথ্য লোৱা হোৱা নাই।

জৈন সাহিত্যৰ 'আচাৰাঙ্গসূত্ৰ', 'ভগৱতী সূত্ৰ', 'দশবৈকালিক সূত্ৰ' আৰু প্ৰৱচন 'সাৰোদ্ধাৰ' আদি পুথিৰ উদ্ধৃতি দিয়া হৈছে।

প্ৰথম অধ্যায়ত 'ঋগ্বেদ'ৰ যথেষ্ট প্ৰযোগ কৰা হৈছে। উপনিষদ-বোৰৰ পৰাও ভালেমান কথা লোৱা হৈছে।

ধৰ্ম্মসূত্ৰ আৰু 'মনুস্মৃতি'ৰো প্ৰসঙ্গক্ৰমে ব্যৱহাৰ কৰা হৈছে।

মাৰাঠী লেখক স্বৰ্গীয় ৱিষ্ণুশাস্ত্ৰী চিপলণকৰৰ বাণভট্ট সম্পৰ্কীয় এটা প্ৰৱন্ধৰ পৰা কিছু কথা তুলি দিয়া হৈছে, কিন্তু সি আধাৰভূত নহয়।

*Arctic Home in the Vedas*—by B. G. Tilak
*Myths and Legends of Babylonia and Assyria* —by Lewis Spence
*A History of Babylon*—by L. W. King
*Buddhist India, (1903)*—by Prof. Rhys Davids